**TAT NADI NACHIL :**

Written by Madini Chowdhury, Published by P J. Baruah, Natun Prakashan, Silpukhuri, Gauhati - 781003.

প্ৰথম প্ৰকাশ : চেপ্তেম্বৰ, ১৯৭৭

বেটুপাত : গুৱাহাটী আৰ্টিষ্ট গিল্ড

ছপা কৰিছে : শ্ৰীনলিনীকুমাৰ ঘোষ
দি সত্যনাৰায়ণ প্ৰিণ্টিং ৱাৰ্কছ
২০৯-এ, বিধান চৰণি,
কলিকতা - ৭০০০০৬

॥ মূল্য : কুৰি টকা মাত্ৰ ॥

# মোৰ কথা

বিশ্বাস কৰক, তাৰ কথা মই অকণো অতিৰঞ্জিত কৰা নাই। তাক মই যিদৰে দেখিছিলোঁ, যিদৰে অনুভৱ কৰিছিলোঁ সেইদৰেই লেখি গৈছোঁ। আদৰ্শ প্ৰমূল্য এনেবোৰৰ সযত্ন প্ৰচাৰৰ পৰা যিমান পাৰোঁ নিজকে আঁতৰত ৰাখিছোঁ লেখি যোৱাৰ সময়ত। কিয়নো মই জানো, তাৰ জীৱনত এনেবোৰ কোনো কথাই নাছিল আৰু মই থকা বুলি কৰলৈ চেষ্টা কৰা হলে তাৰ জীৱনৰ প্ৰকৃত কাহিনী লেখাই নহ'লহেঁতেন। মাথো মই আপোনাসকলক ফাঁকি দিয়া হ'লহেঁতেন।

কিতাপখনি যুগুতাওতে মনোৰমা হাজৰিকা আৰু মোৰ জীয়ৰী পাৰমিতা আৰু বিনিন্দিতাই সহায় নকৰাহেঁতেন মোৰ অপৰিসীম কষ্ট হ'লহেঁতেন। নতুন প্ৰকাশনৰ স্বত্বাধিকাৰী শ্ৰীমান পবিত্ৰ জীৱন বৰুৱাই আগ্ৰহ নেদেখুওৱা হলে কিতাপখন ছপাৰ আকাৰত আপোনাসকলৰ হাতত দিব পৰাই নগ'লহেঁতেন। ইপিনে আকৌ গুৱাহাটী আৰ্টিষ্ট গিল্ডৰ শিল্পী গৰাকীয়ে পৰম ঐকান্তিকতাৰে বেটুপাতৰ ছবিখন প্ৰস্তুত নকৰাহলে কিতাপখন একেবাৰে নওঠা নওঠা যেন লগা হ'লহেঁতেন।

এই কেউজনৰে সহায় মই পাহৰিব নোৱাৰোঁ। এতিয়া সমস্ত নিৰ্ভৰ কৰিছে সহৃদয় পাঠক-পাঠিকা সকলৰ ওপৰতহে।

২৩ জুলাই '৭৭

মেদিনী চৌধুৰী

# উন্মোচনিকা

তাত নদী নাছিল। এখন নদী থকা হ'লে? সি প্ৰায়ে ভাবিছিল, যদি অন্ততঃ এখন নদী থাকিলহেঁতেন য'ত সি অনুভৱ কৰিব পাৰিলেহেঁতেন অনিৰুদ্ধ গতিৰ আশ্বাস।

অথবা এখন পাহাৰ। য'ৰ শিখৰে ধৰি ৰাখে প্ৰভাতৰ প্ৰথম ৰ'দ জাকক, য'ৰ পৰা অনুভৱ কৰিব পৰা যায় দূৰ দূৰান্ত পৰিক্ৰমাৰ এক আকুল আহ্বান! তাত একোৱে নাছিল, মাথোন আছিল অৰণ্য সমাকীৰ্ণ উলু আৰু বৰতাৰে আবৰা প্ৰান্তৰ—। য'ত যাতায়াত দুঃসাধ্য কৰি তোলে নিশ্চল নিস্তৰংগ পানীৰ অপৰিমেয় গভীৰ জলাশয়ে; য'ত দৃষ্টি ৰুদ্ধ হয় জংঘলৰ গছৰ শাৰীত, য'ৰ দিগন্ত সংকুচিত হৈ নামে অৰণ্যৰ আশ্ৰয় বিচাৰি।

জুৰ তাত দুখান আছিল, কোনেও কব নোৱাৰাকৈ কৰবাৰ পৰা আহি অলপ দূৰ গৈয়ে নিশ্চিহ্ন হৈ হেৰাই পৰিছিল জংঘলৰ দুৰ্ভেদ্য প্ৰশস্ততাত। গতিৰ হেপাহ দুয়োৰে স্তব্ধ হৈ গৈছিল অৰণ্যৰ নৃশংস আলিংগনত।

সেয়েতো সি সন্দেহ কৰে, তাৰ অবদমিত সত্তাৰ জীৱনৰ ব্যাহত গতিৰ, পদে পদে পৰাভৱৰ প্ৰকৃত হেতু হয়তো এয়ে। গতিৰ আশ্বাস-বঞ্চিত এক অতীতৰ সি এটা অৱধাৰিত পৰিণতি মাত্ৰ। কৌটি কৌটি পৰাভূত সত্তাৰ সি এক সামান্য প্ৰতিভূ।

সঁচাকৈ তাত যদি অন্ততঃ এখন নদী থাকিলহেঁতেন এখনি উন্মনা নদী। নিৰবধি গতিৰে ঠিক সেই সৰু গাঁওখনৰ কাষেদি। য'ত সি জন্মিছিল, য'ত সি ডাঙৰ হৈছিল, আৰু য'ৰ কথা ভাবিলে আজিও দুচকুত তাৰ চকুলোৰ নদী বৰ খোজে। আৰু য'ৰ কথা ভাবিলে প্ৰথমেই মনলৈ আহে এটা বিশেষ দিনৰ কথা, এটা বিশেষ বৰ্ষাক্লান্ত গধূলিৰ পাহাৰৰ নোৱাৰা সৰু সৰু দুই এটা কাহিনী। যিদিনা সি প্ৰথম পিতাকৰ নিবিড় সংসৰ্গ লাভ কৰিছিল আৰু যিদিনা সি প্ৰথমে বহুত নতুন কথা ভাবিবৰ চেষ্টা কৰিছিল·····

# তাত নদী নাছিল

মেদিনী চৌধুৰী

নতুন প্ৰকাশন



দুপৰীয়াৰ অভাৱনীয় ঘটনাটোৱে মনটো তাৰ খেলি মেলি কৰি ৰাখিছিল। গাৰ কঁপনি তেতিয়াও মাৰ যোৱা নাছিল। ইমান শীতল বতৰতো মাজে মাজে সি ভবিব পৰা মুৰলৈ এটা উত্তাপ অনুভৱ কৰিছিল। অৱশ্যে ভয়তে সি মুখ খুলি তাৰ মনৰ কথা কাকো কব পৰা নাছিল।

তেতিয়া গধূলি হৈছিল। দুদিন আগৰ পৰা যাঁঠ লাগিছিল। ৰৰষুণৰ শ তা নামিছিল। সি বহি আছিল বুলনি ঘৰৰ দীঘল বেঞ্চি-খনত। পিতাকৰ ওচৰত। গধূলিটো বৰ দীঘল যেন লাগিছিল। জিক্ জিক্ কৰে লেথাৰি নিছিগা ৰৰষুণত খপি খপি গধূলিটোৱে আহি যেন ভাগৱত বাটতে বৈ আছিল ক'ৰবাত।

আবেলিতে গধূলি হোৱা যেন ভাবি সি বহুত পৰৰ পৰা গাঁৱৰ গৰুৰ পাল উভতি অহাৰ বাবে বাট চাই চাই বিৰক্ত হৈ পৰিছিল। কিয়নো সি জানিছিল, পিতাকেও সেই মুহূৰ্ত্তটোৰ কাৰণেই অপেক্ষা কৰিছে। যেতিয়া গাঁৱৰ গৰুবোৰ গৰখীয়াই ঘৰলৈ লৈ আহিব, সেই সময়তে সিও উভতি অহাৰ কথা। যাক কেন্দ্ৰ কৰি দুপৰীয়াৰ সেই অভাৱনীয় ঘটনাটো ঘটিছিল। সি পথাৰৰপৰা গৰুপালৰ লগতে উভতি আহিব বুলি সি, আৰু পিতাকেও নিশ্চয় আশা কৰিছে।

পিতাকে নিৰ্লিপ্তভাৱে কৈ আছিল এটা পুৰণি কাহিনী। সিহঁতৰ অঞ্চলৰ ৰজাদিনীয়া ডা-ডাঙৰীয়াসকলৰ প্ৰতিপত্তি আৰু অত্যাচাৰৰ কাহিনী। সি কাণেৰে শুনিছিল আৰু দেহৰ সিৰাই সিৰাই অনুভৱ কৰিছিল এক অসহনীয় উত্তেজনা। মনে মনে সি পিতাকৰ মুখলৈ চাইছিল আৰু বদ্ধ পৰিকৰ হৈছিল, আজি তাৰ চকুৰ আগত যি এক ঘোৰ অন্যায় ঘটিল, সেই অন্যায়ৰ এদিন নহয় এদিন সি প্ৰতিকাৰ কৰিব।

ঘৰত কাম কৰা মঠৰৰ মাকজনীয়ে অলপ আগতে গোহালিত জগা জুটা জ্বলাই গৈছিল। জগাৰ ধোৱঁাবোৰ গোহালিঘৰৰ চালৰ কাণেদি থৌকিবাথৌ কৰি ওলাই বৰষুণৰ শীতল স্পৰ্শত ঠেটুৱা লাগি ঘৰ আৰু চোতালৰ ওপৰত আলাসতে থমকি বৈ আছিল। ইতিমধ্যে গৰুৰ পালটো গাঁৱত সোমাইছিলহি। সি বহুদূৰৰ পৰাই লক্ষ্য কৰিলে। লাহে লাহে বাটৰ আঠুৱনীয়া বোকাত হোৱা সিহঁতৰ খোজৰ শব্দবোৰ স্পষ্ট হৈ আহিছিল। সি বহি থকা ঘৰটোৰ খেৰীচালত বৰষুণৰ অনুচ্চ শব্দ। মৌন শোক সমদলৰ দৰে তলমূৰকৈ আগবাঢ়ি অহা ভীৰু শান্ত গৰুৰ পালৰ খোজেপতি ধ্বনিত হোৱা বৰ্ষাৰ নিৰ্মম শীতলতা আৰু সময় গধূৰ কৰি ৰখা নিশ্চল ধোৱঁাবোৰে তাৰ মনত বিশ্লেষণাতীত এক বন্ধন ভয়ৰ সৃষ্টি কৰিছিল। পিতাকে নিৰ্লিপ্ততাৰে কৈ আছিল কাহিনীটো। হঠাৎ কথাবোৰ তাৰ কাণত নপৰা হৈছিল। তাৰ মন হৈ পৰিছিল আচ্ছন্ন। ভীতিজনিত এক জঠৰতাৰে। কিয়নো গৰু-জাকৰ পিচপিনে গৰখীয়াবোৰৰ মাজত সি আহি থকা ইমানপৰে তাৰ চকুত পৰাই নাছিল। মাত্ৰ সেই মুহূৰ্ত্ততহে সি তাক দেখিছিল। সি আছিল চফল ডেকা। ক'লা মসৃণ নোমহীন বুকুখনত আৰু উদং পিঠিত বৰষুণৰ কোব খাই খাই কলাফুল পোত যোৱা বোকাৰে নিৰ্বিকাৰভাৱে আহি আছিল। গৰুৰ পালটো সিহঁতৰ পদূলিৰে ঘূৰি গ'লত সিহঁতৰ ঘৰৰ গৰু কেইটাই পাল ভাঙি চ'ৰাঘৰৰ মূধচেদি গোহালিত সোমাই পৰিল। লগে লগে উদং দেহৰ ডেকাজন বাটটোত অকলশৰীয়া হৈ ওলাই পৰিল।

পিতাক হঠাৎ নীৰৱ হৈ গ'ল। বোধকৰো তুপৰীয়াৰ সেই নিদাৰুণ অন্যায়ৰ কথা মনত পৰিল। খন্তেক পাচত স্বগতোক্তিৰ দৰে ক'লে—

: সি তো জাপি এটাও লৈ যাব পাৰে!

সি সন্তৰ্পণে পিতাকৰ মুখলৈ চালে। পিতাকৰ কথাযাৰ কিমান আন্তৰিক আছিল সি মনে মনে উমান কৰিবৰ যত্ন কৰিলে।

ডেকাজনে নিশ্চয় কথাবাৰ শুনা নাছিল। পোনে পোনে সি গোহালিত সোমাই বাত্তিটোৰ কাৰণে গৰুবোৰ বন্ধাত ব্যস্ত হৈ পৰিছিল।
তাৰ মনত উদয় হৈছিল কেবামাহৰো আগৰ এটা আমোদজনক দৃশ্য। এই ডেকাজনকে কেন্দ্ৰ কৰি। যিদিনা প্ৰথম তাক সিহঁতৰ ঘৰলৈ অহা সি দেখিছিল। পিতাক তেতিয়া ঘৰত নাছিল। স্বদেশী আন্দোলনত ঘুৰি ফুৰিছিল। সৰু দদায়েক আছিল ঘৰৰ পৰা পাঁচমাইলমান দূৰৰ কানিমহলত। ডাঙৰ দদায়েক গৈছিল পথাৰলৈ কাম কৰা বনুৱা কেইটাৰ কাম চাবলৈ। ঘৰখন হৈ পৰিছিল সিহঁতৰ কাৰণে ৰামৰাজ্য। ধূলিৰে ঘৰ সাজি, ফৰিঙেৰে হাল বাই সিহঁত ল'ৰা-ছোৱালীমখা ব্যস্ত হৈ আছিল পদূলি মুখত। খেলত সিহঁত ইমান মগ্ন হৈ পৰিছিল যে, এই ডেকাজন সিহঁতৰ ঘৰত কেতিয়া সোমাল, কেনেকৈ সোমাল গমেই নাপালে। হঠাৎ খৰি ফলাৰ শব্দ শুনি তাৰ কৌতুহল হ'ল। চ'ৰাঘৰলৈ সোমাই আহি খিৰিকীৰে বুলনিঘৰৰ সন্মুখৰ চোতাললৈ চাওঁতে ডেকাজন তাৰ চকুত পৰিল। একেবাৰে অচিনাকি ডেকাজন দেখি সি আচৰিত হ'ল। সি বেলজোপাৰ তলত মঠৰহঁতে ফালিব নোৱাৰি বহুদিন পেলাই থোৱা খৰিডোখৰকে ফালি আছিল।
তাৰ স্পষ্ট মনত পৰিছিল, সি পদূলি মুখলৈ ওলাই আহিছিল আৰু লগৰবোৰক কৈছিল—

: চা চোন চা হালেইহঁত, ( অশ্লীল ) ক'ৰ মানুহ এটাই খৰি ফালি আছেহি !

সিহঁতজাকৰ খিলখিলনিলৈ কৰ্ণপাত নকৰি ডেকাই একমনে খৰি-ফালি আছিল। তাৰ কাণ্ড দেখি সিহঁতে ওমলাকো পাহৰি নিৰিষ্টমনে তাৰ আলেখ লেখকে চাই থাকিল। যিডোখৰ খৰি টান দেখি বলে নোৱাৰি মঠৰহঁতে বহুদিন পেলাই থৈছিল, সেই ডোখৰকে সি লুটিয়াই বগৰাই অদ্ভুত আয়াসেৰে ফালি ডোখৰ ডোখৰ কৰি পেলাইছিল। চুটি চাপৰ কিচ্ কিচ্ কৰে ক'লা আটিল দেহৰ ডেকাজনৰ কুঠাৰৰ প্ৰতিটো ঘাপত পেশীবোৰ উঠানমা কৰা দেখি

সি অনুভৱ কৰিছিল তাৰ অমিত দৈহিক শক্তি আৰু অসাধাৰণ কৰ্মকুশলতা।

সি আগন্তুকজনৰ চাল-চলন চাওঁতে চাওঁতে ইমান মগ্ন হৈ পৰিছিল যে ভাওৰ দদায়েক শান্তিৰ মাত শুনি চকখাই উঠিছিল।

: কি হ'ল অ' দখৰ ?

সেই প্ৰথম জানিছিল তাৰ নামটো। দদায়েকে কথাবাৰ সুধি সুধিয়ে চোতাল পালেহি। বেলজোপাৰ ছাঁত থন্তেক বৈ তাৰ পিনে চালে। দখৰে বাওঁহাতৰ বুঢ়া আঙুলিৰে কপালৰ ঘামবোৰ চুচি পেলাই দিলে আৰু কাঠত লাগি থকা কুঠাৰখনৰ নালত এহাতে ধৰি ক'লে—

: বুৰাই পঠাই দিছে দাদা।

: কি কথা নো ?

: মাৰতে বোলে মোৰ সকামটো পাতে। অলপ খৰচৰ কথা কৈছিল।

: ছোৱালী ক'ৰ ?

: গাৱঁৰে।

: কিমান লাগিব ?

: ডেৰকুৰিৰ কথা কৈ খেদাইছে বুৰাই।

: আও, ডেৰকুৰিৰে বিয়াকে পাতিবি নে ? আগৰ ৰাজসূয় যজ্ঞতো ইমান খৰচ নপৰিছিল।

আবেলিকৈ গঞাকো খবৰ দিবলৈ কৈ দদায়েক ভিতৰৰ চোতাললৈ সোমাই গৈছিল। এফালে মঠৰহঁত থকা আৰু আনফালে ফুটুকী আইতাক থকা ঘৰৰ মাজৰ চোতালখনৰ পৰা চিঞৰি চিঞৰি দদায়েকে দখৰক নিৰ্দেশ দিছিল দুটা ঝুনা নাৰিকল পাৰি থৈ যাবলৈ।

তাৰ পাচতো ভালেমান পৰলৈকে সি খৰিকে ফালি থাকিল। খৰিবোৰ আঘাত সুমাব পৰাকৈ সৰু সৰু কৰি ফালি আছিল। এনেতে দদায়েক ওলাই আহিল আৰু তাক ডেতিয়াও খৰি ফালি থকা দেখি জাঙুৰ খাই উঠিল।

:( অশ্লীল ) কি এতিয়াও খবিকে ফালি আছ? গছত কি ( অশ্লীল ) ভবছুপবীয়া উঠিবি নেকি?

: যাওঁ বহ দাদা, এই হলেই আক।

: মই (অশ্লীল) একো নকওঁ। ছুপবীয়া ( অশ্লীল ) ক'ববাত গছব-পবা পবি হাত চাত ভাঙি ললে মোক (অশ্লীল) একো নকবি হলে।

সি দদায়েকব হুংকাব শুনি শংকাবে দখবব মুখলৈ চাইছিল। অলপ আগতে দেখুৱা সৌজন্য ধূলিস্যাৎ কবি দদায়েকে দিয়া অশ্লীল ধমকব প্রভাৱ সি যথোপযুক্তভাৱে অনুভৱ নকৰা বুলি ধাবণা কবি পবম অস্বস্তিত কটাইছিল সেই মুহূৰ্ত্তটো। সি হঠাৎ কৌতুকেবে লক্ষ্য কবিলে যে দখবেও দদায়েকব মুখত ঘনাই অবাইচ মাত ওলোৱাটো যে কিহব পূৰ্বাভাস ভালদবেই জানিছিল ; চব বা খকবামুকুটিটো গাত পবাব আগতেই সি লবালবিকৈ য'ব খবি তাতে এবি কুঠাবখন লৈ বাটচ'বা যেন ঘবটোব পেটেদি ভিতব চোতাললৈ সোমাই গৈছিল।

সিদিনাও ঠিক এনেদৰেই মাত্র কোনোমতে টিকা ঢাক খোৱা মলিয়ন কাপোব এডুখবি আছিল তাব দেহত। সেইখনকে আক অলপ দাঙি আটোমটোকাবিকৈ পিন্ধি সি অৱলীলাক্রমে নাবিকল গছত উঠিছিল।

সেইদিনা আবেলিব দৃশ্যটোও তাব ভালদবে মনত আছে। কিদবে দখবব পিতাকে গধূলি অঁকবা লগা চীনা হাঁহটোব দবে ভয়ে ভয়ে চ'বাঘবটোব ভিতবেদি সোমাই বেলব তলত মাটিতে আঠুছুটা সাৱটি বহিছিলহি ; কিদবে পদোপাবাব ফণি মহবীয়ে উকা আঠুছুটাতে কাকতখন পেলাই লৈ খত লিখিছিল। সিও মানুহব মাজত লুকাই দদায়েকে নেদেখাকৈ নাবিকলব বসেবে বগা কবা, কুঁহিয়াবব জুলীয়া মিঠৈ দি মিঠা কবা চাহ এদোঙাব ভাগ লৈছিল।

দদায়েকে ধাবে দিয়া টকাবে দখবব বাপেকে বাইজক সাবিবি দিছিল, গাঁৱব গোঁসাইঘবব খাপনালৈ বুলিও সিকি এটা আগ বঢ়াইছিল। তাবে কিছুদিনব পাচতে দখবে এনে উদং দেহেবেই

কাষত মোনা এখন ওলোমাই লৈ সিহঁতৰ ঘৰত সোমাইছিলহি। কাম-কৰা বস্তুৰা হৈ।

দখৰ অহাৰ বহুদিনলৈকে দখৰে অকলে বহি থকা দেখিলে তাৰ মনত মাত্ৰ একেটাই ভাব হৈছিল। দখৰে চাগে' ঘৰত এৰি থৈ অহা কইনাজনীৰ কথা ভাবিছে। কথাষাৰ ভাবিলেই দখৰৰ প্ৰতি অনুকম্পাত তাৰ মন সিক্ত হৈ উঠিছিল।

গোহালিঘৰৰ কাম শেষ কৰি ডেকাজনে অলপ বেগাই বুলনিঘৰৰ আগেদি গৈ আছিল ভিতৰৰ চোতালৰ পিনে। সি নিশ্চয় ঘৰৰ ভিতৰত বহি থকা পিতাকক মন কৰা নাছিল। পিতাকে মাত লগালে—

: তইঁ চোন জাপি এটা লৈ যাব পাৰ।

সি থমকি ৰ'ল পিতাকৰ মাত শুনি। জ্যেষ্ঠজনৰ স্নেহজড়িত তিৰস্কাৰৰ দৰে নীৰৱে তলমূৰ কৰি কথাষাৰ শেষ হোৱাৰো কিছু পাচলৈ বাট চালে আৰু লাহে লাহে আগবাঢ়িল। তাক নীৰৱে থকা দেখি পিতাকে ক'লে—

: যা কাপোৰখন সলাই ধপাত এচিলিম লৈ আহ।

আদেশষাৰ শুনি সি নিৰ্লিপ্ত দৃষ্টিৰে বুলনিঘৰৰ দেওনাখনলৈ চাই ৰ'ল। পিতাকৰ আদেশৰ অন্তৰালত থকা প্ৰয়োজনটো সি যিদৰে বুজিছিল সেইদৰে দখৰৰ নিৰ্লিপ্ত দৃষ্টিৰ অৰ্থও সি অনুভৱ কৰিছিল। পিতাকে ভাবিছিল কাপোৰ সলাই ধপাত চিলিম আনিলে সিও খাব আৰু দেহত উত্তাপ অনুভৱ কৰিব যিটো এই মুহূৰ্ত্তত দখৰৰ বাবে নিতান্ত প্ৰয়োজন। দখৰে নিৰুপায় হৈ চিন্তা কৰিছিল, তাৰতো সলাবলৈ আৰু কাপোৰ নাই।

সি জানিছিল, কিন্তু পিতাকক উপযাচি কৰৰ বাবে সাহস তাৰ নাছিল। দখৰ আঁতৰি যোৱাত দখৰৰ নিৰ্লিপ্ত দৃষ্টিত সি অনুভৱ কৰিছিল পিতাকে কোৱা কাহিনীটোৰ নিৰ্যাতিত প্ৰজাৰ নিৰুপায় বেদনাৰ গভীৰতা। বহুতৰ মুখে মুখে প্ৰচলিত সেই মৰ্মন্তুদ ব্যথাৰ

কাহিনী। ছুপৰীয়া যিটো ঘটনা ঘটি গ'ল আৰু এইমাত্ৰ দখৰৰ চকুৰ দৃষ্টিত সি যি ব্যথা অনুভৱ কৰিলে, তাৰ লগত কাহিনীটোৰ প্ৰতিটো অংশকে সি মনে মনে বিজাই চালে।

বহুদিনৰ আগতে হেনো, সিহঁতৰ গাঁও এৰি চাৰিখনমান গাঁও পাৰহৈ প্ৰায় এবেলাৰ বাটত এখন অৰণ্যাকীৰ্ণ গাঁও আছিল। তাতে বাস কৰিছিল মহা পৰাক্ৰমী কোনোবা বৰুৱা নে ফুকন এজন। যাৰ অখণ্ড প্ৰতাপ। যাৰ ভয়ত ছাগে বাঘে একেটা ঘাটতে পানী খাইছিল। আৰু যিয়ে তাৰ খেয়াল চৰিতাৰ্থ কৰিবলৈ ব্যৰ্থ হোৱা অক্ষম প্ৰজাৰ ওপৰত নিৰ্মম অত্যাচাৰ চলাবলৈ নিতে নিতে উদ্ভাৱন কৰিছিল অভিনৱ কৌশল। পিতাকে তেনে এটা নৃশংস কৌশলৰ কথাকে কৈছিল, যাৰ দ্বাৰা সি অক্ষম নিৰীহ প্ৰজাবোৰক ধৰাই আনি ডিঙিলৈকে থিয়ৈ থিয়ৈ মাটিত পুতি ওপৰেদি গধুৰ মৈ চলাই দিছিল। আৰু মালিক ইমান আমোদী আছিল যে শাস্তি দিয়া প্ৰতিটো গাঁতত একোজোপা ঔগছ ৰুই দিছিল। কাহিনীটো মনত পেলালেই দেহৰ ক'ৰবাত তেজবোৰ উথলি অহা যেন অনুভৱ কৰিছিল সি।

পিতাকৰ ওচৰত মাটিত বহি লৈ দখৰে ধপাত চিলিম হুপি হুপি ৰহৰহীয়া কৰি পিতাকলৈ আগবঢ়াই দিছিল। ধপাতৰ প্ৰতিটো হোপাত দখৰৰ গালবোৰ সোমাই যোৱা দেখি আৰু কণ্ঠনলী উঠা নমা কৰা দেখি তাৰ মনত পৰিছিল সেই মুখবোৰৰ কথা। মাটিত ডিঙিলৈকে পোত গৈ থকা, একেবাৰে নিঃসহায় নিস্পন্দ হৈ অৱশ্যম্ভাবী মৃত্যুৰ ক্ষণলৈ অপেক্ষা কৰি থকাত বাদে কোনো উপায় নেদেখা সেই ভীৰু করুণ মুখবোৰৰ কথা।

দখৰৰ উকা পিঠিখনত দাগবোৰ তেতিয়াও মাৰ যোৱা নাছিল। পিতাকৰ খদ্দৰৰ ফটা বনিয়নটোৰ মাজেদি বুকুৰ জকণৰ দুই এটা ক'লা দাগ সি দেখিছিল। এই ক'লা দাগবোৰ হেনো পুৰুষৰ ভাগ্যৰ লক্ষণ। দখৰৰ পিঠিৰ দাগবোবো ক'লা হৈ আছিল। ছুপৰীয়া দদায়েকৰ মাৰত সেই দাগবোৰতে ফাটি ফাটি ৰঙা তেজ বিৰিঙি ওলাই আহিছিল।

ৰবাচলতে সামান্য ঘটনা এটা; সি ভাবিবই পৰা নাছিল তাৰেই পৰিণতি যে ইমান নিদাৰুণ হবগৈ পাৰে। দদায়েকৰ পুৰাৰে পৰা সেইদিনা কিবা এটা হৈছিল। পুৱা শুই উঠিয়েই মাজে মাজে মৰাৰ দৰে খুবীয়েকক সৌকাৰ লাঠিৰে বেধুম প্ৰহাৰ কৰি পিবালিৰ পৰা গুৰিয়াই চোতাললৈ পেলাই দিছিল। আৰু চুপৰীয়া কথা নাই বতৰা নাই সৌকাৰ টোকোনেৰে দখৰক কোবাইছিল। প্ৰথমতে সি দুয়োটা ঘটনাকে এক কৰি লৈ সম্ভাব্য কাৰণ সম্বন্ধে বহুত কিবাকিবি ভাবিছিল। কিন্তু যেতিয়া শুনিলে যে, দখৰ কামত ব্যস্ত হৈ থাকোতে নতুনকৈ খুটিব পৰা অনা বাজনহাল লৰাই এবাল দিয়াত অলপ দেৰি হোৱা বাবেই এই দণ্ড লবলগীয়া হ'ল সি তলে তলে উত্তেজিত হৈ উঠিছিল। সমগ্ৰ দেহত তাৰ এটা কঁপনি উঠিছিল।

দখৰৰ পিঠিখনত কোবে প্ৰতি ফাটি ফাটি তেজ ওলোৱা সত্বেও দখৰে নীৰৱে সহ্য কৰা দেখি সি অপৰিসীম অস্বস্তি ভোগ কৰিছিল। কোন্তত তাৰ কান্দি পেলাবৰ মন গৈছিল। এই মুহূৰ্ত্তত তাৰ সুধিবৰ মন গৈছিল, দদায়েকে ইমান অন্যায়ভাৱে অত্যাচাৰ কৰা সত্বেও তাৰ কিয় কপালৰ সিৰবোৰ থুপ খোৱা নাছিল, সক সক চকুহাল এক লহমাৰ বাবেও কিয় ৰাক তিৰবিৰাই নুঠিল!

তাৰ মনত পৰিছিল সেই অত্যাচাৰী মালিকজনৰ কথা। এইমাত্ৰ গল্পটো শুনোতে সেই কাহিনীৰ মালিকজনৰ সতে তাৰ ডাঙৰ দদায়েকৰ আকৃতি প্ৰকৃতি একেবাৰে মিলিপৰা যেন লাগিছিল। আচলতে মালিকজনৰ কথা ভাবিলেই ডাঙৰ দদায়েকৰ মুখখনহে মনত পৰিছিল। কাহিনীটোৰ পাৰ্শ্ব ঘটনা স্বৰূপে মালিকৰ অত্যাচাৰত জীয়াতু ভোগা স্ত্ৰীৰ ৰূপত খুৰীয়েকক সজাই লৈছিল মনে মনে।

দখৰৰ পিঠিৰ দাগবোৰ দেখি তাৰ মনত পৰিছিল মৈয়ে মুচৰি মুচৰি চিঙি পেলোৱা সেই হতভাগাইতৰ মুৰবোৰৰ কথা। দৃশ্যটো কল্পনা কৰি তাৰ দেহত অনুভৱ কৰিলে এক প্ৰচণ্ড শীত। হাত-ভৰিবোৰ তাৰ জঠৰ হৈ পৰা যেন লাগিছিল। সি বাহিৰৰ পিনে পদূলিলৈ

একেথৰে চাই থাকিল। মনৰ চকুত ভাহি উঠিছিল এক বীভৎস দৃশ্য। মন বিক্ষিপ্ত হৈ পৰিছিল এক অক্ষম ক্ষোভৰ আঘাতত।

বহুপৰ বৈ বৈ আমনি লগাৰ পাচত গধূলিটো সঁচাকৈ নামি আহিছিল। লাহে লাহে খোৱাঁবোৰ অদৃশ্য হৈ আহিছিল। জিত্-ৰামহঁতৰ বাঁহনিত বাহলোৱা বগলীয়ে দলদোপ্ দলদোপ্ কৰি মাজে মাজে মাত দিছিল। বেলৰ তলত আৰু চ'ৰাঘৰৰ ভিতৰত দুই এটা জোনাকী পৰুৱাই ম্লান পোহৰেৰে জ্বলি উঠিছিল। সম্মুখৰ বেল, নাৰিকল আৰু সিহঁতৰ হাতীপিলখানাৰ গছবোৰ গাঢ় কজলা হৈ ক্ৰমে ক'লা হৈ পৰিছিল।

পিতাক কেতিয়াবাই তাৰ পৰা উঠি গৈছিল। সি জানে, পিতাকে এতিয়া গা ধুই নামঘৰত প্ৰসংগৰ বাবে বহিব। দদায়েক বোধকৰোঁ দোকানৰ পিনে ওলাই গৈছিল ; নেৰাজ কেঞা অথবা নন্দলালৰ তাত খানৰ দৰ কেনে হৈছে বুজ লবলৈ। সি আহি যি ঘৰত সোমাব আৰু নোলায়। আগৰ ডাঙৰ খুৰীয়েক মৰাৰ পাচত দদায়েকে এইজনী খুৰীয়েকক বিয়া কৰোৱা তাৰ সপোন যেন লগাকৈ মনত আছে। বিয়াৰ আগতেও এইজনী খুৰীয়েকে সিহঁতৰ ঘৰলৈ আলহী খাবলৈ অহা সপোন সপোন যেন মনত পৰে। আগৰ খুৰীয়েকৰ এইজনী ভনীয়েক। তাই আহিছিল আৰু বান্ধনি ঘৰত তাৰ মাকহঁতৰ লগত যি বহিছিল একেবাৰে ঘৰলৈ উভতি যোৱাৰ সময়তহে বাহিৰলৈ ওলাইছিল। বগা, দেখিলেই মৰম লগা, লাজকুৰীয়া গাভৰু ছোৱালী এজনীত বাদে বিয়াৰ আগৰ খুৰীয়েকজনীৰ একো কথাই তাৰ মনত নপৰে।

দদায়েকৰ বয়স তেতিয়া প্ৰায় ছকুৰি বছৰ। এইজনী খুৰীয়েকৰ বয়স আছিল বৰ বেছি ষোল। দেশদস্তুৰ মতে বিয়া হৈ গ'ল। প্ৰথম কিছুদিন সংসাৰ ভালে ভালেই গৈছিল। তাৰ পাচত লাহে লাহে সময়ে অসময়ে দদায়েকে খুৰীয়েকক অশ্লীল গালি পাৰিছিল। সিও দেখিছিল মাজে সময়ে কেতিয়াবা চৰটো বা চকাটো মৰা। পাচত

এনে হ'লগৈ যে নিতউ খণ্ডাল গিৰিহঁতে চোৰ গৰুক গোহালিত বান্ধি লৈ মৰাৰ দৰে কাণ্ড হ'ল। এদিনতো গোটেই ঘৰখনেই মহা বিপাণ্ডত পৰিছিল। টোকোনৰ কোব আৰু বুকুত মৰা গোবৰ চোটত খুৰীয়েক অচেতন হৈ বহুপৰ পিৰালিতে পৰি আছিল। তাৰ আইতাক আৰু মাকহঁতে তেল পানী দি বিচি বিচি মানুহজনীৰ চেতনা ঘূৰাই অনাৰ পাচত এটা স্বাভাৱিক ঘটনাৰ দৰেই আটায়ে আচৰণ কৰিলে। দদায়েকৰ সংসাৰখন সেই একে উত্তপ্ত গতিতেই চলি থাকিল।

আজি চুপৰীয়াৰ কাণ্ডটো দেখি দদায়েকৰ ওপৰত আৰু বেছি তাৰ বিতৃষ্ণা হ'ল। সিহঁতৰ লগৰ উতমুৰা শুখুনাই মাজে মাজে কয়েই—বৰ জগত মৌজাদাৰৰ পুতেক ওলাইছে (অশ্লীল)! কোনোবা দিনা কোনোবা কাঠক কাঠে পৰিব, দিব ভাল মজাটো! কিন্তু দদায়েকৰ অতপালি অঞ্চলৰ আটায় সহ্য কৰে। সিহঁতে ইচ্ছা কৰা সত্ত্বেও আজিলৈকে দদায়েক কাঠক কাঠে নপৰিল। চুপৰীয়াৰ ঘটনাটো মনত পৰাত সেয়ে সি ক্ষুব্ধ হৈ উঠিল। দখৰে এপাত চৰ শোধালে দদায়েক ক'ত উফৰি পৰিলগৈহেঁতেন। অথচ দখৰে নীৰৱে চৰ অন্যায় সহ্য কৰিলে।

এন্ধাৰতে দখৰ বহি থকা বুলি ভাবিছিল। সি যে কেতিয়া উঠি গৈছিল গমেই পোৱা নাছিল। হাতত লেম এটা লৈ উভতি অহাতহে সি বুজিব পাৰিছিল। দখৰ আহি মাটিতে লেপেটা কাঢ়ি বহি লৈ আধা সজা চেপা এটা গুথিবলৈ ধৰিলে। অলপ পাচতে মঠৰ, দাওখা, কচু, চম্ফাইঁতে নিজৰ নিজৰ বন লৈ লেমৰ পোহৰত বুলনি চ'ৰাটোতে বহি ললেহি। ধপাত এচিলিম হুপি হুপি ধুলধুলীয়া বোলা বনুৱাজনো একাষে বহি পৰিল। ইমান বৰষুণৰ বতৰতো সি ঘামি আছিল। ধুলধুলীয়াই দাওখাৰ কাষত বহিছিল। সি বহাৰ লগে লগে দাওখাই ক'লে।

: উহ্ যা সিফালে; তোৰ গাটো (অশ্লীল) বাঘৰ গাৰ দৰে ভেকেটাভেকেট গোন্ধায়।

ধুলধুলীয়াই কথাষাৰ মুগুনা ভাও জুৰিলে। চম্ফাই ক'লে—

: খৰ থাকিলে গৰমৰ দিনত অলপ গোন্ধায়েই!

সি ধুলধুলীয়াৰ পিঠিখনলৈ চালে। গোটেইখনতে খৰ। ধুলধুলীয়া বৰণ, যেন কোনোবাই এইমাত্র এসোপামান ধুলি ঘঁহি থৈ গ'ল পিঠিখনত। কথাষাৰ তল পেলাবলৈকেই নে সঁচাসঁচিকৈয়ে ক'লে সি বুজা নাছিল। ধুলধুলীয়াই চম্ফাইঁতৰ কথা-বতৰালৈ গণ্য নকৰি ক'লে দখৰক উদ্দেশ্য কৰি—

: তইতো ( অশ্লীল ) ঠিকনা চাৱ!

কথাষাৰ কৈয়ে ধুলধুলীয়াই তাৰ পিনে চালে। সি সন্দেহ কৰিলে সি হয়তো দখৰক এনে এষাৰ কথা কব, যিষাৰ কথা সি জনা উচিত নহয়। সেইবাৰেই সি সিহঁতৰ কথাবোৰ ইমান পৰে যেন মনেই কৰা নাই এনে এটা ভাব দেখুৱাবলৈ যত্ন কৰিলে। সি বোধকৰোঁ আশ্বস্ত হ'ল। সি দখৰক নীৰৱে থকা দেখি ক'লে—

: তই চাই দেচোন, আমাৰ কচুৰ কইনাজনী কোনপিনে আছে?

সিহঁতৰ হাঁহিৰ জাউৰিত যোগ দিবলৈ বিফল চেষ্টা কৰিলে দখৰে। তাৰ হাঁহিটো নিঃশব্দে দাঁত আৰু ওঠতে বন্ধ হৈ ৰ'ল।

: মই সঁচাকে কৈছোঁ, তাৰ লক্ষণ মই বেয়া দেখিছোঁ।

: সি আকৌ ( অশ্লীল ) ঘনাই তহচীলদাৰৰ উলটা হৈছে। লোকে বুৰা হৈ কোমল ঘাঁহ বিচাৰিছিল, ই আকৌ শুকান খেৰ বিচাৰি ফুৰে। বুৰা-ঠেৰা ( অশ্লীল ) একোকে বাদ নিদিয়ে।

চম্ফাৰ কথাষাৰ শুনি সি উৎকৰ্ণ হৈ ৰ'ল। ঘনাই তহচীলদাৰৰ কাহিনী সি ডোখৰ ডোখৰকৈ বহুদিন বহুজনৰ মুখত শুনিছে। যিমানে শুনিছে, সিমানে ৰহস্যময় হৈ উঠিছে ঘনাই তহচীলদাৰ তাৰ মনত। আচল কথাৰ সম্ভেদ আজিও সি পোৱা নাই।

চম্ফাই আৰু একো নোকোৱা দেখি সি কচুৰ মুখৰ পিনে মনে মনে চালে। লেমৰ পোহৰত তাৰ মুখখন অস্বাভাৱিকভাৱে উজ্জ্বল হৈ পৰিছিল। সি আশা কৰিছিল চম্ফাই নকলেও কচুৱেই নিশ্চয় তাক

কথাৰ কিবা এটা প্ৰত্যুত্তৰ দি আলোচনাটো সজীৱ কৰি ৰাখিব। কিন্তু তাৰ সকলো আশা চুৰমাৰ কৰি দাচুইঁতৰ পদূলিৰ পৰা দদায়েকৰ গানৰ সুৰ ভাহি আহিল—

ধূলাখেলা খেলব না আৰ
হৰিৰ নামে মন মজেছে।

দদায়েকৰ এই গানটো সি নিচেই সৰুৰ পৰা শুনি আহিছে। আৰু সি দেখিও আহিছে, যে এই সুৰটো শুনিলেই ঘৰত আটায়ে তাপ মাৰে। ধুলধুলীয়াইঁতো মেকুৰীৰ সঁহাৰি পোৱা নিগনিৰ দৰে তাপ মাৰিলে।

তাৰ টোপনি টোপনি লাগিছিল। সি দীঘল বেঞ্চিখনত শুই পৰিল হতাশ হৈ। সেইদিনাৰ সেই বৰ্ণহীন গধূলিটোৰ পাতল ৰসিকতাৰ মাজত যে সিইঁতৰ ঘৰখনৰ ইমান এটা সাংঘাটিক বিপৰ্য্যয়ৰ অমোঘ সংকেত লুকাই আছিল সি গম পাইছিল বেচ কিছুদিনৰ পাচত ; অৱশ্যে উপলব্ধি কৰিছিল বহুবছৰৰ পাচতহে। ইমান তৰল হাঁহি আনন্দৰ আঁৰত এনে ভয়ংকৰ সত্য এটাই যে আজল মঠালি কৰি আছিল, সি ঘুণাক্ষৰে কল্পনাও কৰা নাছিল সেই মুহূৰ্ত্তত।

কলাঘুমতিত পৰি সি মাথোন ভাবিছিল দুপৰীয়াৰ ঘটনাটোৰ কথা, দখৰৰ কথা। আৰু মনে মনে .সি প্ৰতিজ্ঞা কৰিছিল, এদিন নহয় এদিন সি এই অন্যায়ৰ প্ৰতিকাৰ কৰিবই কৰিব। প্ৰতিকাৰ হয়তো সি কৰিছিলো, কিন্তু কিযে এক চৰম মূল্যৰ বিনিময়ত !

সিহঁতে সকৰে পৰা শিশুলীলাৰ পদ একাকি জানিছিল :

চক্ৰবাত অসুৰে কৃষ্ণক নিলা হৰি।

আকাশত মাৰিলা গলত চেপি ধৰি ॥

পদফাকি জানিছিল গাঁৱৰ দুজন মানুহৰ সৌজন্যত। যি দুজন মানুহ নথকা হলে সিহঁতৰ গাঁওখন তাৰ বাবে ইমান অবিস্মৰণীয় নহলেইহেঁতেন। সেই মানুহ দুজনৰ কথা মনত পৰিলেই তাৰ সেই দৃশ্যটো মনলৈ আহে, যিটো দৃশ্য সি নিজে দেখা নাছিল, অথচ মানুহৰ মুখত শুনোতে শুনোতে নিজে দেখা দৃশ্যৰ দৰে একান্ত ঘনিষ্ঠ হৈ পৰিছিল।

তাৰে এজন আছিল খাটাৰাম। তাৰ পিতাকৰ মোমায়েক নগাৰ পুতেক। আৰু আনজন তাৰ লগৰ শুখুনাৰ পিতাক আদিৰাম। দুয়ো একেলগে পাগলীজানৰ পাৰৰ বৰতানিবোৰলৈ যায় পথাৰৰ কাম নথকা বতৰত। আবেলি। খাটাৰ খৰে খোৱা উকা পিঠিখনত কান্ধত পেলাই লোৱা জালখনে কোবাই যায় শব্দ কৰি। টিকা চেলোৱা পিন্ধা কাপোৰখনৰ মেৰত পিচপিনে কঁকালত খুহি লোৱা কলম কটাৰীখন খোজেপতি এই পৰোঁ এই পৰোঁ কৰি গৈ থাকে। অথচ কোনোদিন নপৰে।

আদিৰ কান্ধত থাকে বাঁহৰ কাঠি কিছুমান। কঁকালত আঁৰি লোৱা খালৈটোৱে খোজেপতি টিকাত কোবাই যায়।

দুয়ো গৈ হেনো বৰতাৰ তলত লুকাই কুচি মুচি বৈ থাকে ধাননিৰ কাৰত বৰতাৰ আগত বহি থকা বটা চৰাইৰ জাকটো ডাঙৰ হবলৈ। কেতিয়াবা বহি বহি খাটাৰ আমনি লাগি যায় আৰু কীৰ্ত্তনৰ সেই পদটোৰ প্ৰথম শাৰীটো সুৰ লগাই চিঞৰি গায়।

আদিৰ উঠে খং। অশ্লীল গালি শপনি পাৰি মনে মনে থাকিবলৈ

কয়। তেতিয়া খাটাই আদিৰ গালি শপনিলৈ ভ্ৰূক্ষেপ নকৰি দ্বিতীয় শাৰীটো গাই গাই হাত দুখনেৰে ডিঙিটো চেপাৰ ভংগী দি আদিৰ কাষ চাপি যায়। আৰু দুয়ো জংঘল কঁপাই হাঁহি হাঁহি বাগৰি পৰে। হাঁহিৰ খলকনিত ক'ৰ চৰাই কলৈ উৰা মাৰি দিকচৌ পায়গৈ সিহঁতে পবোৱা নকৰে। পাগলীজানৰ কিবা সেইটোহে পাৰ নে য'ত চৰাই পৰে; আৰু আছে কত পাৰ, কত ঘাট, কত অজস্ৰ বটা চৰাই।

সেই জয়-বিজয় হালৰ এই দৃশ্যটো মনত পৰিলেই চকুৰ আগতে ঘটি থকা যেন লাগে তাৰ।

আদিৰামৰ গাঁৱত মতা নাম আছিল বাইন, অৰ্থাৎ বায়ন। গাঁৱৰ তাৰ জন্মৰ আগৰে পৰা থকা আজিকালিৰ যাত্ৰাৰ দলৰ দৰে বাইনৰ দলত সি আছিল সূত্ৰধাৰ। তাৰ এতিয়া সপোন দেখাৰ দৰে মনত পৰে আদ্রিয়ে মূৰত বগা জোঙা পাগুৰিটো মাৰি, হাতত চোঁৱৰ লৈ গহীন ডাহী মাতটোৰে পদ গাই, সূত্ৰধাৰী নচা। আদিৰ মাত আজিও সুন্দৰ সুৰদি।

সেই মাত শুনিয়েই সি ঘুৰি চাইছিল। আদিৰামে তেতিয়া গাঁৱলৈ সোমাই আহিছিল। ইপিনে খাটাৰাম সিহঁতৰ ঘৰৰ পিনৰ পৰা চিঞৰি চিঞৰি তেজৰে কমলাপতি গাই আহিছিল। খাটাৰাম আছিল বাইনৰ দলৰ বিদুষক। সেইবাবে তাৰ উপকৰুৱা নাম আছিল ভাৱৰীয়া। তাৰ ৰিণিকি ৰিণিকি মনত পৰে, গোঁসাইঘৰত ৰাতি গন্ধৰ দিনা, সি ওলালেই শ শ দৰ্শকে হাঁহিত বাগৰি পৰে। খুহুটীয়া কথা উলিয়ালেতো কথাই নাই। তেতিয়া বিদুষকৰ আৰু এটা বাব আছিল। তেতিয়াতো মেন্থেল লাইট বা বিজুলী চাকিৰ ব্যৱস্থা নাছিল। বভাত কোমোৰাৰ খোলত বা কলৰ মুঢ়াৰ খোলত সৰিয়হ শলিতা দি আৰিয়া জ্বলায়; আৰু অভিনয় কৰোতে যিজনে বচন মাতে তাৰ ভাৱ ভংগী দৰ্শকে বুজিবলৈ মুখৰ আগত জোৰ এটা ধৰিবলগীয়া হৈছিল। সেই জোৰ ধৰা কামটো কৰিছিল বিদুষকজনে। খাটাৰাম আছিল সেই বিদুষক।

এই বাইন আৰু ভাৱৰীয়া যেতিয়া লগ লাগিব, গাঁৱৰ বিয়া বা শ্ৰাদ্ধ য'তেই নহ'ক লাগিলে, মানুহে কাম এৰি সিহঁত হালক আগুৰি ধৰিব। সিহঁতে কাৰ ক'ত কি অৱস্থা কৰে একো ঠিকনা নাছিল। বিয়াৰ ৰাতি কোনোবাই ৰব নোৱাৰি শুই পৰিছে, সি শুই উঠি দেখিব যে ইতিমধ্যে সি বিৰাট ডাড়ি গোঁফে ভোবোকাৰ হৈ পৰিছে। কোনোবা দৰাৰ সম্বন্ধীয় এজনে আহি মহা আয়মেৰে ভুখৰি পীৰা এখন লৈ বহিব খুজি পীৰাখন হঠাৎ নোহোৱা হৈ পৰাত মাটিতে থেকেচা খাই পৰিছে। সিহঁত দুয়ো থাকিলে মানুহ যিদৰে আকৰ্ষিত হয় সেইদৰে শংকিতও হৈ পৰে।

এই জয়-বিজয় হাল যে ইমান পুৱাতে এনেদৰে লগ লাগিব, সি ভাবিবই পৰা নাছিল। পুৱা উঠি সি পোনে পোনে আহতগুৰিৰ ওচৰতে থকা বগৰীজোপাৰ তলসৰা চাই আহে। ঘূৰি আহি মনাকুচিয়াহঁতৰ পদূলি পালেই গাটো তাৰ ঘিণ ঘিণ লাগি যায়। সিহঁতৰ ঘৰৰ দুয়োকাষে দুটা ঘুঙুৰীয়াৰ ঘৰ। পূবে মনাকুচিয়া আৰু দক্ষিণে তাৰ সোনমহৰীয়া পেহাক। ক'ৰ মনাকুচি আৰু সোনমহৰী গাঁৱৰ পৰা ভাহি অহা ছিন্নমূল দুটাক অচিন কাঠৰ ঠোৰা লগোৱাদি ককাকে নিজৰ ভতিজা ছোৱালী চৰক বিয়া দিয়াই গাঁৱতে চপাই ৰাখিছিল। ভাল হোৱা হলে কোনো কথা নাছিল। দুয়োটা আছিল ঘুঙুৰীয়া। মনাকুচিয়াৰ ঘৰত জাৰকালি পুৱাতো যাবই নোৱাৰি। খেকাৰেৰে পানীপোতাখন যিহে কৰি থৈ দিয়ে!

পেহাকেও পুৱা কাহি কাহি থৰ পৰি যায়। তথাপি তাৰ ৰোগটো মনাকুচিয়াৰ দৰে নহয়। গতিকে পুৱা সি পেহাক আৰু সিহঁতৰ পদূলিৰ মাজতে বাটত খালটোৰ দাঁতিত বগৰী কেইটা খাবৰ কাৰণে বহি লয় আৰু খালত সাতুৰি থকা হাঁহৰ জাকবোৰ চাই থাকে। শুখুনাহঁতৰ সিমূৰৰ পৰা হাঁহৰ জাকবোৰ আহি খালত চৰি থকা সিহঁতৰ, দাচুহঁতৰ জাকবোৰৰ লগত মিলি পৰাৰ সময়ত মতাবোৰে বুকু ফিন্দাই ঠোঁট পানীত জুবুৰিয়াই আকাশৰ পিনে তুলি অপূৰ্ব

সংগীত ইটোৰে সিটোক সম্ভাষণ জনায় আৰু সেই অৱকাশতে দলক মাইকীবোৰে পানীত বুৰ মাৰি সাতুৰি নাছুৰি উখল মাখল লগায়। বিমুগ্ধ দৃষ্টিৰে সেই দৃশ্যবোৰ চাই চাই সি বহি থাকে।

খালৰ সিটোপাৰে সিহঁতৰ এসময়ৰ হাতীপিলখানাৰ বগৰীজোপাৰ তলৰ পৰা ডাউকহালে চিঞৰি চিঞৰি পানীৰ জিয়েলিৰ পৰা উভতি হাবিত সোমোৱালৈকে, বাম পানীত চোপ লৈ থকা কনামুচৰি কেইজনী তৃপ্ত হৈ মঠবহঁতৰ বাৰীৰ হালি পৰা কৰচজোপাৰ ডালত বহালৈকে, হাঁহবোৰে খেমালি এৰি পিচ ডোখৰ ওপৰলৈ কৰি পানীত মূৰটো সুমাই মাছ বিচাৰি ফুৰালৈকে সি হাঁহৰ জাকবোৰকে চাই থাকে।

সেইদিনা সি ছয়োকে ছুইফালৰ পৰা অহা দেখি তাতোকৈ মনমুগ্ধকৰ কিবা এটা দেখাৰ আশাত অপেক্ষা কৰি থাকিল।

: দেই মাৰ, বুৰা বাপেৰে কিনি দিয়া ভগা চোলটো কিমান পাৰ মাৰ!

খাটাই পেংলাই কৰিছিল মনাকুচিয়াক কাহি কাহি থৰ পৰা শুনি। সি হঠাৎ ইমান নিমগ্ন হৈ পৰিছিল যে খাটাই কেতিয়া তাৰ পিচেদি পাৰ হৈ গ'ল সি গমেই নাপালে।

আদিবামক সি স্পষ্টভাৱে দেখা নাছিল। তাৰ দৃষ্টি ব্যাহত কৰিছিল বাটৰ ধূলিয়ে। মনাকুচিয়াৰ পুবৰ ঘৰৰ দাচুৰ জীয়েক পিঠাই তেতিয়া পদূলি সাৰি আছিল। গাভৰু ছোৱালীয়ে পদূলিৰ যিমানে দূৰলৈ সাৰে চুলিও সিমানে দীঘল হয় বুলি থকা বিশ্বাসৰ বাবেই তাই নিতউ সাৰি সাৰি তাহাঁতৰ পুবৰ মন্ত্ৰীপেহাকহঁতৰ পদূলিৰ কাষ পায়গৈ। কিন্তু তাইৰ চুলি পালাত হাঁহিবামে পিন্ধা বিশ্বামিত্ৰ ঋষিৰ চুলিকোচাতকৈ কোনোদিনে দীঘল নহ'ল। ইপিনে তাই বহুত ডাঙৰেই হ'ল। হালি হালি সাৰি থাকোতে অন্তৰ্বাস নোহোৱা মেখেলাখনৰ তলত মগুহাল কৰঙনকেইটাৰ ছাঁ ৰ'দৰ ওলোটা পিনৰ পৰা তাৰ দৃষ্টিত স্পষ্ট হৈ ধৰা পৰিছিল।

পানীৰ জিয়েলিত ডাঙৰ খুৰীয়েক শইকীয়াপেঞীয়ে মূৰৰ ওৰণিখন দীঘলকৈ টানিলৈ কিবা কাপোৰ ধুই আছিল। খাটা ভাৱৰীয়াই বোধকৰোঁ খুৰীয়েকক দেখি সংযত হবলৈ যত্ন কৰি মনাকুচিয়াক পেলাই কৰোতে আৰু বেছি একো নকলে। কিয়নো খাটা তাৰ পিতাকতকৈ সৰু যদিও ডাঙৰ দদায়েকতকৈ ডাঙৰ আছিল বয়সত। ভাৱৰীয়াই প্ৰথমে মাত লগালে—

: ক'ত গৈছিলাহে ইমান পুৱাতে ?

: ভলন্টিয়াৰহঁতৰ চুবালৈ গৈছিলোঁহে শইকীয়াপাবাৰ। ক'লা লাউমূৰাটো আজি চাৰিদিন মানেই হ'ল হেৰাইছে। নে বাঘেই খালে বালক। তাকে বোলো ঠিকনা চোৱাওঁ।

নিজৰ গাঁৱৰ নাম শুনাত খুৰীয়েকৰ আচৰণত বিজুলী চমকনিৰ দৰে ক্ষণিক চঞ্চলতা দেখা পোৱা যেন লাগিল তাৰ। মূৰৰ পিছলি পৰা ওৰণিখন অলপ টানি ললে আৰু আগৰ দৰেই কামত ব্যস্ত হৈ পৰিল।

এনেতে খাটাই ক'লে যে, সি শুনিছে দখৰো হেনো গুণী মানুহ। তলে তলে কথা বতৰা জানে। তাকো এবাৰ ধৰি চালে বেয়া নহয় দেখোন। আদিয়ে কথাষাৰ শুনি তেতিয়াই এপাক সোমাই যোৱাৰ ঠিক কৰিলে। ঠিক তুয়ো এৰাএৰি হয়, এনেতে খাটাই দখৰক হাতত এটা খালৈ লৈ আহতগুৰিৰ পিনৰ পৰা গাঁৱলৈ সোমাই অহা দেখি বৈ গ'ল।

: সৌৱা দখৰ নহয় নে ?

খাটাৰ প্ৰশ্নত আদিয়ে ঘুৰি চাই ক'লে—

: অঁ। লগ পালোঁ, ভালেই হল দিয়া, লগতে যাওঁ।

আদিয়ে বেচিপৰ ৰবলগীয়া নহ'ল। সি আহি পালেহিয়েই সিহঁতৰ কাষ। খাটাই ক'লে—

: তোৰ বহুত দীঘল আয়ুস হব অ'। এইমাত্ৰ তোৰ কথাকে পাতিছিলোঁ। চাওঁ কিমান মাছ লাগিল চেপাত ?

খালৈটো জোকাৰি জোকাৰি মাছবোৰ লুটিয়াই বগৰাই চাই খাটাই স্বগতোক্তি কৰাৰ দৰে কিবাকিবি মন্তব্য দি আছিল। দখৰক আদিয়ে তাৰ গৰুটোৰ কথা কৈছিল।

সেই সময়তে ডাঙৰ দদায়েক দোকানৰ পিনে ওলাই গৈছিল আৰু তাতে দখৰক দেখি ডাঙৰ গলগলীয়া মাতটোৰে ক'লে—

ঃ তই আকৌ চেপা চাই আহি বাটতে কি মেল মাৰি আছহি? ঘৰত আৰু কাম নাই নেকি?

দদায়কে এনেদৰে কথাষাৰ কৈ গুচি গ'ল যেন খাটা আৰু আদিৰাম বোলা মানুহ দুটাক সি নিচিনেহে। যেন দখৰৰ কাষত সেই দুটা গছৰ মুঢ়াহে থিয় হৈ আছিল!

সি সিহঁতৰ মুখলৈ চাইছিল। এই ৰজাক দেও নোবোলা মানুহ দুজন, যাৰ মুখত ব্যংগ হাঁহিৰ আভাস প্ৰায়ে লাগি থাকে, সিহঁতৰ মুখত এইমাত্ৰ কোনোবাই যেন কাজল হে সানি থৈ গ'ল! খন্তেক পিচতে অৱশ্যে দুয়ো স্বাভাৱিক হৈ উঠিল। খাটাৰামে বিৰক্তিৰে ক'লে—

ঃ ই কুকুৰটো আৰু এটা তহচীলদাৰৰ সাৰা ওলাইছে চালা বাহাঞ্চত্। বাটত যাকে তাকে ধমক দি ফুৰিব।

কথাষাৰ কৈয়ে খাটাই পানী জিয়েলিলৈ চালে। খুৰীয়েক অৱশ্যে ইতিমধ্যেই উঠি গৈছিল। খাটাই আদিক কিবা এষাৰ কৈ গুচি গ'ল। আদিয়ে অলপ আগতে শুনা দদায়েকৰ ধমকষাৰৰ বিষয়ে আশ্বাস দি ক'লে যে, সি মানুহ দেখিলে তেনেকে ফোপযহী কথা কৈ শুনায়েই। তাৰ তেনে ফোৰোহনি মৰা কথাত গুৰুত্ব দিব নালাগে।

মানুহবোৰ দিহা দিহি যোৱাৰ পাচত তাৰ মগজুত বহুত নতুন নতুন প্ৰশ্নই ভীৰ কৰি কৰিছিলহি। দখৰৰ কাৰণে এফালে যিদৰে মনোবেদনা অনুভৱ কৰিছিল, আনফালে সেইদৰে তাৰ প্ৰতি মনে মনে সশ্ৰদ্ধও হৈ পৰিছিল। দখৰে যে তলেতলে মন্ত্ৰকথাও জানে সি

জনাই নাছিল। কিন্তু এই সকলোবোৰ ভাব তলপেলাই তাৰ মন আগুৰি লৈছিল এক অদম্য কৌতুহলে। খাটা ভাৰৰীয়াই কিয় তাৰ ডাঙৰ দদায়েকক তহচীলদাৰৰ সাৰাৰ দৰে হোৱা বুলি ক'লে। তহচীলদাৰক কেন্দ্ৰ কৰি বহুদিন আগৰে পৰা তাৰ মনত অজস্ৰ কৌতুহল জমা হৈ আছিল! কিছুদিনৰ আগতে গধূলি ধুলধুলীয়াৰ মুখত তহচীলদাৰৰ কথা শুনাৰ মুহূৰ্ত্ত ধৰি বহুদিন ওপৰে ওপৰে শুকান দেখা ক্ষত এডোখৰৰ ছাল এৰাই যোৱাৰ দৰে তাৰ অনুভৱ হৈছিল। এতিয়া খাটাৰ মুখত সেই কথাকে শুনি তাৰ মনটো স্থিৰেৰে ৰখাই টান হৈ পৰিছিল। ক্ষত ডোখৰ এৰাই যেন অসহ্য খজুৱতিত সি অস্থিৰ হৈ পৰিল। ৰাতিপুৱাতে তাৰ প্ৰত্যাশা পূৰ্ণ নহ'ল। কোনো হাঁহিৰ খোৰাক যোগোৱা দৃশ্য সি নেদেখিলে। অথচ খাটাই তাৰ মনটো কৌতুহলেৰে অস্থিৰ কৰি থৈ গ'ল। সি মনে মনে স্থিৰ কৰিলে শুখুনাহঁতৰ লগৰ কোনোবাই নহয় কোনোবাই জানিব এই ৰহস্যময় কাহিনীটো। সি মনস্থিৰ কৰি শুখুনাক বিচাৰি যাব বুলি উঠোতেই পেহাকহঁতৰ পদূলিৰ পৰা শুখুনাই তাকে উদ্দেশ্য কৰি কোৱা শুনিলে—

ঃ হই বান্দৰ, কি হাঁহ কেইটাকে চাই আছ কেতিয়াও নেদেখা বস্তুৰ দৰে। আহ যাব যদি আমাৰ লগত।

সি আশাই কৰা নাছিল, ভবাৰ লগে লগেই যে শুখুনা ওলাই পৰিবহি। ঘুৰি চাই দেখিলে সি অকলে নাছিল, লগত আছিল মণ্ডলু, সোনমহৰীয়াৰ পুতেক সাধি, ভবেন, মনাকুচিয়াৰ পুতেক কেৰপাই এনেকে এদল ল'ৰা।

ঃ ক'ত যাব ?

ঃ আহচোন, দেখিবিয়ে নহয়।

অনিচ্ছাসত্ত্বেও সি সিহঁতৰ লগে লগে গৈ থাকিল। আহঁতগুৰিৰ পিনে। শুখুনাক দেখি তাৰ সেই কথাবাৰ হে সুধিবৰ মন গৈছিল। কিন্তু ইমানবোৰ ল'ৰাৰ আগত উলিয়াবলৈ তাৰ সাহস নহ'ল।

মন্ত্ৰী পেহাকৰ পদূলি পাৰ হৈ সিহঁতৰ বাৰীৰ চুকতে যৱলাইঁতৰ দীঘল পদূলিটো আহি য'ত গাঁৱৰ আলিবাটটো বহল কৰিছেহি, সি ভাবিছিল, শুখুনাই কৰবাত শিকি অহা নতুন খেলা এটা তাতেই নিশ্চয় খেলিব আৰু সিহঁতক শিকাব। কিন্তু শুখুনাই সেই ডোখৰো পাৰ হৈ গ'ল। দুপৰীয়া ভাত খাই গাঁৱৰ মানুহে সেইখিনি ঠাইতে জুৰ লবলৈ বহে আৰু তাত আগৰে পৰা মাটিত কাটি ৰখা মোগল পাঠান খেলৰ চকত ল'ৰা বুঢ়াই খেলিবলৈ বহে। শুখুনাই তাৰ হাতত সদায় থকা কটাৰীখনেৰে আঁকবাক দি দুটামান চক নষ্ট কৰি থৈ গ'ল।

বাটৰ দুয়োকাষে বিৰিণাত ফৰিংবোৰে সিহঁতক দেখি জপিয়াই আঁতৰি গৈছিল। তাৰে কিছুমান কাষৰ খালৰ মেটেকা পাতত, কিছুমানে আকৌ উত্তৰৰ খালটো পাৰহৈ একেবাৰে গোসাঁইঘৰৰ বাকৰিখনত পৰিছিল। তাৰ মাজতে শুখুনাই তাৰ পোহনীয়া শালিকা দুজনীৰ বাবে থপিয়াই থপিয়াই ফৰিং কিছুমান ধৰি কঁকালত আঁৰি লোৱা টনাটোত ভৰাই লৈছিল।

গৈ গৈ সিহঁত আহতগুৰিত বৈ গ'ল। ডাল পাতেৰে ভৰুণ আহত-জোপা। তলেদি বোৱঁতী পানীৰ খাল। ছাঁত সিহঁত থিয় হ'ল। দুৰণিৰ দক্ষিণৰ পিনে জংঘলৰ কাৰণে দেখা নোপোৱা ৰেল আলিটোৰে ৰেলগাড়ী অহাৰ শব্দ শুনি সিহঁতজাক চঞ্চল হৈ পৰিল। ওচৰৰ হেলনীয়া কৰচ জোপাত শুখুনাই লফলফাই উঠি গৈ আগত বহি ললে। কেৰপাই, সাধি আটায়ে তাৰ পিচ ললে। শুখুনাই গছজোপাৰ আগটো লৰাই গৰ্বেৰে চিঞৰি উঠিল—

: সোৱা লেল গাড়ী, লেল গাড়ী, ধোৱাঁ ওলাই আছে, একেবাৰে মাক ( অশ্লীল ) ভাঙৰ চিলিমৰ ধোৱাঁ ওলোৱা দিছে।

সি আগ্ৰহৰ আতিশয্যত মৰণত শৰণ দি ভয়ে ভয়ে উঠি গৈ ডালৰ এটা কেবেঁওণিত বহি ললে। আৰু ডিঙি মেলি ইকৰা নলনিৰ ওপৰেদি চোৱাৰ চেষ্টা কৰিলে। বিণিকি বিণিকি ষ্টেচনটোৰপৰা গাড়ীখন

তেতিয়া প্ৰচণ্ড শব্দ কৰি লাহে লাহে গৈ আছিল। সি খোৰাবোৰ আৰু ডবাবোৰৰ ওপৰৰ অংশহে দেখিছিল। সি তেতিয়ালৈকে ওচৰৰ পৰা ৰেলগাড়ী দেখা নাছিল। চলি গৈ থকা গাড়ীখন দেখি উত্তেজিত হৈ ক'লে—

: চাচোন শুখুনাকাই ইমান বেগাই গৈছে।

: ইহ্ বান্দৰে যে ভালকে দেখাই নাই। এয়া কি গৈছে, ইয়াতকৈ তিন্ ডবল্ বেগে যায়।

সোনমহৰীয়া পেহাকৰ পুতেক ভবেনে তাক অৱজ্ঞা কৰি শুখুনাক ক'লে—কিদৰে এই গাড়ীখনে বেলি ওলোৱাৰ পিনে গৈয়ে থাকে গৈয়ে থাকে। একেবাৰে শিঙিমাৰীও পাৰ হৈ যায়।

: থ, চালা ঘুঙুৰীয়াৰ পুতেক, শিঙিমাৰীও পাৰ হৈ যায়। শিঙিমাৰী পাৰ হৈ যাব পাৰে নেকি ?

শুখুনাৰ লগ পাই ভবেনে তাৰ প্ৰতি অৱহেলাৰ ভাব দেখুৱাত সি তলে তলে ক্ষিপ্ত হৈ উঠিছিল। তাৰ মতে বেলি ওলোৱাৰ পিনে শিঙিমাৰী বোলা ঠাইডোখৰেই শেষ সীমা পৃথিবীৰ। তাৰে ওচৰত ক'ৰবাত গোটেই ৰাতিটোৰ কাৰণে বেলিটো শুই থাকে। আৰু নিতউ পুৱা সি সাৰ পোৱাৰ সময়তে সাৰ পাই সি ওলাই আহে।

তাৰ মূৰ্খামিত আমোদ পাই, শুখুনাই ক'লে—

: বান্দৰটোৱে চালা বাহাকুত্ একো নাজানে। শিঙিমাৰীচোন হেইয়া। গাড়ীখনে তেনে কত শিঙিমাৰী পাৰ হৈ যায় মাক ( অশ্লীল )।

: আমাৰ আবুৱেচোন কৈছে···

: থ থ তোৰ আবুৱেৰ, বৰ আবুৱেকজনী! মাক ( অশ্লীল ) যেন কেচুৱাটোহে! যা গৈ যা, আবুৱেৰৰ শুকান ছুছুকেইটা চুহি থাকগৈ।

শুখুনাৰ বিদ্ৰূপবাণত সি অসহ্য অপমান পালে। সি গছৰ পৰা নামি আহিল। শুখুনাই তাকে দেখি ক'লে—

: ইচ্ (অশ্লীল) পুতেকে লাজ পালে। চা-না, যেন ৰাজকুমাৰ-টোহে!

সি তলৈলৈ নামি নিৰাপদ দূৰত্বলৈ গৈ কঁকালত হাত দুটা থৈ ঘূৰি চালে আৰু ককায়েকক কৈ দিব বুলি ভীতি প্ৰদৰ্শন কৰি ঘৰৰ পিনে বেগাই গুচি গৈছিল। জুৰ লোৱা ঠাইখিনি পায়েই সি সিহঁতৰ পদুলিমুখত দেখা এটা সামান্য ঘটনাই তাক মুহূৰ্ত্তৰ আগৰ সকলো মনোবেদনা পাহৰাই দিলে। পানীজিয়েলিত ফুটুকী আইতাকে কিবা এটা কৰি আছিল। কচু বোলা সিহঁতৰ ঘৰৰ কাম কৰা বনুৱা-টোৱে ইপিনে সিপিনে চাই কাকো নেদেখি আইতাকৰ ওচৰত পানীতে পৰাকৈ এটা দলিচপৰা মাৰি পঠালে। পানীবোৰ চিটিকি আহি ফুটুকী আইতাকৰ মুখ, চুলি, কাপোৰ চব তিয়াই দিলে। আইতাকে জানো তাক কি কৈছিল হাঁহি হাঁহি, সি হঠাৎ দৃষ্টিপথত ওলাই পৰাত যেন একোৱে হোৱা নাই এনে এটা স্বাভাৱিক ভাব মুখলৈ আনিলে দুয়ো। আৰু কচু বাটে বাটে গৈ থাকিল। আইতাকে কামত ইমান নিমগ্ন হৈ দেখুৱাইছিল যে কোনফালে ক'ত কি ঘটিছে তাইৰ যেন গমেই নাই।

তাৰ ছাটকৰে মনত পৰিছিল ধুলধুলীয়াই এদিন গধুলি কচুৰ বিষয়ে কোৱা সেই কথাষাৰ। কচু হেনো তহচীলদাৰৰ ওলোটা। বুঢ়া গৰুৱে কোমল ঘাঁহ ভালপোৱাৰ দৰে তহচীলদাৰেও হেনো কিবা কোমল ঘাঁহহে ভাল পাইছিল। কচুৱে হেনো শুকান খেৰ হে ভাল পায়। থাটাৰ মতে দদায়েক আকৌ তহচীলদাৰৰ টেকেলাটোৰ দৰে। এই কথাবোৰৰ মাজত যে কি ৰহস্যময় সূত্ৰ থাকিব পাৰে সি তাৰ কল্পনাৰে ঢুকি নাপালে।

সি সক খুৰীয়েকহঁতৰ থকা ঘৰটোৰ পাচফালে ৰবাৰ টেঙাৰ তলত ফুটুকী আইতাকৰ কাষতে তাঁতশালত বহি ওখ চেৰাগছজোপাৰ ডালত চিলনীজনীলৈ চাই থাকোঁতেও কচুৰ সেই ঘটনাটো পাহৰিব পৰা নাছিল।

সিইঁতৰ ঘৰৰ পশ্চিমৰ বাৰীটোৰ সেই ওখ চেৰাগছজোপাত ফান জোকাৰি জোকাৰি চিলনীজনীয়ে নিতউ বহা ডালটোতে আহি বহিছিলহি। বাঁহৰ আগত বহি কেছু চৰাই এজনীয়ে বিভিন্ন সুৰীয়া মাতত চিঞৰি আছিল। বোধকৰোঁ সিইঁতে বাহ লব খোজা গছ-জোপাত চিলনীজনী বহা দেখি এশিকনি দিবৰ মন গৈছিল। কিন্তু অকলে সাহস নকৰি লগৰটোক বিচাৰিছিল। চিলনীজনীয়ে আনদিনাৰ দৰেই নির্লিপ্ত নির্বিকাৰ হৈ ফান জোকাৰি জোকাৰি বহি আছিল। গছজোপাৰ ছাঁটো দীঘল হৈ ৰবাব টেঙাৰ গুৰি চোওঁ চোওঁ কৰিছিলহি। চিলনীজনীলৈ চাই চাই এসময়ত তাৰ কাষতে তাঁতত ব্যস্ত হৈ থকা ফুটুকী আইতাকৰ লগত একে যেন লাগি গ'ল। গছৰ সৰু ডাল এটাত তীক্ষ্ণ নখৰ পাখীৰ আঁৰত লুকুৱাই, বহল বুকুখনেৰে সহজে আক্ৰান্ত হ'ব পৰাকৈ স্পষ্ট হৈ ফান নচুৱাই নচুৱাই বেপৰোৱা-ভাৱে বহি থকা চিলনীজনীক দেখি ক'ৰবাত তাৰ ফুট-আইতাকৰ সতে মিল থকা যেন লাগিল।

সি মনে মনে ফুটুকী আইতাকৰ পিনে চালে। বিধৱা, নিঃসন্তান, পিতাকহঁতৰ সৰু থুৰীয়েক এই ফুট-আইতাক। তাৰ সৰু ককাক মৰা তাৰ মনত আছে। আক তেতিয়াৰে পৰা ফুট-আইতাক মঠৰহঁত থকা ঘৰটোৰ সমুখত থকা চোতালখনৰ পশ্চিমকাষে থকা ঘৰটোতে অকলে থাকে। সেই ঘৰটোৰ দুৱাৰ মুখ আকৌ পশ্চিমে সি আক আইতাক-হঁত থকা ঘৰটোৰ চোতালৰ পিনে। আইতাকে কৈছিল, ফুটুকীৰ লগত তাক বা বায়েকক বাতি শুবলৈ দিয়াৰ বিষয়ে। কিন্তু ফুটুকী আইতাকে "বাতি সেইকেইটাক শুৱাই ললে মোৰ টোপনিয়ে নাহিব" বুলি কোৰাত বাদ দিয়া হ'ল। বিশেষকৈ তাই নিঃসন্তান বাবেই ল'ৰা-ছোৱালী থাকিলে আমনি পাব পাবে বুলি বাদ দিয়া হ'ল।

ফুটুকী আইতাকে মাকো মৰাৰ কোবত বুকুৰ মেঠনি ঢিলা হৈ গৈছিল। তাইৰ খবৰেই নাছিল। তাৰ হঠাৎ ফুট-আইতাকক শুখুনাৰ বায়েক দোতাঙীৰ দৰে লাগিল। তৰি, হাত, মুখ, চুলি, বুকু

সকলোতে দোভাগীৰ দৰে গাভৰু দেহৰ চিক্কণতা সি দেখিলে। পুৰা কচুলৈ যৰা হাঁহিটোৰ কথা মনত পেলাই আইতাকৰ কৰ্মব্যস্ত গহীন মুখাবয়বত তাৰ চঞ্চলতাৰ আভাসকণ আৱিষ্কাৰ কৰিবলৈ চেষ্টা কৰি সি তাইৰ মুখৰপিনে একেথৰে চাই থাকিল।

: মোৰ মুখত কিবা ৰূপ চৰিছে নেকি ?

ফুটুকী আইতাকে কথাষাৰ সোধোতে মুখখন হঠাৎ ৰঙাচিঙা পৰি যোৱা যেন অনুমান হ'ল তাৰ। সি সহজভাৱেই ক'লে—

: তোক কিন্তু আবু, একেবাৰে দোভাগী বাইৰ দৰে দেখি।

: যা যা কুকুৰ, মই তাইৰ দৰে মতাদাঙী হবলৈ যাম কেলেই ? যা ভাগ। তলে তলে পকিছ কুকুৰ !

মাকোটো দণ্ডাৰ লগে লগে সি পলাল। ৰান্ধনি ঘৰ আৰু সৰু খুৰীয়েকহঁতৰ ঘৰৰ মাজৰ ভঁৰালটোৰ সম্মুখ পাওঁতেই ভিতৰৰ চোতালত মাইকী মানুহৰ হাঁহিৰ গিৰ্জনি শুনি সি থমকি ৰ'ল। সি মনে মনে জুমি চালে। ভিতৰৰ চোতাল, পিৰালি গাঁৱৰ বুঢ়ী, আদ-হীয়া, পিতাকহঁতৰ মাহী-পেহী সম্বন্ধীয়া তিৰোতাৰে ভৰি পৰিছিল। সিহঁতৰ আইতাকৰ সতৰ্কবাণী উলাই কৰি চাৰিওপিনে পিকেৰে ৰঞ্জিত কৰিছিল। পুৱাৰে পৰা তাৰ মনটোত কিবা এটা কুণ্ঠাভাব হৈ আছিল গুণে সি আগবাঢ়ি নগ'ল। কিয়নো সি জানে, কোনোবা এজনীৰ চকুত পৰিলেই, তাই মেখেলাখন দাঙি, গোপন অংগ সদৰি কৰি দেখুৱাই তাৰ পিনে খেদা মাৰি আহিব। সি ভয়ত আৰু ঘৃণাত দৌৰি পলাবলৈ চেষ্টা কৰিব আৰু আটাইখনে গিৰ্জনি পাৰি হাঁহিব। সি প্ৰথমে ভাবিছিল, তাৰ দৰেই আন কোনোবা হয়তো ফান্দত পৰিল। পিচে তাৰ ধাৰণা ভুল হৈছিল। তাইঁাতে আচলতে দাচুৰ মাক কাওতালী বুঢ়ীক লৈ ধেমালি কৰিছিল। তাই আহিছিল সিহঁতৰ বাৰীৰ পিনৰপৰা মেখেলাৰ কোঁচত সৰাপাণ এসোপামান ভৰাই লৈ। তাকে দেখি পিতাকৰ বংশৰ খুৰীয়েক হাঠিমুন্নি বুঢ়ীয়ে টিপ্পনি দি ক'লে—

: এতিয়াহে মাক ( অশ্লীল ) আচল পোৱাঁতীজনী ওলালহি।
বুকুৰ কোঁচটো পাণেৰে ফিন্দখাই উঠাত স'চাকে বুঢ়ীক অদ্ভুত দেখা গৈছিল। ইপিনে কাওতালীৰ মুখত আখৈ ফুটাদি ফুটিছিল অশ্লীল গালিৰ জাউৰি। হঁাহিত গোটেইজাক ঢলি ঢলি পৰিছিল।
তাৰ আকৌ মনত পৰিছিল পুৱা শুখুনাই কোৱা কথাষাৰ। মনটো হঠাৎ তাৰ নিৰুৎসাহ হৈ পৰিল। ক'ৰবাত আইতাকক চকুত পৰে বুলি ভয়তে সি বাটলৈ ওলাই আহিল।
সি চ'ৰাঘৰৰ পৰাই শুখুনাহঁতক বৰশী বাই থকা দেখিলে সিহঁতৰ পদূলিত। পুৱাৰ ঘটনাটো তাৰ মনত পৰিল আৰু নিজৰ পদূলিত শুখুনাক পাই তাৰ বৰ সাহস বাঢ়িল। সি সাংঘাটিক এটা প্ৰতিশোধ লোৱাৰ মনেৰে মনে মনে কাষ চাপিল।
শুখুনা, মঙলু, ভবেন এনেকে গোটেই দলটোৱেই শাৰী পাতি বৰশী বাই আছিল। শুখুনা থাকিলে মঙলু থাকিবই। সিহঁত হাল হ'ল গুৰু আৰু চেলাৰ দৰে। শুখুনা আছিল বাঘৰ আগ তেল খোৱা। সেই বয়সতে দ পথাৰত ফান্দপাতি কোঢ়া চৰাই ধৰে। ধেনু-কাড়েৰে কপৌ চৰাই মাৰে। বিৰিণা বনেৰে টনা, বিচনী সজা, মোগল পাঠান খেলা, খোৰোঙৰ পৰা ভাটৌ পোৱালি পৰা, গছত উঠা, শৰালি হাঁহৰ কণী বিচৰা এনেবোৰ কথাত ডাঙৰেও পৰা টান।
পিতাক আদিয়ে মাজে মাজে দুখ কৰে সি ঘৰৰ একো কামকে নকৰে বুলি। গাঁৱৰ আনে কিন্তু আদিৰামৰ ভাগ্যক তলে তলে ঈৰ্ষা কৰে।
মঙলু হ'ল গাঁৱৰ দেউৰী বৰমাদলৰ ভতিজাক। বেঙা। কথাই নুফুটে। কিছুমান শব্দ ফুটে যাৰ অৰ্থ কেৱল শুখুনাই হে বুজি পায়।
সি আঁতৰৰ পৰাই পৰিৱেশটো চাই ললে। দাচুহঁতৰ পদূলিৰ জৰিজোপাৰ তলত পিঠা, দোভাগী আৰু তাৰ বায়েকহঁতে কচুপাতত কিবা টেঙা লৈ টপালি টপালি খাই আছিল।
সিহঁতৰ আটিয়াৰখালৰ পানী অহা খোন্দটোৰ মুখত কেইজনীমান হাঁহে মুৰটো পানীত গুজি ফিচাবোৰ ওপৰলৈ কৰি মাছ বিচাৰি

আছিল। শুখুনাই ধোন্দটোৰ কাষতে বহি তাৰ বীৰল চিপৰ বৰশীটো দাঙি পৈনত হাতেৰে পুৰণি টোপটো পেলাই নতুনকৈ কেচু এডোখৰ লবলৈ হালোতেই সি দেখিলে তাৰ পোহনীয়া বান্দৰটোৱে কোটোবাৰ পৰা কেচু এডাল লৈ শুখুনাক দিয়া। কেচুটোৱে বান্দৰটোৰ হাতত লিউলিয়াই উঠিছিল যদিও বান্দৰটোৱে অকণো ভয় কৰা নাছিল। শুখুনাই নতুনকৈ বৰশীত টোপটো দি এঠোলামান থুৱাই ধোন্দৰ সোঁতটোৰ মুখত পেলাই দিলে। তাক দেখি শুখুনাই ক'লে—

ঃ আহ বৰশী বায় যদি। মোৰ টোপো আছে, বৰশীও আছে। তই যিটো ভাল পায় সেইটোকে ল।

সি আগবাঢ়ি গ'ল কিন্তু বান্দৰটোৰ কাৰণেই ওচৰ চাপিবলৈ ভয় কৰিলে। মণ্ডলুত বাদে গাঁৱৰ আটাইবোৰ ল'ৰা-ছোৱালীয়েই শুখুনাৰ বান্দৰটোক ভয় কৰে। ছোৱালীজাকৰ কোনেও তাৰ কাষ নাচাপে। বান্দৰটোৱেও জানো কিয় শুখুনাৰ বায়েক দোভাগীৰ বাদে আন ছোৱালী সেই পিনেদি গ'লেই নির্লজ্জ অংগ ভংগী কৰি দেখুৱায়। এদিন খাটাৰ জীয়েকে সহ্য কৰিব নোৱাৰি দা লৈ খেদা দিছিল আৰু বান্দৰটোৱে উঠি থকা বাঁহডাল জোকাৰি তাক পেলাবলৈ চেষ্টা কৰিছিল। ভাগ্যে দোভাগীয়ে দেখি বান্দৰটোক নমাই আনি ভাল কেইচাটমান দিলত তেহে তাই ঠাণ্ডা হৈছিল। সেইদিন ধৰি বান্দৰটোৱেও তাইক দেখিলে শান্ত হৈ থকা হৈছিল।

শুখুনাই বুজিলে আৰু মণ্ডলুক তাৰ দোৱানতে বান্দৰটো নি দূৰত বান্ধি থবলৈ ক'লে। সি অলপ আগৰ উদ্যম পাহৰি শুখুনাৰ বৰশী এডাল লৈ পাৰীত বহি ললে। অলপ পাচতে আটায়ে নীৰৱ হৈ গ'ল। সি সন্মুখৰ পিলখানাত কান্দি থকা ডাউকজনী ঠিক কোনখিনিত কান্দি আছিল ধৰিব পৰা নাছিল। জোপোহাৰ ছাঁয়াৰন বিভিন্ন ঠাইৰ কথা কল্পনা কৰোতে তাৰ চকুত পৰিল সিহঁতৰ সন্মুখৰ খালটো পৈ পৈ দক্ষিণে জিতৰামৰ বাৰীৰ কাষেদি সৰু হৈ এপিনে গাঁৱৰ বাট আৰু আনপিনে জিতৰামৰ বাৰীৰ গছ-গছনিৰ ঐচোত নেদেখা হৈ পৰিছে।

ব'ত মেলেখা হৈ পৰিছে তাতে জিতৰাম, আদি আৰু সিহঁতৰ বাৰীৰ চুকৰ ঘোপমৰা এন্ধাৰ দলংখন আছে। গধুলি মানুহ গলে সেইখিনি ঠাই ঘোৰাৰ পদ গাই পাৰ হয়। দলংখনৰ তলেদি পিলখানা আৰু জিতৰামৰ বাৰীৰ মাজেদি অহা এটা সোঁত খালৰ পানীকো কিছু ঠেলি লৈ সোমাই গৈছে আৰু দূৰত কৰবাৰ চনবাৰীৰ মাজত হেৰাই পৰিছে।

সেই জয়াৰ দলংখন পাৰ হৈ কিছুদূৰ গুখুনাহঁতৰ পদূলিত বাটটো দুভাগ হয়। এভাগ পূবে দলঙেদি পাৰ হৈ জিতৰামৰ নঙলা পায়, আনভাগে লক্ষী আৰু আদিৰ সীমাৰ মাজেদি পশ্চিমে গৈ খাটাহঁতৰ পদূলিত আকৌ উত্তৰে ঘুৰে।

আদিৰামৰ পদূলিত এজোপা বাঁহ। বান্দৰ আৰু শালিকী দুজনী তাতে লুকাই থাকে। অচিনাকি মানুহক পাতৰ আঁৰৰ পৰা মানুহৰ মাত দি শালিকী দুর্জনীয়ে হতভম্ব কৰি দিয়ে।

খাটাৰামৰ পদূলিত দুটা দুৰন্ত ঢেকুৰা কুকুৰে লুণ্ডলুণ্ডাই ফুৰে। অচিনাকি মানুহক খেদা মাৰে। দুয়োটাৰে মাজত অদ্ভুত যোগাযোগ এটা মনত পৰাত তাৰ মনে মনে হাঁহি উঠিছিল। চকুৰ আগত তাৰ উদ্ভাসিত হৈ উঠিছিল গাঁওখনৰ জীৱন্ত ছবি এখন।

: ডাউকটো ক'ত কান্দি আছে বাৰু ?

: পিলখানাত নে জিতৰামহঁতৰ বেতনিত জানো ?

গুখুনাৰ প্ৰশ্নৰ উত্তৰ সি এইদৰেই দিলে।

ডাউকজনীয়ে মাতি থকা সম্ভাব্য ঠাইবোৰ মনৰ চকুৰে বিচাৰি ফুৰোতে গুখুনাও বোধকৰোঁ গোপনে বাস্তয় হৈ পৰিছিল। সি শেহত ক'লে—

: আমাৰ এই গাঁওখন তইঁতৰ আতাৰ আতায়েকেহে প্ৰথমে পাতিছিল বোলে। তাৰ পিচতহে আমাৰ আতাৰ আতাহঁতে বহিছিলহি। আমাৰ সেই বুঢ়াৰ নাম আছিল বোলে ৰামচিঙ্গা ডেকা। মানৰ জগত ৰণ কৰা মানুহ।

শুধুনাৰ কথাষাৰ শুনি তাৰ মনত পৰিছিল এটা অতি পুৰণি কাহিনী। যিটো কাহিনী সি প্ৰথমে শুনিছিল আইতাকৰ মুখত।

এই গাঁওখন প্ৰথমে প্ৰতিষ্ঠা কৰিছিল হেনো সাগৰে। তাৰ পঞ্চম উৰ্দ্ধতন পুৰুষ সাগৰ বুঢ়াই। সাগৰৰ অজ্ঞাত উপৰিপুৰুষসকল আছিল হেনো ক'ৰবাৰ পাহাৰৰ পাদদেশত গাঁও পাতি। তাৰ পৰা ভোটৰ উপদ্ৰৱত তিষ্টিব নোৱাৰি গাঁও হেনো উঠাই আনিছিল এটা টিলাৰ ওপৰত। তাৰ পাচত সেয়া এক সুদীৰ্ঘ যাতনাময় পৰিক্ৰমা। যাৰ অন্তত সাগৰে আৱিষ্কাৰ কৰিছিলহি এই নদীহীন পৰ্বতহীন বিস্তীৰ্ণ প্ৰান্তৰ। য'ত এদিন সি এই গাঁওখন প্ৰতিষ্ঠা কৰিছিল।

আকাশ পাতাল চিন্তাত সি বিভোৰ হৈ আছিল। বাকী কেইজনে বৰশীবোৰ সামৰাতহে সিও লৰালৰিকৈ বৰশীটো সামৰি শুধুনাক দি দিলে।

ভাউকীজনীৰ মাত তেতিয়া ওচৰ চাপি আহিছিল। মঠৰহঁতৰ কৰচৰ ডালত বহি থকা কনামুচৰি কেইজনী ইতিমধ্যে উৰি গৈছিল। মাছৰোকা এজনীয়ে এইমাত্ৰ চিঞৰি চিঞৰি উৰি গ'ল জয়াৰ দলংখন পাৰ হৈ কোনোবা পিনে।

চাৰিওপিনে গছবোৰ গাঢ় কজলা হৈ পৰিছিল। সি আমনজিমনকৈ ঘৰলৈ উভতিছিল। মনটো তাৰ বিষণ্ণ হৈ পৰিল। পশ্চিম আকাশৰ ৰঙখিনিও তাৰ মনটোৰ দৰে বিবৰ্ণ হৈ পৰিছিল। আৰু খন্তেক পাচতে দূৰত মেঘৰ গাজনি শুনা গৈছিল। লাহে লাহে বাৰীৰ বাঁহ, চেৱাগছজোপা আৰু ঘৰৰ কাষৰ সেন্দুৰী আমজোপাৰ পাতবোৰ ক'লা হৈ পৰিল।

আইতাকে চোতালত পৰি থকা খৰিৰ টুকুৰা কিছুমান ভৰালৰ চাঙৰ তলত দলিয়াই থৈছিল। ঘৰৰ পিৰালিত লাগি থকা গৰালবোৰত হাঁহৰ অমুচ্চ কোঢ়াল তেতিয়াও শুনা গৈছিল।

পশ্চিমাকাশত ৰবযুণৰ আৰম্ভ দেখি তাৰ বাৰে বাৰে মনত পৰিছিল দধৰৰ কথা। ৰাতিপুৱাৰ ঘটনাটো মনত পৰি তলে তলে সি উত্তেজিত

হৈ পৰিছিল। ক্ষুব্ধও হৈছিল অপৰিসীম, দখৰে সমস্ত অৱমাননা নীৰৱে সহ্য কৰি যোৱা দেখি।

শুবলৈ যোৱাৰ লগে লগে বাহিৰত ধাৰাসাৰে বৰষুণ নামি আহিছিল। আইতাকে বিছনাৰ ওচৰতে থোৱা বটাৰ পৰা ধপাত এলাণ্ডেৰে সৈতে তামোল এমোকোৰা মুখত ভৰাই লৈ বিছনাত উঠিছিল আৰু তাৰ ওচৰতে তৰপে তৰপে মলিয়ে শীতল কৰা কঁথাৰ জাপটো দাঙিলৈ নিতউ মতা সেই ফকৰাটো মাতিছিল—

আমাৰ ঘৰৰ গুন্দুৰি জাপ।
জাৰে বোলে ঐ বাপ॥

শুই লৈ আইতাকে স্বগতোক্তি কৰাৰ দৰে কৈছিল—শাওন ভাদ মাহতো বৰষুণে কিদৰে শীত নমাই আনে। ভগবানৰ নাম কেইবাৰমান লৈ টোপনি অনাৰ চেষ্টাৰে বুঢ়ীয়ে বাগৰ সলালে।

দখৰৰ উকা দেহটো বাৰে বাৰে তাৰ মনত পৰিছিল। বৰষুণৰ টোপালবোৰে চাৰিওপিনে শব্দ কৰি পানীপোতাবোৰত নামি আহিছিল। কথাৰ হেঁচা আৰু আইতাকৰ গাৰ উমেও তাক স্বস্তি দিব পৰা নাছিল। দখৰে যে ৰাতিটো কিদৰে কটাব সেই চিন্তাতে অস্থিৰ হৈ পৰিছিল।

সি দ্বিধাজড়িত কণ্ঠেৰে আইতাকক ক'লে—

: অ' আবু।

: কি হ'ল ?

দখৰৰ প্ৰতি তাৰ সহানুভূতিখিনি অপ্ৰকাশ্য ৰাখিবলৈ যত্ন কৰি সি ক'লে—

: সি যে কেনেকে থাকে ৰাতি! তাৰ দেখোন কাপোৰেই নাই! আমাৰ ইমান কাপোৰ লৈয়ো জাৰ নপলায়।

: তাতে কি হ'ল ?

: নাই, একো নহয়। এনেয়েহে কলোঁ।

আইতাকৰ সহানুভূতিহীন মনোভাব আশংকা কৰি তলে তলে সি অভিমান বোধ কৰিছিল। দখৰৰ বিষয়ে আৰু কোনো কথা উলিয়াবৰ তাৰ মন নগ'ল। আইতাকে নিজকে নিজে কোৱাৰ দৰে ক'লে—

: সেইবোৰ মানুহৰ তেনেদৰে থকাই অভ্যাস। ঘৰতনো ক'ত সিহঁতে সাততৰপীয়া তুলিত শোৱে? আছে কাপোৰ আছে জাৰ, নাই কাপোৰ নাই জাৰ।

আইতাকৰ মনত বিতৃষ্ণাই আছিল, নে সহানুভূতিয়েই আছিল কথাষাৰ শুনাৰ পাচত তাৰ আউল লাগি গ'ল। সি কিন্তু মনে মনে এটা সংকল্প কৰিলে। এক অভাৱনীয় কাণ্ড কৰাৰ সংকল্প।

এইমাত্র এজাক কলহৰ কাণে ঢলা বৰষুণ সামৰি আকাশখন গোমোঠা মাৰি বৈ আছিল। সেন্দুৰী আমজোপাত বিভিন্ন মাতেৰে মতা ফেচাজনী ৰতৰৰ বাবেই বোধকৰোঁ নীৰৱে আছিল। কিন্তু বৰ বাদুলী কেইটাই হলে আগৰ দৰেই চিঞৰ-বাখৰ কৰি কোঢ়াল লগাই আছিল। জিতৰামহঁতৰ বাঁহনিত উমনিত পৰা দুই এজনী বগলীৰ মাত তেতিয়াও শুনা গৈছিল। গোসাঁইঘৰৰ পাচফালে থকা কঁঠালজোপাৰ তলত ভেটাই তিতাৰ পাতৰ আশ্ৰয় লৈ দুই এটা জোনাকী পৰুৱা জ্বলি উঠিছিল। বাহিৰত এন্ধাৰ ডাঠ হৈ পৰিছিল।

সি পিৰালিত নীৰৱে থিয় হ'ল আৰু চোতালৰ সিটোকাষে থকা ৰান্ধ'নঘৰৰ মজিয়াত গচাত থোৱা চাকিৰ পোহৰত আইতাকে এৰীসূতা কাটি আছিল। চাকিৰ পোহৰ ৰান্ধনিঘৰৰ দুৱাৰ মুখেদি চোতালত পৰিছিলহি। সি সংকল্পটো কাৰ্যত পৰিণত কৰাৰ বাবে এইটোৱে মাহেন্দ্ৰক্ষণ বুলি ভাবিলে। বৰষুণ এৰা এই সময়কণতে কামটো কৰাত উজু হ'ব। পিতাক এতিয়া গোসাঁইঘৰত প্ৰসংগৰ বাবে সোমাব। মাকহঁত থাকিব ৰান্ধনি ঘৰত। দখৰে এতিয়া চ'ৰাঘৰত অকলে অকলে বাঁহী বজাব। বাকী কেইটাই বাট-চ'ৰা যেন ঘৰটোতে বহি পঘা বটাই পঘা বটিব। তমাল তুলোৱাই তমাল তুলাব। ডাঙৰ দদায়েকে নতুনকৈ বিয়া কৰোৱা খুৰীয়েকক লৈ ঘৰৰ ভিতৰতে ব্যস্ত থাকিব। সৰু দদায়েক যাব গাঁৱৰ সিটো মূৰলৈ আদিৰামহঁতৰ ওচৰতে লক্ষীহঁতৰ তালৈ। লক্ষীৰ পুতেকক লগত লৈ যাব একেবাৰে বৈৰাগী পাৰালৈ। যাত্ৰাপাৰ্টিৰ আখাৰাৰ অথবা নতুন মাষ্টৰ বিচৰাৰ বাবে আলোচনা কৰিবলৈ।

সি পিৰালিতে থিয় হৈ কি কৰিব কি নকৰিব ভাবি থাকোঁতেই তাৰ কাণত পৰিলহি সৰু দদায়েক চিতৰামৰ "ভাই মুখে বোলা ৰাম

সুদে ধৰা ৰূপ” বুলি দীঘলীয়াকৈ গোৱা কীৰ্ত্তনৰ পদৰ সুৰ। সি জানিলে দদায়েক গৈ দিনত ঘোপ মৰা এন্ধাৰ যেন লগা সেই জয়াৰ দলওখন পাৰ হবলৈ লৈছে। আদিৰামহঁতৰ পদুলিতহে সেই সুৰ শেষ হব সি ভালদৰে জানে।

অলপ পাচতে পিতাক গোসাঁই ঘৰত সোমাল। দখৰৰ বাঁহীও নিতউ বজাৰ দৰে আমনি লগা সুৰত বাজি উঠিল। সি সিহঁতৰ শোৱা ঘৰটোলৈ সোমাই গ'ল। সোমায়েই দুৱাৰ গৰিয়াৰ কাষতে সি খন্তেক থমকি ৰ'ল। ঘিটমিটীয়া এন্ধাৰত তাৰ চকুযোৰ অভ্যস্ত হবলৈ কিছু সময় ললে। লাহে লাহে অভ্যস্ত হোৱাত হাত আৰু ভৰিৰে খেপিয়াই খেপিয়াই সি বিছনাৰ ওচৰলৈ আগবাঢ়ি গ'ল। সন্তৰ্পণে কঁথাখনত ধৰি টান মাৰোতেই বায়েকে চিঞৰি উঠিল। সিও চক্ খাই উঠিল বায়েকৰ চিঞৰত।

: মোকে ভয় খাব লাগে নেকি? মইহে।

: এন্ধাৰত মই কেনেকে জানো, তই নে কোন? কি লাগে? শুবি নেকি? শোৱ যদি আহ।

: তই শুই আছ কেলেই?

: জ্বৰ উঠিছে। আইতাই শুই থাকিবলৈ কৈছে। তোক কি লাগে বাৰু?

: একো নালাগে। মইও শোঁওঁ। জাৰ লাগিছে।

সি ধৰা পৰাৰ ভয়তে বায়েকৰ কাপোৰৰ জাপত সোমাই পৰিল। জাৰ সঁচাকে তাৰ লাগিছিল। বৰষুণ বতৰৰ বাবে নহয়, ভয়ত। সি বায়েকৰ ওচৰতে কুচি মুচি শুই ললে। এনেতে কোনোবা এজনে বাঁহৰ চটি এডাল জ্বলাই লৈ সোমাই অহা দেখিলে। বায়েক আৰু সি দুয়ো টোপনিৰ ভাও জুৰিলে। গম পালে সেয়া আন কোনো নহয় আইতাক। বোধকৰোঁ বায়েকৰ চিঞৰ শুনি আহিছিল। অলপ পৰ ওচৰতে বৈ বায়েকৰ মূৰত হাত দি ক'লে—

: কপালখন এতিয়াও গৰম হৈয়ে আছে। বোধকৰোঁ কিবা

সপোন দেখি চিঞৰিছিল। বুকুত পেলাই থোৱা হাতখন আঁতৰাই থলে সন্তৰ্পণে।

হাতখন আঁতৰাবলৈ কঁথাখন গুচোৱাৰ লগে লগে সি ওলাই পৰিছিল আৰু বোধকৰোঁ আইতাকে দেখিছিল।

ঃ অ—এইটোওচোন ইয়াতে টোপনি গ'ল। একো নোখোৱা নোবোৱাকৈ ৰাতিখন ভোকতে কলমলাই থাকিবলৈ। অই কেলেইবাং কেলেইবাং চাচোন এই সাজ সন্ধিয়াতে তাৰ টোপনিখন। দিনৰ দিনটো বাং বাং কৈ ঘূৰি ফুৰিব—

ক্ৰমে বুঢ়ীৰ গালি গৈ বলকনিত পৰিণত হ'ল। ঘূৰি যাওঁতে উম্মাৰে বলকি বলকি গ'ল—

ঃ চালা, কুকুৰহঁতৰ বংশ কাৰ? দলাৰ বগৰীৰ বংশহে। বাপেক-টোকতো কৈ কৈ আজিলৈকে ল'ৰাটোক ইস্কুললৈ পঠিয়াব নোৱাৰিলোঁ। বোলো নামটো লগাই থৈ আহ। বংশৰ কিজানি নাম ৰাখিব পাৰেইবা? মই গেঙ্কেলীৰ কথা জানো শুনে কোনোবাই! মৰক যিয়ে যিদৰে মৰে; মোৰ আৰু কেইটা দিন! আমি কিবা চাবলৈ আহিমনে! থাক; ভালৰ ভাল সৰ্বতিকাল; চালা, বেয়াৰ হব কোনদিনা ভাল।

আইতাকৰ গালি শুনি তাৰ হাঁহি উঠিব খুজিছিল। দলাৰ বগৰী বুলি কাৰ কথা বুজাইছে আইতাকে সি জানে। দলাৰ বগৰী হ'ল তাৰ উপৰিপুৰুষ সাগৰ।

যিজন সাগৰে জন্মিছিল গোহাঁই কমলা আলিৰ দাঁতিৰ গাঁওখনত; যিখন গাঁও এদিন উচ্ছন্ন হৈ গৈছিল ক'লাজ্বৰত। য'ত সাগৰ-হঁতৰ পৰিয়ালৰ বাকী ওঠৰজন মানুহ হানি হৈ একমাত্ৰ সিয়েহে বাচি আছিল। আৰু যিখন গাঁৱৰ পৰা কিশোৰ সাগৰ ওলাই আহিছিল পেহাকৰ আশ্ৰয়ত। এই পেহাকৰ নেতৃত্বতে সিহঁতৰ ভৰা গাঁওখনৰ পৰা মৰি হাজি মুষ্টিমেয় যি কেইজন বাচি আছিল সিহঁতে গাঁওখন এৰি ওলাই আহিছিল আৰু নতুনকৈ গাঁও এখন পাতিছিল এটা

নামহীন পাৰহীন নৈৰ পাৰত। সেই সাগৰ দলাৰ বগৰীয়ে আছিল প্ৰকৃততে ভাবিবলৈ গলে।

বুঢ়ী বলকি বলকি ওলাই যোৱাৰ লগে লগে সি খন্তেকৰ কাৰণে উৎকৰ্ণ হৈ আছিল; ভয়ো লাগিছিল, হয়তো পিতাকে আইতাকৰ গালিবোৰ শুনিবও পাৰে। কিন্তু আইতাকে চোতাল পায়েই নীৰৱ হৈ পৰিল।

এইবাৰ সি সন্তৰ্পণে বায়েকৰ কাষতে বহি ললে। ভাবিলে বায়েকে সঁচাই টোপনি গৈছে। তাৰ সন্দেহ হ'ল, কঁথাখন নিলে হয়তো বায়েকে আকৌ সাৰ পাব। গতিকে সি ভাবিলে, মূৰশিতানত ভাঁজ কৰি থোৱা ডাঙৰ খনিয়াখন লোৱাই ভাল হব। আৰু যিমান পাৰে মনে মনে খনিয়াখন উলিয়াবলৈ যত্ন কৰিলে। অলপ টান দিওতেই বায়েকে জেঙেৰা মাৰি উঠিল—

: কি খচমচাই আছ? শুলে ভালকৈ শুই থাক। নহলে উঠি যাগৈ।

সি সফল নহ'ল। হতাশ হৈ উঠি গ'ল। বাহিৰলৈ ওলায়েই সি খন্তেক বিমূঢ় হৈ ৰ'ল। পিতাকৰ ভোৰতালৰ খৰ ৰেপনি শুনি সি বুজিব পাৰিলে অলপ পাচতে পিতাক নামঘৰৰ পৰা ওলাই আহিব। আহিয়েই মাকক মাতি ধপাত এচিলিম খুজিব আৰু একেবাৰে ঘৰৰ মজিয়াত বহি কিবা কিবি লেখাপঢ়া কৰিব।

দখৰে তেতিয়াও বাঁহী বজাই আছিল। সেই মুহূৰ্ত্তত বাঁহীৰ মাতটো তাৰ আৰু বিৰক্তিকৰ নালাগিল। বাঁহীৰ সুৰে দখৰে প্ৰকাশ কৰিব নোৱাৰা কিবা এটা করুণতাৰ বাণী বহন কৰি অনা যেন তাৰ অনুভৱ হ'ল।

সি আকাশলৈ চালে। তৰা এটাও ওলোৱা নাছিল। এতিয়াই তাৰ জাৰ জাৰ লাগিছে; ৰাতি বেছি হোৱাৰ লগে লগে হয়তো জাৰো বেছি হৈ পৰিব। অন্ততঃ খনিয়াখনকে দখৰক দিব পৰা হলে! ঘৰৰ ভিতৰৰ ঘিটমিটীয়া এন্ধাৰখিনিলৈ সি ঘূৰি চালে। বায়েকে কাহি

দিলে। তাৰ খং উঠি গ'ল বায়েকলৈ। টোপনি যদি লগাই নাই মৰ ভাও জুৰি কিয়বা শুই থাকিব লাগে।

খঙতে সি ভয়ৰ কথা পাহৰি চোতালৰ মাজেদি ৰান্ধনি ঘৰলৈ পোনাই গৈ থাকিল। ভোক লগা লগা যেন লাগিছিল। হঠাৎ ওচৰতে কিহবাৰ বিকট চিঞৰ শুনি চকখাই আটাহ পাৰি দিলে। আৰু ভয়তে বিমূঢ় হৈ পৰি যাব ধৰিছিল এনেতে কোনোবা এজনে থাপ মাৰি ধৰি কোলাত দাঙি ললে।

: নাই, ৰঙাই বোন্দাটোক খেদিছে।

সৰু এই কথাষাৰ ইমান আশ্বাসব্যঞ্জক, ইমান প্ৰত্যয় দিব পৰা আছিল যে, মুহূৰ্ত্ততে তাৰ বুকুৰ ধপধপনি মাৰ গ'ল, আৰু সি স্বাভাৱিক হৈ পৰিল। সি উজাল মাৰি কোচৰ পৰা নামি আহিল।

: কি হ'ল দখৰ ?

: নাই দাদা, বাপাই বোন্দাটোৱে চিঞৰাত ভয় কৰিছে ?

: সি আকৌ বাহিৰত এন্ধাৰখনত কি কৰিছিল ?

দখৰে বোধকৰোঁ পিতাকৰ কথাষাৰ উত্তৰ দিবলগীয়া বুলি নাভাবিলে। সি একো নকলে। সি লৰালৰিকৈ ৰান্ধনি ঘৰৰ পিনে দৌৰি গ'ল। আৰু সি ঘূৰি নোচোৱাকৈয়ে অনুভৱ কৰিছিল যে, দখৰেও তাৰ পিচে পিচে পিৰালিলৈকে আগবাঢ়ি আহিছিল।

ছুৱাৰ গৰিয়া কেইটা পাৰ হৈ মজিয়াত ভৰি দিয়েই তাৰ অদ্ভুত এটা লাজ লাগি গ'ল। গচাৰ চাকিৰ পোহৰত আইতাকৰ ছাঁটো প্ৰকাণ্ড এজনী ৰাক্ষসীৰ দৰে আধা মাটিত আধা বেৰত পৰি আছিল। তাক দেখি আইতাকে সুধিলে—

: তই দেখোন শুই আছিলি ? শোৱা হলেই নে তোৰ ? চোতালত দেখোন কাৰোবাৰ লগত লাগিছিলও হবলা ?

সি নীৰৱে আইতাকৰ মুখলৈ চালে; আৰু আইতাকৰ গাতে গা লগাই ভাঁজলগা আঠু এটা সাৱটি ধৰি মাটিতে লেপেটা কাঢ়ি বহি ললে।

: আও, আজি দেখোন তোৰ চকুত টোপনিয়ে নাই। মই বুজিছোঁ নহয়, নিশ্চয় ক'ৰবাত কিবা মতলব কৰিছ। চাওঁ, শুচ্, কামত আমনি নকৰিবি। এতিয়াও তই কিবা কেচুৱাটো হৈ আছ নেকি, বুঢ়া ধমৰাটো ক'ৰবাৰ!

: অ' আবু?

: কি হ'ল?

: আবু, সেই ঘনাই তহচীলদাৰৰ সাধুটো ক' না।

: সেইটো কিবা সাধু নেকি? সঁচাসঁচি কথা সেইটো। তহচীলদাৰ মৰানো আজি কেইবছৰ হ'ল? এনেকে চালে হৈছেও। সি মৰোতে আমি গাত কাপোৰ লোৱাই নাই!

: তোক্ ককাই গাত কাপোৰ নোলোৱা বয়সতে বিয়া কৰাইছিল নেকি কিবা? তহচীলদাৰ আহোতে চোন ককাই বোলে বিয়াই কৰাইছিল।

: সেইজনী ডাঙৰ আবুৱেৰ। তহঁতৰ পিতাৰহঁতৰ মাক।

সি আৰু কিবা সুধিব খুজিও বৈ গ'ল। আগৰ প্ৰসংগলৈ ঘূৰি গৈ সুধিলে—

: ক' না সেই সঁচাসঁচি কাহিনীটো।

: আও ইচোন তলে তলে পকি উঠিছে! অ' দেখাতেহে মুনিয়া। মোৰ বোপাই মুঞ্চিপৰ যুৰিয়া। অই গহাটীনী, শুনহি তোৰ পুতেৰৰ কথা।

মাকক মতা শুনি তাৰ ভয় লাগি গ'ল। তাৰ খঙো উঠিছিল। কিন্তু মাকৰ ভয়তে সি তাপ মাৰিলে। তাৰ অৱশ্যে মুখৰ ভয়াতুৰ ছবি দেখি আইতাকৰ নিশ্চয় বেথা লাগিল, আৰু স্নেহেৰে হাঁহি হাঁহি ক'লে—

: ডাঙৰ হলে আপোনা আপুনি জানিবি। মোৰ পৰা তই শুনিব নাপায় সেইবোৰ কথা।

সি হতাশ হৈ জিদ ধৰি ক'লে—

: মোক ভাত দে, মোৰ ভোক লাগিছে।

শুবৰ সময়ত আইতাকে উপযাচি ক'লে নীলকুমাৰৰ সাধু। সি মনটো মাৰি থকা দেখি তাৰ মনটো ভাল লগাবলৈকেই বোধকৰোঁ সেইদিনা জেওৰ নপতাকৈয়ে আৰম্ভ কৰিলে বহুদিন কুটবি কুটবিও কোৱাব নোৱাৰা নীলকুমাৰৰ সাধুটো।

এক আছিল ৰজা। ৰজাৰ আছিল তিনিজনী মাদৈ। ডাঙৰ দুজনী আছিল এলাগী। সৰুজনী আছিল লাগী। ৰজাৰ ধনে ঐশ্বৰ্য্যই আছিল উভৈনদী। ৰাজ্যত কোনো অপায় অমংগল নাছিল। প্ৰজাৰ মাজত সুখ সমৃদ্ধি বিৰাজ কৰিছিল। মুঠতে ৰাজ্যৰ চাৰিওপিনে শান্তি উপচি পৰিছিল। মান ৰজাৰ মনত এটা দুখ আছিল। প্ৰজাৰ শান্তি, ৰাজকোষৰ অফুৰন্ত ঐশ্বৰ্য্য, এনেবোৰৰ একোৱেও তেওঁৰ মনত শান্তি দিব পৰা নাছিল। তাৰ কাৰণ আছিল তেওঁ নিঃসন্তান। মন্ত্ৰীৰ হাতত ৰাজকাৰ্য্যৰ ভাৰ গটাই দি ৰজা এদিন সন্ন্যাসীৰ বেশত ওলাই গ'ল বন অভিমুখে। বহু বছৰ শিৱক তপস্যা কৰিলে। ৰ'দ নাই বৰষুণ নাই, জাৰ নাই যহ নাই এজোপা সমীধ বৃক্ষৰ তলত বহি ৰজাৰ অবিৰত তপস্যা। ৰজা শুকাই খীণাই খাগৰি এডাল যেন হৈ পৰিল। আশুতোষ মহাদেৱে এদিন লগত পাৰ্বতীক লৈ আকাশীৰথত ওপৰেদি পাৰ হৈ যক। হঠাৎ চকু পৰিল তপস্যাৰত ৰজাৰ ওপৰত। মহাদেৱে ক'লে—

: এহ্ বেচেৰা ৰজাটো পুত্ৰলাভৰ কাৰণে মোক তপস্যা কৰি কৰি শুকাই খীণাই একেবাৰে হাড়ে ছালে লাগিল। বলাচোন অকণ নামি যাওঁ।

পাৰ্বতীয়ে ক'লে বিৰক্ত হৈ—

: আহা, তোমাৰ আলতো চকু, বালতো চকু। আমাৰ ইপিনে কৈলাস পাওঁতে গধূলি হৈ যাব।

কিন্তু আশুতোষ মহাদেৱে বৰাই বুজাই পাৰ্বতীকো সন্মত কৰালে। মহাদেৱে দেখা দিয়াত ৰজাই নিজৰ অভিলাষৰ কথা কলে। ৰজাক

মহাদেৱে এটা ফল দি ক'লে—এইটো তোমাৰ মাদৈহঁতক ভগাই খাবলৈ কৰা।

কৈয়ে মহাদেৱ অন্তৰ্দ্ধান। ৰজাও হৃষ্টচিত্তে ঘুৰি আহিল নগৰলৈ। ৰজাই অন্তেষপুৰ পাওতে ডাঙৰ ৰাণীকে প্ৰথমে পাই ফলটো দিলে। ডাঙৰ আৰু মাজুৰাণী সেই সময়ত গা পা ধুই ঘৰতে আছিল। সৰু মাদৈ গৈছিল গা ধুবলৈ। সৰুজনীক ইহঁত দুজনীয়ে হিংসা কৰে কিয়নো ৰজাই তাইক বেছি মৰম কৰে। ইহঁত দুয়ো ফলটো পাই সৰু ৰাণীলৈ নথৈ ভগাই খালে। আৰু বাকলিবোৰ চুৱাপাতনিত পেলাই দিলে।

সৰু ৰাণী গা পা ধুই আহি ফলৰ খবৰটো পাই ডাঙৰ ৰাণীক সুধিলেহি—

ঃ বাই মোৰ কাৰণে ফলৰ ভাগটো ক'ত থৈছ ?

ঃ এ আই, হয়ে কি নহয়! তোলৈ আই যমেও পাহৰক। আমি একেবাৰে জাতকে পাহৰিব লাগেনে তোৰ কথা!

ঃ পাহৰিলেনো কি কৰিবি ? বাৰু বাকলিবোৰ ক'ত পেলালি ?

চুৱাপাতনিত বুলি শুনি সৰু জনীয়ে ঈশ্বৰক চিন্তা কৰি পৰম ভক্তিভৰে বাকলিবোৰকে বুটলি আনি চুচি চুচি যি পালে খালে। যথা সময়ত ৰাণীহঁতৰ সন্তান হ'ল। ডাঙৰ আৰু মাজুজনীৰ তিনিটাকৈ পুত্ৰ সন্তান হ'ল। সুন্দৰ মৰমলগা চেহেৰাৰ। ৰজা প্ৰজাৰ আনন্দ চাই কোনে ? এনেতে সৰুৰাণীৰো সন্তান হবৰ হ'ল। ৰজাই বৰ আগ্ৰহেৰে বাট চাই থাকিল। কিন্তু সৰুৰাণীয়ে মানব শিশুৰ জন্ম নিদিলে। দিলে এটা নেউলৰ। ৰজা মৰ্মাহত হ'ল। মনৰ দুখতে সৰুৰাণীক এটা এৰাবাৰীত অকণমান পজা এটা সাজি থৈ আহিল।

ৰজাৰ পুতেকহঁত ডাঙৰ হ'লত বণিজ কৰিবলৈ ওলাল। সৰুৰাণীৰ পুতেক নেউলেও মাকৰ ওচৰত জেউৰ পাতিলে বণিজলৈ যোৱাৰ অনুমতি বিচাৰি। ৰজাৰ পুতেকহঁত গ'ল ময়ুৰপঙ্খী নাৱত বিচিত্ৰ পাল তৰি। লগত লগুৱা লিকচৌ লৈ। নেউল গ'ল অকলশৰে।

কালিকা লগা নাৱত। মানুহ দেখিলে লাহে লাহে নিজে বঠা মাৰে আৰু মানুহ নহলে কালিকাই নাও বাই নিয়ে ধুমুহাৰ গতিৰে। সাত দিনৰ আগতে যাত্ৰা কৰা ককায়েকহঁতৰ ময়ুৰপঙ্খী নাওক এদিনতে লগ ধৰিলে নেউলে।

গৈ গৈ নইখন দুভাগ হ'ল। ককায়েকহঁতৰ নাও সোমাল এটা সুঁতিক আশ্ৰয় কৰি মূলনাথি নগৰৰ উদ্দেশ্যে আৰু নেউল সোমাল আনটো সুঁতিত। অকলে। সি লাহে লাহে নেউলৰ সতে একাত্ম হৈ পৰিল। এটা নিজান ঘাটত নাওখন ৰখাই দুয়ো পাৰত নামিল। নামিয়েই নেউল দৌৰি গ'ল এখন বহল পথাৰৰ মাজে মাজে। তাৰ ভয় লাগি গ'ল। কাউৰীৰ কা নোহোৱা পখীৰ ৰা নোহোৱা ইমান নিজান ঠাইখনত অকলে অকলে তাৰ বৰ ভয় লাগিল। সিও দৌৰিবৰ চেষ্টা কৰিলে। কিন্তু নোৱাৰিলে। দৌৰে, কিন্তু একে-ঠাইতে থাকে। অকণো অগ্ৰসৰ হব নোৱাৰে। পিচলৈ ঘূৰি চালে। নাওখন গৰ গৰ কৰে পানীৰ তলত সোমাই গ'ল। সি অৱশ হৈ এজোপা গছৰ তলত বহি পৰিল। নদী-পথাৰ-দিগন্ত তাৰ দৃষ্টিত একাকাৰ হৈ পৰিল। সি কাৰোবাৰ অনুচ্চ কথোপকথন শুনিছিল। সেয়াও লাহে লাহে অস্পষ্ট হৈ একেবাৰে নোহোৱা হৈ গ'ল।

পুৱা সাৰ পাই তাৰ ক্ষোভৰ সীমা নাইকিয়া হ'ল। বায়েকৰ ওপৰত তাৰ প্ৰচণ্ড অভিমান হ'ল। সাধুটো কৈছিল তাৰ কাৰণেহে, অথচ পূৰা কৰি পৰম সন্তুষ্টিৰে শুনিলে তাইহে। সি হতাশ হৈ বাহিৰলৈ ওলাই আহিল। চিলনীজনীয়ে চেৰাগছজোপাত দেউকা এখন মেলি বহি আছিল। সি ৰাতিৰ চকখোৱা ঠাইডোখৰ চালে। মনে মনে ভীষণ লাজত কোনোবাই তালৈ মন কৰিছে নেকি সন্তৰ্পণে ঘূৰি চালে। নিজৰ ওপৰতে তাৰ খং উঠি গ'ল, চোতালখনতে নো সি ইমানকৈ ভয় খাব লাগেনে ?

ৰাতি এন্ধাৰত অৰণ্যে সকলোৰে ভয় লাগে। আনকি ডাঙৰ মানুহবো। তাৰ মনত পৰিল বহুদিন আগৰ ৰাতিৰ এটা ভয়াবহ

ঘটনাটো। কিবা এটা হুলস্থুলত সি সাৰ পাই উঠিছিল ৰাতি। আইতাকে বিছনাৰ পৰাই কাৰোবাক কিবা সুধি থকা শুনিলে। প্ৰথমতে সি ধৰিব পৰা নাছিল; পাছত বুজিব পাৰিলে বাহিৰত সেয়া আছিল দখৰ। আইতাকৰ প্ৰশ্নত সি কৈছিল যে, ভাল বগা দামুৰীটো মাৰি থৈ ক'লা পখৰা দামুৰী এটা বেৰৰ ওপৰেদি পাৰ কৰাই লৈ গৈছে। দখৰৰ কথা শুনি আইতাকে মন্তব্য কৰিছিল যে, নাহৰফুটুকী বাঘবোৰ এনেকুৱাই হয়। খাব পাৰকে বা নোৱাৰকে থাপতে পালেই দুই তিনিটা এনেয়ে মাৰি থৈ যায়।

সেই সময়ত আচল গোলমালটো শাম কাটিছিল। পিতাকে দখৰক কোৱা শুনিলে যে এতিয়া বাঘক খেদি লাভ নাই। শুই থকাই মংগল। 'পুৱা চাই আহিব লাগিব।

পাচদিনা আবেলি মাটিমাহ তুলি থাকোতে চনবাৰীৰ কাষত মাহভৰাৰ দাঁতিতে ভুঁইকমলৰ ওপৰত বাঘটোৱে আৰাম কৰি শুই আছিল। প্ৰথম চকুত পৰিছিল আইতাকৰ। দেখিয়েই গোলমাল লগাই দিলে। লগৰ থুৰীয়েকহঁতে, মঠৰৰ মাক আৰু কোনোবা কোনোবা ভালে কেইজনীও আছিল, কোঢ়াল কৰি দৌৰি আঁতৰি আহিল। বাঘবো টোপনি ভাগিল আৰু লাহেকৈ উঠি চনবাৰীৰ গড়খাৱৈত নামি লুকাই পৰিল। আবেলি খাটাৰামৰ লগত গছত চাং বান্ধি সৰু দদায়েকে বাঘটোৰ বাবে চোপ লৈ থাকিল। আৰু সন্ধিয়াতে বন্দুকৰ শব্দ শুনা গৈছিল। শব্দ শুনি চোতালত বৈ থকা ডেকা-বোৰে চঞ্চল হৈ পৰোতে পিতাকে ধমক দিয়া তাৰ মনত পৰিল। ধমক খাই সিহঁতে স্থিৰ উৎকৰ্ণ হৈ বহি ৰ'ল। পিতাকৰ কথাই ঠিক আছিল। আকৌ এবাৰ গুলীৰ শব্দ শুনা গৈছিল। শব্দটোৰ লগে লগে পিতাকে কৈছিল যে, গুলী লাগিছে। চিকাৰ বৈছে। আৰু মানুহবোৰক আগবাঢ়ি যাবলৈ দিছিল। কিন্তু বাঘটো বিচাৰি-বলৈ হাক দিছিল।

মানুহবোৰ যোৱাৰ পাচত পিতাকে লোহাৰ চিপ্ৰাংখন লৈ ভঁৰাল-

টোৰ সম্মুখত থকা সরু দদায়েকহঁতৰ থকা ঘৰ আৰু ঢেঁকিশালটোৰ মাজৰ দোমোজাটোৰ দেওনাখনতে চোপ লৈ থাকিল। তাৰ মনত আছে, দখৰে কোৱা মতে সেই পিনেদিয়ে বাঘটোৱে দামুৰীটো লৈ গৈছিল।

বাঘটো মৰিল। খাটাইহঁতেই ছালখন চেলাই শুকুৱাই থৈছিল সিহঁতৰ ভঁৰালৰ চাঙত তুলি। কিন্তু এটা বেলেগ সমস্যা আহি পৰিল ঘৰখনত। সরু দদায়েকৰ ৰাতি টোপনি নহয়। অলপ চকুহাল মুদ খালেই বাঘটোৰ ভয়লগা মুখখন চকুৰ আগত ভাঁহি উঠে আৰু তেতিয়া সি চকখাই সাৰ পাই উঠে। দদায়েক শুকাই খীণাই গ'ল।

ডাঙৰবোৰে কোৱা শুনিলে যে, বাঘৰ ক্ষেত্ৰই পালে। ভাল বৈদক-নেদেখুৱালে কথা বেয়া আছে। শিমিলাৰ লখমু বৈদৰ পৰা ছুডাল ক'লা জাপ আনি বাউসীত আৰু কঁকালত বান্ধি লোৱাৰ পাচতহে দদায়েকৰ টোপনি অহা হ'ল আৰু দেহটোও সুস্থ হৈ আহিল।

সি দৌৰি ফুটুকী আইতাকহঁতৰ ঘৰত বেৰত আঁৰি থৈ দিয়া বাঘছাল-খন আছে নে নাই চাবলৈ বুলি সোমাল। কচু জানো ক'ত আছিল, লৰালৰিকৈ ভিতৰৰ পৰা ওলাই আহিল। তাৰ চকু ছুটা ভিতৰৰ এন্ধাৰত অভ্যস্ত হবলৈ খন্তেক সময় লাগিল। বেৰত সি বাঘৰ ছাল-খন দেখিলে। আৰু ফুটুকী আইতাক ইমান দেৰি হোৱাতো বিছনাতে পৰি থকা দেখি অলপ আচৰিত হ'ল।

: ফুট আবু; তোৰ জ্বৰ নেকি ?

: নহয় অ' কঁকালটো কিবাচোন বিষাইছে আজি।

কুচিমুচি শুই থকা ফুটুকী আইতাকজনীক তাৰ নিচেই সরু ছোৱালী এজনী যেন লাগিল।

: মই মূৰটো টিপি দিম ?

: নেলাগে যা, কি আমনিখন কৰি থাক! যা বাহিৰত খেলগৈ।

সি অলপ আহত হ'ল, ফুটুকী আইতাকে তাৰ সহানুভূতিকণত গুৰুত্ব

নিদি বৰঞ্চ বিৰক্ত হোৱাত। সি ধীৰে ধীৰে বাহিৰলৈ ওলাই আহিল। বাহিৰত চোতালৰ সেই অংশটো দেখি আকৌ সৰু দদায়েকৰ কথাটোৰেই মনত পৰিল। নিজকে প্ৰবোধ দিলে যে, ৰাতি ডাঙৰ মানুহেও ভয় কৰে। তাৰ জ্বলন্ত উদাহৰণ হ'ল সৰু দদায়েক চিৎৰামৰ সেই বাঘ চিকাৰৰ কাহিনীটো।

অৱশ্যে নানান প্ৰবোধ সত্ত্বেও মনটো তাৰ গ্লানিমুক্ত হোৱা নাছিল। গতিকে পিতাক ঘৰত নথকাৰ সুযোগ লৈ ডাঙৰ আৰু সৰু খুৰীয়েকে যেতিয়া বাৰীৰ পথাৰত মাছ মাৰিবলৈ যোৱাৰ প্ৰস্তাব কৰিলে আৰু বিশেষকৈ যেতিয়া তাক ৰখীয়া হিচাপে লৈ যোৱাৰ কথা উলিয়ালে সি মনত এটা অদ্ভুত উলাহ অনুভৱ কৰিলে।

আহতগুৰিৰ জানটোত, আৰু বাৰীৰ পিচৰ পথাৰখনত হেমন্তৰ নতুন নৰাৰ বৰণ লৈ পানীবোৰ যেনি তেনি বৈ আহিছিল। বাৰীৰ পৰা পথাৰলৈ ওলোৱা নঙলাৰ তলৰ ঘাঁহনিবোৰতো চিপচিপীয়া পানী উঠিছিল। সি আলিবাটত বহি ৰখি আছিল খুৰীয়েকহঁতক। পিচপিনে গাঁৱৰ বাটেদি পিতাক হঠাৎ আহি পৰিব পাৰে বুলি মাজে মাজে সেইপিনেও লক্ষ্য কৰিছিল।

মূৰৰ ওৰণিখন খোপাত মেৰিয়াই মেখেলাখন কলাফুললৈকে দাঙি কঁকালত মেঠনি মাৰি খুৰীয়েকহঁতে মাছ মাৰি আছিল আলিৰ দাঁতিত। মাজে মাজে একোছাটি বতাহে মেখেলাখন দেহৰ ভাঁজে ভাঁজে লিপিত খুৱাই দিছিল। সি দেহমনত অনুভৱ কৰিছিল এটা আগতে অনুভৱ নকৰা উন্মাদনা। ৰ'দৰ উত্তাপ অসহ্য হোৱাত দুয়োজনী উঠি আহিছিল। আৰু পিতাক নথকা উন্মুক্তিৰ পূৰ্ণ স্বাদ গ্ৰহণ কৰাৰ মনেৰে জকাই খালৈ পাৰত থৈ গা ধুবলৈ বুলি নামিছিল আহতগুৰিৰ সেই বোৱঁতী খালটোত।

গা ধুই খালৈটো কঁকালত বান্ধি জকাইখনো কঁকালতে পেলাই লৈ তাৰ আগে আগে দুয়োজনী গৈ আছিল। খোজেপতি মণ্ডহাল পেশীত কোব খাই খাই খালৈকেইটা নাচি নাচি গৈ থকা দেখি তাৰ

মনত পৰিছিল আবেলি ভিতৰৰ চোতালত গাঁৱৰ বুঢ়ী মানুহবোৰে লগ লাগি ঘৰত পিতাক নাথাকিলে কৰা নিৰ্লজ্জ কাণ্ডবোৰ। মাজে মাজে সিহঁত গৈ পৰিলে যে, বুঢ়ী দুই এজনীয়ে মেখেলাখন একেবাৰে কঁকাললৈকে দাঙি লৈ খেদা মাৰি আছে। দৃশ্যটো মনত পৰাত তাৰ হঠাৎ কাণ-মূৰ গৰম হৈ যোৱা যেন অনুভৱ হৈছিল।

বগা নিমজ কলাফুল কেইটাত তিতা মেখেলাৰ পাতলিয়ে শব্দ কৰি গৈ আছিল। আৰু তিতা গা শুকোৱাৰ লগে লগে উকা পিঠিত বোকাৰ চিটিকনিবোৰ বগা হৈ জিলিকি উঠিছিল। পদূলিৰ মুখত বৈ আছিল আইতাক। খুৰীয়েকহঁতৰ খোজ হঠাৎ থৰক বৰক হৈ পৰা দেখি মনে মনে তাৰ হাঁহি উঠিল। আইতাকে কোনো পাতনি নেমেলাকৈ ক'লে—

ঃ মই জানোৱেই নহয়, তহঁতৰ কাণ্ডজ্ঞান নাই।

গালি খাই দুয়োজনী খন্তেক থমকি ৰ'ল। সিও গালিযাৰৰ প্ৰকৃত অৰ্থ নুবুজি পিচপিনে পিতাক আহি আছে নেকি চালে। পিতাকক নেদেখি আকৌ আইতাকৰ মুখলৈ চালে।

ঃ মেটেকাৰ ফুল কেইপাহমান আনিব নোৱাৰিলি? কলমৌৰ আগ কেইটামানোতো আনিব পাৰিলিহেঁতেন। গাটো আছে ছাঁটো নাহে। তহঁতৰ কিবা তত আছেনে?

গালি শেষ হোৱাত দুয়ো হুমুনিয়াহ এৰা সি স্পষ্ট শুনিলে। মুখৰ ৰেখাবোৰো সহজ শিথিল হৈ যোৱা যেন অনুমান কৰিলে। তাৰো মনটো পাতল লাগিল। গালিৰ অন্তৰালত যিমান সাংঘাটিক কিবা এটা থকাৰ আশংকা কৰিছিল, তেনে সাংঘাটিক একো নথকাৰ বিষয়ে নিশ্চিত হোৱাত তাৰো মনটো সহজ হৈ পৰিল।

ঃ গা চা ভালকৈ ধুই লগৈ। পিঠিবোৰচোন একেবাৰে ধুলধুলীয়াৰ দৰে হৈ আছে। সিহঁত আহি জানিব পাৰিলে পিঠিত ঔ পৰিব বাছাইঁত।

সৰু দদায়েক সেইসময়ত অৱশ্যে ঘৰত নাছিল। আছিল দূৰৰ কানিৰ

মহলত। আইতাকে দবাচলতে সতর্ক কৰি দিছিল ডাঙৰ খুৰীয়েকক। ডাঙৰ দদায়েকে অৱশ্যে এদিন খুৰীয়েকে মাৰ খাই অচেতন হৈ যোৱাৰ দিন ধৰি মাৰা-ধৰা কথাটো কিছু কমাই দিছিল। সিদিনা দুপৰীয়া ভাত খাই উঠি জুৰ লওতে সেই কথাবোৰেই উলিয়াইছিল খাটা-আদিহঁতে।

আগদিনা নিশা সিহঁতৰ এটা ভয়াবহ অভিজ্ঞতা হৈছিল। তাৰ কথা উলিয়াওঁতেই কথা গৈ গৈ পৰিছিল কৰবাত।

মানুহবোৰে বিহকৰমী বন লৈ আৰু ল'ৰাবোৰে খেলা লৈ ব্যস্ত হৈ পৰিছিল মন্ত্ৰীপেহাকহঁতৰ বাৰীৰ কাষৰ সেই জুৰ লোৱা জেগাখিনিত। এনেতে জানো কোনে উলিয়ালে কথাষাৰ, ভাৱৰীয়াই আৰম্ভ কৰিলে যোৱা নিশাৰ সেই ভয়াবহ কাহিনীটো। ল'ৰাবোৰে খেল এৰি উৎকৰ্ণ হৈ শুনি থাকিল।

সিহঁতে মাজে মাজে যোৱাৰ দৰেই দলাত মাটিৰ চাকি বহুৱাই শৰালি চিকাৰলৈ গৈছিল; গধূলি এন্ধাৰ হোৱাৰ লগে লগে। আহত-গুৰিৰ সেইপিনে বামেদি দোঙটো পাৰ হৈ দ পথাৰৰ পিনে। আদিৰ মূৰত জ্বলন্ত চাকিৰ দলাখন। হাতত নাল নলগোৱা এখন কোৰ ৰচীত ওলোমাই লৈ এডাল মাৰিৰে কোবাই গৈ আছিল। খাটাৰ কঁকালত এটা খালৈ। দা এখন সুমাই থোৱা। হাতত আচাৰা জাল এখন।

অলপ দূৰ গলেই দ পথাৰৰ দাঁতিত এডোখৰ ওখ মাটিত কঠীয়া পেলাই থোৱা ঠাইডোখৰ পাব। তাতে গজালি ওলোৱা ধানবোৰ খাবলৈ বুলি নিশ্চয় শৰালি জাক পাতি পৰিছে। সিহঁত সন্তৰ্পণে আগবাঢ়িল।

এনেতে বাওঁপিনে এদোঙা পানীত দেখিলে কিবা এটা আহি থকা। আধা এন্ধাৰ আধা পোহৰত ভালদৰে ধৰিব পৰা নাছিল। চো-চোৱাই আহি থকা বস্তুটো সিহঁতে প্ৰথমে ভাবিলে শৰালিৰ জাক বুলি। শৰালি হাঁহে ৰাতি পোহৰত বেৱা খালে টোপা কাঁড়ৰ দৰে

জোঙা হৈ শাৰী পাতি আছে। পানীত তেতিয়া ডাঙৰ সাপ এটা অহা যেন দেখি।

: নে দীঘলটোৱে ?

খাটাই প্ৰথমে সন্দেহ কৰিলে। সাপেই নেকি ? খাটাই লাহেকৈ খালৈৰ পৰা দীঘল মেচি দাখন উলিয়াই হাতত ললে।

অলপ আগবাঢ়ি আহি কঠীয়াডৰাৰ সেই ওখ চুকটো পায়। বস্তুটো আহি তাতে ৰৈ গ'ল আৰু অলপ পাচতে দেখিলে সৰু নাহৰফুটুকী বাঘটো চুকটোৰ ওপৰলৈ উঠি থিয় হৈ চাকিবোৰলৈ চাই থাকিল। খাটাই তৎক্ষণাৎ আদিৰ হাতৰ পৰা কোৰখন ললে। আদিয়ে লাহে লাহে পিছুৱাই আহিল আৰু দলাখন নমাই তলত মাটিত থৈ পিছুৱাই কিছুদূৰ আহি দুয়ো ভিৰাই লৰ মাৰি কঠীয়াডৰাৰ আনটো চুকেঁ থকা কৰচ গছ জোপাত উঠিল।

বোধকৰোঁ বাঘটোৱে মানুহৰ গম পাইছিল। সি দলাখনৰ ওচৰলৈ আহি আছিল। পোৱাৰ আগতে খন্তেক থমকি ৰ'ল। সেই সুযোগতে আদিয়ে গধুৰ কোৰখন বাঘটোৰ গালৈ লক্ষ্য কৰি মাৰি পঠিয়ালে। জানো গাত পৰিল নে নপৰিল, কিন্তু বাঘটোৱেও প্ৰচণ্ড ভয় খাই বিস্বাশৱদে লৰ দিলে ওলোটা পিনে।

ৰাতিয়েই দুয়ো নামি আহিল।

কথাবাৰ কৈয়ে খাটাই মন্তব্য কৰিলে—

: আ'মিতো আৰু ঘনাই তহচীলদাৰৰ বংশৰ নহয় !

: হেঃ নকবা, ক'বাত আৰু ( অশ্লীল ) জিতৰামে শুনিব।

জিতৰাম ওচৰতে বহি আছিল। সি আদিৰ কথাবাৰ শুনি মুখখন ক'লা কৰিলে। তাৰ আগ্ৰহ হ'ল তহচীলদাৰৰ কাহিনী শুনাৰ আৰু তাৰ কৌতুহল হ'ল জিতৰামে মুখ ক'লা কৰাৰ কাৰণটো জানিবৰ বাবে।

: শুনিলেনো হব কিটো ? আগৰ নিয়ম-নীতিয়ে বেলেগ বেলেগ আছিল। নে কি কৱ জিতৰাম ?

জিতৰাম গহীন হৈ ৰ'ল। একো নকলে। ওচৰতে বহি আছিল দাচু অস্তাৰ। কিনো ঘনাই তহচীলদাৰৰ বংশৰ কথা কলে খাটাইঁতে? দাচুৱে সুধিলে। জানিও সুধিলে নিশ্চয়, খাটাৰ অননুকৰণীয় ভংগীত শুনাৰ মনেৰে।

খাটাই কৈ গ'ল—ঘনাইৰ বাপেক তেতিয়া আছিল তহচীলদাৰ। ঘনাই তেতিয়া আছিল ডেকা। নিধিৰাম টেকেলাও তেতিয়া চফল ডেকা। এদিন দুপৰতে ধাননিত বাঘ ওলাল। নতুন চিকাৰী ঘনাই গ'ল বাঘ মাৰিবলৈ। লগত নিধিৰাম টেকেলা। ধাননিৰ মাজত থকা আলি এটাৰ দাঁতিত থকা গছ এজোপাৰ একেবাৰে নিৰাপদ উচ্চতাত উঠি বন্দুক লৈ চিকাৰী বহিল। তাৰে তলৰ ডাল এটাত বহিল নিধিৰাম।

হুৰিয়াই দিবলৈ গাঁৱৰ মানুহে টিন-কোৰ-ভোৰতাল লৈ একালৰ পৰা আগবাঢ়ি আহিল। বাঘটো ধাননিৰ মাজৰ পৰা আলিত উঠিল আৰু চিকাৰীয়ে আশা কৰা মতেই গছজোপাৰ পিনে আহি থাকিল। ইপিনে গছজোপাৰ ঠাল-ঠেঙুলি কঁপিবলৈ ধৰিলে। বাঘৰ বুজিবলৈ বাকী নাথাকিল। সিপিনে মানুহৰ দলটোও পিচেপিচে আহি আছিল। কাজেই উপায়ন্তৰ হৈ গছজোপাৰ তলেদিয়ে দৌৰ মাৰিলে। বন্দুকৰ শব্দও হ'ল। বাঘ পাৰ হৈ যোৱাৰ পাচতহে। মানুহবোৰ আহি গছৰ তলত গোট খালতহে চিকাৰী আৰু নিধিৰাম নামি আহিল। ঘামত চিকাৰীৰ-কাপোৰ-কানি তিতা। আৰু নিধিৰাম টেকেলাৰ কোটৰ পিঠিখনো তিতা।

কথাযাৰ কৈ আদি আৰু খাটাই হাঁহি হাঁহি থৰ পৰি গ'ল। কথাযাৰৰ আচল ৰসখিনি হৃদয়ংগম কৰোতে তাৰো সময় লাগিছিল। খাটাই যেতিয়া হাঁহি থমাই ক'লে,

: আমি তাৰ দৰে ভয়পতুৱা নহয় নহয়।

তেতিয়াহে তাৰ মনত কাহিনীটোৰ অৰ্থ স্পষ্ট হৈ পৰিল।

তাৰ পাচতে ওলাইছিল নিধিৰাম টেকেলাৰ কথা। সি কিদৰে এদিন

নাহক কথাতে এজনী লোকৰ তিৰোতাক চুলিত ধৰি চোচোৰাই টানি আনিছিল আৰু তাই ধান বানি থকা ঢেঁকিৰ কটৰাটো কাটি ছুডোখৰ কৰি থৈ আহিছিল।

তাৰ কথাবোৰ শুনি শুনি মনটো ক্ষিপ্ত হৈ উঠিছিল। কাৰো পৰা সি কাহিনীবোৰ পূৰ্ণ কৰি শুনিবলৈ সুযোগ নোপোৱাত মনটো তাৰ প্ৰায়ে অস্থিৰ হৈ পৰিছিল।

এদিন অৱশেষে একেবাৰে অভাৱনীয়ভাৱে গোটেই কাহিনীটোৱে তাক ধৰা দিছিল; একেবাৰে প্ৰত্যাশা নকৰা এক পৰিৱেশত এজন ভাবিব নোৱাৰা মানুহৰ মুখেদি।

চেৰাগছজোপাৰ উত্তৰপিনে যোৱা ডালটোত বহি চিলনীজনীয়ে আবেলিৰ ৰঙা ৰ'দ পুৱাই আছিল। এনে সময়ত চিলনীজনীক দেখিলে বৰ মৰম লাগি যায়। কেতিয়াবা চেৰাগছজোপাৰ আগৰ পৰা ৰ'দবোৰ আঁতৰি গৈ সিহঁতৰ পানীখোৱা খালৰ কাষত থকা বাঁহনি জোপাৰ আগলিত লাগি ৰয় আৰু শেহত বাঁহনিজোপাও ক্ৰমে কজলা এন্ধাৰ হৈ পৰাৰ পাচতহে লাহে লাহে চিলনীজনী এৰাবাৰীৰ মাজৰ পিনে উৰি যায়। পুনৰ পুৱাতে ৰঙা ৰ'দ লৈ একেটা ডালঁতে বহি ফান জোকাৰি জোকাৰি চিঞৰি-বাখৰি সমগ্ৰ দিনটোৰ কাৰণে তায়ে যেন ৰ'দ, পোহৰ, আনন্দ সকলোবোৰ মাতি লৈ আহে। গধূলি পৰত সেইবাবে তাই যেতিয়া তাতে বহি ৰ'দ পোহৰ আনন্দৰ মৃত্যু চাই চাই মন মাৰি থাকে তাৰো মনটো গধুৰ হৈ পৰে।
চিলনীজনী উৰি যোৱালৈকে সি একেথৰে চাই আছিল। তাই যেতিয়া বাঁহনিৰ মাজেৰে উৰি গৈ এৰাবাৰীৰ কৰবাত হেৰাই পৰিল গম নোপোৱাকৈয়ে তাৰ অন্তৰ উজাৰি এটা হুমুনিয়াহ ওলাই আহিল।

: আও, তোৰ আকৌ কি সাংসাৰিক চিন্তা সোমাল মূৰত। একেবাৰে চোন বুৰা মানুহৰ দৰে হুমুনিয়াহ ছাৰিলি ?
আইতাক ওচৰতে বৈ থকা সি মনেই কৰা নাছিল ইমান পৰে। সি আইতাকৰ কথাত মাত মাতিবলগীয়া একো বিচাৰি নাপালে। আইতাকে তাৰ বাউসীত ধৰি ক'লে—

: ব'ল, এই সাজ সন্ধ্যা এনেদৰে ইয়াত বহি থাকিব নাপায়।
সি তেতিয়াহে মন কৰিছিল সি সৰু খুৰীয়েকহঁতৰ ঘৰৰ পিচপিনে ৰবাৰ জোপাৰ তলত য'ত খুৰীয়েক মাকহঁতৰ তাঁতশালবোৰে শাৰী শাৰীকৈ পতা আছে তাৰে এখনত বহি আছিল। একেবাৰে

অকলশৰে। সন্মুখৰ বাৰীৰ তামোলৰ তলৰ জাহনিবোৰত তেতিয়া পাতল এন্ধাৰ নামি আহিছিল।

তাৰ মনত পৰিল সিহঁতৰ পানী খোৱা খালৰ পাৰেদি বাঁহনিৰ তলে তলে ওঁজোপাৰ কাষেদি নামি যোৱা বাটটোৰ কথা। দখৰে কোৱা মতে যিপিনেদি বাঘে গৰু লৈ যায় আৰু যিপিনেদি ঘুনুচাৰ মাক ঝগৰী পেহীয়েকে কোৱা মতে অদিষ্টা অশৰীৰীয়ে সাজ সন্ধ্যাৰ পৰাই অহাযোৱা কৰে। পেহীয়েকে কোৱা কথাটো মনত পৰাত হঠাৎ তাৰ জাৰ লগা যেন লাগিল। আৰু আইতাকৰ হাতত খামোচ মাৰি ধৰি ললে।

ঝগৰী পেহীয়েকৰ পেহাকক সি দেখা নাই। একমাত্ৰ পুতেক ঘুনুচাই ঝগৰীৰ কণাৰ লাখুটি। থাকে হাঠিমুন্নিবুৰীহঁতৰ বাৰীৰ পিচপিনে, বাঘমৰা চনবাৰী কেইটাৰ দাঁতিত। কেবাটাও বাৰীৰ মাজত সেই সাধুকথাৰ নেউলকুমাৰৰ মাক থকা দি থাকে।

গোসাঁইঘৰত নামৰ যেতিয়া ভৰ হয়, নাগাৰা নামৰ শব্দত যেতিয়া আকাশ বতাহ মুখৰিত হয়, তেতিয়া ঝগৰীৰ অন্তৰো মুখৰিত হৈ পৰে। ঝগৰীয়ে তেতিয়া পৰিৱেশ পাহৰি, দেশ-কাল পাহৰি নামৰ তালে তালে নাচে। আৰু পাচত এনেকুৱা হৈ পৰে যে, ঝগৰীৰ নাচৰ ছন্দ অব্যাহত ৰাখিবৰ বাবে নামকো অবিচ্ছিন্ন ধাৰাত চলাই ৰাখিবলগীয়া হয়। নাচি নাচি এটা সময়ত ঝগৰী নিতত নিশ্চল হৈ পৰি যায়। তাৰ পাচত লাহে লাহে গাঁৱৰ মংগল অমংগলৰ ভৱিষ্যত বাণী কৰে। যিটো মুহূৰ্ত্তৰ কাৰণে গাঁৱৰ বুঢ়ামেথা আটায়ে উদগ্ৰীৱ হৈ অপেক্ষা কৰে। লোকৰ কল্যাণৰ বাবে ভৱিষ্যত দ্ৰষ্টা হিচাপে স্বীকৃতি পালেও ঝগৰী নিজৰ ভাগ্যৰ ওচৰত আছিল নিৰ্মমভাৱে পৰাজিত। গাভৰু বয়সতে বিধৱা হৈ মকৰাৰ কণীৰ দৰে একমাত্ৰ পুত্ৰসন্তান ঘুনুচাক বুকুত সাৱটি লৈ আৰ তাৰ ঘৰে ঘৰে কটলাকাটি দিন নিয়াবলগীয়াত পৰিছিল। কিন্তু আচৰিতভাৱে ঝগৰীৰ আচৰণত কোনো হতাশা বা বঞ্চনাৰ প্ৰভাৱ পৰা নাছিল। ঝগৰীক চালে, ঝগৰীৰ কথা

শুনিলে অতিশয় দুৰ্বলচিতীয়া হতাশাগ্ৰস্ত পুৰুষেও মনত ভাৰসা পাইছিল।

ঘৰ বুলি একেটা মাত্ৰ ঘৰ; এচুকত গৰালত হঁাহ আৰু ছাগলীৰ গোন্ধ। এচুকত ৰন্ধাৰ ব্যৱস্থা আৰু এচুকত মাটিত বিছনা। চোতালত লোকৰ বাঁহৰ মাজেৰে সৰকি ভৰ দুপৰীয়া দুই এটা ৰ'দৰ চেৰেঙা পৰেহি। চোতালখনে যেন ঋগৰীৰ জীৱনৰে প্ৰতিৰূপ।

কিন্তু এদিন ৰাতি ঋগৰীক সি যি হিচাপে দেখিছিল, জীৱনত কোনো-দিন পাহৰিব পৰা নাছিল।

মাঘবিহুৰ কেইদিনমান আগৰ কথা। পিতাক দদায়েকহঁত গৈছিল দূৰৰ এটা চাৰণত মাছ মাৰিবলৈ। লগত লৈ গৈছিল মঠৰ, দাওখা আৰু চন্দাক। কচুকো নিয়াৰ কথা আছিল। কিন্তু তাৰ গা বেয়া লগাত নিনিলে। ঘৰত দখৰক থৈ গৈছিল। দখৰ দিনত কাঠ আলু, খৰি-খেৰ যতনাই ব্যস্তহৈ পৰিছিল।

সেইদিনা ৰাতি সান্দহ খুন্দাৰ বাবে ঢেঁকিশালত ধানখেৰ যতনাই থৈছিল দিনৰ বেলাতে দখৰে। খুৰীয়েক আইতাকহঁতৰ লগত ঋগৰী পেহীও সান্দহ খুন্দিবৰ বাবে আমন্ত্ৰিত হৈছিল। আইতাক ঢেঁকি-শালত ব্যস্ত হৈ থকা দে'খ সিও তাতে ধান খেৰৰ উমত শুই আছিল। ঢেঁকিৰ মাত শুনি শুনি খেৰৰ উমত বেচ আমেজ লাগিছিল তাৰ। চাউলবোৰ ভজাৰ পট্‌পট্‌ শব্দ, খেৰৰ জুইৰ উত্তাপ আৰু মাজে মাজে আইতাকে দিয়া সান্দহৰ মথাই তাক টোপনি নোযোৱাকৈ বহুপৰ উজাগৰে ৰাখিছিল।

বাহিৰত তেতিয়া গভীৰ নিশা হৈ পৰিছিল। দুই এটা ফেঁচাৰ উৰুলীয়ে নিশাটোক আৰু বেছি গহীন কৰি তুলিছিল। ঠিক তেনে সময়তে ঋগৰী পেহীয়েক ওলাল। পুতেকক এবাৰ চাই আহিবগৈ। কোনো আড়ম্বৰ নকৰাকৈ হাতত খৰি এচলাৰে ঋগৰী ওলাই গ'ল কেৰাচিন তেলৰ চাকি এটা জ্বলাই লৈ। সি ভাবিছিল নিশ্চয় আলি-বাটেদি ঘুৰি যাব। সেই গেজেপ মৰা দলঙখন কোনোমতে পাৰ

হলে আৰু ভায়ৰীয়াইঁতৰ নঙলাত কুকুৰ ছুটাক খেদাব পাৰিলে কথাই নাই। কিন্তু ঝগৰীক সি যোৱা দেখিলে সিহঁতৰ বাৰীৰ মাজেদি, পানীখোৱা খালটোৰ পাৰেদি যোৱা সেই নিৰ্জন বাটটোৱেদি। ঢেঁকি-শালৰ বেৰৰ ফাকেদি সি কিছুদূৰলৈ চাকিটো লক্ষ্য কৰিছিল।

পেহীয়েক ঘুৰি অহাত বেচ পলম হৈছিল। সি কিন্তু বৰ উদ্বেগেৰে কটাইছিল সময়খিনি। পেহীয়েক আহি যেতিয়া ভৰি ছুটাত পানী এঘটি ঢালি ঢেঁকিশালত সোমাই জুইৰ গুৰিত বহি ললেহি, তেতিয়াহে তাৰ মনটো পাতল লাগিল। পেহীয়েকে জুইৰ গুৰিত বহাৰ লগে লগেই আইতাকে সুধিলে—

: চাই আহিলিনে পুতেৰক ?

: আজি নোযোৱা হলে কথা অলপ বেয়াই হ'লহেঁতেন।

: কিনো হ'ল আকৌ ?

: ছাগলীটো লৈ গৈছিল বাঘে।

: পিচে কি কৰিলি ?

: লৈ আহিলোঁ চনবাৰীৰ পৰা।

: কেনেকে ?

: সি লৈ গৈ আছে, মইও দা খন লৈ খেদি গৈ আছোঁ। আৰু অলপ আগতে গৈ পোৱাহেঁতেন ছাগলীটো মাৰিবই নোৱাৰিলে-হেঁতেন। এক ঘাপ মাৰি দিছিলোঁ, জানো গাই চাই পৰিল নেকি ? ছাগলীটো পেলাই থৈ চনবাৰীৰ মাজৰ বেতনিত সোমাল। মই ( অশ্লীল ) ছাগলীটো লৈ আহিলোঁ।

আনি ঝগৰীয়ে ভঙা বেৰখিনিত বাঁহৰ খুটিকেইটামান মাৰি বন্ধ কৰি থৈ আহিছিল। আহি আহি আকৌ সিহঁতৰ ঔজোপাৰ তলত যিটো সিহঁতৰ বাৰীৰ আৰু চনবাৰীৰ মাজৰ খাৰৈ আছে তাতে এটাই বাট আগচি ধৰিলেহি।

কথাবাৰ কোৱাৰ লগে লগে সি শোৱাৰ পৰা উঠিল আৰু আইতাকৰ গাত গা লগাই ঝগৰী পেহীয়েকৰ মুখলৈ আগ্ৰহেৰে চাই থাকিল।

: তোকনো অকলে যাবলৈ কিহে পাইছিল। মঠৰৰ মাককেতো লৈ যাব পাৰিলিহেঁতেন। তাৰ সেইটোৱে অহা যোৱা বাট। তাতে দোভাগ ৰাতি লোকৰ চলাফুৰাৰ সময়।

: ইঃ সি কিবা বাটটো ম্যাদী পট্টা কৰি লৈছে নে কি? মই কিবা তাক বাধা দিছোঁ নেকি? সি যদি দেৱতাই হয়, ভয় কৰে কেলেই? দিছিলো নহয় মাকে (অশ্লীল) ভাল এটা কোব। সি আকৌ থিততে নোহোৱা হ'ল কেলেই যদি ইমানেই ডাঙৰ দেৱতা।

আইতাকে ঝগৰীৰ এনে ভয়শূন্য কথা শুনিও আশ্বস্ত নহ'ল। সতর্ক কৰি দিলে আগলৈ এনেদৰে যাবলগীয়া হলে লগত কাৰোবাক লৈ যাবলৈ। আইতাকৰ সতর্ক বাণী শুনি ঝগৰীয়ে হাঁহি হাঁহি ক'লে—"

: মামী, আহোঁতেও অকলা যাওঁতেও অকলা। অকলে অকলে ফুৰাই ভাল। আজি বাৰু এটা লগ নিলোঁ। কাইলৈ মই আৰু কাক লৈ যাম!

আইতাকে ঝগৰীৰ কথাত প্রতিবাদ জনাবৰ বা প্রবোধ দিবৰ বাবে কোনো কথাকেই হয়তো বিচাৰি নাপালে। মনে মনে থাকিল। অলপ পাচতে চোতালত ছাইৰ মাজত শুই থকা কুকুৰটোৱে গেঙাৰি উঠিল। লগে লগে ভঁৰালৰ তলত শুই থকা মাইকী কুকুৰ কেই-জনীয়েও ভুকি দিলে। আইতাকে শুনি ক'লে—

: হেই আকৌ আহিলেই নেকি বনৰাজা! দামুৰীৰ গোহালিটোৰ বা দুৱাৰ-চুৱাৰ ভালদৰে মৰা আছেনে নাই!

তাৰ কিন্তু ভয় হ'ল বেলেগ কথা ভাবিহে। বাঘ বৰ ভয়ৰ বস্তু নহয়। বাঘৰ মাত সি নিতউ শুনে। ফেৰুৱাৰ মাত, যমডাকিনীৰ মাত, হুদু, কৰ্কৰীয়া হুদুৰ মাত ৰাতি সি প্রায়ে শুনে। কিন্তু যদি বাঘ নহৈ অদিষ্টা হয়? এইমাত্র পেহীয়েকে অপমান কৰি থৈ অহাটোৱেই যদি দলবল লৈ পোতক তুলিবৰ বাবে আহিছে? সি আইতাকৰ আঠুটো সাৱটি ধৰি থাকিল উৎকৰ্ণ হৈ। এনেতে দেখিলে চোৰৰ দৰে কচু

সোমাই আহিল। আৰু দুৱাৰ মুখত জ্বলি থকা চাকিটোত বিৰী এটা জ্বলাই লৈ ওলাই গ'ল। আইতাকহঁতে ইজনীয়ে সিজনীৰ মুখলৈ চোৱাচুই কৰিলে। একমাত্র ফুটুকী আইতাকত বাদে। ফুটুকী আই-তাকে তলমূৰ কৰি ঢেঁকিৰ খুৱলিলৈ চাই আছিল একধ্যানে। যেন খুৱলিত খুন্দ খোৱা ভজা চাউলবোৰৰ কিবা ৰূপহে চৰিছিল এনেদৰে একদৃষ্টে চাই আছিল ফুটুকী আইতাকে।

সি কাৰো দৃষ্টিৰ অৰ্থ বুজা নাছিল। যদিও সি মনে মনে অনুমান কৰিছিল কচু অহা কথাটো কোনেও ভাল চকুৰে চোৱা নাছিল। আৰু কিবা কাৰণত ফুটুকী আইতাকেই পৰিৱেশটোৰ অবাঞ্ছনীয়তা-খিনি আটাইতকৈ বেছি অনুভৱ কৰিছিল। ফুট আইতাকৰ খুৱলিত নিৱদ্ধ দৃষ্টিত সি অনুভৱ কৰিছিল এটা প্রচ্ছন্ন বেদনাৰ আভাস।

তাৰ মেলা কিতাপ মেলাতে থাকিল। সম্মুখত জ্বলিথকা চাকিটোৰ পোহৰত ঋগৰী পেহীয়েকৰ কাহিনী তল পৰি গ'ল ; আৰু ভাঁহি উঠিল ফুট আইতাকৰ কুণ্ঠাজড়িত মুখখন। আইতাকে পিঠি খজুৱাবলৈ বাদ দি ক'লে—

: নপঢ়িলে মই পিঠি খজুৱাই নিদিওঁ।

: ফুট আইতা ক'ত আছে বাৰু ?

: ৰান্ধনি ঘৰত আছে হবলা ! ফুট আইতাক আকৌ কেলেই ? তইও আতায়েৰৰ দৰেই হলি নেকি ? এজনী বুৰীৰে নহয় ?

আচলতে মতলবত, কিন্তু এনে ভাব দেখুৱালে যেন তাক জোকোৱা দেখিহে খং কৰি উঠি আহিছে, এনেদৰে সি ঘপকৰে উঠি ৰান্ধনি ঘৰলৈ গ'ল। তাত নেপাই সি দৌৰি ফুট আইতাকৰ ঘৰত সোমাল গৈ। এন্ধাৰত সি একো নেদেখিলে। কিন্তু বিছনাত শব্দ এটা শুনি মাত লগালে।

ফুট আইতাকে কিন্তু ধমক দি ক'লে—

: তই আকৌ পঢ়িবলৈ এৰি আহিলি কেলেই ? যা পঢ়গৈ। নহলে মই মাৰক কৈ দিওঁ ৰহ।

ধমক খাই সি ওলাই আহিল। মনত কিঞ্চিত অশ্বস্তি লৈ। তাৰ ফুট আইতাকক কাবোবাৰ লগত ফুচফুচাই কথা পাতি থকা শুনা শুনা যেন লাগিছিল। সি অৱশ্যে দৌৰি আহি আকৌ পঢ়াৰ পাটিত বহিলহি। মনটো যদিও ভালেমান পৰলৈকে অশান্ত হৈয়ে থাকিল।

পাচদিনা সাৰ পায়েই সি বিচনাত কাকো নেদেখিলে। সিহঁতৰ চোতালত, বাহিৰৰ চোতালত কাকো নেদেখিলে। ৰাতি বতাহত উৰি অহা আমৰ পাতবোৰো চোতালত যেনি তেনি পৰি আছিল। ঘৰখন একেবাৰে নিজান নিতাল মাৰিছিল। নীলকুমাৰৰ সাধুৰ নদীৰ পাৰৰ সেই কাউৰীৰ কা নোহোৱা পখীৰ ৰা নোহোৱা দৈত্যপুৰী যেন লাগিছিল তাৰ।

সি একেবাৰে চ'ৰাঘৰ পালেগৈ। দেখিলে নঙলামুখত ঘৰৰ গোটেই বাহ মানুহ আমন জিমনকৈ বৈ আছে। ডাঙৰ দদায়েকে দীঘল বেঞ্চিখনত বহি ভৰি জোকাৰি এটা বিৰী হুপি আছিল। আটাইৰে মুখত গহীন গহীন ভাব। আইতাকে তাক দেখিও নেদেখা ভাও জুৰিলে। সি শংকাতে চ'ৰাঘৰৰ দুৱাৰ মুখতে থিয়দি থাকিল। তাক দেখি কেৰেপা আগবাঢ়ি আহিল আৰু মনে মনে কাণে কাণে ক'লে—

: কচু আৰু ফুট আইতা।

: কচু আৰু ফুট আইতাৰ কি হ'ল ?

তাৰ মাতটো বোধকৰোঁ ডাঙৰকৈ ওলাল। দদায়েকে পোন্দোৱাকৈ চালে। দুয়ো ভয়তে চ'ৰাঘৰৰ ভিতৰলৈ সোমাই আহিল। সি আলেঙে আলেঙে মানুহ ঝুমলৈ চালে। কচু আৰু ফুট আইতাকক নেদেখি তাৰ কৌতুহল হ'ল। কিন্তু ভয়তে মুখ ফালি সুসুধিলে।

অলপ পাচত ভবেনে যেতিয়া তাক ঘটনাটো কলেহি ফুট আইতাকৰ কাৰণে তাৰ কান্দি দিবৰ মন গৈছিল। কচুৱে যে, এনেদৰে আন্ধাৰৰ আশ্ৰয় লৈ ফুট আইতাকক ক'ৰবালৈ লৈ যাব, সি আগতেই ভাবি পাব লাগিছিল। তাৰ আগৰ কথাবোৰ এটা এটাকৈ মনত পৰিল। বাঘৰ ছালখন চাবলৈ ফুট আইতাকৰ ঘৰত সোমাওতে কচুৱে যে

লৰালৰিকৈ ওলাই আহিছিল, সেইদিনা ৰাতি ঢেঁকিশালত ফুটুকী আইতাকৰ সেই বিমৰ্ষ ৰূপ আৰু যোৱা গধুলি বিছনাত ফুটুকী আইতাকৰ লগত কাৰোবাৰ ফুচফুচনি মেল এই ঘটনাবোৰে তাক আগতে সন্দিগ্ধ কৰি তুলিব লাগিছিল। তাৰ বৰ খিঙ্কাৰ লাগিল আৰু কচুৰ ওপৰত ভীষণ খং উঠিছিল।

আবেলি চ'ৰাঘৰৰ ভিতৰৰ চোতালত বেলৰ তলত বহা মানুহবোৰৰ আলোচনা শুনি শুনি মাজতে তাৰ ফুটুকী আইতাকৰ হৈ বহুত কথা কবৰ মন গৈছিল। সেইবাবে খাটাই যেতিয়া আলোচনাৰ মাজতে উত্তেজিতহৈ জিতৰামক গালি পাৰিছিল তাৰ খাটাৰামক ভাল লাগিছিল।

বহুত কিবাকিবি আলোচনা হৈছিল মানুহবোৰৰ মাজত। বলি চিকাৰী, বাহীৰাম গাওঁবুঢ়া, আদি বায়ন, জিতৰাম, খাটা, চুভা ওজা, ফণী মহৰী, হৰেশ্বৰ দৰ্জি, লক্ষীৰাম, দাচু এনেদৰে ভালেমান গাঁৱৰ মানুহ। পিতাক কিছুদিন ধৰি ঘৰত নাছিল। ডাঙৰ দদায়েকে এচুকত নীৰৱে গোমোঠা মাৰি বহি আছিল আৰু মাজে মাজে তামোল, ধপাত আগবঢ়াই দিছিল মানুহৰ মাজলৈ। বাটচ'ৰা যেন ঘৰটোৰ সিকাষে সিখন চোতালত আঁৰবোৰৰ আঁৰ লৈ বহি আছিল আইতাক, কাওতালী বুঢ়ী আৰু হাঠিমুন্নি বুঢ়ী। নীৰৱ গহীন হৈ।

এসময়ত জিংৰামে গেনগেনীয়া মাতেৰে মন্তব্য এষাৰ কৰিলে—

: দেশ দস্তুৰ নোহোৱা কথা। তোৰ ছাগলী ভালদৰে ৰাখিলে লোকৰ বাৰীত কিবা সোমাব পাৰেনে? এইটো বাস্তৱিকতে দণ্ড হবলগীয়া অপৰাধ।

জিংৰামৰ কথাষাৰ শুনি খাটাৰামে উত্তেজিত হৈ ক'লে—

: থ অ' জিংকাই তোৰ কথা। দেশ দস্তুৰ নাই, হেৰ' ঘনাই তহচীলদাৰৰ কথা জানো পাহৰিলি? এতিয়া যে দেশ দস্তুৰৰ কথা কবলৈ আহিছ? মোৰ বাৰীৰ চকোৱা ভাল হলে কাৰোবাৰ ছাগলী সোমাব পাৰিবনে? তই হবলা সেইষাৰ কথা ভাবি পোৱা নাই?

খাটাৰ কথাত জিংবামে হঠাৎ প্ৰচণ্ড আঘাট পোৱা মানুহৰ দৰে বোবা হৈ গ'ল। সমবেত আন সকলোৱেও স্তব্ধ হৈ গ'ল হঠাৎ। বহুপৰৰ মূৰত তামোল এখন মুখত ভৰাই গাওঁবুঢ়াই ক'লে—

: এনেকে চালে একো কথাই নহয়, এনেকে চালে আকৌ কথা ডাঙৰেই।· পিচে সেইবোৰ আলোচনা এৰহঁক। আগেয়ে মানুহ দুটা বিচাৰি আন, পিচে পৰেও আন কথা হব।

আদিবামে গাওঁবুঢ়াৰ কথাষাৰত খাটাৰ দৰে উষ্মা নেদেখুৱালে যদিও একে অৱজ্ঞাৰেই ক'লে—

: গাওঁবুৰাও যে ( অশ্লীল ) কথাষাৰ কলি! হেৰৌ মানুহ দুটা বিচাৰি আন। বিচাৰি বাৰু আনিলেই মানুহ দুটা। তেতিয়া কি হোৱা ঘটনাটো নোহোৱা হৈ যাব নেকি?

আদিৰ কথাৰ স্বৰ যদিও উত্তাপহীন আছিল গাওঁবুঢ়াৰ পৰামৰ্শষাৰৰ প্ৰতি প্ৰকাশ কৰা অৱজ্ঞা সমবেতসকলৰ কাৰো মনত অস্পষ্ট হৈ নাথাকিল। কিন্তু যুক্তিও বিচাৰি নাপালে প্ৰতিবাদ জনাবলৈ। সভাসদ নিৰুত্তৰে ৰ'ল। খন্তেক পাচতে কাৰোবাৰ গৰুহাল এৰালৰ পৰা আনিবলগীয়া হ'ল। কাৰোবাৰ আকৌ ধপাতৰ পুলি কেইটা এন্ধাৰ লগাৰ আগে আগে ৰুবলগীয়া থাকিল। এনেদৰে বিভিন্ন কামৰ অজুহাতত কেইটামান মুহূৰ্ত্তৰ পাচতে মানুহবোৰে সভাথলি এৰি দিহাদিহি গুচি গ'ল।

সভাথলি খালী হ'ল, কিন্তু তাৰ মন ভাৰাক্ৰান্ত হৈ পৰিল অজস্ৰ কৌতূহলেৰে। ধুলধুলীয়াই এদিন কচুক তহচীলদাৰৰ সতে ৰিজাই-ছিল। আইতাকে তাক তহচীলদাৰৰ কাহিনী শুনিব নেপায় বুলি কোৱা কথাষাৰো তাৰ মনত পৰিল। আৰু মনটো অস্থিৰ হৈ পৰিল অদম্য কৌতূহলেৰে।

নতুনকৈ চহোৱা মাটিৰ নিয়ৰত সেমেকা গোন্ধ পুৱাৰ বতাহত ভাঁহি আহিছিল। সিহঁতৰ পাগলীজানৰ কাষেদি থকা মাটি ডৰাত সৰিয়হ ফুলে মাটিলৈ এখন আকাশ নমাই আনিছিল। মাটি, নিয়ঁৰ আৰু সৰিয়হ ফুলৰ মিঠা সুবাসত তাৰ মনত পৰিছিল আইতাকৰ মুখত শুনা কিছুমান পুৰণি কাহিনী।

দখৰ মঠৰহঁতে সৰিয়হৰ সিটো কাষে থকা ধুলীয়া ডৰাত ধান সিঁচাৰ বাবে মাটি চহাই আছিল। বৈৰাগী পাৰাৰ পূব কাষেদি তাৰ চকুত পৰিছিল খালুংবৰি অৰণ্যৰ একাংশ। আকাশ ঢাকি টিয়ঁা চৰাইৰ জাকবোৰ তাৰ পৰা উৰি গৈছিল পুবৰ পিনে ক'ৰবালৈ। চৰাইবোৰৰ অবিৰত কোঢ়ালৰ ক্ষীণ শব্দ তাৰ কাণত পৰাত সি মনে মনে কল্পনা কৰিছিল সাগৰে প্ৰথম তালৈ অহা দিনটোৰ কথা। আইতাকে তাক কৈছিল, খালুংবৰি অৰণ্যৰে সিপাৰে বহুত দূৰত কোনোবা এখন নাম হীন নৈৰ পাৰত বহুদিনৰ আগতে সিহঁতৰ এই গাঁওখন আছিল। গাঁৱৰ মুখীয়াল আছিল হেনো সিহঁতৰ ককাকৰ ককাক আজোককাক সাগৰ। যি সাগৰৰ অজ্ঞাত উপৰিপুৰুষ আছিল পাহাৰৰ পাদদেশত এখন অখ্যাত হাবিতলীয়া গাঁৱত। যিখন গাঁৱৰ ঠাইত আজি হেনো জনবসতিৰ কোনো চিনেই নাই; সেই ঠাই আজি হেনো অৰণ্য সমাকুল।

সেই নামহীন পাৰহীন নৈখন ক'ত আজিও সি নাজানে। সি কিন্তু শুনিছে, হাইজাৰ আক্ৰমণত সৰ্বস্বান্ত হৈ কিশোৰ সাগৰে পেহাকহঁতৰ আশ্ৰয়ত ওলাই আহিছিল নতুনকৈ গাঁও পতাৰ বাবে ঠাই বিচাৰি। হাবিৰ মাজেৰে আহি আহি বহুত দূৰত বিস্তীৰ্ণ বালিৰ মাজত জিৰি জিৰি বৈ থকা স্ফটিকৰ ধাৰ যেন শীৰ্ণ নৈখন দেখি কেৱল সিয়ে নহয় দলগৰ ডেকা বুঢ়া আটায়ে উৎফুল্ল হৈ উঠিছিল। দুয়োপাৰৰ কহুৱানিত

ঢউ দেখি হয়তো ভাবিছিল অনায়াসে এই মাটিত শস্যও তেনেদৰে ঢউ খেলা হৈ পৰিব। সেইদিনা সপোনতো কোনেও ভবা নাছিল যে নদীয়ে এহাতে যিদৰে সমৃদ্ধি শান্তি দান কৰে সেইদৰে আনহাতে সেইবোৰ হৰণ কৰি নিঃস্বও কৰিব পাৰে।

সুদীৰ্ঘ পঁচিছটা বছৰ সেই নামহীন নদীয়ে সেই সৰু গাঁওখনক সুখ দিলে, স্বাচ্ছন্দ্য দিলে; আৰু সমৃদ্ধি শান্তিও দিলে। কিন্তু পঁচিছটা বছৰৰ পাচত এদিন হঠাৎ সতৰ্ক হোৱাৰ সময় নিদিয়াকৈ নৈখন হৰ হৰ কৰে সিহঁতৰ গাঁৱৰ ওপৰেদিয়ে নামি আহিল।

দলাৰ বগৰী সাগৰ আকৌ নিঃস্ব নিৰালম্ব হৈ অন্তঃসত্ত্বা পত্নীক হেকৰাই মাত্ৰ ল'ৰা তিনিটাক বুকুত সাৱটি লৈ এখন কলৰ ভুৰকে আশ্ৰয় কৰি ভঁাহি আহিছিল সোতে যিপিনে লৈ যায় সেইপিনে লক্ষ্য হীনভাৱে। ভুৰখন ভঁাহি আহি এদিন এৰাতিৰ পাচত লাগিছিলহি এটা ওখ বৰিয়নিত। সি বৰিয়নিত নামিয়েই দেখিলে গাঁৱৰ আৰু কেইঘৰমানৰ অৱশিষ্ট পৰিয়ালখিনি আহি তাতে উঠিছেহি।

সেই অস্থায়ী আশ্ৰয়ৰ পৰিবৰ্ত্তে নিগাজি এখন গাঁও পতাৰ উদ্দেশ্যেৰেই এদিন ডেকা সাগৰৰ নেতৃত্বত ওলাই আহিছিল গাঁৱৰ আৰু কেইজন-মান সমৰ্থ মানুহ।

সেই সময়ত আহিন মাহ। তুলাৰ দৰে চপৰাচপৰে মেঘবোৰ আকাশত হয়তো ওপঙি ফুৰিছিল। তেতিয়া সেই শ্মশানৰ সেইখিনিতে হেনো এজোপা প্ৰকাণ্ড শিমলুগছ আছিল। তাৰ তলত উত্তৰলৈ বিস্তীৰ্ণ উলুৱনি। হয়তো সেই সময়ত মৃদু বতাহৰ হাত বুলনি লাগি সৰু সৰু অজস্ৰ ঢউ উঠিছিল উলুৱনি ডৰাত। কেইটামান শগুনে শিমলু জোপাত তিতা পাখিবোৰ শুকাই আছিল। হঠাৎ ভয় লগা শব্দ কৰি জোকাৰি দিয়াতহে সিহঁতৰ চকুত পৰিল। তলৰ এডৰা মুকলিতো ৰ'দত ডেউকা মেলি মেলি পৰি আছিল আৰু কেবাটাও শগুণ। ওচৰতে বৰটোকোলা এটাই হয়তো এখন ঠেঙত থিয় হৈ দীঘল ঠোটটো পিঠিৰ পাখিত গুজি শুই আছিল নিশ্চিন্ত মনে।

সাগৰে এইবোৰ দেখি নিশ্চয় সাবধান হৈছিল। দাৰ মুঠিটো টানকৈ ধৰি পিচৰ কেইজন ওচৰ চপালে বাট চাই ৰ'ল। বাকী কেইজন কাষ চাপি অহাৰ লগে লগে সি পুনৰ আগ বাঢ়িছিল। চাপৰ উলুৱনি-ডৰাৰ কানে কানে ওখ বৰতাৰ তলেদি সন্তৰ্পণে নিশ্চয় গৈ আছিল সম্মুখৰ পিনে।

অলপ আগলৈ আহি সাগৰে নিশ্চয় পাগলীজান দেখি প্ৰথমে ভয় খাইছিল। পাচত যেতিয়া ছুয়োপিনৰ ওখ পাৰৰ কথা মন কৰিলে আৰু যেতিয়া ফটফটীয়া খৰস্ৰোতা পানীৰ তলত বালিত পিয়াপি দি ফুৰা জোনাই শামুক দেখিলে, সাগৰ নিশ্চয় আশ্বস্ত হৈছিল। ভয়হীন হব পাৰিছিল।

জানখন পাৰ হৈয়ে সাগৰে দেখিছিল সম্মুখত অৰণ্য পৰিণদ্ধ এক বিশাল প্ৰান্তৰ। ওখ ঠাইবোৰত উলুৱনি আৰু দ পানীৰহীয়া অঞ্চল-বোৰ নল আৰু তৰাণিৰে ঢাক খোৱা। বাওঁপিনে এতিয়া য'ত দ পথাৰ, তাত হেনো তেতিয়া বিল এখন আছিল। তাৰ পৰা নিশ্চয় সাগৰহঁতৰ কাণত পৰিছিল বনৰীয়া হাঁহ আৰু জলচৰ চৰাইৰ মিশ্ৰিত কোলাহল। এক আকৰ্ষণীয় পৰিৱেশ।

সাগৰহঁতে পলম কৰা নাছিল। বৰিয়নিটো এৰি আহিছিল অনিশ্চিত ভৱিষ্যত এটা আগত লৈ একেবাৰে নতুন এক ভাগ্যৰ সন্ধানত। সাগৰে অৱশ্যে ভৱিষ্যতৰ ওচৰত প্ৰবঞ্চিত হোৱা নাছিল। অচিৰে উদাৰ হস্তে তাৰ শূন্য পাত্ৰ ভৰাই দিছিল সমৃদ্ধি আৰু মনৰ শান্তিৰে। সাগৰৰ জীৱনৰ সোত ইমান দ্ৰুত গতিত পৰিবৰ্ত্তন হৈছিল যে, চাৰিটা বছৰৰ পাচত, সেই নদীৰ পাৰৰ সিহঁতৰ পুৰণি গাঁৱৰ অতি নিদাৰুণ সেই কাহিনীটোও তাৰ অতি পুৰণি পুৰণি যেন লগা হৈ পৰিছিল। নিজৰ মৰমৰ পত্নীক সেই দুৰ্যোগৰ দিনা নদীয়ে গ্ৰাস কৰাৰ পাচত মকৰা কণীৰ দৰে এমা ডিমা পুতেক তিনিটাক বুকুত বান্ধিলৈ যিপিনেই চকু যায় সেই পিনেই এটা অনিশ্চিত ভৱিষ্যতৰ হাতত নিজৰ সমস্ত অৰ্পণ কৰি ওলাই আহিছিল ভগ্ন হৃদয় হৃতসৰ্বস্ব সাগৰ। কিন্তু চাৰিটা

বছৰৰ পাচত কোনোবাই মনত পেলাই দিলেও বহুদিন পাহৰি থকা এটা দুঃস্বপ্নৰ কথা হঠাৎ মনত পৰাৰ দৰে মাত্ৰ এটা হুমুনিয়াহ কঢ়াত বাদে হয় না একোকে নকৈছিল সাগৰে।

তাৰ পাচত সাগৰে অৱশ্যে অকৃতদাৰ হৈয়ে দেহৰক্ষা কৰিলে। তাৰ বৰপুত্ৰ জপৰে পুত্ৰ আছিল তাৰ পিতামহ জগত। জগত চন্দ্ৰ কাননগোহ্।

সি জগতক নিচেই সৰুতে দেখা সপোন সপোন মনত পৰে। জগতক জড়িত কৰি আজিও দুটা বিশেষ দৃশ্য তাৰ মনত পৰে। বৰঘৰৰ পিৰালিত মেৰধৰা এখনত বহি এজন অন্ধ থুলশুৰ পুৰুষে চালত কুৱাত ওলোমাই দাঁড়বাৰি এডালেৰে চোতালত মেলি দিয়া ধানত হাঁহ খেদি থকা। হাঁহৰ শব্দ পালেই উমানতে দাঁড়বাৰিডালৰ মূৰটো হেঁচামাৰি ঢেঁকৰ দৰে দাঙি হাঁহক ভয় খুওৱা।

আকৌ গধূলি দীঘল চৰা এখনত সেই পুৰুষজনৰ লগতে সিও শুই পৰে চোতালত। ওচৰতে বহুত মানুহ; লক্ষীয়ে গচাত চাকি এটা তুলি লৈ মহাভাৰত পঢ়ে। এদিন তেনেদৰে থাকোতে তাক ৰান্ধনি-ঘৰৰ পিৰালিত মাকহঁতে মাছ বাচি থকা চাবলৈ পঠাই দিছিল। তাৰ পৰা ঘুৰি আহি সি চৰাত বুঢ়াৰ ওচৰত শুব খোজোতে লক্ষীয়ে তাক হাতত ধৰি মানা কৰিছিল।

তাৰ কিছুপৰৰ পাচত ঘৰখনত হুলস্থুল লাগি পৰিছিল। সেই ৰাতিয়ে মাছবোৰ খালত পেলাই দিছিল। আৰু বাঁহৰ সাঙি সাজি এখন খাটত শুৱাই বান্ধি লৈ থুলন্তৰ বুঢ়াজনক ক'ৰবালৈ লৈ গৈছিল।

কথাবোৰ ভাবি ভাবি সি অন্যমনস্ক হৈ পৰিছিল। সি কবই পৰা নাছিল আইতাকে যে তাক পিচপিনৰ পৰা চিঞৰি আছে। ওচৰ চাপি যেতিয়া তাক মাতিলেহি তেতিয়াহে তাৰ চেতনা হ'ল। সি ঘুৰি চালে। আইতাকে কিবা এষাৰ কোৱাৰ আগতেই সি সুধিলে—

ঃ অ' আবু, এই আলিবাটটো বাৰু আমাৰ আতাই বান্ধি-ছিলনে?

: আলিবাট কিবা বান্ধিব লাগেনে ? এইটো আগৰে আছিল। ঘৰৰ ভেটি তুলিলে ভেটিৰ আগত খাল হয়, ভেটিৰ সমুখটো পদূলি হয়, আৰু পদূলিবোৰ লগ লাগি গাঁৱৰ আলিবাট হয়। মানুহে আলিবাট বান্ধেঁ। বুলিতো আগৰ দিনত আলিবাট নাবান্ধিছিল।

সি আইতাকৰ আগে আগে আহি সেই কথাটোকে ভাবি আহিছিল। সাগৰে চাগে' প্ৰথম সিহঁতৰ ভেটিটো তুলিছিল আৰু তাৰ যলত সমুখৰ খালটো হৈছিল। তাৰ ওচৰতে কাওতালী বুঢ়ীৰ শহুৰেকে হয়তো সিহঁতৰ ভেটিটো তুলিছিল আৰু লগে লগে খালটো দীঘল হৈছিল আৰু পদূলিটোও গৈ নতুন পদূলিটোৰ লগ লাগিছিল। সিপিনে মানৰ লগত যুঁজ কৰি ভাগৰি পৰা জিতৰামহঁতৰ উপৰি পুৰুষ ৰামচিয়া ডেকাহঁতৰ ঘৰ কেইখনো সিহঁতৰ দক্ষিণে বহিছিল। লগে লগে খালটো আৰু দীঘল হ'ল আৰু পদূলিবোৰে খালৰ পাৰে পাৰে আলিবাট হৈ গৈ থাকিল।

সি আইতাকলৈ ঘূৰি চালে আৰু জুৰলোৱা ঠাইখনলৈ দেখুৱাই সুধিলে—

: তাত হেনো এখন বৈতৰণী নে কি আছিল আগতে ?

আইতাকে তাৰ মুখত বৈতৰণী শব্দটো শুনি হাঁহি হাঁহি ক'লে—

: তোক কোনে ক'লে ? খাটাই নে ? সিহে উলিয়াব সেইবোৰ কথা।

সি অৱশ্যে খাটাৰ পৰাই শুনিছিল কথাটো ; যদিও আৰু এবাৰ শুনাৰ হেপাহতে আইতাকক সুধিছিল। আচলতে সেইপিনেদি এটা জান আছিল। আৰু সেই সময়ত গাঁৱৰ মানুহ নামঘৰলৈ নাইবা শ্মশানলৈ যাবলগীয়া হলে এই জানটো পাৰ হৈহে যাব পাৰিছিল। তেতিয়া জংঘল আছিল, পানীবো প্ৰাবল্য আছিল আৰু কাজেই জানটোত বাৰমাহে পানী আছিল। বাৰিষা কোনো কোনো দিনা জানটো ডুস্তৰেই হৈ পৰিছিল। গতিকে পৰামৰ্শ কৰি সিহঁতৰ ককাকৰ কথামতে উজনিত ভেটি জানটো আহতগুৰিৰ খালত পেলাই

দিছিল। আৰু এইখিনিতে মাটি পেলাই আলিবাটটো বহল কৰি দিয়া হৈছিল।

জিংৰামে হেনো আপত্তি দৰ্শাই কৈছিল—

: হেৰ' থাকক দে জানটো। বৈতৰণী পাৰ নহলে স্বৰ্গ তো পাব নোৱাৰি। গতিকে থাকক।

খাটাৰামে যুক্তি দি হেনো কৈছিল—

: মৰি যোৱাবোৰে বৈতৰণী পাৰ হয়, যি পাৰ হয় হৈ থাকক। আমি জীয়াই থকাবোৰে আকৌ মৰাৰ লগতে বৈতৰণী পাৰ হবলৈ যাম কেলেই ?

খাটাই আজিও কাৰোবাৰ আগত কথাটো উল্লেখ কৰিবলগীয়া হলে জানটোক জিংৰামৰ বৈতৰণী বুলি উল্লেখ কৰে। গাঁৱৰ জুৰ লোৱা ঠাই অৱশ্যে আগৰে পৰাই তাত নাছিল। এসময়ত হেনো সিহঁতৰ নঙলামুখতে এতিয়া য'ত সোনমহৰীয়া পেহাকহঁতৰ ঘৰ, তাৰ কাষতে এজোপা বিয়াগোম কৰচ গছৰ তলত মানুহে জুৰ লৈছিল। তাত পিচে ওচৰতে সিহঁতৰ ঘৰখন থকাত মানুহবোৰৰ বিশেষকৈ আদি-খাটাহঁতৰ মুকলিমূৰীয়াকৈ কথা-বতৰা পতাত যথেষ্ট অসুবিধা হৈছিল। এদিন তাতে ককাকৰ শ্ৰাদ্ধৰ সময়ত গছজোপাকে কটাৰ কথা উঠিল। গতিকে সাতে পাঁচে লগ লাগি মানুহবোৰে জুৰ লবলৈ বুলি মন্ত্ৰী পেহাকহঁতৰ বাৰীৰ বাঁহনিৰ তলত, যবলাহঁতৰ দীঘল পদূলিটোৰ মূৰত সেই ঠাইখিনিকে নিৰিবিলি পাই বাছি ললে।

সি ঘৰ পোৱাতহে তাৰ চিন্তাৰ সূত্ৰ ছিগি গ'ল। আইতাকে মাকক ক'লে—অই গহাটীনী, দে তাক ভালদৰে গা পা ধুৱাই দে। কাপোৰ সাজ মই ডাঁড়তে উলিয়াই থৈছোঁ।

সি ভেবা লাগি আইতাকৰ মুখলৈ চাই থাকিল।

সমস্ত আড়ম্বৰটো তাৰ আচহুৱা যেন লাগিল। মাকে এনেদৰে খোৱাত আলৈপচান ধৰা, খোৱাৰ পাচত নতুন চুৰীয়া আৰু চোলা

পিন্ধাই চুলি আৰু মুখত চকুৰ পানী ওলোৱাকৈ মিঠাতেল সানি দিয়া দুৰ্গা পূজা চাবলৈ ওলোৱাৰ দিনাও কৰা নাছিল।

পিতাকেও খদ্দৰৰ ধুতি চোলা পিন্ধি হাতত লাখুটিডাল লৈ যেতিয়া ওলাল তেতিয়াহে সি সন্দেহ কৰিলে যে, কেইমাহমানৰ আগতে এদিন গধূলি যে আইতাকে দলাৰ বগৰীৰ বংশ বুলি তাক বকিছিল, সেই বলকনিৰে বোধকৰোঁ এই পৰিণতি।

সি আহিবলৈ ওলালত আইতাকে যেতিয়া একাষে মাতি নি মাক-পিতাকক সেৱা লবলৈ কলে, তাৰ লাজ লাজ লাগিছিল। কিন্তু আইতাকৰ কথা শুনি পিতাকক প্ৰথমে সেৱা লবলৈ আগবাঢ়োতে পিতাকেই ক'লে—

ঃ আগেয়ে আবুৰেৰক ল।

পিতাকৰ কথাত ভয়তে সি লাজ কাজ পাহৰি আইতাকৰ আগত আঠু ললে। আইতাকে তাৰ বাউসীত ধৰি দাঙি লৈ চকুযোৰ চলচলীয়া কৰি মূৰত চুমা খাই ক'লে—

ঃ যা ভালদৰে পঢ়িবি। বংশৰ নাম ৰাখিব লাগিব। গুৰুজনক মানি চলিবি।

পিতাকে মূৰত হাত দি চোওঁতেহে তাৰ সৰ্বশৰীৰ অদ্ভুত এটা অনুভূতিত শিহৰি উঠিছিল। পিতাকে মুখৰ ভিতৰতে কিবা এষাৰ কৈ তাৰ মূৰটো চুই দিছিল। আৰু লগে লগে বাটলৈ ওলাই গৈছিল।

এইবাৰ সকলো সন্দেহ দূৰ হ'ল। সি দৌৰি পিতাকৰ ওচৰ চাপি পিচে পিচে গৈ থাকিল।

খালত হাঁহবোৰ সাতুৰি আছিল। পিলখানাৰ ডাউকী কেইজনীয়ে জাহনিৰ আঁৰত কান্দি কান্দি কিবা বিচাৰি ফুৰিছিল। মনাকুছিয়াৰ কাহ তেতিয়া পাতলি আহিছিল। দাচুৰ জীয়েক পিঠাজনীয়ে পদূলি সাৰিবলৈ ওলাই আহিছিল। মন্ত্ৰী পেহাকৰ পদূলিৰ একাষে দেখা গোহালিটোত পেহীয়েকে গোবৰ পেলাই আছিল। গোহালিৰ বেৰৰ

কাষতে বাহিৰত মানুহ পোত যোৱা গোবৰৰ দ'মটোত মঠৰহঁতৰ ঘৰৰ কুকুৰা কেইজনীমানে কিবা খুচৰি আছিল।

বাটৰ খালত নামি কিবা ধুই থকা যবলাৰ বোৱাৰীয়ে পিতাকক দেখি লৰালৰিকৈ পাৰত উঠি জৰি গছজোপাৰ আঁৰত থিয় হৈছিল।

ৰ'দ বেচ উঠিছিল। আহতগুৰিয়েদি নামি খালটোৰ শুকান পিনেদি পাৰ হৈ আলিৰ দাঁতিত পোৱা বগৰীৰ শাৰীয়েই এসময়ত তাৰ চাক্ষুষ অভিজ্ঞতাৰ শেষ সীমা আছিল। সিহঁত যোৱাৰ সোঁফালে পথাৰৰ মাজে মাজে যোৱা একপদীটোৰে হেনো দোকান পায় আৰু মাজতে ফালি পোনাই দক্ষিণলৈ যোৱা পথৰুৱা বাটটোৱেই হেনো ষ্টেচনত উঠেগৈ।

ৰ'দৰ উজ্জলতাত প্ৰকাণ্ড গছ এজোপাৰ তলত ৰঙা টিনৰ চালৰ ষ্টেচন ঘৰটো সি স্পষ্ট কৰি দেখিলে। দোকানৰ পিনে নন্দলাল আৰু নেৱাজৰ গোলাও তাৰ চকুত পৰিল। সি আলিটোত উঠি দুয়োপিনে হেঁচা মাৰি অহা বিৰিণা বৰতাৰ মাজেদি সম্মুখলৈ চাই পঠালে। অদূৰত পাগলীজানৰ ভাগি থকা দলঙখনৰ একাংশ তাৰ চকুত পৰিল। সি মনে মনে অনুমান কৰিবলৈ চেষ্টা কৰিলে শিমলুগছৰ শাৰীটোৰ দক্ষিণে চতিয়না আৰু কোটকৰা জোপাৰ কাষতে থকা গাঁৱৰ শ্মশান-খনৰ কথা।

ওচৰ চাপি অহাত পানীৰ সোঁতৰ কুলু কুলু ধ্বনি শুনি মনটো তাৰ ৰোমাঞ্চিত হৈ পৰিল। গৰুৰ খোজে বহল কৰা খটখটিয়া বাটটোৰে সি যেতিয়া পানীলৈ নামি গ'ল, ভৰিৰ তলুৱাৰ বালিবোৰ খহি পতাৰ তলেদি সৰাক সৰকি যোৱা অনুভৱ কৰি তাৰ গোটেই গাটো সিৰ-সিৰাই উঠিল। ভৰিৰ আঠু চোওঁ চোওঁ হোৱা তলিত ফট্ ফট্ কৰে বালিবোৰ দেখা পানীখিনিত তাৰ বহি দিবলৈ মন গৈছিল। সি তাৰ সোঁফালে চালে; পানীৰ সোতটো জিৰ জিৰ কৰে বৈ গৈ এটা কেঁকুৰিত নল আৰু বৰতাৰ গেজেপনিত হেৰাই পৰিছে। বাওঁফালে দেখিলে তালৈ অৱজ্ঞা ভৰি অদূৰত পানীৰ ওপৰলৈ হালি পৰা নল নে

তগুাবন এডালৰ মূৰত বহি এজনী বগা-নীলা মাছৰোকা চৰায়ে ফানখন নচুৱাই তলত মাছ চাই আছিল। সি লদিয়াবলৈ বুলি তলৰ বালিৰ পৰা গধুৰ জোনাই শামুক এটা বুটলি লৈ হঠাৎ ৰৈ গ'ল। সি পাহৰিয়ে গৈছিল পিতাক যে আগে আগে গৈ আছিল।

শ্মশানখনৰ কাষ পাওতেই কোটকৰা গছজোপা চকুত পৰিল। শুখুনাই কোৱা শুনিছিল তাতে হেনো ভৰ দুপৰীয়া যখিনীয়ে বহি বহি ওকণি চাই থাকে। সি কুকুৰ লৰ দি পিতাকৰ আগ হৈ ললে। তাৰ গাটো হঠাৎ চমচমাই যোৱা যেন লাগিল। গৈ গৈ সোনাদোঙৰ সাকোখন পাৰ হৈ যেতিয়া ধূলিৰ বহল বাটত ভৰি দিলে তেতিয়াহে মনটো তাৰ মুকলি মুকলি লাগিল। তাৰ মনত পৰিল এই একে বাটেদিয়ে আইতাক, বায়েক আৰু কোনোবা কোনোবাৰ লগত দুৰ্গা পূজা চাবলৈ যোৱা। ধূলিয়ৰি বহল বাটটো দেখি সি সেইদিনা কম বিস্মিত হোৱা নাছিল। সি কল্পনাই কৰিব পৰা নাছিল যে, সিহঁতৰ গাঁৱৰ ইমান ওচৰতে ইমান ডাঙৰ এটা আলিবাট আছে।

পূজাত বহুত মানুহ আহিছিল। বাটটো ধূলিৰে নেদেখা হৈছিল। বাটটো আবৰি ধৰা বনৰ আগবোৰ ধূলিতে বগা হৈ পৰিছিল। গৈ গৈ বহল পথাৰ যেন এখনত বহুত মানুহ, বহুত বিভিন্ন মিঠাই আগত সজাই লৈ কত যে দোকানীয়ে দোকান দিছিল। সিহঁতৰ বৈৰাগী-পাৰাৰ বাতিবেঙাই মলাধপাতৰ দোকান দিছিল, বয়মাদলৰ পুতেক ধনীয়াই চাহৰ দোকান দিছিল আৰু শইকীয়াপাৰাৰ তমুৱে দিছিল খৰমা আৰু বাতাচাৰ দোকান।

সি হেৰাই যোৱাৰ ভয়তে সোনাদোঙ পাৰহৈ যি আইতাকৰ আচলত ধৰি লৈছিল একেবাৰে ঘৰলৈ উভতি সোনাদোঙ পাৰ হৈহে এৰি দিছিল।

সি জানে আজি তাক নাম লেখি দিবলৈ নিয়া ইংৰাজী স্কুলখনো পূজা খোলাৰ ওচৰতে কোনোবা পিনে আছে। ধূলিয়ৰি বাটটোৰে সি সমুখৰ পিনে বহুদূৰলৈ চাবৰ চেষ্টা কৰিলে যদিও অলপ আঁতৰত দুয়ো

কাষৰ বননিয়ে বাটটো ঢাকি ৰখাত তাৰ দৃষ্টি প্ৰতিহত হ'ল। পিচ পিনে চ ই দেখিলে অকণ ওখত এখন কাঠৰ দলঙ; তাৰ সিটোপাৰে কি আছে একোকে নেদেখি। বাটৰ বগা নিমজ ধূলিবোৰ তাৰ খোজে পতি উজাৰ খাই উঠিছিল। তাৰ অদম্য লোভ হৈছিল ভৰিৰে যিমান পাৰে ধূলিবোৰ উকৰাই দিবলৈ। কিন্তু পিতাকে কিবা কব পাৰে বুলি সি স্বাভাৱিক খোজত যাবৰ চেষ্টা কৰিলে।

আলিবাটৰ পশ্চিম কাষেদি সোনাদোঙ জানখন উভটি গৈ আছিল। পূব কাষে আছিল ডাঠ বৰতা ইকৰাৰ হাবি। দাঁতিত মাজে মাজে একোজোপা অৰ্জুন বা শিমলু গছ। ছাঁবোৰ বিভিন্ন আকৃতিৰে বাটৰ ধূলিত পৰি আছিল। বাটৰ কাষৰ হলি পৰা বননিৰ পাতবোৰে কেতিয়াবা মুখতে কোবাই দিয়ে। নদীৰ সিপাৰে পথাৰত শইচৰ গুটি বিচাৰি দুই একোজনী বনৰীয়া কুকুৰাই তাক চক খুৱাই তাৰ মুখৰ আগেদিয়ে উৰা মাৰি পাৰ হৈ যায়। পথাৰৰ কাষে কাষে নদীৰ পাৰৰ শৌৰাগছৰ পাতৰ আঁৰত কপৌৰ বাউল কুৰুলি শুনি শুনি সি এসময়ত পাহৰি গৈছিল কাল আৰু পৰিৱেশৰ কথা। আলিৰ মাজেদি ধানৰ বস্তা বোজাই কৰি দুখন ম'হৰ গাড়ী কেৰ কেৰ শব্দ কৰি যেতিয়া সম্মুখৰ বননিয়ে ঢাকি ধৰা অংশটোৰ পৰা স্পষ্ট হৈ ওলাই পৰিল তেতিয়াহে তাৰ মনত পৰিল পিতাকৰ কথা আৰু স্কুললৈ যোৱাৰ কথা।

সেইদিনা স্কুললৈ আহি বাটত পূজাৰ খোলাখন পাওতে তাৰ মনটো মুহূৰ্ত্তৰ বাবে বিষণ্ণ হৈ পৰিছিল। এজোপা বুঢ়া তেতেলীগছ আৰু বেৰ নোহোৱা এটা ঘৰত বাদে একেবাৰে ফাগুনৰ উদং পথাৰৰ দৰে উকা উকা লাগিছিল পূজাৰ থলীখন। তাৰ মনত ভাঁহি উঠিছিল বহুত ব্যস্ত মানুহৰ সমাৰোহৰ এটা দৃশ্য। ধূপ-ধূনা-তেল-জুই-মিঠাইৰ এটা মিশ্ৰিত গোন্ধৰ কথা তাৰ মনত পৰিছিল। মিঠাইৰ টোপোলা লৈ ঘৰত ভাগ-বতৰাত বায়েকৰ লগত যে প্ৰায়ে উখনা উখনি লাগিব-লগীয়াত পৰে সেই কথাটোৱেও বাৰে বাৰে তাক আমনি দিছিল।

প্ৰকাণ্ড আহত এজোপাৰ তলত পিতাক বৈ গ'ল। আৰু তাৰ বাবে বাট চাই থাকিল। পিতাকক তালৈ চাই থকা দেখি তাৰ চিন্তা ব্যাহত হ'ল। আৰু সি দৌৰি আহি পিতাকৰ লগ ললেহি।

ঘৰটো দেখিয়ে তাৰ ভাল লাগি গ'ল। মজিয়াখন মাটিৰ ওখোৰা মোখৰা হলেও চাল আৰু বেৰবোৰ সমস্ত টিনৰ। এনেদৰে টিনৰ ঘৰ জীৱনত সেয়ে সি প্ৰথম দেখি'ছিল। ইয়াৰ আগতে স্কুল বুলি সি সিহঁতৰ চ'ৰাঘৰত পঢ়িছিল। য'ত তাক আৰু গাঁৱৰে কুৰি পঁচিছজনমান ল'ৰাক সিহঁতৰ ঘৰত থকা হেমচন্দ্ৰ পণ্ডিতে পঢ়াইছিল। তাত ল'ৰাবোৰ নতুন নাছিল; ঘৰটো, ল'ৰাবোৰ, মাষ্টৰ কতো বিস্ময়ৰ অৱকাশ নাহিল। সিহঁতে জানেই খাটাৰামৰ পুতেক বেল্লাই পিঠিত কাপোৰৰ তলত প্ৰায়ে তামোলৰ ঢকুৱা বান্ধি আনে। ছায়া ডটীয়াৰ পুতেক বলোৰামে খুব কমেহে লগৰ লগত মাতবোল কৰে। মাৰিলেও চকুপানী নোটোকে। অ'দিৰামৰ পুতেক শুথুনা পঢ়াত চোকা, কিন্তু প্ৰচণ্ড দগাবাজ। অংক ঠিকেই কৰে, কিন্তু পাতোতেই ভুল কৰি মাৰ খায়। লোকক জোকোৱাত তাৰ সমসৰী নাই। বেল্লা আটাইতকৈ বলী বাবে কেৱল তাকেহে ভয় কৰে। মনাকুচিয়াৰ পুতেক কেৰেপা তাৰে দৰেই পেনেৰা, পণ্ডিতৰ সামান্য ধমকতে চকুপানী ৰখাব নোৱাৰে। মন্ত্ৰীপেহাকৰ পুতেক সাধিৰামে পিতাকত বাদে মাষ্টৰৰো কথা নুশুনে। পিতাকে প্ৰায়ে স্কুলৰ পৰা পথাৰত গৰু চাবলৈ তাক মাতি লৈ যায়।

এইবোৰ একোৱেই তাৰ বাবে নতুন নহয়। আনকি পিতাকে চ'ৰাঘৰত স্কুলখন পাতি দিয়াৰ আগৰ পৰাই জানিছিল দক্ষিণ পিনৰ খিৰিকীখনেদি সোমাই অহা ৰ'দখিনিয়ে কেতিয়া কেনেৰূপ লয় চ'ৰাঘৰৰ কেঁচা মজিয়াত। চালৰ কোনডাল মাৰলি আৰু কোনডাল কৰাত কেইটা ঘূণৰ ফুটা আছে আৰু কোন সময়ত ভোমোৰাবোৰ আহি ইটো ফুটাৰ পাচত সিটো ফুটাত সোমাই গুণগুণাই মনবোৰ

উদাস কৰি তোলে। বছৰৰ প্ৰথম বৰষুণ জাকৰ পানী কোন কোন পিনে উৰুখি পৰে সি এতিয়াও দেখুৱাই দিব পাৰে।

এই স্কুল ঘৰটো, তাৰ পৰিৱেশ তাৰ বাবে একেবাৰে নতুন নতুন লাগিল। কিছুদিন অহাৰ পাচত বাটৰ বিস্ময়বোৰ শেষ হৈ স্কুলটোৰ ভিতৰতে যেন থুপ খাইছিলহি। আলিৰ সিপাৰৰ প্ৰকাণ্ড আহত জোপাৰ ডাল এটা পূব পিনে বাঢ়ি আলিবাট পাৰ হৈ সম্মুখৰ বাৰান্দাৰ চাল চুইছিলহি। মাজে মাজে ৰতাহত ডাল-পাতবোৰে টিনৰ চালত যেতিয়া খৰ খৰ শব্দ কৰে সি দেহত অনুভৱ কৰে এটা অদ্ভুত শিহৰণ।

আৰু যেতিয়া বৰষুণ আহে, টোপালবোৰে যেতিয়া কোলাহল কৰি টিনৰ চালত পৰে তাৰ দেহমন ৰোমাঞ্চিত হৈ যায়। ঘনশ্যাম চাৰে ইংৰাজীৰ সাহিত্য হাতত লৈ বৰষুণৰ কাৰো মাত কতো নুশুনা শব্দত যেতিয়া নিৰুপায় হৈ নীৰৱে সিহঁতৰ ক্লাচৰ চকীখনত বহি থাকে তাৰ চিঞৰি চিঞৰি গোলমাল কৰি দিবৰ মন যায়।

উত্তৰ-পূবচুকৰ বাৰান্দাত আকৌ শালিকাৰ বাহ। চ'ত-বহাগত বাহ সজা জেগা লৈ নিতউ কোৰাল। ভূগোলৰ ৰজত চাৰে মাজে মাজে অতীষ্ঠ হৈ ৰুল মাৰিডালেৰে বেৰতে কোবাই শালিকা জাকক ভয় খুৱাই খেদাই পঠায়। অলপ পাচতে ভয় পাহৰি সিহঁত আকৌ যুঁজি-বাগৰি কোৰালত কাণৰ মাকৰি লৰায়।

প্ৰথম কেইমাহমান স্কুললৈ আহি তাৰ সঁচাকে ভাল লাগিছিল। আগতে ফুটুকী আইতাক থকা ঘৰটোৰ ছাঁটো চুটি হৈ গৈ গৈ চোতালৰ সোঁমাজ পোৱাৰ আগতেই সি অস্থিৰ হৈ পৰিছিল স্কুললৈ ওলোৱাৰ বাবে। মনে মনে ককায়েকে লেহেম কৰাত খঙো উঠিছিল। ককায়েকে লেহেম কৰাৰ এটা যথাৰ্থ কাৰণো আছিল। কিয়নো অহাৰ আগতে পিতাক থকা ঘৰৰ পুথি থোৱা চাঙৰ এঢ়াঁতিত থকা হাত চন্দুকটোৰপৰা দুটা পাতি পইচা হাত কৰাৰ নিতান্ত প্ৰয়োজন। চেগ চাওতে পলম হয় কেতিয়াবা কেতিয়াবা। সিও

পিচে বাধ্য হয় মনে মনে মানি লবলৈ। কাৰণ সি জানে সেই পইচাৰে সিহঁতৰ ছুদিনৰ ৰচদ যোগাৰ হয়। এপইচাৰে লেজাৰত ঠাকুৰৰ দোকানৰ পৰা চাৰিটা বন বিস্কুট বা ছখন পানকটা পায়। সেইকণ যোগাৰ নাথাকিলে ককায়েকৰ লগত পৰি লাজ মান কাটি কৰি লক্ষীকান্তৰ পাকঘৰত চেপেটা লেপেটা হৈ আশা পালি ৰৈ থাকিব লগীয়া হয়।

লক্ষীকান্ত দূৰৰ গাঁৱৰ। ক্লাচ ফাইভত পঢ়িছিল বোর্ডিঙত থাকি। শনিবাৰে আবেলি ঘৰলৈ গৈ সোমবাৰে পুৱাতে ৰচদ-পাতি লৈ উভতিছিল। লগত আনিছিল সান্দহগুড়ি আৰু কুঁহিয়াৰৰ মিঠৈ। সি কেতিয়াবা চাই থাকিব নোৱাৰি সিহঁতকো দিছিল আৰু মাজে মাজে সিহঁতৰ আগতে নিজৰ ভাগে খাই শেষ কৰিছিল। সি মনতে অতিশয় কষ্ট অনুভৱ কৰিছিল কিন্তু ককায়েকৰ কাৰণে নোযাৱাকৈও থাকিব নোৱাৰিছিল।

কেতিয়াবা আকৌ এই ককায়েকৰ কাৰণেই তাৰ স্কুললৈ অহাটো বন্ধ হৈছিল। বিশেষকৈ বাৰিষা আৰু যিদিনা ককায়েকে ঘৰত অংক কৰি অথবা মেপ আঁকি নিনিয়ে। শিমলুৰ তলৰ সেইখিনি জিৰণীয়া গৰুৰ পালে বাৰিষা পিছল কৰি ৰাখে। ককায়েকৰ পৰামৰ্শমতে সি তাতে ঘেপেংকৰে পিছলি পৰি কাপোৰ-কানি লেতেৰা কৰি ঘৰলৈ উভতি যায়; সি ভয় কৰিব পাৰে বুলি ককায়েকো লগতে উভতিব লগীয়া হয়।

প্ৰথম যিদিনা সি স্কুলৰপৰা ঘৰলৈ উভতি আহিছিল আইতাক নঙলামুখতে তাৰ কাৰণে আছিল বাট চাই। নঙলামুখতে সি চুৰীয়া চোলা খুলি আইতাকৰ হাতত দিছিল। ইমান পৰে সি পাহৰি আছিল গাত ভীৰ কৰি তোলা চুৰীয়া চোলাযোৰৰ কথা। ঘৰ পায়েই তাৰ অসহ্য লাগিল আৰু খুলি আইতাকৰ হাতত দিহে স্বস্তিৰ নিশ্বাস কাঢ়িছিল।

আইতাকে তাক সাৱটি ধৰি মনে মনে কৈছিল—

: তই আৰু এতিয়া মানুহৰ আগত নাঙঠ নহবি। তই এতিয়া ডাঙৰ স্কুলত পঢ়িবি। ডাঙৰ হাকিম হবি। তোক মানুহে লাজ দিব নহয় ?

: মই কিবা মানুহৰ আগত হৈছো নেকি ? ব'ল গামোছাখন বিচাৰি দেগৈ নাঙঠ হব নালাগে যদি।

সি যেন এইমাত্র পৃথিবীখন তল-ওপৰ কৰিহে আহিল এনেদৰে ডাঙৰ মানুহৰ দৰে গহীন হৈ আইতাকৰ লগে লগে গৈ আছিল। ভিতৰত চোতালত পকাপাণ বিচাৰিবলৈ আহি পিতাকৰ পেহীয়েক দাচুৰ মাক কাওতালীবুঢ়ী চোতালতে বহি তামোল খুন্দি আছিল। তাক দেখি কৈছিল—

: অই নিধক, মই ইয়াতে তোৰ ন কইনাজনী বহি আছোঁহি, তোৰ লাজ লগা নাই নে কাপোৰ-কানি এৰি দিগম্বৰী হবলৈ। মই তোক কেতিয়াও বিয়া নকৰাওঁ।

: নালাগে যা চালী—

: এহ্ নাপায় নহয়। আবুৱেকক তেনেকে কয়নে ? ধেমালিহে কৰিছে আকো।

তাৰ মুখত হঠাৎ ওলাই অহা অশ্লীল গালিবোৰ আইতাকৰ বাধা পাই তল পৰিল। বুঢ়ীয়ে আৰু কিবাকিবি কৈ কাও কাও কৰে মুখখন বজাই থাকিল আৰু আই চিকৌ বুলি তাক লাজ দি খুন্দা তামোলৰ পিকেৰে চোতালৰ সেইখিনি ৰঙা কৰি থৈ এসময়ত উঠি গৈছিল।

পশ্চিমৰ ওখ চেৰা জোপাৰ ছাঁটো দীঘল হৈ খুৰীয়েকহঁতৰ বেৰ চুলেহি আৰু খুৰীয়েকহঁতৰ ঘৰৰ ছাঁটো দীঘল হৈ ফুটুকী আইতাক-হঁতৰ দুৱাৰ মুখখন ঢাকি ধৰিছিলহি। অমিতাপাতৰ পিঠাগুৰি দিয়া আঞ্জাৰে সাজি থোৱা ভাতকেইটা কাণে-নাকে গুজি হাতখন তপিনাত মচি সি দৌৰি ওলাই আহিছিল আলিবাটলৈ। নঙলামুখৰ নাৰিকল জোপাৰ তলত খাটাৰ ভায়েক মণিৰামৰ ম'হৰ গাড়ীখন বৈ থকা দেখিছিল। ডাঙৰ দদায়েকে মঠৰ আৰু দখৰহঁতৰ হতুৱাই গোহালি ঘৰৰ সমুখৰ বোকাখিনিৰ সিটো কাষে আলিবাটতে কিছুমান ধান

বাও দিয়াই আছিল। সি গধূলি হব বুলি আশংকা কৰি কৈছিল ততাতৈয়া কৰিবলৈ। দদায়েকে ধমক দি কৈছিল—

: ৰচোন, গধূলি হ'ল বুলি ধান কেইটা বাও নিদিয়াকৈ পটানে চটানে বেচিবলৈ পঠাবিনে ? তাকোতো আমাৰ দৰে মানুহেই খাব।

সি এই ব্যস্ততাবোৰ চাই আছিল। ধানবোৰ থৈলাত ভৰাই দখৰে আৰু মঠৰে ধৰি দ'ণ্ডি লৈ থেকেচি দিয়া আৰু পটুহাতেৰে মণিৰামে থৈলাৰ মুখবোৰ পিঠীয়া তমালেৰে চিলাই যোৱা, ওচৰৰ খালটোৰ পৰা হাঁহবোৰৰ এজাক উঠি আহি ওচৰত ডিঙি মেলি মেলি ধানলৈ চাই আশা পালি ৰৈ থকা আৰু অলপ আঁতৰত আলিৰ দাঁতিত ম'হহালে শব্দ কৰি ঘাঁহ খাই থকা দৃশ্যবোৰ উপভোগ কৰি সি আলিবাটতে বহি আছিল।

শুখুনাও ক'ৰবাত ফান্দ পাতি ধৰি অনা কাণকুৰুলা চৰাই এজনী ৰচীৰে ওলোমাই লৈ ওচৰতে বহিলহি। আৰু কোনোবা কোনোবা কেইটামান আহি ভাল এটা জুমেই হৈছিল। কাণকুৰুলাজনী চটফটাই থকা দেখি তাৰ বহু কথা সুধিবৰ মন গৈছিল, কিন্তু সি সেইদিনা ইৰাজী স্কুলত পঢ়ি অহা কথাটোৱে তাক বেচি সচেতন কৰি তুলিছিল। সি শুখুনাক তাৰ গুৰুত্ব জাহিৰ কৰাৰ সুযোগ দিব খুজিছিল। কোনো আগ্ৰহ প্ৰকাশ নকৰি সি নীৰৱে ধানবোৰ থৈলাত ভৰোৱাৰ পিনেই একমনে চাই থকাৰ ভাও জুৰিছিল।

এতিয়া তাৰ সেই অনুভৱবোৰ একেবাৰে পুৰণি হৈ পৰা যেন লাগিল। কিমান দিন-কিমান মাহ, কত ৰ'দ-কত বৰষুণ, বোকা ধূলি গচকি গচকি সেই একেটা বাটেদি, একেটা ঘৰলৈকে গৈ গৈ অৱশেষত গতানুগতিক-তাৰ অৱহেলাই তাৰ মনক সময়ে সময়ে বিৰক্ত কৰি তুলিছিল।

সিহঁতে ফুটুকী আইতাক থকা ঘৰৰ ছাটো চোতালৰ সোঁমাজ পোৱাৰ লগে লগেই ঘৰৰ পৰা ওলায়, বাটত বলোৰাম ৰৈ থাকে, সেইখিনি তিনিও গৈ আহতগুৰিতে সিহঁতৰ গাঁৱৰ পশ্চিমৰ জাৰমালাৰ পৰা অহা শশীক লগ পায়। বুঢ়া চকীদাৰ লোহিত সিহঁতৰ আগে আগে যায়।

বহল আলিবাটটোৰ কাষে কাষে গৈ সোনাদোঙ জুৰিখনে য'ত লগ এৰি অকণ পশ্চিমে ভাঁজ লৈ আঁতৰি পৰে সেইখিনিৰ পৰা প্ৰায় নিতউ একেদৰে লোহিত চক্ৰীদাৰে মৰা ৰ্‌ৰাণিং বেল শুনে আৰু ফাইনেল পৰাৰ আগতে স্কুল পোৱাৰ উদ্দেশ্যে বেগাই যায়। প্ৰথমে লোহিত চক্ৰীদাৰে কাঁহৰ ঘুৰণীয়া ঘন্টাটো লৈ বেল মৰাৰ সাৱলীল ভংগীটোকে সি বহুদিনলৈ বিস্ময় বিমুগ্ধ দৃষ্টিৰে লক্ষ্য কৰিছিল। প্ৰথমে তিনিটা ঠোকৰ মাৰি ঘন ঘনকৈ ঠোকে, মাজতে আকৌ তিনিটা কোব আকৌ ঘন ঘনকৈ দীঘল ঠোকনি তাৰ পাচত তিনিটা কোবত ৰ্‌ৰাণিং বেল শেষ হয়। মাজৰ কোব দুটা হলে আৰু ঠোকনিৰ সময় চমু হলে বুজিব লাগিব সেয়া ফাইনেল বেল।

আগেয়ে বাটটোৱেই প্ৰতি পদে তাৰ বাবে সঞ্চিত কৰি ৰাখিছিল কৌতুকাবহ বিস্ময়। ওচৰতে চমক লগাই দিয়া তিতৰৰ মাত, দেখি দেখি হঠাৎ থিততে হেৰাই যোৱা কুকুহা চৰাইৰ চঞ্চলতা, পথাৰত অসীম ধৈৰ্য্যৰে বগলী আৰু কনোৱাৰ আহাৰৰ সন্ধান এই দৃশ্যবোৰে তাৰ সম্মুখত উন্মোচিত কৰি ধৰিছিল হেপাহ নপলোৱা উপভোগৰ ৰহস্য।

গৈ গৈ য'ত জুৰিখন আঁতৰি গৈছিল বাটটোৰ কাষৰ পৰা তাতে অলপ পথাৰৰ দৰে মুকলি। সেইখিনি পাৰ হৈয়ে গাঁও আৰম্ভ হয়। তাত কিমান ঘৰ মানুহ আছিল সি আজিও নাজানে। বাঁহে ঘেৰা বাৰীৰ মাজত কুকুৰ আৰু কুকুৰাৰ মাত আৰু বাঁহৰ গেজেপনি সৰকি পাৰ হৈ অহা ধোঁৱাই আছিল গাঁৱৰ চিনাকি। আলিৰ কাষতে কৰচ আৰু শোৰাগছৰ ছায়াঘন কুঞ্জত আছিল গাঁৱৰ গোসাঁইথান। এজোপা ডাঙৰ শোৰাৰ আঁৰত এটা সৰু অকমান ভগাছিগা ঘৰে গহন লগা কৰি তুলিছিল ঠাইডোখৰ।

থানখন পেলাই থৈ অলপ গলেই বাওঁপিনে ৰামচন্দ্ৰ কেঞাৰ দোকানখন সোঁফালে মৌজাদাৰহঁতৰ দুৰ্গাপূজাৰ ঠাই। তাৰপৰা অলপ গৈয়ে বাওঁফালে ঠাকুৰৰ দোকান। তাৰ পাচত প্ৰকাণ্ড আহত-

জোপা বাওঁফালে ৰাখি সোঁফালে সেয়া সিহঁতৰ স্কুল। প্ৰথমতে ভাবিছিল, এই আলিবাটটোৰে গৈ থাকিলে আৰু বা কি কি পোৱা যাব? কাৰোবাৰ ঘৰ, কোনোৱা গাঁও, হয়তো আগতে শুনা নামৰ অটব্য জংঘল!

পিচলৈ তেনে প্ৰশ্ন তাৰ মনলৈ নহাই হ'ল। বাটটোৰ সেইখিনি ইমান চিনাকি হৈ পৰিল যে, তাৰ প্ৰতিটো খাল, উজুতি খোৱাকৈ ওলাই থকা প্ৰতিডাল গছৰ শিপা সি চকুমুদি কব পৰা হ'ল।

প্ৰথমতে আৰু এটা অদম্য কৌতুহল আছিল পঢ়াৰ বিষয়বস্তুৰ কাৰণে। কুমুদ আৰু ঘনশ্যাম চাৰে পঢ়াইছিল ইংৰাজী; হেমচন্দ্ৰ চাৰ আছিল নৰ্মাল থাৰ্ড ইয়াৰ। শিকাইছিল অংক। ৰজত চাৰে পঢ়াইছিল ভূগোল আৰু জয়ফুলে বুৰঞ্জী।

ৰজত চাৰে ভূগোল পঢ়ালেই নতুনতে সি পৰম উৎকণ্ঠাৰে শুনি আছিল কিজানি মাজতে হঠাৎ ওলাই যায় সিহঁতৰ গাঁৱৰ নাম। ভূগোলত ক'ৰবাত কাঠৰ কল আছে; ক'ৰবাত ভদ্ৰলোকৰ বসতি স্থান। সিহঁতৰ তাতোতো নেৱাজ কেঞাৰ তাত মৰাপাট গাঁঠি বন্ধা কল আছে, হৰেশ্বৰ দৰ্জিৰ চিলাইৰ কল আছে। সি পঢ়াবোৰ মন দি শুনিছিল আৰু নিতউ আশা পালি বৈ আছিল পিচৰ পঢ়াৰ বাবে।

বুৰঞ্জীতো ঘনশ্যাম চাৰে কৈছিল ৰজা আৰু যুদ্ধৰ কাহিনী। তাকে শুনি শুনি সি নিতউ উদগ্ৰ আশাৰে বৈ আছিল ক'ৰবাত সিহঁতৰ ঘৰৰ কথা, সেই পৰোপকাৰী মৌজাদাৰৰ ঘৰৰ কথা, ঘনাই তহচীলদাৰৰ কথা ওলায়েই জানোচা!

লাহে লাহে উৎকণ্ঠা, সেই আশা নিজৰ মানতে অৰ্থহীন হৈ পৰিল। সেই অনুভূতিবোৰ নিতান্ত অপ্ৰচলিত যেন লগা হৈ পৰিল। অৱশ্যে এইবোৰৰ বিনিময়ত সি লাভ কৰিছিল কিছুমান অভিনৱ প্ৰমূল্যক, একেবাৰে অভুতপূৰ্ব অনুভূতিক। যাৰ কল্যাণত সি লাভ কৰিছিল ইমানদিনে অপূৰ্ণ হৈ থকা কিছুমান অভিজ্ঞতা আৰু নিবৃত্ত হৈছিল তাৰ সুদীৰ্ঘ অশান্ত কৌতুহল।

সেইদিনা গৰমৰ বন্ধৰ আগদিনাৰ মৰ্ণিং ক্লাচ আছিল।

তাৰ কিছুদিনৰ আগতে বছৰেকীয়া পৰীক্ষা হৈ গৈছিল। তাৰ তেতিয়া মনত পৰিছিল হেমচন্দ্ৰ পণ্ডিতৰ পাঠশালাত প্ৰথম পৰীক্ষা দিয়াৰ কথা। পণ্ডিতে নিজৰ থকা ঘৰৰ দুৱাৰ বন্ধ কৰি বহুত পৰ অকলে অকলে কোনো সাৰি-শব্দ নোহোৱাকৈ সোমাই থকাত তাৰ যে কি বেয়া বেয়া চিন্তাবোৰ মনলৈ আহিছিল, এতিয়া ভাবিলে তাৰ নিজৰে লাজ লাগি যায়। সি এতিয়া জানে, আচলতে তেতিয়া পণ্ডিতে প্ৰশ্ন কাটিছিল।

এই স্কুলত অৱশ্যে প্ৰশ্নবোৰ কটা সিহঁত কোনেও নাজানে। নহলে বাকীবোৰ কথা একেই। প্ৰশ্নৰ উত্তৰ লেখা বহীবোৰ ঘৰৰ পৰা ল'ৰাই লৈ যাব লাগে। অৱশ্যে এইবাৰেই যি; অহা পৰীক্ষাবোৰত হেনো বহীও নিব নালাগিব। সি এই কথাটো অদ্ভুত এটা যোগা-যোগৰ ফলত জানিব পাৰিছিল।

পৰীক্ষাৰ দুই তিনিদিনৰ পাচতে এদিন আবেলি পিতাকে তাক সৰু ফুলচকী বোলা সিহঁতৰ স্কুল থকা গাঁওখনলৈ লৈ আহিছিল। সি আহি দেখিলে মৌজাদাৰৰ ঘৰৰ দুৰ্গাপূজা পতা আহল বহল ঠাই ডোখৰতে এঠাইত দুখন বাঁহৰ চাং পতা আছিল। তাতে দহ বাৰজন মানুহ আগৰে পৰাই বহি আছে। হাতত আছিল সুদীৰ্ঘ ব্যৱহাৰে চিকচিকীয়া কৰা বাঁহৰ লাঠি; মূৰত পাগুৰি, পিন্ধনত আঠুমূৰীয়া চুৰীয়া, গাত হাতেবোৱা কাপোৰৰ বনিয়ন আৰু কান্ধত চেলেং একোখন।

টেঙাজাৰৰ মহৰীবুৰাৰ বয়স আছিল সকলোতকৈ বেছি। লাঠিৰ মূৰত আছিল ৰূপৰ টুপী খুওৱা। চুৰীয়াখন অলপ বেছি তললৈ নমা। সি বহি আছিল এখন হাত নোহোৱা চকীত। পিতাকক অহা দেখি

মহৰীবুৰাত বাদে আটায়ে বহি থকাতে অকণ লৰি চৰি ললে। মহৰী-বুৰাই চিঞৰি উঠিল—

: অই বাবাজী, আহিলিনে? এতিয়াহে সময় পালি! আক (অশ্লীল) এটাৰটো আহিবৰ খেনে মিলা নাই। ৰাইজৰ কাম এনে আমিৰী চেলালে হয়নে বাৰু? চালা (অশ্লীল)।

এগালমান অশ্লীল গালি পাৰি ললে এতিয়াও আহি নোপোৱা মৌজাদাৰক উদ্দেশ্য কৰি। বিৰক্তিতে মৌজাদাৰৰ কাৰণে মাজতে পাৰি থোৱা শূন্য চকীখন হাতেৰে বগৰাই দিছিল। কিন্তু দূৰতে মৌজাদাৰক আহি থকা দেখি ওচৰতে আমন জিমনকৈ ৰৈ থকা লোহিত চকীদাৰে আথে-বেথে চকীখন ঠিক কৰি থলে। এনেতে আমিৰীকুঁজা খোজত চটিজোতাৰ শব্দ কৰি মৌজাদাৰ আহি পালেহি। চকীত বহাৰ পাচতো মহৰীবুৰাৰ গালিৰ অন্ত নপৰিল।

হাতত লৈ অহা হোকাটোত হোপা কেইটামান মাৰি মৌজাদাৰে সুধিলে—

: কাকনো বকিছ বিয়ৈ?

: (অশ্লীল) তোক বকিলে কিবা দায় লাগিব নেকি?

কথাষাৰ কবলৈহে পালে; মৌজাদাৰ একেবাৰে জাঙুৰ খাই উঠিল। তাৰ পাচত দুয়োৰে মাজত সেয়া যে কি ভীষণ বাকযুদ্ধ। দুয়োৰে মুখৰ পৰা খোদ সৰস্বতীৰ কণ্ঠ নিগৰা যিবোৰহে বাক্য ওলাল, সি এবাৰ পিতাকৰ মুখলৈ, এবাৰ মানুহবোৰৰ মুখলৈ সন্তৰ্পণে চাই কোনেও নেদেখাকৈ ঠাকুৰৰ দোকানত সোমালগৈ। সি শুধুনা খাটাৰামহঁতৰ মুখতো এনে নিধক মাত শুনা নাছিল। আনকি সিহঁতৰ ভিতৰৰ চোতালত ঘৰত পিতাক নথকা আবেলিবোৰত গাঁৱৰ বুঢ়ীবোৰে যিবোৰ নিলাজ কথা কয় সেয়াও ইয়াৰ ওচৰেই চাপিব নোৱাৰে। অবাইচ কথাৰে কথা কটাকটি হৈ থকাৰ মাজতে মৌজাদাৰৰ খোঁৱাখোৱাৰ ওপৰৰ পৰা চিলিমটো খুলি লৈ হোপা কেইটামান মাৰিলে। সেই ছেগতে মৌজাদাৰে ক'লে—

: ময়ে সভাপতি হলো দেচোন। এতিয়া হিতৰামে কচোন কি কি কৰলগীয়া আছে।

পিতাকৰ উপকৰা নামটোৱে বাবাজী বুলি মাতিলেই তাৰ পিতাকক অসন্মান কৰা যেন লাগে। মৌজাদাৰে হিতৰাম বুলি আচল নামটো কাঢ়ি মতাত তাৰ মনে মনে মৌজাদাৰৰ প্ৰতি শ্ৰদ্ধা হ'ল।

পিতাকে সভাপতিৰ নিৰ্দেশ পাই স্কুলখনৰ বোৰ্ডিং, খেল পথাৰ আৰু পৰীক্ষাত বহী দিয়া এই সমস্যাবোৰৰ বিষয়ে আলোচনা কৰিবলগীয়া আছে বুলি কলে আৰু লগতে স্কুলৰ আৰ্থিক অৱস্থাৰ বিষয়েও জানিবলৈ দিলে। পিতাকে বিশেষকৈ জোৰ দিলে ডাঙৰ এটা বোৰ্ডিং ঘৰ সজাৰ ওপৰত। বোৰ্ডিঙৰ ব্যৱস্থা নোহোৱাত ল'ৰাবিলাকে পোৱা অাহুকালৰ কথাও পিতাকে উন্মুকিয়াবলৈ নাপাহৰিলে।

মহৰীবুৰাৰ হয়তো খং তেতিয়াও মাৰ যোৱা নাছিল। পিতাকৰ কথাৰ মাজতে অবাইচ মাত এষাৰ মাতি এনে এষাৰ মন্তব্য দিলে যাৰ অৰ্থ হয়গৈ এই ল'ৰাবোৰৰ কাৰণে ইস্কুল টিস্কুল ইমান কষ্ট কৰি পতাৰ কোনো মানেই নহয়। সিহঁতৰ চাল-চলন পূজা কৰি এৰি দিয়া একো একোটাহঁত যাড় গৰুতকৈ কোনো গুণে ভাল নহয়।

পিতাকে কথাৰ প্ৰসংগতে পৰামৰ্শবোৰো এটা এটাকৈ দি গ'ল। মৌজাদাৰে নীৰৱে শুনিলে আৰু পিতাকৰ কথাৰ শেষত নিজে উঠিল আৰু ক'লে—

: এতিয়া সভাপতিৰ মন্তব্য নহয়? মই কি কম? হিতৰামৰ কথাই মোৰ কথা। হাতভাঙা গাওঁবুৰাই মানুহখিনি আনিবি, নন্দ গাওঁবুঢ়াই বাঁহ, ক'লা মণ্ডলে খেৰখিনি আৰু বিয়ায়ে ইকৰাখিনি আনিবি। যাঃ এতিয়া সভা ভংগ।

কথাষাৰ কৈয়ে মৌজাদাৰে বিয়ৈয়েকক লৈ উভতিল। বাকীখিনি মানুহক পিতাকে কামবোৰ আকৌ এবাৰ সোঁৱৰাই দি হাতভাঙা, ক'লা মণ্ডল আৰু ধনু মেম্বৰক লগত লৈ ঘৰৰ পিনে খোজ ললে।

তাৰ এসপ্তাহমানৰ পাচতে বাঁহ অনাই বাঁহ আনিলে, ইকৰা অনাই

আনিলে ইকৰা, কাম কৰাই কাম কৰিলে আৰু চাওতে চাওতে দীঘল দীঘল ছুটা বোৰ্ডিং ঘৰ হৈ পৰিল পূজা হোৱা ঠাই ডোখৰৰ উত্তৰ কাষেদি। তাতে এজনৰ পিচত এজনকৈ কল্প আহিল, পৰশু, নবীন, বেণুধৰ, ঋষি, ভৈয়াম, বুদ্ধু, লক্ষীকান্ত এনেদৰে দুৰৰ ল'ৰাবোৰ আহি থাকিবলৈ লৈছিল। লাহে লাহে স্কুলখনৰ চাৰিওপিনৰ আগৰ পৰিৱেশ বদলি হৈ একেবাৰে অভিনৱ এটা পৰিৱেশৰ সৃষ্টি হৈছিল।

লোহিত চকীদাৰ এতিয়া স্কুলৰ বাৰান্দাতে এটা চুক ঘেৰি লৈ থকা কৰিছে। ছুটীৰ পাচত আগেয়ে মাষ্টৰ যি দুই চাৰিজন তাতে আছিল তেওঁলোকে আগৰ দৰে দোকানৰ পিনে ফুৰিবলৈ নাহে। কিয়নো স্কুল ছুটীৰ পাচতহে অঞ্চলটোত আচল ব্যস্ততা আৰম্ভ হয়। হুলস্থূল কৰি ল'ৰাবোৰে মৌজাদাৰহঁতৰ বাৰীৰ পিচপিনে থকা বাকৰিখনত বল খেলিবলৈ যায়। এন্ধাৰ হোৱাৰ লগে লগে গা পা ধুই আলিবাটত ফুৰে। সিহঁতৰ প্ৰয়োজন মিটাবৰ বাবেই ঠাকুৰৰ দোকানৰ ওচৰতে শচীনে এখন গেলামাল আৰু মনোহাৰীৰ দোকান আৰু ফণীধৰে এখন চাহৰ দোকান আৰু শংকৰে এখন পাণ-বিৰীৰ দোকান খুলিছিল।

ৰামচন্দ্ৰ কেঞাৰ কাষতে ক্ষিতীশে এখন ষ্টেচনাৰী দোকানো খুলিলে। গোন্ধতেল, স্নো, পাউদাৰ, বিষহৰি, চুচীমালতী, পেন, কাগজ আদি সকলোবোৰ এতিয়া তাতেই পোৱা হ'ল। সৰস্বতী পূজাত নোগোন্ধোৱা ধূপ বিচাৰি বা সেন্দুৰ বিচাৰি আৰু পূজাৰ খানাৰ বাবে গৰম মছলা বিচাৰি নন্দলাল কেঞাৰ গোলা আৰু বেলআলি পাৰ হৈ মনহৰিৰ দোকানলৈ নগলেও চলে।

তাৰ এইবোৰ পৰিবৰ্ত্তন সত্ত্বেও স্কুলৰ আটাইতকৈ ৰহস্যময় লাগিছিল লোহিত চকীদাৰক। সি নপতাফুকন গাৰ্জেনগিৰি কৰিছিল স্কুলৰ গোটেইজাক ল'ৰাৰ ওপৰত। আৰু আচৰিতভাৱে, বুদ্ধু, লক্ষীকান্ত বা নবীনৰ দৰে দুৰ্দ্ধৰ্ষ ল'ৰাবোৰেও তাক মানি লৈছিল। সি আছিল অকৃতদাৰ, গলধন ঢকা সকলো সময়তে সুবিন্যস্ত চুলি আৰু ভিভিত

ৰুদ্ৰাক্ষৰ মালা, দেহ প্ৰায়েই উদং। জহকালি আঠুলৈকে পৰা ঘৰত বোৱা পিন্ধা কাপোৰখন আৰু কান্ধত এখন চাধা গামোছা।
থকা চুকটোৰ পোনে পোনে চোতালখন দেওনাৰে ঘেৰা আৰু সিহঁতৰ ৰান্ধনি ঘৰৰ মজিয়াখনৰ দৰে মচা। পানীপোতাৰ অলপ আঁতৰত এটা সৰু টিপত এজোপা তুলসী। য'ৰ তলত নিতউ গধূলি মাটিৰ চাকি জ্বলি থাকে। দেওনাৰে ঘেৰা অংশটোত আপামৰ জনসাধাৰণৰ প্ৰবেশ নিষেধ।
কথাই কথাই লোহিত চকীদাৰে ফকৰা মাতে, শাস্ত্ৰৰ কথা কয়। ইপিনে আকৌ মনে মনে কুমুদ মাষ্টৰৰ তাত ইংৰাজী শিকে। এদিন তাকে শুনি লক্ষীকান্তই এনেয়ে ধেমালি কৰি কৈছিল—

: জেঠা, বুঢ়া শালিকাই জানো মাত ধৰে?

লোহিত চকীদাৰে হাৰ নামানি তপৰাই উত্তৰ দিছিল—

: শালিকা চৰায়ে পাছে শেনক ধৰিলা।
তপস্বীৰ গায়ে পৰি চিলনী কান্দিলা॥
বুজিলিনে এতিয়া?

: কিনো তাৰ মানে জেঠা?

: বুজিবি, বুজিবি; চকু যেতিয়া ফুটিব চব দেখা হবি।

চব কথাকে লোহিত চকীদাৰে এনেদৰে ৰহস্যঘেৰা কৰি কয়, যি ৰহস্যৰ আঁত কেৱল সিহে ভাঙিব পাৰে।
প্ৰমোদ মাষ্টৰ আকৌ গেম মাষ্টৰো আছিল। বলখেলাৰ উপৰিও কুস্তীও শিকাইছিল। শৰীৰ চৰ্চ্চাৰ কাৰণে ডাঙৰ ল'ৰাৰ এটা দল গোট খুৱাই নিতউ আবেলি তিয়োৱা বুটমাহ খাইছিল। ডিঙিৰে লোহাৰ ৰড বেঁকা কৰা, বুকুৰ ওপৰেদি গৰু গাড়ী পাৰ কৰোৱা এনেবোৰ শাৰীৰিক খেল প্ৰমোদ মাষ্টৰে দেখুৱাইছিল। এদিন দেখাৰ পাচতে নবীনে কোনো শিক্ষা নোলোৱাকৈয়ে কৰিব পৰা হৈছিল। পিচে দুদিনৰ দুটা ঘটনাৰ পাচত প্ৰমোদ মাষ্টৰে শৰীৰ চৰ্চ্চা একেবাৰেই বাদ দি দিছিল।

এদিন আবেলি। শনিবাৰ আছিল; স্কুল হাফ হৈছিল। বল খেলিবৰ কাৰণে প্ৰমোদ মাষ্টৰে ল'ৰাবোৰক ওলাবলৈ কলে। ল'ৰা ওলাল; কিন্তু মূল ল'ৰাজনেই নাই। বুদ্ধু কেপ্টেন নাই। বলৰ আলমাৰীৰ চাবি তাৰ হাতত। পাম-লেচিং-হুইচেল চব তাতে বন্ধ। কোনোবাই ক'লে যে বুদ্ধুৱে চাকোলাৰ লগত ৰামচন্দ্ৰৰ দোকানলৈ গৈছে। কাজেই মাষ্টৰ নিজেই বিচাৰি আহিল। মাষ্টৰৰ অলপ মতলবো আছিল সেই চেগতে ৰামচন্দ্ৰৰ তাত মিঠা চুপাৰি দুডোখৰ খাই যোৱাৰ। মাষ্টৰ অহা দেখি ছাত্ৰও কেইজনমান পিচে পিচে আহিল। লগতে সিও।

গৈ দেখিলে বুদ্ধু চাকোলাই দোকানত কিবাকিবি মাল লৈ আছে। এটা হোলোংগোজ মানুহে ম'হৰ গাড়ী এখনত সিহঁতক সেইবোৰ উঠাই দিয়াত সহায় কৰি আছে।

বুদ্ধুক কথাষাৰ কলে মাষ্টৰে। বুদ্ধু আহিব খোজোতেই মাষ্টৰক ৰামচন্দ্ৰই গাদীলৈ মাতিলে। মাষ্টৰ ভিতৰলৈ যোৱা দেখি বুদ্ধুৱে অৱশিষ্ট কামখিনি শেষ কৰি যাবলৈ বুলি পুনৰ দোকানত সোমাল। কেৰাচিন তেলৰ টিন কেইটা দিয়াৰ পাচত তেতিয়া নিমখৰ বস্তা দুটা চোচোৰাই টানি বাহিৰলৈ অনা হ'ল। আৰু ৰামচন্দ্ৰৰ তাত থকা মেলা কানিয়া, জগতৰ লগত চাকোলা আৰু বুদ্ধুও লগ হৈ নিমখৰ বস্তা গাড়ীত লাদিবলৈ যো-জা কৰা দেখি হোলোংগোজ মানুহটোৱে ক'লে যে, সিহঁতে তুলিব নালাগে ক'ৰবাত গাড়ীখন পিচভাৰী হৈ লুটি খাই যাব পাৰে।

প্ৰমোদ মাষ্টৰে জানিছিল যে, সেইজন চাকোলাৰ পিতাক। গাঁৱৰ মহাজন। নিজৰ দোকানৰ বাবে মাল নিবলৈ আহিছে। মিঠা তামোলৰ টুকুৰা মুখত ভৰাই ওলাই আহি দুৱাৰগৰিয়া পায়ে মাষ্টৰে তধা লাগি ৰৈ গ'ল। চাকোলাৰ পিতাকে দেখোন নিমখৰ দুমোনী বস্তাকেইটা পাঁচ সেৰী দগা দণ্ডাৰ দৰে দাঙি গাড়ীত লাদিছে অকলে! মাষ্টৰৰ বাবে সেয়া আছিল বিস্ময়াবহ অভিজ্ঞতা। বহুত পৰলৈ তেওঁ

একো মাতবোল নকৰাকৈ ল'ৰাবোৰৰ পিচে পিচে আহি আছিল। অৱশ্যে দুদিনমানৰ পিচৰ পৰা পুৰ্ণোদ্যমে পুনৰ শৰীৰ চৰ্চাত লাগি গৈছিল। যদিও সেইদিনাৰ পাচত মাষ্টৰে শক্তিৰ কথা কোৱা নাছিল মাত্র স্বাস্থ্যৰ কথাহে কৈছিল। ল'ৰাবোৰক স্বাস্থ্য ভালে ৰখাৰ বাবেই ব্যায়াম কৰাৰ বাবে উপদেশ দিয়া কৰিছিল।

এদিন অৱশ্যে তাৰো মুদা মৰিল। প্ৰমোদ মাষ্টৰে শাৰীৰিক ব্যায়ামৰ কথা একেবাৰেই বাদ দিয়াটোকে সমীচীন বিবেচনা কৰিলে। সেই ঘটনাটোও ঘটিছিল ৰামচন্দ্ৰ কেঞাৰ দোকানতেই।

দোকানত সেইদিনা পুৱাৰ পৰাই বহুত মানুহৰ সমাগম। আলিৰ দাঁতিতো মানুহে জুম পাতি ৰামচন্দ্ৰৰ দোকানৰ চোতালত ঘটি থকা আমোদজনক ঘটনাটো চাই আছিল। এটা ম'হক কেন্দ্ৰকৰি ঘটনাটো ঘটিছিল। ম'হটো এমাহমানৰ আগতে ৰামচন্দ্ৰই দৰঙৰ পৰা কিনি অনাইছিল। দৰঙ জিলাৰ ম'হক আকৌ নাকী নলগায়। এই ম'হটোকো নাকী লগোৱা হোৱা নাছিল। সেইদিনা ৰাতিপুৱাৰে পৰা বাৰজনমান মানুহে নাকী লগাবৰ কাৰণে চেষ্টা কৰি বাৰে বাৰে বিফল হৈছিল। সিও শশী আৰু বলোৰামৰ লগত স্কুললৈ অহাৰ বাটত মজা চোৱাৰ উদ্দেশ্যে বৈ গৈছিল। তাৰ বিশেষকৈ ভাল লাগিছিল ম'হটোৱে আমনি পাই মূৰটো জোকাৰি দিলে মানুহবোৰ যেতিয়া উফৰি চাৰিওপিনে চিটিকি পৰে।

সিহঁতৰ পিচপিনেই সেই মানুহজন থিয় হৈ আছিল; সি মনেই কৰা নাছিল। মানুহজনে যেতিয়া ডাঙৰ ডাহী মাতটোৰে হাঁহি হাঁহি বিদ্ৰুপ কৰি কৈছিল যে এটা ম'হক নাকী লগাওতেই ইমানবোৰ মানুহ লাগেনে বুলি, মেলা কানিয়াই একেবাৰে চোচা মাৰি আহি জেওৰাৰ সিপাৰে সিহঁতৰ মুখামুখিহৈ ফেৰ পাতি থিয় দিলে আৰু ভেকাহি মাৰি ক'লে—

": ইমানবোৰ মানুহ লাগেনে? তই পাৰিবিনে, আহচোন পাৰ যদি।

সি ঘূৰি চালে। প্ৰকাণ্ড মানুহ এটা। চুটি চুটি চুলি, মাজতে একোচা টিকনি। গাত খাকীৰঙৰ চোলা আধা হাতৰ। পিন্ধনত কোনোমতে টিকা ঢাক খোৱা মলিয়ন কাপোৰ এখন। কুন্দা কুন্দি হাত ভৰি। মানুহজনে চকোৱাৰ ওচৰলৈ আগ বাঢ়ি আহিল আৰু মেলাৰ মুখলৈ সহজভাৱে হাঁহি ক'লে—

: তই মালিক নেকি ম'হৰ, তোৰ কথাত যে মই যাম।

: তই পাৰিবি ?

: পৰা নোৱাৰা মোৰ কথা। তোক কিয় কম।

সিহঁতৰ কথা কটাকটি চাই থাকোতে সি মনেই কৰা নাছিল প্ৰমোদ মাষ্টৰ আৰু ৰামচন্দ্ৰ কেঞা যে দোকানৰ ভিতৰত আছিল। ৰামচন্দ্ৰ কেঞা ওলাই আহি সুধিলে কি হ'ল ?

মানুহজনে ইতিমধ্যে সিহঁতৰ দাঁতিতে কোনোবা এজনৰ লগত দুখ সুখৰ কথাত ব্যস্ত হৈ পৰিছিল। সি কোৱা শুনিলে যে, মানুহজনৰ দিনটোৰ ৰোজটো কোনোমতেই যোগাব নোৱাৰাত সি এই পিনে ওলাই আহিছিল। আজি অন্ততঃ এৰতিও যোগাৰ নহলে সি মৰি যাব। তাৰ মনত তেতিয়াহে স্পষ্ট হ'ল যে, এই আগন্তুকজনে মেলা কানিয়াৰ দৰেই কানিয়া। প্ৰকাণ্ড মানুহটোৱে যেতিয়া কাতৰভাৱে তাৰ দুখৰ কথা কলে, মানুহটোলৈ তাৰ পুতৌ হ'ল। মানুহটোও কিবা এটা আবেগত কৈ গ'ল কিদৰে ঘৈণীয়েকে ঘৰত খাবলৈ নথকা কথাটো লৈয়ে নিতৌ কাজিয়া কৰে আৰু কিদৰে তাৰে ওপৰত তাৰ এই স্বভাৱটোৰ কাৰণে ঘৈণীয়েক, ল'ৰা-ছোৱালী আটায়ে তাক মৰিবলৈ শাওপাত দি থাকে। সি ইমান আবেগেৰে কথাবোৰ কৈ গৈছিল যে, ৰামচন্দ্ৰৰ কথা সি মনেই কৰা নাছিল। ডাঙৰকৈ মতাত সি উভতি চালে—

: কি ?

: তোৰ নাম কি ?

: মোৰ নামেদি তই আকৌ কি কৰ ?

: এইজনে ৰামচন্দ্ৰবাবু, এই ম'হটোৰ মালিক। লগৰজনে চিনাকিটো দিয়াত মানুহজন অলপ বল আৰু ক'লে—

: কি, কিবা কথা আছে নেকি?

: ম'হটো তই বোলে নাকী লগাব পাৰিম বুলি কৈছ?

: কাক? কাক কলো মই?

ৰামচন্দ্ৰই মেলাৰ মুখলৈ চালে আৰু ক'লে—

: তই পাৰিবি নেকি?

: নোৱাৰিবলৈ কিবা হাতী-ঘোৰাৰ মোৰনে?

: দেচোন পাৰ যদি অলপ মদদ কৰি দে।

: মদদ মানে?

: অলপ লাগি-ভাগি দে।

: মাগ্‌নাই?

: দিমদে টকা এটা।

: মোক টকা নালাগে। জিনিষ দিব পাৰ যদিহে কৰিম।

: কিমান?

: আধাতোলা।

: এক মহা দিম দে। লগাই দে।

মানুহজনে একো নকৈ চোতাললৈ সোমাই গ'ল আৰু ৰামচন্দ্ৰক পিন্ধা কাপোৰখনৰ কঁকালৰ খোচনাৰ পৰা সৰু টেমা এটা উলিয়াই দি ক'লে—

: ইয়াতে ভৰাই আন।

: আনিম দেচোন, তই কিয় ইমান অবিশ্বাস কৰিছ?

: ইয়াত বিশ্বাস অবিশ্বাসৰ কথা নাই; তই বস্তুটো আনি ইয়াতে এই থাটখনতে থৈ দে। তাৰ পিচতহে মই কামটো কৰিম।

অগত্যা ৰামচন্দ্ৰই মুখেৰে কিবা কিবি ভোৰভোৰাই দোকানৰ ভিতৰলৈ গৈ কানিৰ এমহাৰ বড়ি এটা লৈ আহি টেমাটোত থৈ দিলেহি। মানুহজনে টেমাটো দাঙি বস্তুটো পৰখ কৰি চালে। তাৰ পাচত ৰচী

আগোৱা ভেঁাহৰডাল লৈ ম'হটোৰ ওচৰ চাপি গ'ল। মানুহবোৰে উৎকণ্ঠাৰে তালৈ চাই থাকিল। প্ৰমোদ মাষ্টৰে অবিশ্বাসৰ পাতল হাঁহি এটা মাৰি ঘূৰি যাবলৈ বুলি দোকানৰ পৰা ওলাই আহিল। তেওঁ চোতালখন পাৰ হোৱাৰ আগতেই মানুহজনে হঠাৎ কিবা প্ৰবন্ধে ম'হটোৰ তলৰ কোৱাৰিত এহাতে খামোচ মাৰি ধৰি আনখন হাতেৰে নাকৰ নাকটিৰে ভেঁাহৰডাল সুমাই দিলে। নাকীডাল লগাই দুইমূৰে গাঁঠি দি হাতখন তপিনাত মচি টেমাটো লৈ কাকো মাতবোল নকৰাকৈ কোবাকুবিকৈ তাৰ পৰা ওলাই আহিল।

মাষ্টৰে স্তব্ধ হতভম্ব হৈ থিয়দি ৰ'ল খন্তেকপৰ। সেই মুহূৰ্ত্তৰ পৰা প্ৰমোদ মাষ্টৰে ব্যায়াম কুস্তী আদিৰ নামকে মুলিওৱা হ'ল। ল'ৰা-বোৰৰ মাজত অৱশ্যে নিজা নিজাভাৱে তেনেবোৰ চৰ্চ্চা চলি আছিল। এইবোৰৰ বাস্তৱ প্ৰয়োজনো আছিল সিহঁতৰ মানত। কিয়নো কোনোবা মাষ্টৰে ভিতৰেদি সোমাই টিকট লবলৈ যাওঁতে ষ্টেচন মাষ্টৰে টিকট নিদি বাহিৰলৈ খেদাই দিলে। তেনে ক্ষেত্ৰত ষ্টেচন মাষ্টৰক এটা শিক্ষা দিবলগীয়া হ'ল। অথবা কোনোবা মাৰোৱাৰীয়ে বহু-দিনীয়া বাকী পৰিশোধ নকৰাত কোনোবা শিক্ষক বা ছাত্ৰক অলপ টানকৈ কিবা এষাৰ কলে। তেনেবোৰ আস্পৰ্দ্ধা ক্ষমাই নহয়। ছাত্ৰ তেতিয়া দলবান্ধি গৈ ষ্টেচন মাষ্টৰক কোৱাৰ্টাৰৰ পৰা টানি আনি, মাৰোৱাৰীক গদীৰ পৰা চোচোৰাই আনি সমুচিত দণ্ড বিহে। এনে ক্ষেত্ৰতে শৰীৰ চৰ্চ্চাৰ প্ৰয়োজন আছে বুলি বিবেচনা কৰি কোনো কোনোৱে চৰ্চ্চা একেবাৰেই বাদ দিয়া নাছিল।

প্ৰমোদ মাষ্টৰে কিন্তু খেলতহে মনোনিবেশ কৰিছিল। আৰু ছাত্ৰ এজনেও তেওঁৰ ঘৰ ক'ত জনা নাছিল ; কিয়নো তেওঁ অহা দিন ধৰি ঘৰলৈ যোৱাৰ কথা কোনেও তেওঁৰ মুখত শুনা নাছিল। আৰু তেওঁৰ সংগত পৰি বোৰ্ডিঙৰ ল'ৰাবোৰেও তিনি চাৰিদিন বন্ধ থাকিলে ঘৰলৈ যাবৰ নামেই নোলোৱা হৈছিল।

সেই মৰ্ণিং ক্লাচৰ দিনা প্ৰমোদ মাষ্টৰে আটাইকে আচৰিত কৰি ক'লে

যে, তেওঁ এইবাৰ গৰমৰ বন্ধত ঘৰলৈ যাব। কথাষাৰ শুনি একালেদি সি আনন্দও পাইছিল আৰু একালেদি ভাবি মনত অকণ বেদনাও অনুভৱ কৰিছিল। সি ভাবি আনন্দ পাইছিল যে, প্ৰমোদ চাৰৰ দৰে ছন্নছাড়া জনবো ঘৰ এখন অন্ততঃ আছে। কিন্তু দুখো লাগিছিল। ইমান ব্যস্ততাৰে গমগমাই থকা স্কুলখন প্ৰমোদ চাৰ গুচি গ'লে বন্ধৰ এই দিন কেইটাত মৰিশালী যেন হৈ পৰিব।

তথাপি বন্ধ যে হব, বহুদিন যে বাধ্য-বাধকতাত চলিব নলগীয়া মুক্তিৰ আস্বাদ পাব, সেই কথা ভাবি মৰ্ণিং ক্লাচৰ দিনা ৰাতিপুৱাৰে পৰা সি অদ্ভুত এটা উত্তেজনা অনুভৱ কৰিছিল। ৰাতিপুৱা বিছনাতে প্ৰথম কেহুজালি যেতিয়া শুনিছিল, তেতিয়াৰ পৰা তাৰ শুই থাকিবলৈ মন নোযোৱা হৈছিল। পশ্চিমে বাঁহৰ আগত ভীমৰাজ এজনীও চিঞৰি চিঞৰি ৰাতি পুওৱাৰ আভাস দিছিল। গোসাঁই ঘৰৰ ওচৰত কঠালজোপাত দহিকতৰা এটাই মাত দিছিল।

সি এন্ধাৰতে বিছনাৰ পৰা উঠি আহিল। তাক বাহিৰত দেখি ঘৰৰ কুকুৰকেইটাই ভৰালৰ তলৰ পৰা আহি বিভিন্ন ভংগীত তাক অভিবাদন জনালেহি। সি মনে মনে চঞ্চল হৈ পৰিল ; চোতালবোৰ পাৰ হৈ বেলৰ তলত থিয় হ'লহি। আকাশী ভোমোৰাবোৰে পাতৰ মাজে মাজে গুণগুণাই আছিল ; যবলাইঁতৰ সেইপিনে কাৰোবাৰ ঘৰত কুকুৰাই ডাক দিছিল। পিলখানাৰ ডাউকহালৰ কান্দোন আৰম্ভ হৈছিল। মঠৰইঁতৰ বাৰীৰ পৰা হালি পৰা কৰচ জোপাৰ ডালত ইমান পুৱাতে ক'ৰবাৰ পৰা আহি দুজনী কণামুচৰি আমন জিমনকৈ বহি আছিল।

সি বিৰক্ত হ'ল। কেতিয়াবাচোন তাক বিছনাৰ পৰা উঠিবলৈ-কেই সময় নিদিয়ে বেলিটোৱে। বেৰৰ সুৰুঙাৰে পোহৰ ছটিয়াই তাক জগাই দিয়েহি। আজিনো কিহে পালে বেলিটোক! এতিয়ালৈকে দেখা দিয়াৰ নামেই নাই।

সি আগবাঢ়ি গ'ল। সোনমহৰীয়া আৰু মনাকুচিয়া দুয়োটাই চাগে

উঠা নাই এতিয়াও। নহলে ঘুঙুৰৰ শব্দ শুনিলেহেঁতেন। মন্ত্ৰীপেহাকৰ বাৰীৰ পিচৰ জুৰলোৱা ঠাইখিনিতে সি থিয় হ'ল। ৰবলা মঠহঁতৰ ঘৰত হাঁহ আৰু কুকুৰাৰ বাহিৰলৈ আহিবৰ বাবে কৰা উৰাউল কোঢ়ালৰ বিমিশ্ৰ শব্দই তাক খন্তেকৰ বাবে অভিভূত কৰি পেলালে। সি জানে গাঁৱৰ প্ৰথম ৰ'দজাক আহি মন্ত্ৰীপেহাকহঁতৰ বাৰীৰ পূৰৰ পিনৰ বাঁহ আৰু জৰিগছৰ আগত পৰেহি। সেই ৰ'দ লবলৈকে ফেচু চৰাই আৰু চিলনীৰ মাজে মাজে কাজিয়া লগা সি দেখিছে বিশেষকৈ জাৰকালি। সি তাতে বৈ থাকিল। ফেচুচৰাই দুই এজনীয়ে অনবদ্য সুৰদি সুৰত গীত গাই আছিল পেহাকহঁতৰ বাঁহৰ আগত।

সি মনেই কৰা নাছিল আহতগুৰিৰ পিনৰ পৰা আহি থকা মানুহ-জনক। হাতত খালৈ এটা লৈ তাৰ ওচৰ পালতহে সি মানুহজনৰ পিনে চালে। দখৰ। চেপা চাই আহিছে। সি একো নোকোৱাকৈ মাছৰ খালৈটো লৰাই চালে। তাৰ আচলতে এটা ভুল ধাৰণা আছিল যে, সিহে ইমান ৰাতিপুৱাতে উঠিছে সেইদিনা। দেখিলে গাঁৱৰ মানুহবোৰে খালৈ একোটা হাতত লৈ পথাৰৰ পিনৰ পৰা ঘুৰি আহিছে। আনকি শুখুনাকো দেখিলে এটা ডাঙৰ মৰা কোঢ়া চৰাই ৰচীৰে বান্ধি লৈ আহি থকা। শুখুনাক দেখি অলপ সি অপ্ৰস্তুত হৈ পৰিল।

শুখুনাই পিচে তাৰ পিনে কেৰাহিকৈও নাচালে। কোঢ়াটোৰ লগতে খেলি খেলি গৈ থাকিল।

অলপ পাচতে হালোৱাৰ শোভাযাত্ৰাৰ দৰে হ'ল। সেই বাটেদিয়ে সোনমহৰীয়া পেহাকৰ বৰ পুতেক, সিহঁতৰ দখৰহঁত, দাচুৰ ভায়েক বিনাৰাম, মন্ত্ৰীপেহাক, আদিৰাম, জিতৰামহঁতৰ হালোৱাটো এনেকৈ বহুতে নিজৰ নিজৰ গৰু-হাল লৈ পথাৰলৈ ওলাই গ'ল। তাৰ কিছু পৰৰ পাচতহে প্ৰকাণ্ড কাহীখনৰ দৰে ৰঙা বেলিটো সোনাদোঙৰ সিপাৰে থকা অৰণ্যখনৰ ওপৰেদি ওলাই আহিল।

এইবাৰহে মনটো তাৰ অলপ মুকলি লাগিল। অলপ পাচতে ৰ'দ

আছি মন্ত্ৰী পেহাকহঁতৰ বাঁহত পৰিবহি। তাৰ পিচত সিহঁতৰ বাঁহনিত আৰু চেৰাগছ জোপাত আৰু তাৰপাচত বাট পথ ৰ'দে জলমলাই উঠিব। সি লৰালৰিকৈ ঘৰলৈ ঘূৰি আহিল আৰু মাকৰ গালি শপনিলৈ ভ্ৰুক্ষেপ নকৰি, পিন্ধা কাপোৰখন খুলি ৰান্ধনি ঘৰৰ পৰা পইতা ভাত এবাতি উলিয়াই লৈ আহিল।

সাজিকাচি ওলাই আহি সি আহতগুৰিতে শশীৰ কাৰণে অতীষ্ঠ হৈ বাট চাই থাকিল। মৰ্ণিং ক্লাচলৈ বুলি শশীয়ে ইমান দেৰি কৰা কথাটো তাৰ বাবে অসহ্য হ'ল। এবাৰ অকলে যোৱাৰ কথা ভাবিলে। কিন্তু সি বেয়া পাব পাৰে বুলি নিৰস্ত হ'ল। অলপ পাচতে অৱশ্যে সিহঁতৰ বাৰীৰ পিচপিনে শশীক দেখা গ'ল। সি মনে মনে উদ্বেলিত হৈ উঠিল।

স্কুলৰ পৰা সিহঁত ঘূৰি আহোতে ভৰ দুপৰীয়া হৈছিল। সোনাদোঙ পাৰ হৈ আহোতে সিহঁত তিনিও অকলশৰীয়া হৈ পৰিল। সি, শশী আৰু বলোৰাম। কোটকৰা গছজোপাৰ একেবাৰে শিখৰত বৰ-টোকোলা এটা জুপুকা মাৰি বহি আছিল। কাষৰ পথাৰবোৰ খৰালি খৰালি লগা হৈ পৰিছিল। বাটৰ বিৰিণাবোৰত ফৰিংবোৰ নিথৰ হৈ পৰি আছিল। শিমলুৰ তলত গাঁৱৰ গৰুপাল থিয়হৈ শুই নিতত হৈ ঘাঁহ পাগুলি জিৰাই আছিল। শিমলু এজোপাৰ ছাঁত গৰখীয়া কেইটা ব্যস্ত হৈ আছিল মোগল পাঠান খেলত। শ্মশানৰ চতিয়নাজোপাত অকলশৰে এটা হেটুলুকা চৰায়ে মাতি আছিল।

সিহঁতে পাগলীজানৰ দলঙত থিয় দিয়েই অদূৰত এটা ভাঁজ পৰাৰ আগতে পানীৰ মাজত বহি দোভাগীক গা ধুই থকা দেখিলে। লগত ধৰমী আৰু টেমাও অলপ আঁতৰে আঁতৰে বহি গা ধুই আছিল। তিনিও সিহঁত দলঙৰ ওপৰতে থিয় হৈ তলৰ বোৱতী পানীলৈ চালে। ছোৱালী কেইজনীয়ে তলৰ পৰা বালি তুলি লৈ দাঁত ঘঁহা, মেখেলাৰ কাচলি খুলি লৈ আয়মেৰে মুখ-হাতবোৰ ঘঁহা সিহঁতে চাই থাকিল। তাৰো তলে তলে গা ধুবলৈ খুব মন গৈছিল। গাভৰু ছোৱালী

কেইজনীয়ে নীৰৱে গা ধুই থকাৰ দৃশ্যই তাৰ মনত অকণ উন্মাদনাবো সৃষ্টি কৰিলে। তাৰ মনত পৰিছিল মাজে মাজে দোভাগীৰ অকল-শৰে গা ধুই থকা দেখা পোৱা সেই মুহূৰ্ত্তবোৰৰ কথা।
তাই অকলশৰে পৰম নিৰ্ভাবনাৰে গা ধুই থাকে। ঠিক এনেদৰেই। জুৰিখনৰ মাজবুকুত বহি লৈ। তেতিয়া সোঁতৰ কোবত পানী জিয়েলিব বালিৰ চপৰাবোৰ মাজে মাজে পানীত খহি পৰাৰ টুপ্ টাপ্ শব্দত বাদে তাত আৰু আন কোনো শব্দই নাথাকে। তাই নিজকে লৈ ইমান নিমগ্ন হৈ পৰে যে সি দলঙত উঠি অহা শব্দটোও তাই গ্ৰাহ্যই নকৰে। সি বহুত কিবাকিবি কল্পনা কৰি তাইৰ গা ধোৱা দৃশ্যটোকে একেথৰে চাই থাকে। তাই তাৰ উপস্থিতিলৈ ভ্ৰূক্ষেপ নকৰি ভৰিকিটা পানীৰ তলত মেলি দিয়ে। বতাহ সোমাই মেখেলাখন ভৰিকিটাৰ ওপৰত ফুলি পানীৰ ওপৰত ভাহি উঠে। বানপানীত ভাহি অহা মৰাগৰুৰ পেটৰদৰে। পানীৰ তলত তেতিয়া স্পষ্ট হৈ পৰে তাইৰ উকা ভৰিকেইটা বহুত ওপৰলৈকে। চেলেকনা মাছবোৰে ভৰিৰ শেতা তলুৱাত খুটি খুটি যোৱা সি দলঙৰ পৰাই দেখে।
এবাৰ তেনেদৰে ভেবা লাগি চাই থাকোতে দোভাগীয়ে তাক হাঁহি হাঁহি কৈছিল—

: তই আকৌ ভেবা লাগি কি মই গা ধোৱাকে চাই আছ!

কথাষাৰত সি অপৰিসীম লাজ পাইছিল আৰু বহুদিনলৈ দোভাগীক দেখিলেই মুখামুখি হবলৈ সংকোচ বোধ কৰিছিল।
সেইদিনাও ক'ৰবাত দোভাগীয়ে সিহঁতলৈ চাব পাৰে বুলি সি শশীহঁতক সোনকালে যাবলৈ লগ ধৰিলে। শশীয়ে বৰ আগ্ৰহেৰে চাই আছিল দোভাগীহঁতলৈ। কিন্তু তাৰ কথাত সি বিতৃষ্ণা প্ৰকাশ কৰি ক'লে —

: ব'ল, সিহঁতক চাই কি হব। (অশ্লীল) ঘনাই তহচীলদাৰ থাকিব লাগিছিল। এজনী এজনীকে ধৰাই নিলেহেঁতেন সিহঁতক। পালেহেঁতেন ভাল মজাটো।

শশীৰ কথাবাৰ শুনি সি স্তব্ধ হৈ বৈ গ'ল। বহুদিনৰ পৰা হেঁচা খাই থকা উদগ্ৰ আকাংক্ষা এটাই আকৌ মূৰ দাঙি উঠিল। সি ভবাই নাছিল যে, অপৰ গাঁৱৰ তাৰ প্ৰায় সমবয়সীয়া শশীৰ মুখত ঘনাই তহচীলদাৰৰ কথা এনেদৰে শুনিব। সি জানিও নিশ্চিত হ'বৰ কাৰণে আজলমঠালি কৰি সুধিলে—

: কোন ঘনাই তহচীলদাৰ অ' ?

: কিয়, তই জানো তাকো নাজান? আমাৰ পিতাইঁত সক সকতে এবাৰ হেনো তহঁতৰ গাঁৱলৈকে আহিছিল। তইঁতে সেই ঘটনাবোৰ শুনা নাই বোধকৰোঁ। আমি চব জানো। কেনেকে আহিছিল, ক'ত আছিল, কাৰ ঘৰত কি হৈছিল, তহঁতৰ আতায়েৰে কি কৰিছিল, চব শুনিছোঁ।

শশীয়ে কৈ গ'ল একালৰ পৰা তাৰ সেই অতি আকাংক্ষিত কাহিনীটো। আৰু সি শুনি শুনি এখন বিস্মৃত জগতত দেশ কাল পাত্ৰ চব পাহৰি সোমাই পৰিল।

তেতিয়া অবিচ্ছিন্ন অৰণ্যৰাজিয়ে বিচ্ছিন্ন হৈ ঠায়ে ঠায়ে বিভিন্ন নাম লৈছিল। নদীবোৰে পাৰ লৈছিল আৰু ঘাটে ঘাটে বিচিত্ৰ নামত পৰিচিত হৈছিল। অৰণ্য নিষ্পেষিত চৰকা চৰকি পথাৰবোৰ হৈ পৰিছিল বিস্তৃত আৰু বিষাক্ত সৰীসৃপ সংকুল জলাশয় পৰিণত হৈছিল নিৰাপদ মীনক্ষেত্ৰত। সাগৰ বা তাৰ জ্যেষ্ঠ পুত্ৰ জগ তেতিয়া কোনো নাছিল।

আছিল জগত। সাগৰৰ নাতি আৰু তাৰ পিতামহ জগত। সাগৰে এই গাঁও প্ৰতিষ্ঠা কৰিছিল কিন্তু তাৰ প্ৰতিপত্তি অঞ্চলৰ মানুহে স্বীকাৰ কৰি লৈছিল জগতৰ দিনৰ পৰাহে। জগতৰ দিনতে সিহঁতৰ ঘৰখনৰো সংস্থান আৰু প্ৰভাৱ বাঢ়িছিল বুলি সিও শুনিছিল আইতাকৰ মুখত। কুন্দকটা খুৰাৰ বৰ বৰ চালপীৰা, গোসাঁই ঘৰৰ পিতলৰ অৰ্ঘা, ঠগা, জিঁজিৰী আৰু চকা লগোৱা কাঠৰ বৰপেৰা, য'ত বৰ বৰ তাও থালিৰ পৰা বান বাতিলৈকে খুন্দখাই আছিল, য'ত নাল জিনিং জিনিং কৰে বজা ডাঙৰ কৰচলিৰ পৰা কাণত ফুলকটালৈকে নোহোৱা বাচন নাছিল। কাঁহৰ সফুৰাত ফটাকানিত টোপোলাই থোৱা বৰপেটীয়া সোণা, ডুগডুগি, সোণৰ মণি, জোনবিৰি আৰু গাঁৱৰ বিয়াত কইনাবোৰে পিন্ধা ৰূপৰ মুঠিখাৰু বিধে বিধে অলংকাৰ। বাঁহৰ জপাত এৰী-মুগা মেজাংকৰী পাটৰ বিধে বিধে সাজ। সি এইবোৰ নিজেও দেখিছিল। আৰু এই পেৰাটোৰ ভিতৰতে ককাকৰ নামটোও সি প্ৰথম পাইছিল। এটা কাণত ফুলকটা পিতলৰ কলহৰ পেটত লেখা-আছিল শ্ৰীজগত চন্দ্ৰ কাননগোহ্ বুলি। পাচত আইতাকক সুধি জানিছিল যে সেইটোৱে তাৰ ককাকৰ নাম আছিল।

তেতিয়া অৱশ্যে ককাক কাননগোহ্ হোৱা নাছিল। আছিল মাহিলী ৰূপ চাৰি টকা দৰমহাৰ মণ্ডল। উত্তৰে মুকুণ্ডপুৰত প্ৰতাপী মানুহ আছিল লক্ষী ডেকা; আৰু পূবে চেউলী গাঁৱত আছিল ৰংফুল চৌধুৰী।

পশ্চিমে আছিল ঘনাই তহচীলদাৰ, তৰামল ডেকা আৰু দক্ষিণে হুচঙৰ পিনে আছিল জিকিৰি হকুৱা।

লক্ষী ডেকাই তেতিয়াৰ দিনত হাওদা বন্ধা হাতীত উঠি সাধনিৰ টকা লৈ গুৱাহাটীলৈ যায়। তলে তলে যায় লগুৱা লিকচৌ। হাওদাৰ ওপৰত আঠুৱা ; য'ত সমুখৰ পিনে গুৰগুৰিৰ নলী সুমাব পৰাকৈ ফুটা এটা আছিল। মাউতৰ পাচতে বহা লিগিৰাটোৱে মলা ধপাত লগাই চিলিমত যতনাই গুৰগুৰিত বহাই দিয়ে আৰু লক্ষী ডেকাই হাওদাৰ ওপৰত আৰাম কৰি হুলি হুলি বহি ধপাত হুপি থাকে। বংফুল চৌধুৰীৰ আকৌ সাধনিৰ লগত সমন্ধ নাই। তাৰ মাটি আছিল এখন দৈয়াং। ইপাৰ সিপাৰ মণিব নোৱাৰা পথাৰ। পথাৰত যিদিনা ভুঁই ৰুব, সেইদিনা চেউনীৰ পিনে যোৱা কোনো মানুহ সাৰি যোৱাৰ উপায় নাই। চৌধুৰীয়ে ৰূপৰ টুপী খুওৱা লাঠিডালত ভৰদি পথাৰৰ কানতে বৈ থাকিব আৰু দৃষ্টিত যিয়েই নপৰক, মতাই হওক বা মাইকীয়ে হওক, মাকৰ ঘৰলৈকেই য'ক নাইবা মিতিৰ কুটুমৰ ঘৰলৈকে য'ক, টালি টুপলি তাতে থৈ ভুঁইৰ পথাৰত নামি যাব লাগিব। নহলে কোবত পিঠি দবলাদবলি কৰিব।

জগত মণ্ডল কিন্তু তেনে নাছিল। সি আছিল খোদ চৰকাৰ বাহাদুৰৰ বিশ্বস্ত লোক। দায়িত্ব সম্পন্ন ব্যক্তি। সি নমতাকৈয়ে গাঁৱৰ মানুহে পাল পাতি তাৰ ঘৰত খাটি দিবলগীয়া নিয়মেই আছিল। নিজেও কৰিৎকৰ্মা ব্যক্তি আছিল। গতিকে সুবিধাই জগতক সুদেমূলে আদায় নিদিয়াকৈ সাৰি যাব পৰা নাছিল।

মাণিকেহে মাণিক চিনে। সেইবাবেই বোধকৰোঁ ঘনাই তহচীলদাৰেও বাচি বাচি জগতকে দিছিল সেইদিনাৰ সেই সাংঘাটিক দায়িত্বটো।

পোন্ধৰ দিনমান আগৰ পৰা অঞ্চলটোত উছলি মুছলি লাগি পৰিছিল। গাঁৱলৈ চৰকাৰী পিয়াদা এজন আহি এদিন জীউৰাম গাওঁবুঢ়া আৰু জগত মণ্ডলক কিবা পৰোৱানাৰ কাগজ দি গৈছিল। তাৰ পিচৰ পৰাই অঞ্চলত উছলি মুছলিখন লাগি পৰিছিল। আহত জোপা এতিয়া য'ত

আছে তাৰে দক্ষিণৰ পথাৰখনতে হেনো শাৰী শাৰী খেৰ-বাঁহৰ অস্থায়ী ঘৰ কিছুমান সজা হৈছিল। ঘৰবোৰত গাঁৱৰ পৰা ঘৰে ঘৰে তুলি চাউল-পাত জমা কৰা হ'ল। এচৰেৰে খুটিত গাখীৰ লগোৱা হ'ল; খৰি খেৰ গোটাই প্ৰকাণ্ড দম কৰা হ'ল মাজতে। কামত মানুহবোৰৰ খতিখুন নাই; দিন ৰাতি সমানে চলিছে কাম। যেন মহাভাৰতৰ যুদ্ধৰ এটা সৈন্য শিবিৰহে।

সমস্ত দায়িত্ব পৰিছিল খোদ চৰকাৰ বাহাদুৰৰ মানুহ হিচাপে জগতৰ ওপৰতে। জগতে সেইবাৰে নিশ্চিন্তে এৰিও দিব পৰা নাছিল কাৰো ওপৰত। দিনৰ দিনটো পথাৰতে মুঢ়া এটাত বহি লৈ নিজেই কাম কাজৰ তদাৰক কৰে। নিজৰ হাত জগন্নাথ; পৰত আশ বনত বাস। পৰত আশা কৰি বহি থাকিলে শেষত সময় মূৰকত হয়তো দেখা যাব, যিটো নহলেই নহয় সেইটোৱেই কৰিবলৈ বাকী থাকিল। যেনিবা বালিভাত খাবলৈ মাছ, মাংস, দৈ, ঘিউ, ডালি, চাউল সমস্ত যোগাৰ নিয়া হ'ল। শেষত জেগাত গৈ দেখা গ'ল যে, নিমখটোকে আনিবলৈ পাহৰি আহিল। তেনে চোঠেঙীয়া হুবলগীয়াত যাতে নপৰে তাৰ বাবে জগতে খামীৰা দিয়া মলা ধপাত, বাহিৰ ফুৰিবলৈ যোৱা ঘটিৰ পৰা আৰম্ভ কৰি একেবাৰে চাহাবে চিকাৰ ফুৰিবলৈ যোৱা হাতীটোলৈকে সকলোখিনি নিজৰ তত্বাবধানত নিজৰ বিশ্বাসী মানুহৰ দ্বাৰা যোগাৰ কৰাই ৰাখিছে।

কিন্তু এনে এপদ বস্তুৰ বাবে জগত একেবাৰেই প্ৰস্তুত নাছিল। তেনে এপদ বস্তুৰো যে প্ৰয়োজন হব পাৰে সি কল্পনাই কৰিব পৰা নাছিল। কেইদিনমানৰ আগতে নিধিৰাম সাৰা আহিছিল। গোপন কথা আছে বুলি জগতক মানুহৰ মাজৰ পৰা অকণ আঁতৰ কৰি মাতি নিওতেই ভয়ত জগতৰ হাত ভৰি কঁপিব ধৰিছিল। কিন্তু কথাষাৰ শুনাৰ পাচত জগতৰ ভয়তকৈও বেছি লাগিছিল লাজ। তাৰ কাণ-মূৰ ৰঙা পৰি গৈছিল; হাবিত জুই লগাৰ দৰে শব্দই কাণখন তাল মাৰি ধৰা যেন অনুভৱ কৰিছিল।

নিধিৰাম সাৰাই হাতৰ অংগীভংগীৰে যি এক নিৰ্লজ্জতাৰ আভাস দিছিল জগতে ভাবিবই পৰা নাছিল ইমান বয়সস্থ মানুহ এজনে যে যেনে এবাৰ কথা ইমান সহজভাৱে কব পাৰে। সোলাদাঁতৰ মাজেদি যে ইমান অকুণ্ঠভাৱে সেই কথা কেইষাৰ ওলাব পাৰে! ভালেমান পৰলৈ জগতে কথাকে কব পৰা নাছিল। নিধিৰাম যোৱাৰ পাচতো সি একদৰেই বহি থাকিল। জীউৰাম গাওঁবুঢ়াইঁতৰ চুবুৰীৰ পৰা ইমূৰে একেবাৰে বলি চিকাৰীইঁতৰ ফহুৰাবাৰী চুবুৰীলৈকে ঘৰবোৰ এখন এখনকৈ ভাবি গ'ল। যিমানে এঘৰ এঘৰকৈ মনটোক বুলাই লৈ গ'ল সিমানে আড়ষ্টতাই জগতৰ নিজকে জঠৰ কৰি পেলোৱা যেন লাগিছিল। গুৰগুৰিৰ নলীটো মুখত লৈ সি পৰিৱেশৰ কথা পাহৰি গ'ল। হুপি হুপি ধোঁৱা নোলোৱাতহে তাৰ চেতনা হ'ল। নলীটো খেপত লগাই থৈ জীউৰামক ওচৰলৈ মাতিলে। ইতিমধ্যে নিধিৰাম সাৰাই তাকো কৈ গৈছিল কথাষাৰ। মণ্ডলৰ মাতত সংকোচৰ স্পৰ্শ অনুভৱ কৰিলে জীউৰামে আৰু তৎক্ষণাৎ অনুমান কৰিলে মতাৰ কাৰণটো। লাজ মান কাতি কৰি এটা কামত লগা পৰামৰ্শ দিবলৈ মনে মনে থিৰ কৰি ওচৰ চাপি আহিল। জগতে কওঁনে নকওঁকৈ গুৰগুৰিটো থবলৈকে ওচৰত সমান জেগা এডোখৰ বিচাৰি ব্যস্ত হোৱাৰ ছলতে জীউৰামৰ মুখলৈ নোচোৱাকৈয়ে কথাষাৰ কবলৈ চেষ্টা কৰিলে। জীউৰামে মণ্ডলক সকাহ দিবৰ মনেৰে বাক্যটো শেষ হোৱাৰ আগতে ক'লে --

: মোকো কৈ গৈছে সাৰাই।

: তই কি ভাবিছ বাৰু ?

: ইয়াত ভবাভবিৰ কথা নাই। ভোলাৰ ঘৰতে কব লাগিব।

: মইও ভাবি ভাবি তাৰ ঘৰখনৰ কথাই পালোঁ। তাকেই কোৱা হওক।

: কোৱা হওক নহয়, একেবাৰে বন্দোবস্ত কৰি থৈ আহিব লাগিব।

: কাক পঠাব বাৰু ?

: হলধৰেই ঠিক হব।

হলধৰ আছিল খাটাবামৰ পিতাক নগাৰ ককায়েক। মুখখনত আই সৰস্বতী যেন কণ্ঠত বাহ লৈছে। এনে অবাইচ কথা নাই যিটো সি সহজে য'তে ত'তে কব নোৱাৰে। ককাকে ভাবিলে সিয়েই ঠিক হব। জীউৰামেও ভাবিছিল।

হলধৰে হতভম্ব হ'ল কথাষাৰ শুনাৰ পাচত। সি প্ৰথমে হেহো নেহো কৰিছিল। শেহত মণ্ডলৰ ধমকত অনিচ্ছা সত্বেও মান্তি হ'ল।

জগত মণ্ডলৰ আকৌ ভয় হ'ল নিধক নিধিৰামৰ কথা মনত পৰাত। সি আহি কিষাৰ বকলা মেলিবহি সি এতিয়াই আন্দাজ কৰিছে। গৰু বিক্ৰী খত লেখাৰ সময়ত মহৰীয়ে সোধাৰ দৰে হয়তো সুধিব একেবাৰে ভৰিৰ নখৰ পৰা চুলিৰ আগলৈকে খুতি-নাতি সমস্ত বৰ্ণনা।

ঘটনাটো শুনাৰ পাচত তাৰো আশ্বস্ত হোৱাৰ একমাত্ৰ অমোঘ যুক্তি আছিল আগৰ মানুহৰ নীতিয়ে বেলেগ আছিল বোলা কথাষাৰ। মহাপ্ৰতাপী ঘনাই তহচীলদাৰৰ মফঃস্বলৰ সেই নিশা অংকশায়িনী হোৱা ভোলাবামৰ অসূৰ্যম্পশ্যা ন বোৱাৰীজনী পুৰণি আলৰ বুঢ়ী হৈ মৰিল—মৰি হাড়ত তুবৰি গজিল। তাইৰ কোনোবা প্ৰপৌত্ৰই আজি প্ৰৌঢ় বয়সত ক'ৰবাত এই কাহিনী শুনে যদিও ঠিক সেইদৰেই কৈ কথাষাৰ পাহৰি যাবৰ বা অৱহেলা কৰিবৰ চেষ্টা কৰিব।

আগৰ পিচে নীতি নোহোৱাও নহয়। তহচীল মানে আজিকালিৰ একোটাহঁত মহকুমা। সেই সমগ্ৰ অঞ্চলৰ দণ্ড মুণ্ডৰ কৰ্ত্তা আছিল ঘনাই তহচীলদাৰ। কাজেই সি কিছুমান নীতিৰ প্ৰৱৰ্ত্তন কৰিছিল। তাৰ ঘৰৰ সম্মুখেদি মূৰত জাপি লৈ যোৱা নিষেধ আছিল। কোনোবাই গলে হচগুৰ গুচৰৰ কাঁচকাটা ৰবৰৰ বাগানৰ চাহাবৰ দৰে জাপি বাজেয়াপ্ত আৰু পাঁচবেত দণ্ড। এদিন এদিনকৈ পালপাতি একোটা চুবুৰীয়ে তাৰ ঘৰত কাম কৰি দিবলগীয়া আছিল। এনেদৰে বহু নিয়ম-নীতিৰ ভিত্তৰত আৰু এটা নীতিৰ বলত তাৰ অঞ্চলৈ অনা নৱ

পৰিনীতাক প্ৰথমে এৰাতিৰ বাবে তাক সম্ভোগ কৰিবলৈ দিয়াটো বাধ্যতামূলক হৈ পৰিছিল।

কথা এষাৰ আছে নহয় বোলে দেখাক দেখি কুকুৰেও পালে একাদশী। তহচীলদাৰক দেখি ইপিনে নিধিৰাম টেকেলা, সিপিনে ৰংফুল চৌধুৰী আটায়ে নিজ নিজ খিতাপ কাজে কামে জাহিৰ কৰাত লাগিল।

এদিন হেনো নিধিৰামে সিহঁতৰ গাঁৱতে ডাঙৰ এটা কাণ্ড কৰি পেলাইছিল। ভাগ্যে গাঁৱত সেইদিনা হলধৰ দকৰাটো নাছিল। নহলে হয়তো সেইদিনা এখন কুৰুক্ষেত্ৰ কাণ্ডই হ'লহেঁতেন। সি হেনো গাঁৱৰ মাজেদি হাতীত উঠি ক'ৰবালৈ গৈ আছিল। লগত তাৰ মোচাহেব এজনো আছিল। এঘৰৰ তাত সেই সময়ত ঘৰৰ মানুহজনীয়ে ঢেঁকী দি আছিল। মোচাহেবে হেনো ক'লে যে, ঢেঁকীটোৱে টেকেলাৰ নাম কাঢ়ি সিঞ্জাৰি আছে— নিধিৰাম টেকেলা, নিধিৰাম টেকেলা, বুলি। কথাষাৰ শুনি টেকেলা, হাতীৰ পৰা নামিল আৰু পোনে পোনে মানুহঘৰৰ ঢেঁকীশালত সোমাই ঢেঁকী দি থকা মানুহজনীক চুলিত ধৰি টানি চোচোৰাই চোতালত থলেহি আৰু ঘৰৰে কুঠাৰ এখন লৈ মোচাহেবৰ হতুৱাই ঢেঁকীৰ কঁতৰাটো কাটি চুডোখৰ কৰি থৈ আহিল।

সি কথাটো শুনাৰ পাচত লাঞ্ছিতা মানুহজনীৰ আহত মুখখনৰ লগত কাৰ মুখ ৰিজাব পাৰি এফালৰ পৰা মনে মনে ভাবি গ'ল। ভোলাৰামৰ সেই নতুন বোৱাৰীজনীৰ নিঃসহায় বোবা মুখখনো কাৰোবাৰ জগত ৰজিতা খাই পৰে নেকি সি এফালৰ পৰা মুখবোৰ কল্পনা কৰি গ'ল - দোভাগীৰ হাঁহি উচ্ছল বেপৰোৱা মুখ, ধৰমীৰ মতাৰ দৰে নিৰ্লজ্জ কথাৰ আথৈ ফুটি থকা মুখ সেই মুখৰ লগত মিলা যেন নালাগিল। অকণ ৰিজাব পৰা পৰা যেন লাগিল টেমাজনীৰ মুখৰ লগত। শান্ত, হাঁহি-মাত, মাখি ছালৰ তলত কাটি পৰোঁ কাটি পৰোঁ কৰি যেন লুকাই থকা, অলপ কথাতে ৰঙা চঙা পৰি যোৱা টেমাজনীৰ

মুখখনৰ সতে সেই আহত বোবা মুখবোৰৰ মিল থকা যেন তাৰ অনুভৱ হ'ল।

শশীয়ে কেতিয়াবাই তাক এৰি গৈছিল। বলোৰামেও গাঁও পাওঁ পাওঁ হৈছিল। সি আহতজোপাৰ তলতে থিয় হৈ ঘূৰি চাইছিল পাগলীজানৰ পাৰলৈ। জুৰিখনৰ সেই ভাঁজটোত থকা বিৰিণা-বৰতা-টঙাবনৰ জাহনিখিনি বতাহৰ ঢউত হালি-জালি আছিল। হঠাৎ এটা হুমুনিয়াহ ওলাই আহিল সি গম নোপোৱাকৈয়ে। মনটো পাতল যেন লাগি গ'ল পৰিৱেশটোৰ প্ৰতি সচেতন হৈ। সি বেগাই ঘৰলৈ খোজ ললে। কাইলৈৰ পৰা সুদীৰ্ঘ এমাহৰ কাৰণে তাৰ স্কুল বন্ধ। কথাটো মনত পৰাত অন্তৰ তাৰ উৎসাহিত হৈ পৰিল।

জোনটোৱে পাতেৰে ভৰুণ আহতজোপাতো স্নুকুণ্ডা উলিয়াই জোনাকৰ চেৰেঙা কেইটামান মাটিত পেলাই দিছিলহি। সেইদিনা পূর্ণিমা আছিল। আহতৰ গুৰিৰ জানটোত আবেলিৰ পৰা পানী বাঢ়িছিল। বহুত আগৰ পৰাই দখৰ, মঠৰ, বিনা, খাটাৰাম এনেকে কেৰাজনো মানুহে গা ধুবলৈ আহি জিৰাই লৈছিলহি ভাগৰত। এনেতে আদি নামঘৰৰ সেই পিনৰ পৰা ওলালহি। আলিবাটৰ পানীত ডুব গৈছিল এটা অংশ। সেইখিনিত সোতৰ শব্দ হৈছিল। গতিকে আদিয়ে আহি ওচৰ পালতহে আটায়ে তালৈ ঘূৰি চাইছিল। সি হাতৰ দা খনেৰে চেলাপতি জোক এটা ভৰিৰ পৰা এৰুৱাই বাটত পৰি থকা বাঁহ এচলা জোং কৰি বিন্ধাই বাটৰ কাষত পুতি থৈ দিলে। বাঁহডালৰ মূৰত জোকটো লিউলিৱাই থাকিল।

: ক'তনো আছিলাহে ইমান সাত গধূলা ?

: এ' নকবা দিয়া। মানুহবিলাক যে ইমান অধাচাৰী হ'ল বুজিছা ?

: কিনো হ'ল ?

: বৈৰাগীপাৰাৰ হবলা গৰু এটা। গৃহস্থৰ খবৰেই নাই। ৰাজাঠৈৰ বাৰীৰ ভিতৰৰ আচাৰাখিনিৰ মাজত সোমাই আছে। কোনোমতে খেদি খেদি নি নদাৰ সিপাৰ কৰি থৈ আহিছোঁ। ইহঁতে আকৌ নওলাডালো ভালদৰে দি নথয় নহয় ? তেহে গৈ সেইডালো ঠিক কৰি থৈ আহিছোঁ।

আদি আৰু খাটাৰ কথোপকথনত সিহঁতৰ ঘৰৰ সম্ভ্রমসূচক উল্লেখ শুনি তাৰ ভাল লাগিব লাগিছিল, কিন্তু নালাগিল। ৰাজাঠৈৰ বুলি শব্দটো শুনিলেই আজিকালি তাৰ অসুবিধা অসুবিধা যেন লগা হৈ পৰিল।

দখৰ আৰু মঠৰে মুখ চোৱাচুই কৰিলে। আচলতে জগৰ সিহঁতৰ গাতেই। আদিয়ে ইমানখিনি কৰাৰ মূৰত আৰু কথা বঢ়াই আদিৰ কৰ্কৰ্থনা খবলৈ মন নগ'ল। সিহঁত মনে মনে থাকিল।

সি আৰু গুখুনাই চাই আছিল অলপ আগতে পিট্ পিট্ শব্দ কৰি উৰি যোৱা শৰালি কেইজনীলৈ। জোনাকত কোনে কিমান দূৰলৈ চৰাই কেইজনী দৃষ্টিৰ পৰা নেহেৰুৱাকৈ ৰাখিব পাৰে তাৰে প্ৰতিযোগিতা চলিছিল দুয়োৰে মাজত।

পূবৰ আকাশত জোনটো পিতাকে ভাতখোৱা ডাঙৰ কাহীখনৰ সমান দেখা গৈছিল। জোনটোলৈ চাই খাটাৰামে তাৰ মাকৰ বিশেষ এক দেহাংশৰ সতে জোনটোক তুলনা কৰি মন্তব্য দিলে। আদিৰামে ধমক দি ক'লে—

ঃ হেই নষ্টযোৰা, য'তে ত'তে যিহকে পাৱ তাকে বলক কেলেই ? আদিৰামৰ পুতেক গুখুনা আৰু সি ওচৰতে আছিল। সেইবাবেই হয়তো আদিৰামে খাটাক ধমক দিছিল। অৱশ্যে ধমক দিলেও মন্তব্য-যাৰৰ প্ৰভাৱ তাৰ চেতনাত লাগি থাকিল। সি জোনটোলৈ চালে আৰু লগে লগে মনত পৰিল ডাঙৰ খুৰীয়েকৰ মুখখন। বগা নিটোল কপালত ৰঙা সেন্দুৰ বিশ্ৰস্ত ৰাতিপুৱাৰ মুখখন।

দোঙটোৰ সিপাৰে পথাৰৰ চলনি পানীবোৰ আৰু মাজে মাজে দলঘাঁহৰ পাতবোৰ জোনাকত জিলিকি উঠিছিল। মঠৰ দখৰহঁতৰ ঘাম ঘাম গোন্ধ আৰু পথাৰৰ বোকা আৰু বনগেলা গোন্ধ একাকাৰ হৈ পৰিছিল। জুৰ বতাহত মহৰ গুণগুণনি পাতলি আছিছিল আৰু আকাশেদি উৰি যোৱা দুই এটা শৰালিৰ মাতে জোনাকখিনি বেচ মায়াময় কৰি তুলিছিল।

বাটৰ দুয়োকাষে বিৰিণাৰ জোপোহাবোৰ সঁজাল ধৰি উঠিছিল। গা-পা ধুই দেহা শাঁত পৰাৰ পাচতহে সিহঁত গাঁৱৰ পিনে ঘূৰি আহিছিল। ৰৰভেকুলীবোৰে সিহঁতৰ খোজৰ শব্দত ভয় খাই বাটৰ পৰা বিৰিণাৰ ওপৰেদি জাপ মাৰি একেবাৰে দাঁতিৰ খালত

শব্দ কৰি পৰিছিল। কৰিংবোৰে জোনাকত জপিয়াই কেতিয়াবা হঠাতে সিহঁতৰ গালে মুখেও পৰিছিল। মাজে মাজে বাঘ মকৰাই বাটৰ মাজতে পাতি থোৱা জালৰ সূতাবোৰ আঠাৰ দৰে লাগি ধৰিছিল সিহঁতৰ মুখত মূৰত য'তে ত'তে।

জুৰ লোৱা ঠাইডোখৰতে হঠাৎ সাপ এটা বগাই যোৱা চকুত পৰাত সি চকখাই পিছুৱাই আহিল আইতাকে শিকোৱা মতে আস্তিক আস্তিক কৰি। খাটাৰাম আগবাঢ়ি গ'ল। সাপেও কিবা হয়তো বুজিছিল। খাটাৰাম আগবাঢ়ি যোৱাৰ লগে লগে বিশ্বাশবদে বগাই গ'ল দাঁতিৰ খাললৈ বুলি। কোন তলকত হাতৰ এচাৰিডালেৰে সাপৰ কৰ্কালত মাৰ শোধালে, সাপ তো সাপেই লগৰ মানুহকিটাও তৰ্কিব নোৱাৰিলে। কৰ্কাল ভাঙি সাপটোৰ গতি মন্থৰ হ'ল। সি অঠৰ লেজডালত এহাতে ধৰি আনহাতে মূৰত কোবাই মাৰি পানীলৈ দলিয়াই দিলে।

: কি জাতৰ দীঘল হে?

: বৰ বেয়া জাতেই। চকৰী। এন্ধাৰ হোৱা হলে মানুহক খাইলেই কৰিলেহেঁতেন।

: চকৰীয়ে পট্‌কে অন্যায় নকৰে।

আদি আৰু খাটাৰ কথাৰ মাজতে দখৰৰ মন্তব্যৰ কোনেও আশা কৰা নাছিল। সি জোনাকৰ পোহৰত দখৰলৈ ঘূৰি চাইছিল।

: তই আকৌ কেনেকে জানিলি?

খাটাৰামৰ প্ৰশ্নবাৰত দখৰে ইমান বিনীত অথচ ইমান দৃঢ়ভাৱে সি জানে বুলি কলে যে, আটাইৰে মনত তাৰ কথাবাৰে অদ্ভুত প্ৰত্যয় জন্মালে।

ক'ৰবাৰ পৰা বৰ বাদুলীবোৰ আহি সিহঁতৰ সেন্দুৰী আমজোপাত, মনাকুচিয়াহঁতৰ মধুৰি আমজোপাত পাখীৰ শব্দ কৰি পৰিছিলহি। সন্মুখৰ খালটো উইচিৰিঙা, ভেকুলী আৰু বিভিন্ন পোক-পকৱাৰ কোলাহলেৰে মুখৰ হৈ আছিল।

: আজি বৰ উহুনি ধৰিছেচোন, বৰযুণ দিয়ে নেকি বাতি ?

: জানো ? দিলে মোৰ ঔৰ তলৰ ভৰা কৰই নোৱাৰিম যেন পাইছোঁ। আজিও ( অশ্লীল ) একাঠু একাঠু পানী আছে।

: জোনৰ মুখতচোন ৰ'দ দিছে।

শুথুনাৰ কথাবাৰত পিতাকে গজি উঠিল—

: ইঃ চালা বা ( অশ্লীল ) পেনপেনীয়া কিটাই ডাঙৰৰ কথাৰ ভাগ লবলৈ আহিছে (অশ্লীল)। চৰত দাঁত ভাঙি দিম, চিনা নাই বাপেৰক। আদিৰ গৰ্জনত সি চক খাই উঠিছিল যদিও বেয়া পোৱা নাছিল তলে তলে। শুথুনাই ডাঙৰ সৰু মানিব নোখোজে কেতিয়াবা কেতিয়াবা। পিতাকে গালি দিয়াত তাৰ মনে মনে ভালেই লাগিল।

সিহঁতৰ পদূলি পাৰ হৈয়েই খাটাই জুৰিলে কীৰ্ত্তনৰ পদ। চৰা দীঘল সুৰত—কালিন্দিৰ তীৰে তীৰে যন্থুবায়।

সি চোতালত আইতাকৰ ঢাবিতে বহি ললে। খাটাৰ ৰাগিনী বহুত পৰলৈকে সি শুনি থাকিল। হঠাৎ সেন্দুৰী আমজোপাৰ পৰা ফেঁচা এজনীয়ে নেং নেং কৰি মাত দি উঠিল। আইতাকে এটা দীঘল হুমুনিয়াহ কাঢ়ি ক'লে—

: নে এইবাৰ মোকে লৈ যা।

কিন্তু ফেঁচাৰ নিউ নিউৱেইতো নিয়তিৰ অমোঘ হাতছানি নহয় আৰু মানুহৰ ইচ্ছা অনিচ্ছাৰ মূল্যতো নিয়তিয়ে কোনোদিন দিয়া নাই। নিব লাগে কাক। নিয়ে কাক! মানুহে ভবামতে সকলো হবলৈ হলে পৃথিবীত দুখ যন্ত্ৰণা, কষ্ট বেদনা এইবোৰ একোৱেই নাথাকিলহেঁতেন। আৰু সিহঁতৰ সুখৰ ঘৰখনলৈকো নামি নাহিলহেঁতেন সেই চৰম বিপৰ্যয়ৰ দিনবোৰ।

আইতাকহঁতে সাপৰ কথাকে উ´লয়াই আছিল। গাঁওখনত সেইবাৰ সাপ অলপ বেছি হৈছিল। পাগলীজানৰ পাৰৰ তৰাণি এডোখৰ গাঁৱৰে এজনে নতুনকৈ ভাঙিছিল সৰিয়হতলীৰ কাৰণে। তাত বহুতো কেঁটাসাপৰ বাহ ভঙা গৈছিল। ফলত সাপবোৰ যেনি তেনি বিস্তৃত হৈ পৰিল।

নঙলামুখতে তিনিওজনী লগ লাগিছিলহি। সিমূৰৰ পৰা হাঠি-মুন্নি বুৰী আহিছিল সিহঁতৰ বাৰী• বনশাক বুটলিবলৈ, ইপিনে কাও-তালী বুৰী আহিছিল সিহঁতৰ গুড়িচলা চালনীখন নিবলৈ আৰু লগতে পকা পাণ কেইপাতমান চাই নিবলৈ। আইতাকে হাঁহৰ আধাৰ দিয়া শামুকৰ খোলা আৰু কিবাকিবি কিছুমান খালটোত পেলাই দিবলৈ ওলাই আহিছিল। আগদিনা ৰাতি সাপে শুখুনাহঁতৰ গৰালত কেবাজনীও হাঁহ মাৰি থৈ গৈছিল। হাঠিমুন্নি বুৰীয়ে খবৰটো লৈ আহিছিল বাটতে সিহঁতৰ ঘৰত সোমাই।

কথাপ্ৰসংগত ওলাল সাপকে কেন্দ্ৰ কৰি বিভিন্ন জনশ্ৰুতি আৰু মুখ-ৰোচক কাহিনী। গোৱালা সাপে কিদৰে লঠিওৱা গাইৰ গাখীৰ পিচ ঠেং ছুটা মেৰাই লৈ আৰাম কৰি খায়। অজগৰে কিদৰে মুখেৰে নিশ্বাস টানি ভেকুলীটো, পোকটো খাই জীয়াই থাকে। এবাৰ হেনো হাঠিমুন্নিবুৰীৰ পিতাকহঁতে জংঘলত খুটা আনিবলৈ যাওতে ৰাতিৰ কাৰণে জংঘলৰ দাঁতিত আশ্ৰয় লৈছিল। ৰাতি হেনো এডাল মাটিত পৰি থকা প্ৰকাণ্ড গছৰ কাষত জুই ধৰি গছডালৰ ওপৰত শুই আছিল কেউজনেই। অলপ পাচত পৰি থকা গছডাল লৰি উঠা সিহঁতে গম পালে। ভালদৰে চাই দেখিলে গছডাল বগাই গৈ আছে লাহে লাহে। সিহঁত ভয়ত পেঁপুৱা লাগিল। গছডালৰ ওপৰত গজা কচু ঢেঁকিয়াৰ জাবণিখনো গৈ থকা দেখি সিহঁত বিমূঢ় জঠৰ হৈ পৰিছিল। অলপ পাচত সুস্থিৰ হৈ সিহঁত তাৰ পৰা আঁতৰি আহি

মুকলি পথাৰ এখনৰ দাঁতিত এজোপা গছত উঠি বান্দিটো কটাই দিছিল। পাচদিনা পুৱা গৈ দেখিলে যে, সেইডাল গছ নহয়, এটা বিয়াগোম অজগৰ সাপহে। বাঁতি জুইৰ গৰম পাই সি অলপ আঁতৰি গৈছিল। আৰু জুইখিনিৰ অলপ আঁতৰতে পৰি আছিল।

ফেঁটীসাপে জোৰ লাগিলে হেনো নতুন গামোছা দলিয়াই দিব লাগে। গামোছাখনত মতা মাইকী দুয়োটাই বগাই যদি মেৰিয়ামেৰি কৰি যোৰ লাগে তেন্তে সেই গামোছাই আৰোগ্য কৰিব নোৱাৰা ব্যাধি নাই।

কাওতালীয়ে আৰম্ভ কৰিলে এটা পুৰণি কাহিনী। সিহঁতৰ গাঁৱত তাৰ ক্ষেত্ৰাণী আইতাক বা হাঠিমূৰাৰ পৰা অনা হাঠিমুগ্নি বুৰী আচলতে বোৱাৰীহে। দাচুৰ মাক আৰু তাৰ পিতাকৰ পেহীয়েক কাওতালী বুঢ়ী হ'ল সেই গাঁৱৰে জীয়াৰী। গতিকে কাওতালীবুৰীয়ে বহুত পুৰণি কথা জানে। এই কাহিনী আছিল বৈৰাগীপাৰা চুবুৰীৰ চুভাওজাৰ পিতাকৰ কাহিনী। চুভাওজাৰ পিতাক আছিল বিখ্যাত খোলবাদক। মানুহে বাইন বুলি মাতিছিল। এবাৰ সবাহ গাবলৈ যাওতে খোলৰ অপূৰ্ব চেও দেখি হিংসা কৰি গোসাঁই এজনে বাণ মাৰিলে। তাৰ পৰা আহিয়ে তাৰ কাহ কাহ আৰু কাহ। কিছুদিনৰ পাচত সি খাব বব নোৱাৰা হ'ল আৰু দেখা গ'ল কোৱাৰিৰ তলেদি ঘাৰ মুখ ওলাইছে এখন। এন্দুৰীয়া ঘা। তলে তলে তলখন একেবাৰে ঢং-ঢঙীয়া কৰি দিছে। ভাগ্য ভাল গাঁৱতে বস্তুটো আছিল। দহদিন জবাৰ পাচত ক'ৰ ঘা ক'ত গ'ল। একেবাৰে তাৰ চিন চাবেই নোহোৱা হ'ল।

আইতাকে মাতটো সৰু কৰি কাওতালীৰ ওচৰলৈ মুখখন হলাই ক'লে—

: পাঠক বুৰাহঁতৰ নহয় জানো?

কাওতালীয়ে কাউৰীৰ দৰে কাও কাও কৰা গলাটো খাদলৈ নমাই ক'লে—

: নহয় নো কি? সিহঁতৰ আতায়েকৰ দিনৰ সেই পদ জিনিচ।

য'তে ত'তে উলিয়াই মুফুঁৰিবি আকৌ গুণটো উৰি যায় বোলে হাজাৰ মুখত পৰিলে।

এসময়ত সাপৰ কথা শেষ হ'লত প্ৰত্যেকজনীয়ে নিজৰ নিজৰ কামৰ কথা মনত পৰিল। আৰু তিনিও নাৰিকলৰ তলেদি গোহালিটোৰ কাষে কাষে গৈ বাহিৰে বাহিৰে ভিতৰ চোতাল পালেগৈ।

সি কথাবোৰ শুনি আছিল বেলজোপাৰ তলৰ পৰা। মনত পৰিছিল তাৰ পুৰণি কথা কিছুমান। যেতিয়া নাৰিকলজোপাৰ তলতে পদূলিৰ পৰা বেলৰ তলৰ চোতালখন আঁৰ কৰি চ'ৰা ঘৰটো আছিল। যিটো ঘৰ উঁৱলি ভাগিচিগি যোৱাত ডাঙৰ দদায়েকে মেৰামত নকৰা-টোকে ঠিক কৰিলে। তাতে এসময়ত সিহঁতৰ পাঠশালা বহিছিল আৰু তাৰ পাচত মাইনৰ স্কুলত পঢ়া দূৰণিবটীয়া ল'ৰাৰ কাৰণে ছাত্ৰা-বাস তাতে কৰা হৈছিল।

এসময়ত এই চ'ৰা ঘৰটোকে লৈ সি শুখুনাইতৰ আগত গৰ্ব কৰিছিল। মাজে মাজে চ'ৰাঘৰটোৰ দীঘল বেঞ্চিখনত একোটা ৰ'দৰ তুপৰীয়া সি শুই শুই কটাই দিছিল। গুণ গুণ শব্দ কৰি ভোমোৰা একোটাইঁতে ঘূণে ফুটা কৰা কৰাবোৰৰ ইটো ফুটাৰ পৰা সিটো ফুটাত পৰি পৰি ব্যস্ত হৈ কিবা বিচাৰি ফুৰা চাই চাই সি ঘণ্টাৰ পাচত ঘণ্টা মগ্ন হৈ পৰিছিল। ভোমোৰাৰ সেই গুণগুণ শব্দত সি নিতৌ অনুভৱ কৰিছিল এটা উদাস করুণ ভাৱ। বেৰৰ ইকৰাত জালী কাটি সজা খিৰিকীবোৰত চূণৰ পুৰণি প্ৰলেপবোৰ চাই সি যিমানে পুৰণি কথা মনত পেলাবলৈ চেষ্টা কৰিছিল সিমানে সি চ'ৰা-ঘৰটোৰ ভৱিষ্যত সম্বন্ধে সন্দিহান হৈ পৰিছিল।

চ'ৰাঘৰটোৰ উৱলি যোৱা অৱস্থাটো কল্পনা কৰোতে তাৰ মনত পৰিল হাঠিমুন্নি বুৰীৰ অজগৰ সাপৰ কাহিনীটোলৈ। চ'ৰাঘৰটো থকা ঠাই-ডোখৰ এতিয়া চোতাল আৰু পদূলিত একাকাৰ হৈ পৰিছে। হয়তো এদিন তাতো বুঢ়া অজগৰ সাপটোৰ ওপৰত হোৱাৰ দৰে কচু আৰু ঢেকিয়াৰ জাহনি হব।

কথাষাৰ ভাবি থাকোতেই গোহালিৰ মাজেদি এজাক ভেকেকুৱা হাঁহে কোঢ়াল কৰি দৌৰি আহিছিল। সেইপিনে লক্ষ্য কৰি সি দেখিলে এটা নেউলে গোহালিৰ পাচফালে থকা গোবৰৰ দ'মটোৰ শিখৰত বুকুখন ফিন্দাই থিয় হৈ আছে তালৈ একেথৰে চাই। তাৰ মনত পৰিল এনে এটা নেউলকে লৈ ঘটা এবেলাৰ এটা আমোদজনক কাহিনী।

এদিন বাৰীত সৰু খুৰীয়েকহঁতৰ থকা ঘৰটোৰ পিচফালে বন শাকবোৰৰ মাজত এটা নেউলৰ সতে এটা সাপৰ ভুৰ্যোৰ যুঁজ। নেউলৰ কোবো-হনি সাপৰ ফোঁচফোঁচনি শুনি আইতাক ৰবাব জোপাৰ তললৈ আহিল। য'ত তাঁতশাল কেইখন আছে। আইতাকে তাক কলে ৰবাব জোপাত উঠি নেউলটোক লক্ষ্য কৰিবলৈ। আইতাকৰ মতে সাপে নেউলকো খোঁটে কিন্তু সি বনৌষধিত মাজে মাজে গা ঘঁহি আহে গুণে তাৰ একো নহয়। কাজেই সি যাতে লক্ষ্য ৰাখে কোন জোপা গছত গা ঘঁহে নেউলটোৱে। সি পুৰা এটা বেলা বহি বহিও উলিয়াব নোৱাৰিলে কোন জোপা বনত নেউলটোৱে গা ঘঁহিছিল।

সি সাপৰ কথাটোকে ইমান পৰে চিন্তা কৰি থকাত নিজৰেই ভাল নালাগিল। ভাবটো জোকাৰি পেলাবলৈ চেষ্টা কৰি সি বহুত দিনৰ পুৰণি কথা কিছুমান মনত পেলাবলৈ যত্ন কৰিলে। বহুদিনৰ আগতে পিতাকৰ লগত বুলনি ঘৰটোত বহি থকা সেই আবেলিটোৰ কথা মনত পৰোতেই সি ঘৰটোলৈ ঘূৰি চাই দেখিলে অকল ঘৰৰ ভিতৰ-খনেই নহয়, বাহিৰৰ চোতালৰো একাংশ গোবৰ পানীৰে লেপিবলৈ লৈছিল মঠৰৰ মাকে। সি কাৰণটো নুবুজিলে যদিও মনে মনে ভাবি পালে যে, নিশ্চয় অসাধাৰণ কিবা কাৰণ এটা আছে। সি সুধিবৰ কাৰণে আন এজনক নাপাই নওলাৰ পিনে চালে। দেখিলে, আহত-গুৰিৰ সেইপিনৰ পৰা সৰু খুৰীয়েকে গা ধুই আহিছিল কাষত তাঁত-শালৰ দীঘল পীৰা এখনত তিতা কাপোৰখিনি হাতেৰে চেপি লৈ। মুৰৰ চুলিত ছুই এটা খলিহৈৰ কণা লাগি আছিল। মুৰত এখন ফটা

কাপোৰেৰে মেৰিয়াই লৈছিল যদিও কৰ্কালৰ তললৈ চুলিৰ আগকোছা ওলাই আছিল।

: চিত্ৰাম কেতিয়া পাবহি ?

: জানো তাৰ পৰা চোন পুৱাই অহাৰ কথা। ভাত খোৱাৰ আগে আগে পায়হি নেকি ? নে দেৰীয়ে হয়। অসুখীয়া ল'ৰাটোক ওৰে বাটটো বোকোচাত লৈ অহাৰ কথা।

তাৰ ভায়েকৰ কানিৰ মহলতে জ্বৰ উঠিছিল। আইতাকে বৰ চিন্তা কৰি আছিল। আজি দদায়েকে লৈ অহাৰ কথা আছে। তাৰ মাকে বোধকৰোঁ দদায়েকতকৈও ল'ৰাৰ কথা লৈহে চিন্তিত হৈ পৰিছিল। তাৰ অৱশ্যে তলে তলে ভালেই লাগিল। ভায়েকতকৈও দদায়েক আহিব বুলি জানিহে সি উৎসাহিত হৈ পৰিছিল। সি আহতগুৰিলৈ গৈ চাই অহাৰ কথা ভাবিলে। ৰ'দ বেচ প্ৰখৰ হৈ উঠিছিল। আহি নিশ্চয় মাজবাট পাইছেহি দদায়েক, সি মনে মনে ভাবিলে।

সি বাটত থিয় হওতেই শুনিলে জয়াৰ জয়াৰ লগা দলংখনৰ অলপ সিপাৰৰ পৰা খাটাৰামৰ দীঘল ৰাগিনী—"ভাই মুখে বোলা ৰাম…" সি বৈ গ'ল। মাকে পানী জিয়েলিত ৰহি লেতেৰা কেৰাহী এটা ধুই আছিল। সি জানে খাটাৰামে মাকক দেখিলেই মুখ চুপতা চুপতি কৰিব আৰু দেওৰেকে দিব পৰা দুই এষাৰ অশ্লীল ইংগিতো দিব। মাকে হাঁহিব আৰু খাটাক শাওপাত দিব।

খাটাৰাম চিত্ৰাম দদায়েকতকৈ ডাঙৰ। খাটাৰামৰ ৰাগিনী শুনিয়েই খুৰীয়েকে কুকুৰ ল'ৰ দি লৰালৰিকৈ বেলৰ তলৰ চোতালখন পাৰ হৈ গ'ল।

অলপ পৰৰ পাচতে কঁকালত কলম কটাৰী, টিকাৰ তললৈ কোনো মতে ঢাক খোৱা টিকা ফটা গামোছা এখন পিন্ধি খৰেৰে ফপৰীয়া পিঠিগুনত বাওঁহাতৰ বুঢ়া আঙুলিৰ দীঘল নখটো বান্দৰৰ দৰে মাৰি মাৰি খাঁটাৰামে সিইঁতৰ পদূলি পালেহি। তাৰ মাকক দেখাৰ লগে লগে ৰাগিনী বন্ধ হ'ল। সি ক'লে—

: তোৰ নিচিনা ক'লী তিৰী এজনী পোৱা হলে চালা মনৰ সুখেৰে সংসাৰ কৰিব পাৰিলে হেঁতেন। বগী তিৰীৰ বৰ গা কেঁচা।

: সিটো জন্মত আনিবি দে হতছিৰি যোৱা। এই জন্মততো নহলেই। পিঠিৰ খৰ ছটা গুচাই ল আগতে নষ্ট যোৱা!

: মোৰ পিঠিত ক'ত খৰ দেখিলি? এইয়া ভগবানে দিয়া পঞ্জিকা। খজুৱালে নিৰ্ঘাত বৰষুণ। আজি ৰাতি চাবিচোন বৰষুণ হয় নে নহয়?

: বৰষুণ আহিবলৈ নকবি হতছিৰি হোৱা। মোৰ অসুখীয়া ল'ৰাটো বাটতে তিতিব। মৰগৈ যা ক'ত মৰ, ইয়াতে মুখ চুপতি মাৰি থাকিব নালাগে। লাজ নালাগে, তিৰোতাসেকৰা ক'ৰবাৰ।

মাকৰ কথাবাৰ শুনি খাটা হঠাৎ গহীন হৈ পৰিল। খন্তেক আগৰ ফাজলামি বাদ দি আন্তৰিকতাৰে সুধিলে—

: কাৰ অসুখ বৌ?

: সৰু ভতিজাৰেটোৰ। চিতৰামে মহললৈ লৈ গৈছিল। তাতে জ্বৰ হৈ পৰি আছে। আজি লৈ অহাৰ কথা আছে।

: জ্বৰে নে অকল, নে আন কিবা উপসৰ্গও আছে?

: জানো! জ্বৰ বুলি কৈছে। আৰু কিবা আছে যদি আনিলেহে দেখা পাম।

মাকে কেৰাহীটো লৈ চোতাললৈ সোমাই আহিল। খাটাই অলপ বিমূঢ়ৰ দৰে ৰ'ল। এনেতে ঘুগু্ৰীয়া মনাকুচিয়াৰ কাহৰ শব্দ তাৰ কাণত পৰিল। খাটাই এইবাৰ মনাকুচিয়াৰ কাহলৈ ব্যস্ত হ'ল। চিঞৰি চিঞৰি মনাকুচিয়াৰ থুকি থুকি কাহত থৰ হৈ পৰা শব্দক সিঞাৰি ক'লে—

: বজা বাছা, বাপেৰে দি থৈ যোৱা ভগা ঢোলটো। হেৰ' বৰ বাছুলীৰ মাংস খা। হাঁপানি ভাল হৈ যাব।

দাচুৰ জীয়েক পিঠাই সিহঁতৰ পদূলিমুখৰ পৰা বাটটো সাৰি সাৰি একেবাৰে মন্ত্ৰীপেহাকহঁতৰ পদূলিৰ কাষ পাইছিল। খাটাবাম বাটৰ ধূলিৰ কোবত অস্পষ্ট হৈ পৰিছিল। সি পিঠাৰ কোটোৰা কোটোৰ

চুলিখিনিলৈ মন কৰি তলে তলে হাঁহিছিল। আৰু সিও খাটাৰ পিচে পিচেই যাবলৈ ধৰিছিল। এনেতে পিছপিনৰ পৰা খুৰীয়েকে মতা শুনিলে। সি ঘূৰি আহিল খুৰীয়েকৰ ওচৰলৈ।

খুৰীয়েকে তাক মঠৰহঁতৰ চুবুৰীৰ পৰা গাখীৰ অলপ খুজি আনিবলৈ ঘটি এটা দিলে। সি ধেমালি কৰাৰ মনেৰে খুৰীয়েকক সুধিছিল ঘটিটো দেখুৱাই—

: এইটো কি খুৰী ?

: বাচন আকৌ।

: আমি যে ভাত খাওঁ সেয়া ?

: সেয়াও বাচন।

: সেঁয়াচোন কাহী-বাতিহে।

: যা বুলি কৈছোঁ নহয়, পেকপেকাই ধেমালি কৰি নাথাকিবি তই তলে তলে বৰ বদমাছ হৈছ দেই !

ধমক খাই সি ঘটিটো লৈ গ'ল চুবুৰীটোৰ উদ্দেশ্যে। সি শুনিছিল খুৰীয়েকে ইপিনে সিপিনে চাই বাটচ'ৰা যেন ঘৰটো পাৰ হৈয়ে ভিতৰৰ চোতালত শালমাৰি এডাল লৈ তিতা চুলিবোৰ কোবাই কোবাই পানীবোৰ সৰুৱা।

তাৰ মনত পৰিল সৰু কালিৰ ঘটনা কিছুমান। যেতিয়া সি তাঁতৰ শালমাৰি ডাল ঢুকি পোৱা নাছিল। আৰু ঢুকি পোৱাৰ কাৰণে যত্ন কৰি তাঁতৰ খুটাত লফিয়াই খুৰীয়েকক তাঁতবোৱাত আমনি দি বাঘঢকা খাইছিল। সেই সময়ত খুৰীয়েকৰ পিতাক ঘটিৰাম জীয়াই আছিল। জীয়েকৰ খবৰ লবলৈ মাজে মাজে আহি আছিল। দদায়েক কাহীৰাম আৰু বাতিৰামো আহিছিল বছৰত এবাৰমান। ক'ৰবাৰ দূৰ গাঁৱৰ পৰা আহে আৰু এক দুই নিশা সিহঁতৰ ঘৰতে কটাই উভতি যায়গৈ।

খুৰীয়েকহঁতৰ গাঁৱত কুঁহিয়াৰ আৰু কাঠআলুৰ খেতি প্ৰচুৰ হৈছিল। বুঢ়া কেইটা আহিলেই লগত কুঁহিয়াৰৰ জুলীয়া মিঠৈ এটেকেলি আৰু

এটা দুটা কাঠআলু আনিবই। আৰু উভতি যাওঁতে প্ৰায়ে সিইতৰ তাৰ পৰা টোমত ধানখেৰ দি বান্ধি থোৱা ভাল সোণকুছি ধানৰ বিধান লৈ যায়।

সেই দিনবোৰ এতিয়াও তাৰ মনতে পৰে। ঘৰৰ পাচফালে ৰবাৰ টেঙাৰ ছাঁত ঘৰৰ চাৰিওখন তাঁতশাল পতা। সেইফালে পিতাক বা ডাঙৰ দদায়েক সমূলি নগৈছিল। তাতে মুক্তমনে সক খুৰীয়েক বগৰীৰ দিনত বগৰী, জলফাইৰ দিনত জলফাই, পোৰা আমলখীৰ দিনত পোৰা আমলখী খাই তাঁতত বহি থাকে। সি হয় খুৰীয়েকৰ গাতে গা লগাই দীঘল পীৰাখনত বহি বগৰী-জলফাই খাব, নহয় তাঁতৰ খুটাত উঠিবলৈ চেষ্টা কৰি খুৰীয়েকৰ বাঘচকা খাব।

ঠিক বান্ধনিয়ে চকুত জাল দিয়াৰ সময়তে আহি পায় ঘটিৰাম। আহি কতো নৰয়। পোনচাটে এইখিনি পায়হি। কৃষ্ণ কৃষ্ণ বুলি নাম লৈ মাটিতে ভাৰখন থয়। খুৰীয়েকৰ মুখলৈ তেতিয়া সি ভেবা লাগি চাই থাকে। খুৰীয়েকে পটকৰে পীৰাৰ পৰা উঠি তাৰ ৰাউসীত ধৰি লৰালৰিতে দলি মাৰি দিয়াৰ দৰে কৰি ককাঁলত বহুৱাই লৈ পিতাকক মাতি লৈ আহে। খুৰীয়েকহঁত থকা ঘৰটোৰ পিৰালিলৈ। লগতে এহাতে ভাৰখনো লৈ আহে।

মুখ হাত ধুই বাও লগোৱা চাৰিত ভকত মহন্তৰ দৰে আসন ভিৰি বহিহে বুঢ়াই জীয়েকৰ খা খবৰ লয়। তেতিয়া অৱশ্যে খুৰীয়েক ওচৰত নাথাকে। দূৰত ব্যস্ত হৈ পিতাকৰ প্ৰশ্নৰ জবাব দিয়ে আৰু ঘৰৰো খবৰ লয়। তেতিয়া ঘটিৰামে তাকো ওচৰতে বহুৱাই লয়। সিও শান্ত ল'ৰাৰ দৰে বহি থাকে এটা বিশেষ মতলৱ লৈ।

সি জানে খুৰীয়েকে প্ৰথমে ধপাত এচিলিম জ্বলাই নিজহাতে পিতাকক দি যাবহি। আৰু তাৰ পাচতে আহিব পিতাকে অনা জুলীয়া মিঠৈৰে কৰা চাহ। খুৰীয়েকে দিব খুখুজিলেও আলহীয়েই জোৰ কৰি দিয়াব তাকো এবাটি তাৰে। তাৰ পাচত বুঢ়াই নিজে খুন্দা তামোলৰ ভাগৰ পৰাও তাক বঞ্চিত কৰা নহয়।

সি ঘটিটো লৈ গৈ থাকোতে খুৰীয়েকৰ পিতাক আৰু তাৰ ককাক ঘটিবামৰ কথাকে ভাবি গৈ আছিল। সি আমোদো পাইছিল মনতে খুৰীয়েকে যে কিয় ঘটি-বাতি-কাহী সকলোবোৰকে বাচন বুলি কয়— সেই কথাষাৰ মনত পৰাত। সি আহি আহি মন্ত্ৰীপেহাকৰ নঙলা পাৰ হৈ আবেলি জুৰ লোৱা ঠাইডোখৰ পালেহি। তাৰ পৰা সোঁফালে ঘুৰি যবলা-খবলাহঁতৰ দীঘল পদূলিটোৰে সোমাই গ'ল। গৈ গৈ বাওঁফালে ঘূৰি যবলাহঁতৰ চোতালত সোমাব খোজোতেই সোঁপিনে বাঁহৰ তলত খুচৰি থকা গাহৰি এহালে ঘকঘক কৰে শব্দ কৰি উঠিল। সি ভয় খাই পিচুৱাই আহিব খোজোতেই যবলাৰ পিতাক ওলাই আহিল।

: অ'তই চোন বাপা, কি লাগে? আহ ভিতৰলৈ আহ। অ' মাক, চাহিচোন কোন আহিছে!

: অ' আই, হয় কি নহয়! কি লাগে বাপাক? যবলাৰ মাকে উচ্ছলিমুচ্ছলিখন লগাই দিয়াত সি হতভম্ব হৈ পৰিল। পিৰালিতে খুৰা নোহোৱা ভুখৰি পীৰা এডোখৰত সি ডাঙৰ আলহীৰ দৰে বহিবলৈ বাধ্য হ'ল।

: খুৰীয়ে অকণ গাখীৰ নিবলৈ কৈছিল।

তাৰ কথা শুনি বুঢ়াবুঢ়ী দুয়ো মুখ চোৱা চুই কৰিলে মুহূৰ্ত্তৰ বাবে আৰু শেহত বুঢ়াই ক'লে—

: খীৰাব কোনে? আমিতো নোচোওঁ, বৰ গোন্ধ পাওঁ।

সি বিমোৰত পৰি আহিব নে কি কৰিব ভাবি ঠিক কৰিব নোৱাৰোতেই বাটত শুনিলে কোনোবাই ডাঙৰ কৈ গোৱা—

: ইঘৰ গিৰি কহাই গেল চৰাই হাল বায়।
দখিনা দিবা পাং বুলি বেবা ভঙ্‌লাই চায়॥

এইঘৰ গিৰি কলৈ গ'ল, দেখোন কুকুৰা চৰাই গোটেইখন হালবোৱাৰ দৰে বিশৃঙ্খল কৰি থৈ দিছে। অঁ, দক্ষিণা দিয়াৰ ভয়তে ঘৰৰ ভিতৰৰ পৰা বেৰৰ জোলোঙা উলিয়াই জুমি চাই আছে।

বহাগ বিহুত নচা গীত এৰাচোন। কোনে গায় বাৰু? গাই গাই দেখোন যবলাইঁতৰ তালৈকেই আহি আছে! যবলাৰ মাকে পিতাকৰ মুখলৈ চালে। কোনো অস্বাভাৱিকতাৰ আভাস নেদেখিলে। তাৰ অদম্য কৌতুহল হ'ল—

: কোনোবা আহিছে নেকি?

: আমাৰ বৰ জোৱাই। ক'ৰবাত কিবা খাই আহিছে হবলা! যবলাৰ মাকৰ কথাষাৰত সি প্ৰমাদ গণিলে। মদখোৱা মানুহলৈ তাৰ বৰ ভয়। সি এইবাৰহে সংকটত পৰিল। এৰিবও নোৱাৰি বেৰিবও নোৱাৰি। যেন মেটেকাৰ জাহনিত নাও লাগি ধৰিল। ৰোৱাও মস্কিল, যোৱাও মস্কিল।

: সি আহিল ভালেই হ'ল দে। সি ঘিণা চিনা নকৰে। সিয়ে থীৰাই দিব পাৰিব।

শাহুৱেকৰ কথাষাৰ শেষ হবলৈ নৌপাওতেই জোৱায়েক চলং পলং কৰে চোতাল পালেহি। তাক দেখিয়েই জোৱায়েকে সুধিলে—

: ক'ৰ?

: ৰাজাইঁতৰ ঘৰৰ। ববপিতাইৰ লিকিৰা।

: এ, মই চিনিয়ে নাপাওঁ নহয়, চিনিয়ে নাপাওঁ, চিনিকে নাপাওঁ মই—

জোৱায়েকৰ কথাষাৰ লাহে লাহে সৰু হৈ গ'ল আৰু শেষত কিবা মন্ত্ৰ মতাৰ দৰে শুনা গ'ল আৰু সি চোতালতে উদ্দেশি দীঘল দি পৰিল। ইমান বয়সস্থ মানুহ এটাই তালৈ তেনেদৰে প্ৰণাম জনোৱাত তাৰ সমস্ত দেহত আচহুৱা এটা অনুভূতি হ'ল। সি বহাৰ পৰা খপ্‌কৰে উঠি আঁতৰ হ'ল। যবলাৰ মাকে হাঁহি হাঁহি আদৰ কৰি ক'লে—

: হৰু দে বাপাই, সি আমাৰ জোৱাই যেতিয়া তোৰো জোৱাই হে হব।

জোৱায়েকক উদ্দেশ্য কৰি বুঢ়াই গহীনাই ক'লে—

: হেৰি অ' ডাঙৰ আপা, তই বাপাক বোলে গাখীৰ লাগে অলপ খীৰাই দে গৈ যা।

জোৱায়েকে শহুৰেকৰ আদেশ শুনি নীৰৱে তাৰ কাষ চাপি একেবাৰে স্বাভাৱিক এজনৰ দৰে ঘটিটো তুলি ললে আৰু গোহালিৰ পিনে গ'ল—

: তই ইয়াতে বহ, গোহালিটো লেতেৰা, তালৈ যাব নালাগে। মই লৈ আহিছোঁ।

জোৱায়েকে ঘটিটো লৈ যোৱাৰ পাচত শাহুৱেকে হাঁহি হাঁহি অকণ গৰ্বেৰে ক'লে—

: সি একেবাৰে ঘিণ নকৰে। তাৰ ঘিণা বোলা বস্তুটো একেবাৰে নাই। এবাৰ এই ইয়াৰে মান্না হওতে—গিৰিয়েকক দেখুৱাই যবলাৰ মাকে কৈ গ'ল কিদৰে তাৰ এবাৰ হাইজা হওতে, কাপোৰ-কানি ধোৱা, তাক শৌচ কৰোৱাই ধুৱাই দিয়া আদি সকলোবোৰ জোৱায়েকেই কৰিছিল। পিচে কি হব, তাৰ পৰিয়ালটোহে ৰখাব নোৱাৰিলে। জোৱায়েকৰ ঘৰলৈ বেমাৰ লৈ গৈ শহুৰেক নিজে বাচি আহিল, কিন্তু নিজৰ জীয়েক, নাতি-নাতিনী তিনিটাৰ মূৰ খাই আহিল। হাইজাতে জীয়েকো মৰিল, জীয়েকৰ ল'ৰা-ছোৱালী তিনিটাও মৰিল।

তাৰ দৰে ইমান সৰু ল'ৰা এটাকে ইমান গুৰুত্ব দি বুঢ়ীজনীয়ে নিজৰ সুখ দুখৰ কথা কোৱাত আৰু বিশেষকৈ যেতিয়া বুঢ়ীৰ পাৰচৰাইৰ দৰে চকুকেইটা চলচলীয়া আৰু মাতবোৰ থোকাথুকি হৈ পৰিছিল তাৰ বৰ লাজ লাজ লাগিছিল। উত্তৰত সি কি কব, কিদৰে সান্ত্বনা দিব ভাবি নেপাই বিবুধিত পৰিছিল। আৰু নিৰুপায় হৈ মনে মনে আছিল।

এনেতে দেৱদূত অহাৰ দৰে জোৱায়েকে গাখীৰৰ ঘটিটো লৈ চোতাল পালেহি। বুঢ়ীয়ে দেখি ক'লে—

: ঘটিটো পূৰা কৰি দিলিনে ?

: উঁ।

: আৰু লাগিব নেকি বাপাই ?

নাই হব বুলি কৈ লৰালৰিকৈ ঘটিটো লৈ সি ওলাই আহিল। পদূলিমুখ পায়েই সি বাওঁপিনে চকু ঘূৰালে। গাহৰিহালে মাটি খান্দি খান্দি বাঁহজোপাৰ সিটো কাষে আঁৰ হৈছিল। বাঁহৰ পৰি থকা শুকান পাতবোৰৰ মাজত কিবা খুচৰি থকা এপাল মাইকী কুকুৰাৰ মাজত ৰঙা বুকুখন ফিন্দাই থিয় হৈ এটা মতা কুকুৰাই হঠাতে দীঘল সুৰত ডাক দি উঠিল। লগে লগে অলপ দূৰতে ক'ৰবাত আৰু এটাই, তাতকৈ দূৰত আৰু এটাই, দূৰত আৰু এটাই ডাক দিলে।

তাৰ মনত পৰিল অনেক ৰাতিপুৱাৰ কথা। যেতিয়া আইতাকৰ গাৰ উমত কুকুৰাৰ ডাকতে সি টোপনিৰ পৰা সাৰ পাই উঠে আৰু এনে এটা দীঘলীয়া ডাকৰ বাবে উৎকৰ্ণ হৈ ৰৈ থাকে। সি জুৰ লোৱা ঠাই ডোখৰত মোগল পাঠান খেলৰ ছক এটা মাটিত কাটি থোৱা দেখি খন্তেক ৰৈ চালে আৰু ওচৰতে পৰি থকা নেমুৰ গুটি এটা বুটলিবলৈ বুলি হালোতেই গাখীৰ অলপ পৰি গ'ল। সি সন্ত্ৰস্ত হৈ পৰিল আৰু চাৰিওফালে কোনোবাই দেখিছে নেকি চালে। সি এইবাৰ নৰল। পোনচাটেই আহি ঘৰ পালেহি।

ঘৰলৈ আহি আকৌ তাৰ জানিবৰ আগ্ৰহ হ'ল, কিয় আজি ঘৰলৈ গাখীৰ অনা হৈছে। দদায়েক অহাৰ কাৰণে ইমান গাখীৰৰ তো প্ৰয়োজন নহয়! আৰু বুলনি ঘৰটো আৰু সম্মুখৰ চোতালখন দদায়েক অহাৰ কাৰণেই জানো মঠৰৰ মাকে ইমান যত্নেৰে লেপিব ? তাৰ কৌতুহল নিবৃত্ত কৰিবৰ বাবে কাক সুধিব সি চিন্তা কৰিলে।

মোটৰে উৰুৱা ধূলিৰ এটা মাদকতা আছে। যোৱাবেলি গুৱাহাটীৰ পৰা কোনোবা এজন ফুকন আহিছিল। মোটৰত উঠি। সি, ঋষি, নৰেশ্বৰ এনেদৰে স্কুলৰ এপাল ল'ৰাই মোটৰৰ পিচে পিচে দৌৰি চুলিবোৰ, চকুৰ ভুৰু পৰ্য্যন্ত বুঢ়ামানুহৰ দৰে কৰি লৈ ৰজত চাৰৰ মাৰ খাইছিল। তথাপি সেই ধূলিৰ মাদকতাভৰা গোন্ধটো তাৰ এতিয়াও মনত আছে।

ডাঙৰ খুৰীয়েকৰ ককায়েক পূৰ্ণ ভলন্টিয়াৰ আৰু তাৰ পিতাকৰ লগঁত তিনিজন ডাঙৰ মানুহ আহিছিল সেইদিনা। মোটৰখন সোনাদোঙৰ সিপাৰে আলিবাটত ৰাখি সিহঁতৰ ঘৰলৈ এইখিনি বাট সিহঁতে খোজকাঢ়ি আহিছিল। মূৰত বগা টুপী, গাত পিতাকে পিন্ধাৰ দৰে খহটা কাপোৰৰ চোলা আৰু চুৰিয়া। অৱশ্যে পিতাক বা পূৰ্ণৰ বোৰতকৈ বহুত চাফা। ভৰিত চামৰাৰ চেন্দেল। সিহঁত কেইটাৰ পিচে পিচে আৰু বহুত মানুহ আহিছিল। একেবাৰে শেষত আঠুমূৰীয়া খদ্দৰৰ গামোছা এখন পিন্ধি, তেজগোৰা উকা দেহটোৰে, হাঁহিসনা মুখেৰে আহি আছিল পূৰ্ণ ভলন্টিয়াৰ।

সি তেতিয়াহে বুজিলে ঘৰটো লিপাৰ উদ্দেশ্যটো। চহৰৰ ডাঙৰ মানুহ তিনিজনৰ লগতে কেবাজনেও বুলনিঘৰত বহি ডাব নাৰিকলৰ পানী খালে। ডাঙৰ দদায়েকে আলহীৰ সুবিধা হব বুলি পিতলৰ গিলাচ তিনিটা আনি দিছিলহি। কিন্তু এজনে গিলাচ এটা চাই এনে এটা ভংগী দি থৈ দিলে যিটো ডাঙৰ দদায়েকে ভাতৰ কাহীত চুলি পালে কৰে।

পূৰ্ণ ভলন্টিয়াৰে বেলৰ তলত খৰি ফলা কাঠ ডোখৰত বহি গাঁৱৰ কেইজনমানৰ সতে আড্ডা মাৰি আছিল মুখত তামোল এমোকোৰা ভৰাই লৈ। বাটচ'ৰা যেন ঘৰটোৰ বেৰৰ জোলোঙাইদি তাৰ মাকজ

বাদে ঘৰৰ আইতাক খুৰীয়েকহঁতৰ উপৰিও, দাচুৰ বৈণীয়েক, সোন-মহৰীয়া পেহাকৰ পেহীয়েকহঁতেও পালাবদল কৰি একোবাৰ বাহিৰলৈ জুমি চাইছিল।

গাঁৱৰ শুখুনাহঁতক দেখি সি এনেয়ে ডাঙৰ মানুহ কেইজনে বহা মাচিয়া বোৰৰ মাজে মাজে ঘূৰি দেখুৱালে। অলপ সময় বহাৰ পাচতে পিতাক দদায়েকৰ আতিথ্যৰ অনুৰোধ উপেক্ষা কৰি ভদ্ৰলোক কেইজন ওলাই আহিল। পিতাক-দদায়েক-পূৰ্ণ ভলন্টিয়াৰ আৰু মানুহেবোৰ সিহঁতৰ পিচে পিচে ওলাই গ'ল।

তাৰ মনটো বিষণ্ণ হৈ পৰিল। শুখুনাৰ চকুৰ আগতে মানুহকেইজনে নিমন্ত্ৰণ উপেক্ষা কৰাত সি মনে মনে আহত হৈ পৰিল। সি আমন জিমনকৈ মাচিয়া এখনতে বহি থাকিল।

অলপ পাচতে সি সৰু দদায়েকৰ কাহৰ শব্দ শুনিলে। তাৰ মনটো উদ্বেলিত হৈ উঠিল। সি পদূলিমুখলৈ ওলাই আহিল। দেখিলে বোকোচাত ভায়েকক লৈ কান্ধত বন্দুক লৈ ঘামি জামি দদায়েক লাহে লাহে আহি আছে। মন্ত্ৰীৰ নওলা পাওতেই সি দৌৰি আগবাঢ়ি গ'ল। উল্লাসতে দদায়েকক বন্দুকটো খুজিলে। পিচে পেলাব পাৰে বুলি দদায়েকে নিদিলে।

ভায়েকক বোকোচাৰ পৰা নমাই মাকৰ তত্বাবধানত দি দদায়েকে ঘেতিয়া চোলা খুলিবলৈ আৰম্ভ কৰিলে ওৰণিৰে মুখখন নেদেখা কৰি খুৰীয়েকে হাত মুখ ধুবলৈ পানী, গামোছা যতনাই দিলেহি। শালমাৰিৰে মাৰি মাৰিও দীঘল চুলিকোছা খুৰীয়েকে বোধকৰোঁ তেতিয়াও শুকুৱাব পৰা নাছিল। সেইবাবে চুলিকোছা দীঘলকৈয়ে কাপোৰেৰে মুৰিয়াই বান্ধি থৈ দিছিল।

সি আলেঙে আলেঙে খুৰীয়েকৰ মুখলৈ চাইছিল; তামোল খালে হোৱাৰ দৰে ৰঙচুৱা হৈ পৰিছিল খুৰীয়েকৰ মুখখন।

ভাতখাই উঠি দদায়েক কলৈকো ওলাই নগ'ল। খুৰীয়েকেও এবোজা

কেচেক পাত লৈ পলুক পাত দিয়াত ব্যস্ত হৈ পৰিল। পোহৰ আৰু বতাহ সোমালে পলুৰ অগ্যায় হয় বুলি দুৱাৰখন ভিতৰৰ পৰা বন্ধ কৰি লৈছিল।

মদায়েকৰ সংসৰ্গৰ পৰা এনেদৰে বঞ্চিত হৈ সি মনে মনে খুৰীয়েকক অভিশাপ দিছিল ঘৃণে বিন্ধি পলুবোৰ মাৰি থক বুলি।

সি নিঠৰুৱা হোৱাৰ দৰে অনুভৱ কৰিলে। বাটৰ পিনে দৌৰি ওলাই আহিল। ঘৰখনৰ একোতে তাৰ ভাল নলগা হ'ল হঠাতে। এনেতে মাকে তাক আগচি ধৰিলেহি। গৰমৰ বন্ধত ঘৰত কৰিবলৈ দিয়া অংকৰ উদাহৰণ কেইটা কৰা হ'ল নে নাই—মাকে খবৰ কৰিলে। আৰু বিছনীখন দেখোন আৰম্ভই হোৱা নাই! ঘনশ্যাম মাষ্টৰে ঘৰৰ কামবোৰ কৰি নিনিলে জানো শুদাই এৰিব!

মাকৰ আচৰণত সি মনে মনে বিৰক্ত হ'ল। খেলা নাই ধূলা নাই, খালী পঢ় আৰু পঢ়। সকতে এবাৰ অংক কৰিবলৈ দিওতে সি দৌৰ মাৰি পলাব খুজিছিল, মাকে ডাঁৰবাৰি এডালেৰে কোবাই বগৰাই দিয়াত তাৰ ওঠ ফাটি তেজ ওলাইছিল। ফলত আইতাকৰ সেইদিনা মাকক কি যে কুকুৰে কাঁইট নোখোৱা গালি! আজিও আইতাক এচৰতে থকাহেঁতেন হয়তো ক'লেহেঁতেন—

: থ থ, চব ঠায়ে গুৱাহাটী হোৱা হলে, চবেই বিদ্বান হৈ বাবু কহলালে হব জানো! আমাৰ নালাগে দে বাবু হব। হালোৱাৰ বংশ হালোৱাই হক। পিথিমিৰ কতই হালবাই খাইছে! সেই গোন্ধেলাকেইটাই হাল বাই খুৱাইছে গুণেহে সংসাৰখন বৈছে। থক সি হালোৱায়ে হ'ক, তই তাৰ মূৰত বাৰি পাৰি নাথাকিলেও হব।

মাকে গালি খাই চকুপানী টুকিলেহেঁতেন মনে মনে।

সেইদিনা সি মাকক তৎক্ষণাৎ ফাকি দি ক'লে যে, সি খাটাৰাম মদায়েকহঁতৰ তালৈকেই ওলাইছে বিছনীৰ মোৰটোৰ বাবে। মাকে খাটৰামৰ নাম শুনি জাঙুৰ খাই উঠিল।

: নালাগে যাব তালৈ। সিহঁতৰ যিহে কুকুৰজনী আছে, বাটেদি

ভাল বেয়া এটা মানুহ যাব নোৱাৰে। তাতে আকৌ ঢেকুৰা দুটা আনিছে বোলে অলপতে। নাযাবি। আমাৰ দখৰেও কিবা নোৱাৰে নেকি ?

: দখৰকাই কৰচৰ তলত কঠিয়া তুলি আছে গৈ।

: আহিলে কবি। এতিয়া অংক কৰগৈ যা।

অগত্যা সি মাকহঁতৰ পিৰালিতে কঠ এখন পাৰিলৈ বহিল।

সৰু দদায়েকৰ কলৰ গানত ওলোৱা 'তাই মোৰ প্ৰিয়ে পানে সই' গীতটো মুখেৰে গাই গাই সি পাটীগণিতৰ নিৰ্দিষ্ট উদাহৰণটো উলিয়াই লৈ ফলি পেঞ্চিল লৈ অংক কৰাত ব্যস্ত হৈ পৰিল। আইতাকে চোতালৰ ছাঁত বহি এৰী সূতা কাটি আছিল টাকুৰিত। সি মাজে মাজে আইতাকৰ পিনে চাইছিল। অলপ পাচতে বহুপৰ পাহৰি থকা কথা এষাৰ মনত পৰাৰ দৰে আইতাকে ক'লে—

: আজি ইমান উঁহনি ধৰিছে ; ৰাতি আকৌ বৰষুণ হয় নেকি ?

: জানো, পুৱা দেখোন পাহাৰৰ পিনে মেঘ দেখিছিলোঁ। বতৰৰ যে মায়া আজিকালি !

দেখিলে বুকুত পিন্ধা লেতেৰা মেখেলাখনৰ ওপৰত ককাঁলত ফটা কাপোৰ এখনেৰে মেঠনি মাৰি কাণতালী বুঢ়ীয়ে হাতত এৰী সূতাৰ টাকুৰি ঘুৰাই ঘুৰাই চোতাল পালেহি।

: দে অ' ক্ষেত্ৰাণী এখন তামোলকে ; ভাত খাই উঠি তামোলখন ভালদৰে খোৱাই নহল।

তাৰ পাচত এজনী এজনীকৈ বুঢ়ীয়ে আদহীয়াই চোতালখন ভৰি পৰিলাহি। তামোল চালি হাঁহি খিকিন্দালিৰ মাজত ওলাইছিল গাড়ীৰে গুৱাহাটীৰ পৰা অহা বাবুহঁতৰ কথা। কোনোবাজনীয়ে হেনো গা ধুবলৈ গৈ নদীৰ পাৰত হাবিৰ মাজত বহি বাহিৰ ফুৰি থাকোতে ঘৰ্‌ঘৰ্‌ শব্দ শুনি ভয় খাই উঠিছিল।

সেইবাৰেদি তুবাৰ আহিছে সিহঁতৰ সেই আলিবাটটোৰে মোটৰ গাড়ী। হকলকলি বুৰীয়ে কথাবোৰ শুনি পাচত এটা মন্তব্য কৰিলে

ঘ'ৰ পৰা সি বুজিলে যে, তাই মোটৰ গাড়ী এখনো দেখা নাই। তাই ক'লে—

: ভগবানে জীয়াই ৰাখে মানে দেখি থাকিম, জাতে জাতে বিধে বিধে। এই কণা চকু ছুটাৰেই কম দেখিলোঁনে! আগেয়ে আমাৰ দিনত দাঁতত কায় নসনাকে, দাঁত ক'লা নকৰাকে থাকিলহেঁতেন চোন কাৰোবাৰ ঘৰৰ জীয়ৰী! ঘৰৰ মানুহেই উলিয়াব, এ আই অমুকীৰ জীয়েকজনীৰ দাঁতকেইটা দেখিলেই যাত্ৰা নষ্ট। একেবাৰে কুকুৰ মেকুৰীৰ দৰে ৰাখিছে। এতিয়া গহাটীনীহঁতৰ, শৈকাপেন্নীহঁতৰ দাঁত নাচাৱ কেনেই ?

শইকীয়াপাৰাৰ পৰা অনা তাৰ ডাঙৰ খুৰীয়েকজনীয়ে পাকঘৰৰ পিৰালিত-অসংযত ওৰণিখন টানি বহি আছিল। নিজৰ উল্লেখ শুনি মুখখন ৰঙা পৰি গ'ল আৰু সেমেকা হাঁহি এটা মাৰি প্ৰবীণাসকলৰ পিনে চালে।

সৰু খুৰীয়েকতকৈও বয়সত সৰু আৰু পাচত বিয়া কৰাই অনা এই খুৰীয়েকজনীক নতুন যেতিয়া বিয়া কৰাই আনিছিল ডাঙৰ দদায়েকে সি তেতিয়াৰ পৰাই দেখি আহিছে। আনকি বিয়াৰ আগতেও নবৌয়েকৰ লগত মাউৰা ভাগিনীয়েক ছুটা চাবলৈ এবাৰ নে ছুবাৰ অহা সপোনত দেখা যেন তাৰ এতিয়াও মনত পৰে। বগা লহপহ কৰে মানুহজনী। ভাতখোৱা মজিয়াতে বহে আৰু সিহঁতে ভাতখোৱাৰ পৰত পাকঘৰৰ ওচৰতে ছুৱাৰমুখত কুচিমুচি বহি থাকে।

বিয়াৰ দিনা কালীৰ মাত আৰু খুৰীয়েকৰ মিহি মাতৰ কান্দোন আৰু বিয়াৰ পাচত দদায়েকৰ অত্যাচাৰত ওায়ে ৰাতিপুৱা চেপা মাতৰ কিনকিনি অলপ ভাবিলেই তাৰ শুনা শুনা যেন লাগে। এদিন অসংবৃত কাপোৰৰ মাজত খুৰীয়েক পিৰালিতে নিতক হৈ পৰি থকা দৃশ্যটো চকু ছুটা মুদিলেই তাৰ দেখা দেখা যেন লাগে।

: এইবাৰ বোলে কানি খোৱা উঠাই দিব। আমাৰ চেৰৌয়েহে কি কৰে এতিয়া।

কাওতালীবুঢ়ীয়ে ঘৰত বহি বহিয়ে এই নির্ভুল খবৰটো কেনেদৰে পাইছিল সি নাজানে। কিন্তু সি জানে যে, চহৰৰ বাবু মানুহ কেইজনে দুৰ্গাপুজাৰ খোলাত মিটিং কৰি তেনে এটা কথাকে কৈছিল। সি শুখুনাৰ পৰা অলপ আগতে শুনিছিল কথাষাৰ।

বাইছ উদাহৰণৰ বিবিধ প্ৰশ্নৰ সহজ অংকবোৰেও তাৰ সন্মুখত একো একোটা জটিল সমস্যা লৈ ভীৰ কৰি ধৰিলেহি। কানিৰ কথাটো উলিওৱাৰ লগে লগে সক দদায়েকলৈ মনত পৰিল। সি শুনিলে হয়তো বিৰক্তিতে কিবা এটা কৰি পেলাব। নতুৱা পিতাকক দোকান খন বন্ধ কৰি দিয়াৰ কথাকে কব। কথাষাৰ চিন্তা কৰোতে সহজ অংকবোৰো ভুল কৰিলে বাৰে বাৰে।

: তইঁতৰ চিংৰামক কৈ দে দোকানখন বন্ধ কৰি আহক। বাজাৰ নিয়মতো মানিবই লাগিব।

: অই, ঘৰতে আছে বহ্, শুনিলে দিব মজা।

কাওতালীয়ে আইতাকৰ সতৰ্ক বাণীষাৰ শুনি অৱজ্ঞাৰ ভাব দেখুৱাই ক'লে—

: হুঁহ্ কুকুৰে মোৰ কাণ কাটিব। মই কিবা নোহোৱা কথা কৈছোঁ নেকি ?

সি তিৰোতা মানুহখিনিলৈ ভালদৰে লক্ষ্য কৰিলে। ধন্দৰা কমাৰৰ মাক আৰু পাকলাগী বুঢ়ী অহা নাই। দুয়োজনী বাঘৰ আগতেল খোৱা। মতাতকৈও সাতছাৰ। আহিলে তল ওপৰ লাগি পৰিলহেঁতেন আৰু মাকে তাক ইয়াত থাকিবলৈ নিদিলেহেঁতেন। সেই দুজনীৰ কত কীৰ্ত্তি! অঞ্চলৰ মানুহৰ মুখে মুখে সেইবোৰ কাহিনী প্ৰচলিত।

এবাৰ মাঘমহীয়া। মাঘমাহত ভুটীয়াবোৰে ভৈয়ামৰ গাঁৱত লুঙ্‌লুঙাই ফুৰেহি। লা, কমলা, কচু, জলকীয়া, জাবৰাং, ভালুকৰ পিত্ত, ধনেশ চৰাইৰ তেল এনেদৰে হোৰা ভৰাই বিভিন্ন সামগ্ৰী আনে। সিহঁতৰ তালৈ আহিলে আহত জোপাৰ গুৰিতে আশ্ৰয় লয়। আৰু ঢেঁকি-শালৰ জোলোঙাৰে হাত ভৰাই সান্দহৰ মখা, কড়াইগুড়ি খোজে।

মিস্তিৰ হয়। সেইদিনা ভোট আছি ধন্দৰা কমাৰৰ বাৰীত সোমাই ভাগি পৰি থকা চকোৱা কিছু উঠাই ললে। কমাৰে কলত, গেন্দেহেই নকৰিলে। এনেতে কমাৰৰ মাক জানো ক'ৰ পৰা ওলালহি মেখেলা-খনকে পোন্ধ মাৰি লৈ। একেজাপে ভোটৰ কান্ধত উঠি ললে মনে মনে পিচ পিনৰ পৰা। ভোট চক খাই দেও পাৰি উঠিল। বুঢ়ীয়ে মূৰৰ চুলিত খামোচ মাৰি ধৰি ডিঙিত ভৰিৰে জুটিয়াই ললে। ভোট দৌৰি ফুৰিছে, মাকে বুকুত গোৰোহাৰে ঘেঁাৰাৰ পাশত অভিজ্ঞ চোৱাৰীয়ে মৰা দিছে ; যেন সাধুকথাৰ ৰজাৰ কান্ধত উঠা বেতালটোহে !

সেইদিন ধৰি ভোটে কমাৰৰ চাৰিসীমা নগচকে। মুখখনো বৰ অধইচ। পাকলাগী বুঢ়ী আৰু কমাৰৰ মাক লগ লাগিলে তাত আৰু গৰথীয়া ল'ৰাই লালিলাং নাগালেও চলে। কত যে কাহিনী আছে এই বুঢ়ী দুজনীক লৈ।

এবাৰ হেনো পাকলাগীৰ মাটিৰ কিবা এটা জেঙা মাৰিবলৈ চবডেপুটীৰ অফিচলৈ পাকলাগী নিজেই গ'ল। লগত ধন্দৰা কমাৰৰ মাকো গ'ল। ৰেলগাড়ীৰে এটা ষ্টেচন আৰু ষ্টেচনৰ পৰা ডেৰ মাইলমান বাট। অফিচত কিবা এখন দৰ্খাস্ত লেখিবলৈ মহৰী এজন ধৰিলে। লেখি উঠি যেতিয়া পঢ়ি দিলে ; বুঢ়ী সন্তুষ্ট নহ'ল। আকৌ কটা কুটা কৰি লেখি উলিয়ালে। এইবাৰো বুঢ়ী দুজনী সন্তুষ্ট নহ'ল। স্বাভাৱিকতে মহৰী অলপ বিৰক্ত হ'ল। আৰু হঠাৎ বঢ়া মাত এষাৰ ওলাই আহিল তাৰ মুখৰ পৰা। বঢ়া মাত নামাতি যেনিবা কোনো বাহত হে হাত দি পালে, বুঢ়ী দুজনীৰ অধইচ মাতৰ কোবত বেচেৰা নাৰপেঙীয়া মহৰী একেবাৰে মাটিত মিলি যাব যেন কৰিলে। অফিচৰ বাইজ হতভম্ব হৈ গ'ল বুঢ়ী দুজনীৰ অবাইচ মাতৰ অন্তহীন ভঁৰালৰ গম পাই। মাক বাপেকৰ পৰা আৰম্ভ কৰি বিভিন্ন পৰিয়াল পৰিজনৰ সতে কল্পনা কৰিব নোৱাৰা সম্বন্ধৰ বিষয়ে এনে অগাধ ব্যুৎপত্তি দেখি ৰজাক দেও নোবোলা মণ্ডল কেইটাও বুঢ়ী দুজনীয়ে যিহকে কয় তাকে নীৰৱে কৰি দিয়াত পৰিল।

সি বুঢ়ী দুজনীক তিৰোতা মানুহবোৰৰ মাজত নেদেখি আশ্বস্ত হ'ল। সেইদিনা অৱশ্যে আনদিনাৰ দৰে অসভ্যালি কৰা নাছিল বুঢ়ী কেইজনীয়ে। কানি বন্ধ কৰা কথাটোকে আলচ কৰি আছিল। তাৰ নতুন অভিজ্ঞতাও হ'ল বহুত। সিহঁতৰ অঞ্চলৰ বহুকেইজন সম্ভ্ৰান্ত মানুহে কানি খাইছিল। কেৱল চেৰৌ, মেলা বা গেৰা কানিয়াই নহয়। ডাঙৰ ডাঙৰ মানুহেও খাইছিল মনে মনে। আগতে হেনো কানি খোৱাটো বৰ মানুহৰ চিন আছিল। আনকি তহচীল-দাৰেও হেনো খাইছিল।

: যি মানী, সি খায় কানি। আ'জি যিকিটা আহিছিল সিহঁতৰ বাপেক আতায়েকহঁতেও নিশ্চয় কানি খাইছিল।

হাঠিমুন্নি বুৰীৰ কথাষাৰ মাইকী মানুহখিনিয়ে গ্ৰাহ্যি নকৰিলে। তেনে কথা আগতে আলোচনা হৈয়ে গ'ল, এতিয়া সেয়া দ্বিৰুক্তি মাত্ৰ এনে এটা ভাবলৈ হকলকলি বুঢ়ীয়ে ক'লে—

: তহঁতৰ পিচে হিতাইক কৈ দিবি ; যি ৰাজাৰ যেনে আইন। মানিবই লাগিব। চিতৰামক দোকানৰ পৰা লৈ আহক।

আইতাকে মুখৰ ভিতৰতে কিবা এষাৰ কলে। সি শুগুনিলে। কিন্তু হাঠিমুন্নি বুৰীৰ কথাষাৰ তাৰ কাণত অনুৰণিত হৈ থাকিল। চহৰৰ বিদ্বান মানুহ হোৱাৰ বাবে মাকে দিয়া উদগণি তাৰ মনত অৰ্থহীন হৈ পৰিল। সি কিতাপ-ফলি সামৰি আলিবাটলৈ ওলাই আহিল।

সি ক'তো নৰল। মাকে দেখিলে পুনৰ মাতি লৈ যোৱাৰ আশংকা কৰি একেবাৰে আহতগুৰি পালেহি। তাত দেখিলে এজুম মানুহে আহতজোপা ঘেৰি ধৰি কিবা কৰি আছে। সি দৌৰি আহিল। শুথুনাক প্ৰথমে পাই সুধিলে। সিও ভালদৰে কব নোৱাৰাত সি নিজেই মানুহৰ মাজেদি গছজোপাৰ ওচৰ চাপিল। দেখিলে কাগজত ছপোৱা ঘৰৰ ছবি এটা গছজোপাত কোনোবাই এঠাই থৈ গৈছে। সি মানুহবোৰৰ মুখলৈ চালে। সিহঁতে একোকে নুবুজি ভাবলেশহীন হৈ ছবিটো চাই আছিল।

বাটবুলনিঘৰ আৰু বাটচ'ৰা যেন ঘৰটোৰ মাজৰ নেওৰাখনেৰে বৰষুণৰ পানী কলহৰ কানেদি পৰাৰ দৰে কৰি পৰিছিল। সি মনে মনে বাহিৰলৈ ওলাই আহিল আৰু নেওৰাখনৰ তলত পানীৰ সোঁতটো মূৰতে পৰাকৈ থিয় হ'ল।

ৰাতিপুৱাৰে পৰা সেইদিনা ধাৰাসাৰে বৰষুণ দিছিল। দুপৰীয়া ভাত খাই উঠি সি পদূলিলৈ ওলোৱাৰ কথা ভাবি বৰষুণ এৰাৰ কাৰণে বাট চাই আছিল বুলনিঘৰটোত। বৰষুণ নেৰা দেখি সি গা ধোৱাৰ কাৰণেই নামি পৰিল বৰষুণৰ মাজত। নেওৰাৰ তলত মূৰ পাতি থাকোতেই হঠাৎ তাৰ চকুত পৰিল এটা জুইশিখা। সি বাটচ'ৰা যেন ঘৰটোৰেদি ভিতৰৰ চোতালখনলৈ সোমাই আহিল। দখৰ থকা কোঠাটোৰ পৰা সেই পোহৰটো অহা সি দেখিছিল। সি মনে মনে গৈ পানীপোতাত থিয় হৈ বেৰৰ জোলোঙাৰে চাই যি দৃশ্য দেখিলে সি বিস্ময়ত হতবাক হৈ গ'ল।

তাক তেনেদৰে জুমি চোৱা কোনোবাই দেখিলে নেকি, সি ঘূৰি চালে। পদূলি মুখলৈকে ওলাই আহিও চালে। দীঘল আলিবাটটো একেবাৰে নিজুম হৈ পৰিল। একমাত্র দাচুইঁতৰ নঙলামুখত থকা জৰিগছজোপাৰ পাতৰ আঁৰত বহি বৰষুণৰ শব্দ চেৰ পেলাই মাজে মাজে চিঞৰি উঠা কাউৰীজনীত বাদে একোকে সাৰে থকা যেন নালাগিছিল তাৰ। আনকি হাঁহবোৰেও খালৰ পৰা উঠি মঠৰইঁতৰ বাৰীৰ পৰা হালি থকা কৰচ গছজোপাৰ তলত নিশ্চল হৈ বহি আছিল।

সি সোনকালে গা ধোৱা শেষ কৰি পিৰালিত সুতা কাটি থকা আইতাকৰ ওচৰ চাপিছিলহি। একে উশাহতে আইতাকক কথাটো জানিবলৈ দি মুখত কি প্রতিক্রিয়া দেখে অপেক্ষা কৰি থাকিল। আইতাকে সবজান্তাৰ দৰে হাঁহি ক'লে—

: হুহ, অন্ধই অন্ধক বাট দেখুৱায়!

আইতাকৰ খেয়ালিপূৰ্ণ কথাবাৰ স্নবুজি সি মুখলৈ ভেবা লাগি চাই থাকিল।

: তেনেদৰে জুমি নাচাবি আকৌ। চকু কণা হয় বুলি কয়।

কথাষাৰ কৈয়ে বুঢ়ীয়ে অনুভৱ কৰিলে যে, কথাষাৰ তেনেদৰে কোৱাটো অমংগলীয়া যেন শুনা গ'ল। গতিকে এষাৰ যোগ দি ক'লে যে, নজনাকে চালে একো নহয়। সি আশ্বস্ত হ'ল যদিও গোটেই ঘটনাটো লৈ তাৰ কৌতুহলৰ অন্ত নাছিল। বিশেষকৈ সি জানিবলৈ বিচাৰিছিল দাচুৰ দৰে বয়সস্থ লোক এজনে কিয় দখৰৰ দৰে ডেকা মানুহ এজনৰ ওচৰত আঠু লৈছিল তদুপৰি দখৰ লোকৰ ঘৰৰ চাকৰ এটা।

আকৌ এবাৰ সি বৰ্ণাই গ'ল সেই দৃশ্যটো। মাটিৰ চাকি জ্বলাই কিদৰে আগলি কলাপাত এখনত কিবাকিৰি বস্তু দখৰে মোনাৰ পৰা উলিয়াই থৈছিল আৰু কিদৰে দখৰে মেৰচৰা এখনত মহন্ত ভকতে বহা দি বহিছিল আৰু দাচুৱে সম্মুখত আঠুলৈ সেৱা কৰি আছিল।

আইতাকে আচল ৰহস্যটো ভেদ কৰি কৈছিল যে, দখৰ দাচুৰ মন্ত্ৰ গুৰু। অৱশ্যে আইতাকে নাজানিছিল দখৰ কিমান গুণী। কিন্তু এইটো জানিছিল যে, দাচুৰ দৰে দখৰো অন্ধ। ক টোৰ কাণখনো পকাব নাজানে।

সি অৱশ্যে প্ৰতিবাদ কৰি আইতাকক মনত পেলাই দিছিল ফাগুনা পাঠকৰ কথা। সিও পঢ়িব নাজানে অথচ এনে পুথিও নাছিল য'ৰ পৰা ফাগুনাই নাম দিব নোৱাৰে। আইতাকৰ উপদেশ সত্বেও আৰু সি ধৈৰ্যৰে তাক মানিবলৈ চেষ্টা কৰা সত্বেও দখৰৰ সেই গোপন ৰহস্যৰ কাহিনী বু বু বা বা কৰি ওলাই পৰিল। তথাপি কথাটো সিমান প্ৰচাৰ হোৱা নাছিল। দাচুৰ জীয়েকৰ বিয়াৰ দিনা যিমান প্ৰচাৰ হৈ গ'ল।

সি কথাষাৰ শুনা নাছিল। অৱশ্যে লক্ষ্য কৰিছিল পিঠাজনীয়ে কিছুদিনৰ পৰা পৰিষ্কাৰ মেখেলা পিন্ধা আৰু গা ধুবলৈ গলে বহুত পলম কৰা। যিদিনা কন্যাদানৰ ভোজ তাৰে চাৰিদিন আগতহে সি হঠাৎ

শুনিলে কেৰেপাইৰ পৰা যে পিঠাজনীৰ বিয়া। খবৰটো শুনাৰ পৰাই তাৰ মনটো উগুল থুগুল হৈ পৰিল।

ভোজৰ দিনা সি স্কুলৰ পৰা ছুটী লৈ আহিছিল। ভোজৰ ভাত খাই উঠোতে গধূলি এন্ধাৰ হৈছিল। ভাত খোৱাৰ পাচতো বহুত মানুহ দাচুইঁতৰ ঘৰতে ব'হ আছিল। কিয়নো ৰাতি পুথি পঢ়াৰ কথা। খখন্দা পাঠকৰ মাতটো শুৱলা দেখি তাকে পঢ়িবলৈ দিয়া হৈছিল। সেইদিনাৰ পৰাই ঘৰখন বিয়াঘৰ বিয়াঘৰ যেন ভাল লগা হৈ প'ৰিছিল।

বিয়াৰ দিনা দিনতে সৰু দদায়েকে ভাৰা কৰি ঘোষ বাবুৰ পৰা এটা ডেলাইট আনিছিল। গধূলি ঘোষবাবুৰ তাৰ পৰা লাইটৰ মেকানি এজনো আহিল। তাক বিশেষ যত্নেৰে আপ্যায়িত কৰা হৈছিল। আৰু ঘণ্টায় ঘণ্টায় সি কিবা খাব খোজে নেকি সুধিবৰ কাৰণে কেৰে-পাইক বিশেষভাৱে নিয়োজিত কৰা হৈছিল।

দৰাঘৰীয়া আহি পোৱাৰ পাচত সি পদূলি মুখলৈ ওলাই গ'ল। তাত দৰাঘৰীয়াৰ ঢুলীয়াদলৰ লগত কন্যাঘৰৰ শুকু গাইনৰ দলৰ দুৰ্ঘোৰ অঁৰিয়াঅঁৰি লাগি পৰিল। তেতিয়া পুৱাৰে পৰা মাজে মাজে বাজি থকা মনভাল কালিয়াৰ কালিৰ সুৰ ঢোলৰ শব্দত মাৰ গৈছিল। আনকি সুৱাগুৰি তোলোতে কালিয়াৰ লগতে যোৱা শুকু গাইনৰ ঢুলীয়াৰ দলটোৰ ধীৰ স্থিৰ চালচলনো নোহোৱা হৈছিল। দৰাঘৰীয়া অহাৰ পাচত দুয়ো দল ঢুলীয়াৰ মাজত ভীষণ চাঞ্চল্যৰ সৃষ্টি হ'ল। ইদলে সিদলক ঢোলৰ ঠেকাৰে বিদ্ৰূপ কৰে, লাজ দিয়ে অথবা অকথ্য ভাষাৰে গালি পাৰে। শুকুহঁতে যদি ঢোলত বজালে—

গছত কান্দে গাছ মৈৰা
খোৰোণ্ডত কান্দে শুঁই।
পুৱা ৰাতি যাবা লাগে যদি
তুঁহত থবি জুই॥

সিদলে হয়তো এই বুলি কাটিব—

বৌ মাছ বৌ মাছ
চৰ মাৰো থাচ থাচ
আমাৰ ঘৰত যাবি।
বৌমাছ খাবি
বৌমাছ নাপালি
গুৰ লদা খাবি ॥

নামঘৰত পূজাৰ গন্ধত জ্বলোৱাৰ দৰে, কোমোৰা কাটি সৰিয়হ শলিতা জ্বলাই পোহৰ কৰা হৈছিল পদূলি মুখখন। দাঁতিৰ খালটো শুকাই মাজডোখৰত মাত্ৰ অকণ পানী আছিল। যিমানে ৰাতি হৈছিল সিমানে নিয়ঁৰত তিতি ঢোলৰ মাত ঢেপা শুনা গৈছিল।

সেই সময়ত অলপ আগতে ইদলে নচা শালিকা যুঁজ কাট খেদাবলৈ শুকহঁতে তুৰ্কী নাচোন নাচি আছিল। চাবিযোৰ ভোৰ তালৰ শব্দই কাৰো মাত কতো নুশুনা কৰি তুলিছিল। ঠিক তেনে সময়তে বিয়া-ঘৰত হুলস্থুল লাগি পৰিল।

তুৰ্কী নাচোন সি আৰু নাচালে। ভিতৰলৈ গ'ল। দেখিলে পিঠাইঁত থকা ঘৰটোৰ ভিতৰত ব্যস্ততা। চোতালত ইপিনে পুৰোহিতে হোমৰ কাষত বহি বিয়াৰ কাম কৰি আছে। সি মানুহৰ মাজেদি সৰকি ভিতৰ পাওঁ পাওঁ হওতেই ধৰিলে আইতাকে। হাতত ধৰি চৰ্-চৰ্ কৰে টানি তাক বাহিৰলৈ লৈ আহিল। যেন জ্বলা জুই একুৰাৰ মাজৰ পৰাহে তাক টানি আনিলে। তাৰ কৌতূহল দুগুণে চৰিল। কান্ধত জোলোঙা লৈ দখৰে গহীন মুখেৰে লৰালৰিকৈ অহা সি দেখিছিল। সি নিৰুপায় দৃষ্টিৰে সেই বিশেষ ঘৰটোৰ দুৱাৰমুখলৈ চালে। হঠাৎ দেখিলে গুথুনা তাৰ ভিতৰৰ পৰা কাবোবাৰ খেদা খাই দৌৰি ওলাই অহা গুথুনাই বাট পাওতেই সি তাৰ ওচৰ চাপিল।

তাৰ পৰাই জানিছিল সি ঘটনাৰ সবিশেষ। কইনাক নোওৱা

সমন্ধীয় বৌৱেকজনীক হেনো কোনোবাই বাণমাৰি মাৰি পেলাই-ছিল। দাচুৱে গুৰু দখৰক মতাই আনিছিল। দখৰে আন কিছু-মানক ৰক্ষা কবচ দিলে কিন্তু বৌৱেকজনীক ভাল নকৰিলে। কিয়নো দখৰৰ মন্ত্ৰ বৰ কঢ়া। বাণ উলটি যায়। কাজেই খাটাৰ ভায়েক মণিৰামক মতাই আনিলে।

ঃ দখৰে ওলোটাই পঠাব লাগিছিল ( অশ্লীল )।

ঃ জানো কিয় নপঠালে ; এনে কুমন্ত্ৰ কৰি ফুৰা মানুহক ভাল সেকা দিবই লাগে ( অশ্লীল )।

শুখুনাই আৰু কিবা কবলৈ মুখ মেলিছিল। এনেতে দখৰ ওলাই আহিল। মানুহৰ জুমবোৰে তাক বাট এৰি দিছিল। সি কাৰো পিনে নোচোৱাকৈ ব্যস্ত মানুহৰ দৰে বাটলৈ ওলাই গৈছিল।

তুৰ্কী নাচোন তেতিয়া পূৰ্ণোদ্যমে চলিছিল। তালৰ কাণ ফলা শব্দত কাৰো মাত কতো নুশুনা পৰিৱেশ এটা হৈছিল। শুকুৰাম আৰু মেলবৰ ঢুলীয়াই চুঙা ঢোল একোটাইঁত সাৱটিলৈ নাচি নাচি তালিয়াইঁতৰ মাজে মাজে এটা নিৰ্দিষ্ট তাল আৰু গতিত ঘূৰি ফুৰিছিল। তাকে চাই চাই অদ্ভুত এটা আবেশত সি বহি থকা ধান খেৰৰ ওপৰতে এৰী চাদৰখন ঘুম মাৰি শুই পৰিছিল।

পাচদিনা ৰাতিপুৱা কইনা নিয়া দেখুৱাবলৈ বিচাৰি বিচাৰি হতাশ হৈ যেতিয়া খগুতে তাক মৰিবলৈ শাও দি ঘৰৰ পৰা ওলাই আহিছিল তেতিয়া আইতাকে তাক দাচুহঁতৰ পদূলিমুখৰ জৰি গছজোপাৰ গুৰিত খেৰৰ মাজত আৱিষ্কাৰ কৰিলে আৰু তপিনাত দুটা চাপৰ মাৰি নিজৰ কপালকে ধিক্কাৰ দিলে। এনেয়ে কইনা উলিয়াই নিয়াৰ পাচত দ'চুহঁতৰ ঘৰখনৰ লগতে ওচৰৰ ঘৰ হিচাপে সিহঁতৰ ঘৰখনৰো পৰিৱেশ নিমাও মাও লগা হৈ পৰিছিল, তাতে আইতাকৰ জাত গোষ্ঠী সামৰি দিয়া সৰ্বঢাক ৰলকনিত ঘৰখন কাঁহপৰি জীণ যোৱাৰ দৰে হৈছিল। ডাঙৰ দদায়েকে যেতিয়া টান মাতটোৰে ক'লে যে, সি আৰু এতিয়াও কেচুৱা হৈ থকা নাই, তাৰ পিচে পিচে কিছুমান চৰ্কীদাৰ

লাগি থাকিবলৈ, আইতাক নীৰৱ হ'ল। এইবাৰ কেৱল তাক লক্ষ্য কৰি ভোৰভোৰাবলৈ আৰম্ভ কৰিলে।

দাচুইঁতৰ তালৈ বিয়াত নিয়া পাচী, খৰাহী, ঢাৰি, দলা, কলহ এনেদৰে থাপতে আনিব পৰা বস্তুবোৰ আইতাকে এটা এটাকৈ কঢ়িয়াই আছিল আৰু মুখেৰে ভোৰভোৰাই আছিল।

দাচুৰ জীয়েকক পিন্ধাই পঠোৱা মুঠিখাৰু যোৰ আৰু কাণৰ ববপেটীয়া সোণাযোৰো সিহঁতৰে আছিল। কন্যাদানৰ ভোজৰ বাচন-বৰ্ত্তন, বৰ বৰ থালি, পিতলৰ খৰাহী, নালবজা কৰচলিবোৰ চব সিহঁতৰ চকা লগোৱা পেৰাটোৰ পৰাই আইতাকে উলিয়াই দিছিল।

আইতাকে তাক ভোৰভোৰাই থকাত সি তলে তলে আমোদ অনুভৱ কৰিছিল। আইতাকৰ মন ভুলাবৰ বাবে সি ভাবি ভাবি সোণাযোৰৰ কথাকে সুধিলে—

: তই যে পিঠাবাইক সোণাযোৰ দি পঠালি, তাই দেখোন পিন্ধি একেবাৰে দৰাৰ ঘৰ পাবগৈ, যদি হেৰাই যায়!

আইতাকে তৎক্ষণাৎ মুখ পাতি লৈ ক'লে—

: কিয় হেৰাব? এই সোণাযোৰেই দেখোন ইমানদিনে গাঁওখনৰ যিমানবোৰ জীয়ৰীৰ বিয়া হৈছে তাত বাগৰিছে; এতিয়াও চোন যি সোণা সেই সোণাই আছে। তই কলেই হব নে? তই কি জান?

: মই ইংৰাজীস্কুলত এবছৰ এনেয়ে পঢ়িলোঁ। নেকি?

: বৰ ভৌ ভৌ পণ্ডিত হৈছে কুকুৰ! যিটোৱে লোকৰ পদূলিয়ে পদূলিয়ে ধান খেৰৰ মাজত ৰাতি কটায়, তাক কি কয় অ' পণ্ডিত!

আইতাকৰ মনটো অলপ পাতল হোৱা যেন দেখি সি সুধিলে—

: পিঠাবায়ে কান্দিছিল নেকি?

: নেকান্দি কিবা হাঁহিব লাগিছিল নেকি?

: আৰু মনভালে কইনা উলিয়াই নিয়াৰ সময়ত কালি বজাইছিলনে?

: তোক কিয়?

সি অন্যমনস্ক হৈ পৰিল। আইতাকৰ অস্তিত্বও তাৰ মনৰ পৰা অন্তৰ্হিত হৈ পৰিল। তাৰ মনটো উদাস হৈ পৰিল। কাণৰ ওচৰত ঢোলৰ আৰু তালৰ শব্দ বাজি উঠিল শব্দবোৰ ক্ৰমাৎ অস্পষ্ট হৈ একেবাৰে শুশুনা হৈ পৰিল আৰু লাহে লাহে স্পষ্ট হৈ উঠিল মিহি বেথালগা মাতৰ এটা কান্দোনৰ শব্দ। যিটো শব্দ সি একেবাৰে সৰুতে শুনিছিল ডাঙৰ খুৰীয়েকক প্ৰথম ডাঙৰ দদায়েকে মাৰাৰ দিনা। তাৰ কাণত পৰা পৰা যেন লাগিল কোনোবা মাইকী মানুহৰ ক্ৰন্দিত ভাষাৰ আশ্বাস আৰু কালিৰ চকুপানী উলিওৱা বিননি।

বহুত পৰ সি নিথৰ হৈ বহি থাকিল। হঠাৎ যেন কোনোবাই মতা শুনিলে—মনভাল, অ মনভাল, কইনা নিৰৱ হৈছে, কালিটো অকণ বজা না। মনভালে নৰাৰ নে কিহৰ কালিৰ মুখত লগোৱা চুপিটোত ওঠ দুটা লগাই, গাল দুখন ফুলাই চকু দুটা মুদি কালিটোৰ মাত উলিয়াই দিয়াৰ লগে লগে সমস্ত বিয়াঘৰ নিজম পৰি গ'ল। শ্ৰোতাৰ মুখবোৰ করুণ করুণ হৈ পৰিল। দৃশ্যটো মানস পটত ভাহি উঠাৰ লগে লগে টোপনিত তাৰ চকুহাল মুদখাই গ'ল। পিৰালিতে ৰ'দত ঢাৰি এখন পাৰি সি শুই পৰিল।

আবেলিৰ বান্ধনি বেলিৰ ৰঙচুৱা ৰ'দবোৰ মঠৰহঁতৰ বাৰীৰ ভলুকা-বাঁহৰ আগত অ'ত ত'ত লাগি আছিল। পানীৰ মাজলৈ হালি পৰা কৰচ গছৰ ডালটোত আমন জিমনকৈ বহি আছিল কণামুচৰি এজনী। পিলখানাৰ কোটোহা বাঁহৰ জেঙনিত ইমান পৰ ফান নচুৱাই নচুৱাই মাছ চাই থকা মাছৰোকা চৰাইজনীয়ে দিনটোৰ চিকাৰ শেষ কৰি খালটোৰ ওপৰে ওপৰে জিংৰামহঁতৰ বাৰীৰ পিনে উৰি গৈছিল। পানীৰ জিয়েলিত ঘুৰি ঘুৰি ভাগৰি পৰা ডাউকীহালেও চিঞৰি চিঞৰি সোমাই পৰিহিল বগৰী জোপাৰ তলৰ গেজেপনিত। জিংৰামহঁতৰ বাঁহনিৰ পৰা মাজে মাজে তাৰ কাণত পৰিছিল বগলীৰ দুই এটা দলদোপ দলদোপ মাত।

সি বাটৰ পিনে চাই চাই ক্ৰমে উদগ্ৰীৱ হৈ পৰিল। লাহে লাহে সিহঁতৰ সেন্দুৰী আমজোপা, দাচুহঁতৰ জৰি গছজোপা, মঠৰহঁতৰ কৰচ জোপা, পিলখানাৰ জাহনিবোৰ আৰু সিমূৰলৈ যোৱা বাটত জয়াৰ দলংখন ক'লা হৈ পৰিছিল। ৰ'দবোৰ মচ খাই খাই ভলুকা বাঁহৰ আগলিবোৰো কজলা হৈ আহিছিল। এসময়ত সি গম নোপোৱাকৈয়ে কণামুচৰি জনী কৰবালৈ উৰি গ'ল ৰাতিৰ বাবে আশ্ৰয় বিচাৰি। পদূলিয়ে পদূলিয়ে হাঁহৰ জাকবোৰ শাৰীপাতি উঠি আহিছিল খালৰ পৰা।

গৰুৰ পালো ঘুৰি আহিছিল। দখৰে সিহঁতৰ পলৰীয়া ক'লীগাইজনীক নিজেই খেদি লৈ আহিছিল।

সি সঁচাকে চিন্তিত হৈ পৰিল। কাওতালী বুঢ়ীও ৰাতি ঢুলীয়া চোৱা মানুহবোৰে খেৰে চেৰে বিশৃঙ্খল কৰি ৰখা পদূলিটোৰ পৰা ধান খেৰৰ ছাইবোৰ কঢ়িয়াই কঢ়িয়াই ভিতৰলৈ নিয়াৰ ছলেৰে বাটলৈ লক্ষ্য কৰি আছিল। সিহঁতৰ আইতাকে আকৌ বেলৰ তলত মেলি থোৱা

জোনাই শামুকৰ খোলাবোৰ ভালদৰে শুকাল নে চাই আছিল আৰু বাটলৈ মাজে মাজে নজৰ ৰাখিছিল।

এন্ধাৰ হৈ অহা দেখি সিহঁতো চিন্তিত হৈ পৰিল। কাওতালী বুঢ়ীয়ে এইবাৰ ওখোনি এডাল লৈ বাটৰ বিশৃঙ্খল খেৰবোৰ একাষৰীয়াকৈ থোৱাত লাগিল। তাৰ আইতাকে শামুকৰ খোলাবোৰ এৰি দাচুহঁতৰ পদূলিৰ পিনে আগবাঢ়ি গ'ল। আৰু কাওতালীৰ মনযোগ আকৰ্ষণ কৰাৰ মনেৰে ক'লে—

: ছাইবোৰ খাৰ সৰুৱালে কাপোৰ ধুবলৈ ভাল হ'ব।

: মইনো আকৌ কিয় নিয়া বুলি ভাবিছ?

: ছোৱালীজনী চোন এতিয়াও নাহিল?

: আঁহিব। ইমানবোৰ মানুহ গৈছে, কিহৰ চিন্তা! তোৰ শামুকবোৰ শুকালনে? চূণ পুৰিলে মোকো অলপ দিবি দেই। মোৰখিনি বিয়াতে সাং হ'ল।

চালত বাহ লোৱা শালিকা এযোৰে দাচুহঁত থকা ঘৰৰ মুধচত কল-কলাই উঠিল। সিহঁতৰো বাহত সোমাবৰ হ'ল। এনেতে দাচু ঘৰৰ ভিতৰৰ পৰা ওলাই আহিল। বুঢ়ীয়ে পুতেকক দেখি বিৰক্ত হৈ কাৰোবাক কোৱাৰ দৰে ক'লে—

: অকমান আগবাঢ়ি গৈও চাই আহিব পাৰেচোন।

তাৰ পিতাকক আইতাকে কিবা কলেও এনেদৰেই কাৰোবাক কোৱাদি কয়। সি বুজিলে কাওতালীয়ে পুতেককে কৈছে কথাষাৰ।

উত্তৰত দাচুৱে অশ্লীল মাত কেইষাৰ মান মাতি আগবাঢ়ি যাবলৈ অনিচ্ছা প্ৰকাশ কৰি বহুপৰলৈ কিবাকিবি ভোৰভোৰাই থাকিল। তাৰ আইতাক ইতিমধ্যে ঘূৰি আহি তাৰ ওচৰত থিয় হৈছিলহি। আইতাকে বোধকৰোঁ তাক ঘৰলৈ অহাৰ কথা কব খুজিছিল এনেতে সি পিঠাইঁতক জুৰ লোৱা ঠাইডোখৰত ওলাই পৰা দেখিলে। সি উদ্বেলিত হৈ চিঞৰি উঠিল—

: হেইয়া পিঠাৰাইহঁত আহি পালে।

আইতাকে ঘুৰি চালে, আৰু সকলো উৎকণ্ঠাৰ ওৰ পৰাত গহীন হৈ ক'লে—

: ব'ল আহক ব'ল। তই ইয়াত গধূলি অকলে বহি থাকিব নালাগে। ঘৰলৈ ব'ল।

তেতিয়া মুখ এন্ধাৰ লাগিছিল। পিঠাৰ মূৰত ওৰণি নাছিল। চাদৰ খনত সেন্দুৰৰ ৰঙ লাগিছিল ঠায়ে ঠায়ে। খোজত নতুন কাপোৰৰ শব্দ হৈছিল।

সিও মনে মনে আশ্বস্ত হৈ ঘৰলৈ ঘুৰি আহিল। চোতালত জুই ধৰাৰ কাৰণে বাঁহৰ শুকান মুঢ়া কিছুমান গোটাই থোৱা আছিল। তাৰে কেইটামান আনি ধুলধুলীয়াই জুই একুৰা ধৰাৰ কাৰণে আয়োজন কৰিছিল চোতালৰ একাষে। দখৰ গৈছিল দাচুৰ নিমন্ত্ৰণ ৰক্ষাৰ কাৰণে। গাঁৱত দিনটোৰ ভিতৰতে কদৰ তাৰ বাঢ়ি গৈছিল।

সি জুইকুৰাৰ ওচৰতে বহি ললে। ৰাতিৰ টোপনি খতি আৰু দিনত গোটেই দিনটো শোৱাৰ পাচত তাৰ গা-মন সমূলি ভাল লগা নাছিল। সি কাকো মাতবোল নকৰাকৈ জুইকুৰাৰ ওচৰতে বহি থাকিল।

এনেতে বাহিৰত পিতাকৰ গল হেকাৰি শুনি সিহঁত আটায়ে সচকিত হ'ল। ধুলধুলীয়া, মঠৰ আৰু চম্ফাইঁতে নিজৰ নিজৰ কামত ব্যস্ত হৈ পৰিল। সৰু খুৰীয়েক পাকঘৰৰ পিৰালিলৈ ওলাই আহিছিল; ভিতৰ সোমাল পিতাকৰ শব্দ শুনি। ডাঙৰ দদায়েকে গান জুৰিছিল 'ধুলা খেলা খেলব না আৰ' বুলি ধ্ৰুৱ পালাৰ গান। বন্ধ কৰি সি ঘৰত সোমাল।

অলপ পাচতে পিতাক সোমাই আহিল লগত এজন আগন্তুকক লৈ।

: অ' মঠৰ, দেচোন বাচা এখন ঢাৰি চাৰি কিবা ইয়াকো। গাত হলোছোলা, মূৰত টিকনি, কান্ধত জোলোঙা, ভৰিত বাঁহৰ ফানতি আৰু হাতত লাথুটি। বগা খীনকে' মানুহজন। বয়স পঁচিছৰ পৰা চল্লিছৰ ভিতৰত যিকোনো এটাই হব পাৰে। মানুহজন তাৰ ওচৰতে বহি হাতকেইটা জুইলৈ মেলি দিলে।

: ধপাত চপাত কিবা এচিলিমো দে।

পিতাকৰ কথা শুনি সি লৰালৰিকৈ পিতাকক ভালৰি লগাবলৈ ধপাত এচিলিম আনিবৰ বাবে সৰু দদায়েকহঁতৰ পিৰালিত উবুৰিয়াই থোৱা চিলিমটো আনিবলৈ গৈছিল। আইতাকে এনেতে ধমক মাৰি দিলে—

: তই ৰাতিখন কি দৌৰি ফুৰিছ? মঠৰহঁত নাই নেকি?

সি অপ্ৰস্তুত হৈ পৰিল আৰু ঘূৰি আহি আইতাকৰ চাৰিত আইতাকৰ ওচৰতে বহি ললে। আইতাকে তেতিয়াও মুখৰ ভিতৰতে কিবাকিবি ভোৰভোৰাই আছিল। সি বুজিব নোৱাৰিলে, আইতাকে কাৰ ওপৰত ইমান বিতুষ্ট হৈছিল।

একেবাৰে পাচদিনা, তাকে আকৌ পদূলিমূৰতহে কথাটোৰ ৰহস্য ভেদ হ'ল। হাঠিমুন্নি বুৰী আহিছিল দাচুহঁতৰ তালৈ। বাটতে আইতাকৰ লগত দেখা। হাঠিমুন্নিয়ে সুধিলে—

: হয়নে বাই, আমাৰ চুৱা খোৱাটো হেনো তইঁতৰ এইখিনি পাইছেহি?

: আহিছে; কালি ৰাতি দেখোন ইহঁতৰ পিতাকৰ লগতে শুলাইছেহি ক'ৰবাৰ পৰা।

দুয়োৰে কথাৰ পৰাই বুজিলে সেইজন তাৰ ছুতিৰাম পেহাক।

হাঠিমুন্নি বুঢ়ীৰ জোৱায়েক। পহিলাতে বিয়া কৰাইছিল সৰু দদায়েক চিৎৰামৰ ভনীয়েকক। তাই মৰাত বুঢ়ীৰ জীয়েকক বিয়া কৰাইছে। সি হেনো এতিয়া হাঠিমুন্নি বুঢ়ীৰ ভেটিত জেগা বিচাৰিছে, পুৰণি গাঁৱৰ পৰা উঠি আহিবলৈ। বুঢ়ীয়ে ভাবিছিল সি সেই মতলবতে আহিছে আৰু তাৰ পিতাকৰ শৰণ লৈছেহি।

: খুৱাম ৰ মাকে, ভাল মাটিডৰা থৈ দিছোঁ পোকৰৰ পুতেকে ঘৰ সাজিবলৈ। এই জীজনীয়ে মোৰ কাল হ'ল। জীজনী নথকাহলে তাক মই বাঢ়নীৰে কোবালোঁহেঁতেন।

আইতাকে কওঁ নকওঁকৈ ক'লে—

: মই তোক কোৱানাই। নিজৰ বুলি মইও সহ্য কৰি আছোঁ।

সিনো বাক আমাৰ বুঢ়াৰ শ্ৰাদ্ধ খাবলৈ আহি চশমাযোৰ লৈ যাব পায়নে ? সেই দিন ধৰি তাক মই দুই চকু পাৰি দেখিব নোৱাৰোঁ। তই বেয়া পালেও পাবি।

কথা-বতৰা কৈ থাকোতেই পিতাক আৰু পিচে পিচে দুতিৰাম ওলাই গৈছিল। দুয়োজনী বুঢ়ীৰ মুখভাবত এনে ঘৃণাৰ উদ্ৰেক হৈছিল যে তাৰ তলে তলে হাঁহি উঠি গৈছিল। সি অৱশ্যে বিশ্বাস কৰা নাছিল যে, হাঠিমুগ্নি বুঢ়ীয়ে কোৱা উদ্দেশ্যেৰেহে দুতিৰাম সিহঁতৰ তালৈ আহিছিল। সি নিজে ভাবিও পোৱা নাছিল সি অহাৰ প্ৰকৃত উদ্দেশ্যটো কি আছিল।

আবেলি সিহঁতৰ তালৈ ভালেমান মানুহে আহিছিল ; কৃফাৎ বানিয়া, ধন্দৰা কমাৰ, বলি চিকাৰী, লক্ষী মিস্ত্ৰী, কান্দা গাওঁবুঢ়া, ধনুমেম্বৰ, হৰেশ্বৰ দৰ্জি প্ৰমুখ্যে কেবাজনো মানুহ। আদিৰাম, খাটাৰাম, জয়-বিজয়টো আছেই।

বেলৰ তলত কুন্দত এটা গঞ্জৰী কাটি আছিল লক্ষী মিস্ত্ৰীয়ে। আদিয়ে কাটি আছিল ৰাম কৰতাল। ৰাম কৰতাল থবলৈ বেতৰ গ্ৰন্থি সাজি আছিল খাটাই। কৃফাৎ বানিয়াই খঞ্জৰীত তাল কেইপাত লগাবলৈ ঘৰতে পিত্তলৰ তাল চাৰিপাত বনাই আনিছিল। গাঁৱৰ বৰগীতৰ দলটোৰ আটায়ে তাত উপস্থিত আছিল।

হলেও, খঞ্জৰী, ৰাম কৰতাল সজোৱা বিষয়টো দৰাচলতে গৌণ আছিল। মুখ্য কথা আছিল আন কিহবাহে। আচল কথাৰ লগতে এইবোৰো চলাই থকাটো লক্ষীৰ মতলব। সি সিহঁতৰ অঞ্চলৰ শ্ৰেষ্ঠ বাঢ়ৈ। ছাতিৰ দৰে নাল লগোৱা জাপিৰ ব্যৱহাৰ প্ৰথম সিয়ে কৰি দেখুৱাইছে। সি নজনা বিহকৰমী বনো নাই। বাঁহৰ কাকৈ ফণি, ৰাচ, উঘা, চেৰেকী, কাল্লি, নেওঠা, যঁতৰ এইবোৰৰ উপৰিও বিছনীৰ এশ এটা মোৰ তাৰ নখৰ আগত।

পিতাকে কেতিয়াবা গৰ্ব কৰি কয়েই যে নিজৰ ভিতৰতে সকলো আছে —বানিয়া আছে, কমাৰ আছে, বাঢ়ৈ আছে, দৰ্জিও আছে। মাত্ৰ

নাই কুমাৰ। কুমাৰ এঘৰ থকা হলে সিহঁতৰ অঞ্চলটো স্বয়ংনির্ভৰ-শীল হ'লহেতেন। বিশেষ হৰেশ্বৰ দৰ্জিৰ বিষয়ে পিতাকে প্রায়ে কয়। নমাইল দূৰৰ দলমাত গন্ধ দৰ্জি আৰু এইয়া সিহঁতৰ গাঁৱৰ হৰেশ্বৰ দৰ্জি। হাল নোবোৱাকৈ খোৱা মানুহ। অঞ্চলৰ এক পৰম বিস্ময়ৰ গৰাকী। যিয়ে কল চলাব জানে। আৰু চকুৰ পচাৰতে একোটাইঁত সাজ তৈয়াৰ কৰে। সিও অৱশ্যে ছিন্নমূলেই আছিল। মনাকুচিয়া বা সোনমহৰীয়া বা মন্ত্ৰীৰ বা ছুতিৰামৰ দৰেই। অৱস্থাৰ মেৰপাকত পৰি সিহঁত জ'াজিৰ দৰে ভাহি আহিছিল। আৰু সিহঁতৰ গাঁৱৰে ছোৱালী বিয়া কৰাই দি তাহাঁতক সমাজত সুমাই লোৱা হৈছিল। হৰেশ্বৰক দিয়া হৈছিল ভৰালীবুঢ়াৰ জীয়েকক।
হৰেশ্বৰৰ আৰু এটা বিশেষ গুণ আছিল। সি হাল নোবোৱাকৈ নিজৰ ভাত মুঠি মোকোলোৱাৰ বিদ্যা আহৰণ কৰিছিল। তদুপৰি সি আছিল এক অভিনৱ বিস্ময়ৰ গৰাকী। গতিকে সমাজত তাৰ বিশেষ সমাদৰ আছিল।
তাৰ পিতাকেও পথাৰত হাল নেবায় বা আন কামো নকৰে। কাজেই কিবা এটা বিশেষ অনুষ্ঠান হলেই সিহঁতৰ ঘৰত হৰেশ্বৰৰ আমন্ত্ৰণ অপৰিহাৰ্য এটা কথা।
সেইদিনা তালৈ হৰেশ্বৰো আহিছিল। সি অহাৰ লগে লগে গাঁৱৰ মানুহে তাৰ বাবে বহিবলৈ জেগা কৰি দিছিল। হৰেশ্বৰ আহি পোৱাৰ লগে লগেই পিতাকে হাঁহি ক'লে—

: আমাৰ আৰু এজন বিশ্বকৰ্মা আহিল। কুফাতেও উঠি আহি আমাৰ গাৱঁতে বহা হলে গাঁও একেবাৰে পূৰা হ'লহেঁতেন।

: পূৰা মানে ?

: তুমি দৰ্জি আছাই, আমাৰ লক্ষীমামা বাঢ়ৈ আছেই, ধন্দৰা কমাৰো আছে। আৰু যদি এওঁ কুফাৎ বানিয়াও আহিলহেঁতেন, গাঁৱৰ সকাম নিকামত বাহিৰলৈ নোযোৱাকৈয়ে হ'লহেঁতেন। অৱশ্যে কুমাৰ এজনো লাগে।

হৰেশ্বৰে হাঁহিলে আৰু ক'লে চিন্তাকৰি কোৱাৰ দৰে—

: আচল কথা আজিকালি বিদ্যাবোৰ লৰলৈ হেলা কৰে ল'ৰালুৰিবোৰে। এতিয়া শহুৰৰ বাঢ়ৈ বিদ্যাটো আৰু কোনোবাই লবলৈ আগবাঢ়ি আহিব লাগিছিল, কুফাৎ শালপতিৰ বিদ্যাটোকে আজিওতো কোনোৱে লোৱা নাই। ময়ে প্ৰথম যেতিয়া কলটো লৈ আহোঁ—

হৰেশ্বৰে স্মৃতি ৰোমন্থণ কৰাৰ দৰে কৈছিল কিদৰে প্ৰথম কলটো অনাৰ সময়ত নিতউ মানুহে তাৰ ঘৰ ভৰি থাকে। কাম-বন খতি কৰি দিনৰ দিনটো কলটো চলোৱাকে চাই থাকে। যেতিয়া কৌতুহলৰ ওৰ পৰিল মানুহে সেইফালে মুকেই নকৰা হ'ল।

লক্ষীয়ে ৰেন্দাখন বন্ধ কৰি হৰেশ্বৰৰ কথাষাৰৰ মূৰত ক'লে—

: নহয় অ' দৰ্জি। আগৰ দৰে সকলোৱে সকলো কামতে পাৰ্গত নহলেও হয়। এটা এটা বিদ্যাকে ভালদৰে শিককচোন। আজিৰ মানুহে ভালদৰে হালখনকে বাব নাজানে। আগেয়ে এতিয়া তোৰ শহুৰেৰকে দেখিছিলোঁ, যেতিয়া মাটিত বোকা দিব, যেন খোলাচাপৰি পিঠা পুৰিবলৈ পিঠাগুৰিহে পানীত গুলি লৈছে। হালবাই থাকিব। ভালকে চাধাৰে তামোল এখন খাই পিক পেলাই থাকিব। যেতিয়া পিক পৰিয়েই ক'লা হৈ পৰিব, হালবোৱাও এৰিব। আজিকালি কোনে বা ইমান মেহনৎ কৰিব, জানেই বা কেইটাই!

কুন্দৰ চকাটো চলাই লক্ষীয়ে কৈ গৈছিল পুৰণি দিনৰ ৰীতি-নীতিবোৰৰ কথা। আগেয়ে গাৱঁতে হেনো সকলোবোৰ বস্তু পোৱা গৈছিল। তেতিয়া ৰাস্তাঘাট তেনেকে নাছিল। মানুহ এখন গাঁৱৰ পৰা আন এখন গাঁৱলৈ যোৱাটো নিৰাপদ নাছিল। কাজেই ঘৰৰ প্ৰয়োজনীয় সকলোখিনি পৰাপক্ষত ঘৰতে কৰি লৈছিল।

এইবোৰ আলোচনা কৰি থাকোতেই বুলনি ঘৰৰ পৰা কাযলতিৰ তলত এবোজা কাগজ চেপিলৈ ছুতিৰাম ওলাই আহি মানুহবোৰৰ একাষে বহি ললে। তাক দেখি লক্ষীৰ কথা বন্ধ হ'ল। আনবোৰেও ছুতিৰামলৈ একেথৰে চাই থাকিল। সি সিহঁতৰ চাৱনিলৈ ভ্ৰূক্ষেপ

নকৰি, নাকৰ আগত চশমাযোৰ লগাই কাগজবোৰৰ ভাজ খুলিলে আৰু কিছুমান কাগজ আদিৰামহঁতৰ ফালে আগবঢ়াই দি ক'লে—

: ভগাই দিয়াচোন।

আদিৰামে কাগজ এখন খুলি চাই হতবাক হৈ গ'ল। সিও দূৰৰ পৰাই কাগজখন দেখি স্তম্ভিত হৈ পৰিল। এইখন আহত জোপাত আঠাই দিয়া কাগজখনৰ সতে হুবহু একে। ইয়াতো এটা ঘৰৰ ছবি।

: এইবোৰ আকৌ কি ?

হৰেশ্বৰৰ প্ৰশ্নত পিতাকে হাঁহি হাঁহি ক'লে —

: তোমালোকে কি বুলি ভাবা ?

: ঘৰৰ ছবি দেখোন এইবোৰ ?

: ঠিকেই ধৰিছা।

: আমি ইয়াৰে কি কৰিম ?

পিতাকে বুজাবলৈ আৰম্ভ কৰিলে এই ছবিবোৰ সিহঁতক কিয় দিয়া হৈছে। কোনোবাই বুজিলে, কোনোবাই হয়তো নুবুজিলে ; কিন্তু কোনেও তুনাই প্ৰশ্ন নকৰিলে।

কেইদিন মানৰ ভিতৰতে সিহঁতৰ অঞ্চললৈ বাহিৰৰ পৰা বহুত বাবু মানুহ আহিছিল আৰু অঞ্চলটোত উঠুলি মুঠুলি লাগি পৰিছিল। আৰু দোকানত, গাঁৱত, সিহঁতৰ স্কুলত ছবিয়ে ছবি হৈ পৰিছিল ; গছত ছবি, দলঙৰ ৰেলিঙত ছবি, ঘৰৰ বেৰত ছবি। নাঙল, গছ, বাঘ, ঘৰৰ ছবি। মেল-মিটিং, চাহ-ভাত, একেবাৰে হুলস্থুল কাৰবাৰ।

পিতাকে কৈছিল সেয়া হেনো ভোট লোৱাৰ প্ৰস্তুতি। দলে দলে জনাবুজা মানুহবোৰে গাঁৱত ঘূৰি ফুৰিছিল ভোট দিয়াৰ কথা কৈ। কোনোবা দলে কৈছিল নাঙলত ভোট দিবলৈ, কোনোবা দলে কৈছিল বাঘৰ ছবি থকা বাকচত ভোট দিবলৈ আকৌ কোনোবা দলে কৈছিল ঘৰৰ ছবিত ভোট দিয়াৰ কথা। ভোট এই শব্দটোৱে একেবাৰে

অভিনৱ তাৎপর্য লৈ সিহঁতৰ অঞ্চলত অদ্ভুত এক প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছিল।

প্ৰথমতে সিও ভাবিছিল হৰেশ্বৰ দৰ্জিয়ে ভবাৰ দৰে। সি কাকো সুধিবলৈ সাহস কৰা নাছিল। আৰু দৰ্জিয়ে বিনা দ্বিধায় পিতাকক সুধিছিল—

: এই যে ভোট, ভোট কিবা প্ৰবন্ধে পাহাৰৰ সিবিলাকৰ লগত সম্পৰ্ক আছে নেকি?

পিতাক নিশ্চয় হতবুদ্ধি হৈ পৰিছিল হৰেশ্বৰ দৰে ইমান জ্ঞানী মানুহ এজনে এনে এযাৰ প্ৰশ্ন কৰাত। পিতাকে হঁহা নাছিল আৰু নিজৰ জ্ঞান বুদ্ধিৰে পৰা খিনি বুজাই দিছিল। অৱশ্যে বহুদিন পিচলৈ তাৰো মনত পিতাকৰ দৰেই ভুল ধাৰণা এটা আছিল। সিও জনা নাছিল ভোটটো যে, ইংৰাজী শব্দহে।

সিহঁতৰ এটা বৃহৎ অঞ্চলৰ ভোটদান কেন্দ্ৰ আছিল এখন পাঠশালা স্কুলত। নন্দলালৰ গোলা, তাৰ পাচত বেল আলি পাৰ হৈ যিখন সিহঁতৰ অঞ্চলৰ একমাত্ৰ পাঠশালা আছে তাতে। কিন্তু ভোট দিবলৈ উদগনি দিয়া মানুহবোৰ থৰে থৰে গ্ৰামাঞ্চলত বিস্তৃত হৈ পৰিছিল।

: কাকাহঁত নাঙলত ভোট দিবিদে।

: কাকাইঁত গছত ভোট দিবিদে, গছহে গুৰি কথা। গছ নহলে জানো নাঙল হব পাৰে?

: নহয় অ' কাকাইঁত, গছ বা গছৰ মুঢ়া একে কথা। গছক দিয়া যি, গছৰ মুঢ়াক দিয়াও সেয়ে। তাতকৈ জীৱধাৰী বস্তু বাঘক দিয়াই ভাল। অন্ততঃ চলাফিৰা কৰিব পাৰিব, বাঘক সকলোৱে ভয়ো কৰিব।

: পিচে, আগতে চাউল কঠা, পাচহে হবি কথা। নাঙলেদি খেতি নকৰিলে, পেটৰ ভাত মুঠি মুলিয়ালে বাইজ বাচি থাকিব পাৰিবনে?

গাঁৱৰ মুৰব্বীসকলে কথাবোৰ ওজন কৰি চালে। এটা সিদ্ধান্তলৈ অহাৰ আগতে আকৌ আছিল এথৰ মানুহ—

: কাকাইঁতে কাক ভোট দিব খুজিছ ?

: জানো, কাক দিবলৈ কৱ তইঁতে !

: নাঙলো আমাক লাগে, গছো আমাক লাগে, কিন্তু প্ৰধান আশ্ৰয় হ'ল আমাৰ ঘৰখনহে। ঘৰ এখন নহলে আমাৰ মানুহ বোলোৱাই মিছা। নাঙলেদি খেতি কৰি ধানখিনি ৰাখিবলৈকে, গছৰ পৰা খৰি কাটি থবলৈকে আমাক ঘৰ এখন লাগিব।

গাঁৱৰ মুখীয়ালসকলৰ হিচাপত আকৌ গোলমাল লাগি যায়।

সি সকবে পৰাই শুনিছিল, একালত হেনো এটা বিশ্বাস আছিল যে, গাখীৰ আৰু মদ একেলগে খালে কুষ্ঠৰোগ হয়। সমাজৰ মুখীয়াল-সকলে তেতিয়াও বহিছিল। আৰু গভীৰভাৱে দুয়োপিনৰ অপকাৰ উপকাৰ ওজন কৰি চাইছিল। ফলত গাখীৰটো বাদ পৰিছিল। কিয়নো সিহঁতৰ বিচাৰত উপকাৰৰ পিনৰ পৰা মদেই গধুৰ হ'ল। পিচে এইবাৰো নাঙল, গছ, ঘৰ আৰু বাঘৰ মাজত সৰ্বজনস্বীকৃত মীমাংসা এটা হৈ গ'ল। হ'ল আঠিয়া নামৰ এজন ভকতৰ সামান্য এষাৰ কথাত আৰু একেবাৰে মুৰামুৰি সময়ত। মানুহৰ মনৰ আঁতৰোৰ যে ক'ত কিদৰে লুকাই থাকে সঁচাকে ভাবি আচৰিত হব লাগে।

দখৰ থকা হলে? দখৰ তেতিয়া নাছিল। কেবা বছৰৰো আগতে নিজৰ বিয়াৰ বাবে ধাৰে লোৱা ৰূপ ডেৰকুৰি তাৰ ভৰ যৌৱনৰ বহু কেইটা নিঃসংগ বছৰ সিহঁতৰ ঘৰত লেদেনা উকটি পৰিশোধ কৰি এদিন সি মুক্ত হৈছিল। আৰু সিহঁতৰ ঘৰৰ পৰা বিদায় লৈ ওলাই গৈছিল।

গাঁৱৰ মানুহে সেইদিনা দখৰৰ অভাৱ অনুভৱ কৰিছিল। কিয়নো দখৰ যিমানদিন আছিল সিমান দিনে সিহঁতৰ গাঁৱত এনে অঘটন ঘটা নাছিল। খৰালি বিশেষকৈ ফাগুন-চ'তত হোৱা হলেও এটা কথা আছিল। কিন্তু ঘটনাটো ঘটিল পুহমাহত। যিটো মাহত সচৰাচৰ গাৱঁত তেনে ঘটনা নঘটে। ঘটিলো আকৌ একেবাৰে টোকোনাজনৰ কপালতহে।

লক্ষীয়ে বিশেষ কাকো উদ্দেশ্য নকৰাকৈ ক'লে—

: মই এনে এটা হব বুলি আগৰ পৰাই ভয় কৰি আছিলোঁ। আমৰ পাতবোৰ দেখিয়েই কব পাৰি। আম খুব মলিয়াব। তাৰ মানে বতাহৰ প্ৰাবল্য বেছি হব। আৰু তেতিয়া এনেধৰণৰ বিপদ হবই মানুহ যদি সাবধান নহয়।

: সাবধান হবলৈ পিচে ঘুন্‌চা ঘৰত নাইতো।

: গতিকে আৰু বেছি হুচিয়াৰ হব লাগে। মুনিহটো ঘৰত নহলে তিৰোটোৱে বেছি হুচিয়াৰেহে থাকিব লাগে।

হৰেশ্বৰ দৰ্জিৰ কথাষাৰৰ প্ৰতিবাদ কৰিছিল লক্ষীয়ে।

ঘৰটো জ্বলিছিল ঘুন্‌চাৰ। সেই যে বাঘৰ লগত, দেওভূতৰ লগত যুঁজকৰা ঋগৰী পেহীয়েক, তাইৰে একমাত্ৰ সন্তান ঘুন্‌চাৰ একমাত্ৰ ঘৰটো জ্বলি ছাই হৈছিল।

ঋগৰী মৰিল। ঘুন্‌চা মুনিহ হ'ল। এটা ল'ৰাৰ বাপেকীও হ'ল। বিয়া কৰাইছিল চেৰৌৰ জীয়েক গাদামীক।

সেইদিনা ঘৰত গাদামী অকলে আ'হিল। লগত ছবছৰীয়া কেচুৱাটোৰে সতে। ঘুনুচা গৈছিল যাত্ৰাৰ দলত ক'ৰবাত পালা গাবলৈ। ৰান্ধনি ঘৰৰ আথাত জুই আছিল। খাই বই মুমুমুৱাকৈয়ে কেচুৱাটোক বুকুত লৈ শুই পৰিল গাদামী। গাদামীৰ ঘৰৰ মানুহজনী হিচাপে থাকিবলগীয়া বহুত বস্তু নাছিল। তাৰে দুটা হ'ল লাজ আৰু ভয়। তিনিটা এৰাবাৰীৰ মাজত, চাৰিওফালে লোকৰ বাৰীৰ পিচফাল পৰা ভেটিটোৰ সৰু অকলশৰীয়া ঘৰটোত তাই পৰম নিশ্চিন্তে টোপনিত লালকাল হৈ পৰিল। মাজনিশা যেতিয়া ধমধমাই জুই জ্বলিল, যেতিয়া জুইৰ উত্তাপে গা পুৰিলে তেতিয়াহে তাই সাৰ পালে। সাৰপাই বস্তুবোৰ য'ৰে বস্তু ত'তে এৰি ল'ৰাটোক বুকুত সাৱটি জুই-কুৰাৰ পৰা আঁতৰি চোতালৰ এচুকত বহি বহি ঘৰটো জ্বলি শেষ হৈ যোৱা চাই থাকিল। জ্বলি জ্বলি জুইকুৰা এসময়ত সৰু হৈ নাইকিয়া হ'ল আৰু তাই কেচুৱাটো লৈ এইবাৰ ছাইবোৰৰ একেবাৰে ওচৰ চাপি বহি ললে। অ'ত ত'ত দহ্ দহ্ কৰে জ্ব'ল থকা অঙঠাবোৰৰ উত্তাপ সহ্য কৰিব পৰাকৈকে তাই ওচৰ চাপি আহিল আৰু যিমানে উত্তাপ কমি গৈছিল সিমানে তাই ওচৰ চাপি আহি থাকিল।

অঞ্চলৰ যাৱতীয় খবৰ যাৰ পৰা সাৰি যাব নোৱাৰে তাৰ নজৰতে প্ৰথমে পৰিল ঘুনুচাইঁতৰ এই ঘটনাটো। শুখুনাই বান্দৰটো কান্ধত লৈ ভায়েক ৰংমনৰ লগত পুৱাতে ওলাই গৈছিল পথাৰৰ কানত চিটিকা ফান্দ পাতিবলৈ। ঘুৰি আহোতে চমুবাটেৰে আহিল চনবাৰীৰ কাষেদি ঘুনুচাইঁতৰ চোতালেদি পোন কৰি। মতলবো আছিল, হয়তো হঠাৎ টিয়ঁা বা ভাটৌ চৰাইৰ থোৰোং অথবা মৌবাহ নতুবা চিকহু আলু এনেধৰণৰ লাভজনক কিবা চকুত পৰিবও পাৰে। সেইদিনা সেইবোৰ একোৱে চকুত নপৰিল। আনকি ঘুনুচাৰ ঘৰটোও চকুত নপৰাত সিহঁত দুয়ো হতবুদ্ধি হৈ পৰিল। খন্তেক থমকি ৰৈ ভয়ে ভয়ে সিহঁত আগবাঢ়ি গ'ল। ওচৰ চাপি দেখে যে, গাদামীৰ দুই বছৰীয়া পুতেকটোৱে ছাইৰে লেটি পেটি হৈ গেবেলা পেটটো

উলিয়াই চোতালত নিৰলে বহি আছে। গাদামীয়ে ঘৰৰ ভেটিত ছাইৰ মাজত বহি লৈ জুই ফুৱাই আছে।
ছয়ো তাত নৰ'ল দৌৰি বাৰীৰ মাজে মাজে বয় মাদল দেউৰীৰ ঘৰ পালে, তাৰ পাচত খাটাইঁতৰ পদূলি, লক্ষীইঁতৰ পদূলি; কেইটামান মুহূৰ্ত্তৰ ভিতৰত গাঁৱত কথাটো জনাজনি হৈ পৰিল। গাঁৱৰ আদহীয়া আৰু ল'ৰা-ছোৱালীৰে ঘুনুচাৰ চোতাল ভৰি পৰিল। তাতেই মানুহে দখৰৰ কথা স্মৰণ কৰিছিল।
দখৰে বছৰি গাঁওখনৰ হদটো মন্ত্ৰেৰে বান্ধি দিছিল আৰু তেতিয়া কোনো অপায় অমংগলে গাঁওখনক পীড়া কৰিব পৰা নাছিল।
আবেলি সিইঁতৰ চোতালত গোট খোৱা মানুহখিনিৰ মাজতো ওলাইছিল দখৰৰ কথা। হৰেশ্বৰ দৰ্জি অলপ পলমকৈ আহিছিল। মণিৰামে তাৰ ঢাৰিখন দৰ্জিক এৰি দি নিজে ডুখৰিপীৰা এখন লৈ বহিছিল। লক্ষীয়ে সেই সময়তে উলিয়াইছিল বতৰ আৰু জুইৰ সম্পৰ্কৰ কথা আৰু আম মলিয়ালে ধুমুহা অহাৰ কথা।
লক্ষীৰ শাস্ত্ৰতো ব্যুৎপত্তি আছিল আৰু তাৰ পিতাকৰ মোমায়েক আছিল গুণে হৰেশ্বৰক আনৰ দৰে সমীহ কৰি নচলিছিল। হৰেশ্বৰে গাদামী অকলে থকাৰ কথা কওতে লক্ষীৰ ধমক খাই সেমেনা সেমেনি কৰি মণিৰামক তামোল এখন দিয়াৰ কথা কলে। আৰু সেই অবকাশতে পিতাকে আচল কথাটোলৈ আহিল।
আলোচনা কৰি পিতাকৰ শেষ হোৱাত খাটাৰামে জিৎৰামৰ খং তোলাবলৈ বুলি ক'লে—

: বাঁহ যি ছুই চাৰিডাল লাগে ঘুনুচাই জিৎৰামৰ বাৰীৰ পৰা কাটি লৈ যাবি।

জিতৰামৰ ল'ৰা ছোৱালী নাছিল। মহা কৃপণ। কথাষাৰৰ উত্তৰত ক'লে—

: লৈ যাবি। খেৰ-কামী-কৰা যি লাগে খাটাই দিব।

জিতৰামক শলঠেকত পেলোৱাৰ উদ্দেশ্যে খাটাৰাম তাৰ প্ৰস্তাৱতে

মাস্তি হ'ল। আৰু বাইজেও তাতে হয়ভৰ দিলে। ঘুনুচা আৰু গাদামীয়ে ঘৰ নোহাৱালৈকে সিহঁতৰ তাতে আশ্রয় লৈছিল।
পিতাকে মঠৰহঁতক ঘুনুচাৰ লগত পঠাই দিছিল খালুংবৰিৰ পৰা অন্ততঃ দুটা খৈৰা কাঠৰ খুটা লৈ আহিবলৈ আৰু লগতে বেৰৰ কাৰণে বটা কেইভাৰমান কাটি আনিবলৈ।
সেই মানুহজুম দেখিয়েই বোধকৰো সিহঁতৰ পদূলি মুখেদি গুখুনাইঁতৰ পিনে যাব খুঁজিও এজন অচিনাকি মানুহ সিহঁতৰ ঘৰলৈকে সোমাই আহিল। মানুহজন দেখাত হঠাৎ লোহিত চকীদাৰ বুলি ভুল হব খোজে। ৰংটো ঠিক তাৰে দৰে তেল ক'লা। গাত চোলা কামিজ নথকা, ডিঙিত ৰুদ্রাক্ষৰ মালা। এইজনৰ মূৰত চুলি কিমান দীঘল নেদেখি-, পাগুৰী মৰা। হাতৰ লাখুটিডাল প্রায়ে কাষলতিৰ তলত চেপা মাৰি লোৱা আৰু কান্ধত দুতিৰামৰ দৰে এটা জোলোঙা।
তাক দেখিয়েই খাটাই চিঞৰি উঠিল—

: হেইয়া, চিকাৰীৰ ভিতৰত নান,
আঠিয়াৰ কথা টান।
মিছা কথা কব লাগে যদি
পবিন লেব ৰাক আন॥

আগন্তুকজনে উত্তৰত বোধকৰোঁ সাংঘাটিক কিবা এষাৰ কব খুজিছিল, কিন্তু তাৰ পিতাকক দেখি নিৰস্ত হ'ল। একো নকৈ লক্ষীৰ ওচৰ চাপি দুয়ো দুয়োৰে ভৰি চুই প্রণাম বিনিময় কৰিলে। পিতাকে সুধিলে—

: আঠিয়া কোনপিনে আহিলি?

: ভোট ওলাইছে বোলে কিবা, তাৰে খবৰ লবলৈ আহিছিলোঁ। পাঠশালা ইস্কুলটোত হেনো ভোট ওলাব, তাকে চাই আহিলোঁ। লগতে বোলে মোমাইক মাত এষাৰ দি যাওঁ।
সি লক্ষীৰ পিনে চাই কথাবাৰ কলে। আৰু পাৰি দিয়া ঢাৰিখন হাতেৰে অকণ লৰাই লৈ বহিল।

: কৃষ্ণ কৃষ্ণ গোবিন্দ নাৰায়ণ স্বামী।

ভগবানৰ ইমান সুদীৰ্ঘ নাম শুনি তাৰ হাঁহি উঠি যাব খুজিছিল; সি হাঁহিটো ৰখাবলৈ বুলি বাটৰ পিনে চাই পঠালে। দেখিলে শুখুনা আৰু কোনোবা কোনোবা দাচুইঁতৰ নঙলাত বহি কিবা মেল মাৰি পানীলৈ চাই আছে।

সি আগবাঢ়ি আহিল। আৰু সিহঁতৰ লগত বহি ললে। ঠিক সেই সময়তে শুখুনাই বৰ্ণনা দিলে আঠিয়াৰ দোকানত ঘটা এটা ঘটনা। হুবহু আঠিয়াৰ টান মাতটো নকল কৰি।

আঠিয়াই হেনো ৰেল আলি পাৰ হৈ কৰবালৈ গৈছিল। তাৰ পৰা ঘুৰি আহোতে নেৱাজ কেঞাৰ গোলা পাৰ হৈ আহত জোপাৰ তলতে অকণ জিৰাইছিল। এনেতে আহক ভোটৰ কেনভাচাৰ গছ পাৰ্টিৰ হৈ।

: কাকাই কাক ভোট দিবি পিচে?

: কাকা? তোৰ কোন বাপেৰই জন্ম দিছিল মোক?

: এহ্ ইমান সামান্য কথাতে তই বেয়া পাব লাগেনে?

: কোনে কলে তোক মই বেয়া পালোঁ বুলি। হেৰ' তোৰ বাপেৰৰ বাপেকৰ বয়সীয়া মই, মোক বোল তই কাকা, আৰু কথাটো হ'ল সামান্য? বাৰু দেচোন মোৰ বুকৰ ভাই, তয়ে ক মই কাক ভোট দিওঁ।

এনেয়ে আঠিয়াৰ মাত, তাতে অলপ উষ্মাৰে কোৱা; দোকানৰ মানুহবোৰে ভাবিলে কিবা কাজিয়াই হ'ল। ওচৰ চাপি আহিল আৰু আমোদ পাই আলেখ-লেখ চাই থাকিল। ইতিমধ্যে বাঘৰ, নাঙলৰ, ঘৰৰ কেনভাচাৰবোৰো গোট খালেহি। ৰঙ চাবলৈ সিহঁতেও তথিয়াতথিত ভাগ ললেহি।

বাঘে কলে যে, বাঘ হ'ল সাহসী, বলী জিনিচ; গছক ভোট দিয়া আৰু গছৰ মূঢ়াক ভোট দিয়া একেই কথা, না পাৰে লৰিব চৰিব, না পাৰে কথা কব; নিজৰ ভাব চিন্তা বুলি একো এটা নাই।

ঘৰে কলে, বাঘ বনত থাকে। মানুহ ঘৰত থাকে। আমি মানুহ হে। খেতি কৰি থবলৈ ভৰাঁল ঘৰ, গছৰ খৰি আনি থবলৈকেও খৰি থোৱা ঘৰ লাগিব। সেইবাবে ঘৰহে মূল কথা।

এইবাৰ আঠিয়াই উপযাচি সুধিলে—

: নাঙলবো কোনোবা আছে নেকি ?

নাঙলৰ হৈ কান্দা গাওঁবুঢ়াই কবলৈ মুখ মেলোতেই আঠিয়াই আগকাটি কলে যে, নাঙলৰ কথা নকলেও হব। ভকত সেৱাত যিটো পৰম্‌পদ অৰ্থাৎ ৰসবস্তু; সেইপদ চাউল নহলে নচলে। তাক গছে বা বাঘে বা ঘৰে, একোৱেই দিব নোৱাৰে। তাক সৃষ্টি কৰে নাঙলে হে।

: কিঁন্তু গছ নহলেহে নাঙল নহয় ? গছেহে আদিমূল।

কথাষাৰ শুনি আঠিয়াই ঘোপাকৈ চাই ক'লে—

: তই কওতে ঠিকেই কৈছ। পিচে বোপাই মই হলোঁ বুঢ়া মানুহ। চাচি থোৱা নাঙলখন পাওতে আৰু গছ কাটিবলৈ যাওঁ কেলেই ?

বাঘৰ জনে অকৰামুৰীয়াকৈ আকৌ সুধিলে—

: তেন্তে বাঘত ভোট নিদিয় ?

: এতিয়া নিদিওঁদে। আগেয়ে বাঘেদি হাল বাব পৰা কৰ, তেতিয়া দিম।

চাৰিওফালে ঘেৰি থকা মানুহবোৰে গিৰ্জনি মাৰি হাঁহি দিলে। আঠিয়াই তাৰ পৰা সগৰ্বে ওলাই আহি এয়া সিহঁতৰ ঘৰ পালেহি। তাতো বৰ বৰ মাতেৰে সেই অভিজ্ঞতাৰ কথাকে উল্লেখ কৰা শুনিলে আঠিয়াক। গাঁৱৰ মানুহজুমেও হাঁহিলে। কিন্তু যুক্তিখিনি সিহঁতৰ মানত অখণ্ডনীয় যেন লাগিল।

লক্ষীয়ে আঠিয়াক লৈ সিহঁতৰ ঘৰলৈ গৈছিল। সিহঁত যোৱাৰ পাচতো আঠিয়াৰ কথাকে উলিয়াইছিল মানুহবোৰে আৰু তাৰ অখণ্ডনীয় যুক্তিত অন্তৰেৰে পতিয়ন গৈছিল।

দুদিনৰ পাচত ঘুনুচাৰ ঘৰটো গাঁৱৰ বাইজে সম্পূৰ্ণ কৈ সাজি উলিয়াইছিল। শেষ হবৰ দিনা আবেলি সময়ত ওলাইছিলহি চেৰৌ কানিয়া। ঘুনুচাৰ শহুৰেক। চোতালত ভৰি দিয়েই ইচ্ ইচ্ আচ্ আচ্ কৰি ক'লে—

: বুৰবক এইচব্, গৰুঘোক্ কৰবাৰ। হেৰৌ মই মৰি গলোনে? মোক আগতে খবৰ নিদিলি কেলেই, ভাল মিস্ত্ৰী চিস্ত্ৰী লগাই এই চেগতে ঘৰটো সজাই দিয়াব পাৰিলোঁহেঁতেন ভালদৰে।

খাটাই চেৰৌৰ ফোঁপযহী কথা সহ্য কৰিব নোৱাৰি ক'লে—

: হেৰৌ, গাত নাই ছাল বাকলি, মদ খায় তিন টেকেলী। তোৰনো কোন বাপেৰে আছিল মিস্ত্ৰীয়ে সজা ঘৰত সোনামুৱা।

: মোৰ নহল কি হ'ল! মোৰ নহলে যে, মোৰ ছোৱালীজনীৰ বা নাতিটোৰ হব নোৱাৰিব, তাৰ কি মানে আছে? এইচব, তইঁতৰ দৰে মানুহৰ লগত কথা কোৱাই ভুল; কম এটা, বুজি এটা।

এইবাৰ খাটাক মনে মনে থাকিবলৈ টিপ দি আদিৰামে ক'লে—

: হয় যি নহয়! তইঁতে একো এটা নুবুজাকৈয়ে মিছামিছি কথা চোবাই মৰ। হেৰি অ' চেৰৌ, সেই নেপালীহঁতৰ বিজাপটোৰ কি হ'ল বাৰু?

: তোক আকৌ সেইবোৰ কথা কেলেই? আদাৰ বেপাৰীক আকৌ জাহাজৰ কথা কেলেই?

: আদাৰ থৈলা পাৰ কৰোঁ আকৌ!

আদিৰামৰ কথাত চেৰৌয়ে পোন্দোৱাকৈ চাই মুখতে কিবাকিবি ভোৰভোৰালে। আৰু জোৱায়েকৰ পিনে চাই ক'লে—

: আপা, মই আজি মোমাইহঁতৰ তাত থাকিম। কিবা থাকিলে তাতে কবিগৈ।

সি আনকি কেচুৱা নাতিয়েকটোৰ পিনেও নাচালে। কোবাকুবিকৈ বয়মাদলহঁতৰ বাৰীৰ মাজেদি পোন কৰি গাঁৱৰ আলিবাটৰ পিনে। চেৰৌক ওলাই অহা দেখি সিও তাৰ পিচে পিচে আহিছিল

সিহঁতৰ ঘৰলৈ। সি জানিছিল চেৰৌৰ মোমায়েকৰ ঘৰ হ'ল সিহঁতৰ ঘৰখন।

আলিবাটত ভৰি দিয়েই দেখিলে খাটাৰামহঁতৰ নতুনকৈ খন্দা পানী খোৱা খালটোৰ পৰা পানী নিবলৈ বুলি কাষত কলহ লৈ টপালি টপালি তেতেলী খাই খাই ছোৱালী কেইজনীমান আহি আছে। চেৰৌয়ে তৎক্ষণাৎ চোলাৰ জেপৰ পৰা ভাঁজ কৰি থোৱা বাতৰি কাকত এখন উলিয়াই কাষলতিত লোকে দেখাকৈ চেপিলৈ আগবাঢ়িল। ওচৰাওচৰি হওতেই দোভাগীয়ে সুধিলে—

: ক'ৰ পৰা আহিলি আতাই? নে জোৱায়েৰৰ তালৈ গৈছিলি?

: তহঁত অপেচৰী কেইজনী আকৌ কলৈ ওলালি?

: আজিকালি আতাই যে, ইমান চকুৰে নমনা বুঢ়া হৈ গলি, আমি জনাই নাছিলোঁ।

দোভাগীৰ কথাষাৰত আটায়ে গিৰ্জনি মাৰি হাঁহি দিলে। চেৰৌয়ে কৃত্রিম গোমোঠা মুখেৰে কেউজনীৰ মুখলৈ চালে আৰু হাঁহি মাৰ যোৱাত ক'লে—

: মই তহঁতৰ কেউজনীকে বিয়া কৰাব পৰা ডেকাই আছোঁ।

: তেনে পৰীক্ষিত বামুণক মাতি গণি পিতি ল' আগতে, ৰাহি জোৰা আহে নে নাহে। তাৰ পাচত ভাল চাই দিন বাৰ ঠিক কৰ।

আকৌ গিৰ্জনি মৰা হাঁহি। হাঁহিৰ মাজতে খাটাৰামৰ জীয়েকজনী চেৰৌৰ কাষ চাপি মনে মনে সোধাৰ দৰে সুধিলেহি—

: কাষলতিৰ খেপত সেইখন কি আকৌ?

: তহঁতে এইবোৰ কি বুজিবি? এয়া খবৰৰ কাগজ।

: খবৰৰ আকৌ কি কাগজ?

: ইয়াত খবৰ লেখা থাকে অ' আকৰি?

: কাৰ? আমাৰ বিয়াৰো খবৰ লেখা আছে নে তাত?

হাঁহি হাঁহি পাৰ হৈ গ'ল গাভৰুজাক। সি ইতস্ততঃ কৰি অলপ আঁতৰত থিয় হৈ চাই আছিল ছোৱালীজাকৰ কাণ্ড। সি যেন জ্ঞাত নাছিলেই এনেদৰে অৱজ্ঞা কৰি হাঁহি হাঁহি তাকো পাৰ হৈ গ'ল সিহঁতে। তাহাঁতৰ উচ্ছল হাঁহিবোৰ আৰু তাৰ ছন্দত দেহৰ অংগে অংগে উঠা দোলন তাৰ বহুত পাচলৈকে মনত পৰি থাকিল। সি বিমূঢ়ৰ দৰে তাহাঁতৰ হাঁহি-কলৰোলৰ মাজে মাজে গৈ থকা যেন অনুভৱ কৰিছিল।

চেৰৌ কানিয়া আহি শুখুনাইঁতৰ নঙলাৰ কাষ পাওঁতে বাঁহজোপাৰ পাতৰ আঁৰৰ পৰা পে হুনীয়া শালিকী এজনীয়ে কিবা এষাৰ কৈ চেৰৌক তভক খুৱাই দিছিল খন্তেকৰ বাবে। বাঁহজোপাৰ পিনে চাই কথাটো বুজি পালে আৰু অকলে অকলে ক'লে—

: মই আকৌ কোনোবা বুলিহে ভাবিছিলোঁ। মানুহবো যে চখ আৰু! বান্দৰে, চৰায়ে পদূলিতে এটা গৰাল পাতি থৈ দিছে। জয়াৰ দলংখন পাৰ হৈ সোনমহৰীয়া পেহায়েকৰ পদূলিমুখ পাই চেৰৌৱে বোধকৰোঁ ভাবিলে এন্ধাৰ হোৱাৰ লগে লগে সিহঁতৰ ঘৰত সোমাব। তাৰ আগতে এপাক পেহায়েকহঁতৰ তাত খবৰ লোৱাৰ ছলেৰে সোমাই পৰিল।

সোনমহৰীয়াৰ তেতিয়া চুই এটা কাহ উঠিছিল। জাৰৰ আবেলি; অকণ জাৰ জাৰ লাগি আহিছিল। ঘুণুৰীয়া মানুহ যেতিয়া জুই ধৰাই আছে, চেৰৌৱে ভাবিছিল নিশ্চয়। আৰু মোমায়েকৰ আগত ৰাগীয়াল বস্তু সেৱন নকৰে যেতিয়া গধূলিৰ পালি পেহাকৰ তাতে শেষ কৰি যোৱাৰ বিষয়ে চিন্তা কৰিলে।

পেহাকহঁতৰ বাহিৰ ঘৰৰ জুহালত টিকিবাত হোপাদি চেৰৌৱে খবৰ কাগজৰ কথা কলে তাৰ পেহাকক। আৰু তাতেই শুনিলে সি জীৱনৰ আটাইতকৈ উত্তেজনাপূৰ্ণ খবৰটো। খবৰটো শুনাৰ পাচত সি আৰু তাত নৰল। সি ঘৰলৈ আহি কাক সুধিব, কাক নুসুধিব স্থিৰ কৰিব নোৱাৰি শেহত মাকক সুধিছিলহি কথাষাৰ। আইতাকে

শুনি আছিল তাৰ উদ্বেগ লক্ষ্য কৰি। মাকে কিবা কোৱাৰ আগতেই আইতাকে সুধিলে—

: কোনে কলে তোক ? চেৰৌৱে নেকি ?

: অঁ, সিয়ে কৈছে হেনো।

: গহাঁটীনী, তই তাৰ কথাকো বিশ্বাস কৰ! আফিঙৰ নিচাত ক'ত কি কয় সি নিজেই নাজানে। ছাগলে নাখায় কি, পাগলে নকয় কি! তাৰ কথাওনো বিশ্বাস কৰেনে কোনোবাই ?

আইতাকে কৈছিল কিদৰে চেৰৌৱে অজলা মানুহ দে'খলেই কেতিয়াবাৰে পুৰণা লগত লৈ ফুৰা খবৰা কাগজখন উলিয়াই লৈ মিছামিছিকৈ প'ঢ় দেখুৱায়। ইপিনে বপুৰাই কটোৰ কাণো কাটিব নাজানেঁ। দাচু আৰু ফাগুনাৰ দৰে হোৱা হলেও কথা না'ছিল। ফাগুনাইতো একেবাৰে অলগন্ধ হৈও কীৰ্ত্তন-দশম-ভাৰত ৰত্নাৱলী চব তাৰ কণ্ঠত ৰাখিব পাৰিছে। দাচুৱে অন্ধ হৈও দখৰৰ কথা-বতৰা য'ত যি আছিল চব আয়ত্ব কৰি লৈছে। বহুতে কয় চেৰৌৱে হেনো সেই পুৰণা খবৰা কাগজকে মিছাকে পঢ়া যেন কৰি দেখুৱাই ৰিজাপৰ পৰা উঠাই দিয়াৰ হুকুম ছপা হৈছে বুলি ভয় খুৱাই নেপালী খুটিৰ পৰা ঘিউ মাখন আদায় কৰে।

গধূলি ডাঙৰ দদায়েকৰ আগত চেৰৌৱে আকৌ সেইবোৰকে কৈ যহাইছিল।

: বুজিছ মোমাই, তোৰ বোৱাৰীজনী বৰ ধেঁাৱাখুলীয়া। মই সদায় কওঁ, হেৰৌ আমাৰ ছুটা হে প্ৰাণী, ডালিখনত ঘিউ এতোলা দিলেও ওগাইবহ। তাই ক'ত শুনে! সেইখন ডালিত ঘিউ দিব একছটাক। এসেৰ ঘিউ চাৰিটা দিন নাযায় তাইৰ স্বভাৱৰ গুণে।

ডাঙৰ দদায়েকে ফোঁপযহী কথাবোৰত আমোদ পায় গুণেই আজল-মুঠালি কৰি মনে মনে উচটাই দি আছিল। তেতিয়া তাৰ পিতাক আছিল গোসাঁই ঘৰত। লক্ষী, আদি, খাটা, চুভা এনেদৰে গাঁৱৰ মানুহেবোৰ অহাৰ কথা আছিল। তেতিয়ালৈকে অৱশ্যে এজনো

আহি পোৱা নাছিল। সি অনুৰাগী শ্ৰোতা পাই কৈ গৈছিল কিদৰে নেপালীখুটিত মানুহবোৰে তাক দেৱতাৰ দৰে দেখে।
সি আইতাকৰ ওচৰত বহি কথাবোৰ শুনি আছিল।
জুইৰ চাৰিওপিনে আঁতৰে আঁতৰে অস্পষ্ট পোহৰত দাওখা মঠৰহঁতে গৰুৰ কাৰণে পঘা বটি আছিল। ধুলধুলীয়াই ক'ৰবাৰ পৰা খান্দি অনা উইচিৰিঙা পোক এটা জুইত সুমাই দি চাই আছিল। জুইৰ তাপত তাৰ পিঠিৰ খৰৰ চকলাবোৰৰ পৰা অদ্ভুত মিঠা মিঠা এটা গোন্ধ ওলাইছিল। তাৰ সতে উইচিৰিঙা পোৰা গোন্ধ মিহলি হৈ গোটেই চোতালখন আমোলমোলাই আছিল।
চেৰৌ কানিয়াৰ সেইবোৰলৈ ভ্ৰূক্ষেপ নাছিল। আখৈ ফুটাদি ফুটিছিল তাৰ কথাৰ ফুলজাৰি। এনেতে লক্ষী আহি পালেহি। হৰেশ্বৰ দৰ্জিও পিচে পিচে পালেহি। তাৰ বায়েকে ঢা'ৰ পাৰি দিলেহি। দৰ্জিয়ে বহিয়েই নাকটোৰে ফোচ্ ফোচ্ শব্দ কৰি ক'লে—

ঃ কোনোবাই কিবা জুইত দিছ হবলা। বৰ কিবা কিবা গোন্ধাইছে!

কথাষাৰৰ উত্তৰ দিয়াৰ কথা কোনেও নাভাবিলে। চেৰৌৱে আগন্তুক সকলক দেখি জুইৰ পিনে মুখ কৰি ঘূৰি বলে আৰু দৰ্জিক সুধিলে—

ঃ তহঁতৰ নঙলামুখৰ পান খিনি শুকালনে দৰ্জি?

ঃ নাই, ক'ত শুকায় এতিয়াই!

ঃ তই যে এই জাৰত কেনেকৈ পানী গছকি অহা যোৱা কৰ আৰু?

ঃ খিত্যপতেজমৰুবোম্, বুজিছ? মাটি পানী এইবোৰে দেহা। তাৰ পৰাই আহিছে, তালৈকেই যাব। মাত্ৰতে দুখ সুখ কি আছে? নে কি কৰ শহুৰ!

চেৰৌৰ কথাৰ উত্তৰত ইচ্ছা কৰিয়ে দৰ্জিয়ে পাণ্ডিত্য জাহিৰ কৰিবলৈ চেষ্টা কৰিলে। ইপিনে লক্ষী শহুৰেকৰ পৰা সহাৰিও বিচাৰিলে

লগতে। কিয়নো শাক্রত গাঁৱৰ মানুহৰ মানত লক্ষীৰাম হ'ল তাৰ পিতাকৰ পিচতে। লক্ষীয়ে কথাষাৰত কোনো গুৰুত্ব নিদিলে মাথোন তাক ঠগাখন আৰু মহাভাৰতখন আ'নবলৈ কলে।
লক্ষীৰ এই গাম্ভীর্যও কিন্তু চেলেপু চেৰৌক হতাশ নকৰিলে। সি সুধিলে—
: কোনটো পৰ্বনো পঢ়িবি আতাই? মোৰ হলে শান্তি পৰ্বটো শুনিলেই দেহামন জুৰ পৰি যায়।
লক্ষীয়ে কিবা এষাৰ কোৱাৰ আগতেই খাটা, আদিৰাম এনেকে বহুত মানুহ সোমাই আহিল। তাৰ পিতাকেও ভোৰতালৰ শেষ ৰেপনিটো দি প্ৰসংগ শেষ কৰি গোসাঁই ঘৰৰ পৰা ওলাই বাঁহৰ দুৱাৰখনৰ ৰচীত লগাই থোঁৱা হেঙাৰ ডালেৰে দুৱাৰখন বাহিৰৰ পৰা বন্ধ কৰি চোতালত থিয় হ'লহি। আৰু আটাইকে বুজাবলৈ আটাইতকৈ বয়সস্থ লক্ষীক উদ্দেশ্য কৰি ক'লে—
: মমাইঁত আহিলাই! অই তামোল চালিনো দিছনে নাই অ' মামাইঁতক? অ' হৰেশ্বৰো চোন। খন্তেক বহাদেই তোমালোক। মই গোসাঁইঘৰৰ কাপোৰ সাজ সলাই আহোঁ। দে চোন ধপাত দুই চিলিমমান লগাই।
সি জানিবৰ বাবে উদগ্ৰীৱ হৈ থকা কথাটো পিতাক আহি বহাৰ লগে লগে ওলাব বুলি ভাবিছিল। কিন্তু নোলাল। পিতাকে আহিয়েই গাঁৱৰ আলিটো এইবাৰ ডাঙৰকৈ বন্ধাৰ কথা উলিয়ালে। আহল বহল কৰি একেবাৰে চৰকাৰী আলিত লগাই দিয়াৰ কথা। মাজৰ দলও দুখনো অলপ তামোল পেলাই বাঁহৰ কামীৰে বৈ গাড়ী চাড়ী নিব পৰা কৰি লোৱাৰ কথা কলে।
জিতৰামে কলে বাৰীচুকৰ সেই জয়াৰ দলঙখনৰ কথা। খাটাই কলে, সেইখন মেৰামতি কৰা ভাত খাওতে পানী খোৱাৰ দৰে কথা। তাৰ কাৰণে বিশেষ ভাবিবলগীয়া একো নাই। আচল কথা হ'ল আলিবাটটো। জিতৰামে আপত্তি কৰিলে, সিইঁতক ইমান ডাঙৰ

এটা আলিবাট কেলেই ? যিবিলাকৰ গাড়ী আছে সিহঁতে পইচা খৰচ কৰি সুনীয়া বঙাল লগাই যিমান ইচ্ছা ডাঙৰ কৰি লওক।
খাটাই উত্তৰত কিবা এষাৰ কবলৈ মুখ মেলোতেই পিতাকে হাকদি ক'লে --

: ৰচোন, ককায়ে কথাৰ মাতটোহে কৈছে। ৰাইজে যদি কৰে সি কিয় নকৰিব। সিতো আৰু সুবুজা মানুহ নহয়। সি কিন্তু কথা এষাৰ কৈছে। খাটাৰে এতিয়া, মণিৰামে যেহেতু গাড়ী চলায়, সি এডাল তামোল বেছি দিয়াত কি আপত্তি থাকিব পাৰে। নে কি কোৱা মামা ?

লক্ষীয়ে কথাটোত হয়ভৰ দি ক'লে—

: কথাটো ঠিকেই। খাটা, চুভা ইহঁতে এডাল এডালকৈ তামোল বেছি দিয়ক।

: মই দুডাল বেছিকৈ দিম। চুভাই পিচে কি কৰ ?

খাটাই উল্লসিত হৈ চুভাৰ উত্তৰৰ বাবে ৰৈ থাকিল। চুভাই আগৰে পৰা জিতৰামৰ মনোভাবটো পচন্দ কৰা নাছিল। এইবাৰ সুযোগ পাই ক'লে—

: মই বেলেগে কি ক'ম ? মইতো কথা সুবুজা মানুহ নহয়, ৰাইজ এৰি বেলেগে এটা কৰিবলৈ।

কথাষাৰ বাককৈয়ে জিতৰামৰ গাত লাগিল। সি ক্ষীণ প্ৰতিবাদৰ সুৰত ক'লে—

: মই কথাষাৰ এনেয়ে মনত পেলাইহে দিছোঁ। আমি কিয় ৰাইজ এৰিম। কথাতে কয় বোলে, গছত উঠি চাবি, ৰাইজ যিপিনে যায় যাবি।

চেৰৌৰ এই আলোচনাবোৰ ভাল লগা নাছিল। সি ইমান পৰে উদ্‌গ্ৰীৱ হৈ আছিল—মহাভাৰত শুনাৰ আশাত। গাঁৱৰ এই মুৰ্খ কিটাক সি নিজৰ অলপ কেৰামতি দেখুৱাবলৈ সুযোগ পোৱাৰ আশাৰে। আলোচনাটো শেষ হোৱাৰ এই সুযোগতে সি ক'লে,

: দে আতা, অধ্যায়টো উলিয়াই ল' এতিয়া।

: কোনটোলৈকে পঢ়িছিলা মামা ?

: বিৰাটৰ মাজলৈকে হৈছে।

: আমাৰ বুঢ়াইঁতৰ দৰে ক'ত আমাৰ ভাগ্য হব! লোকৰ যিদিনা খনেই ভাৰত শুনা শেষ হ'ল, সেইদিনাই লোকে পাৰো হৈ গ'ল। পিতাকৰ হুমুনিয়াহটো শুনি তাৰ হঠাৎ বিজুলী চমকনিৰ দৰে মনত পৰিল ককাকৰ মৃত্যুৰ দিনাৰ দৃশ্যটো। সেইদিনাও লক্ষীয়ে ঠিক এনেদৰেই মহাভাৰতখন আগত লৈছিল। তাৰ কিন্তু মনটোৰে লকলকাই আছিল আন এটা কথাৰ কাৰণেহে। উৎকণ্ঠাৰ অৱশেষে অন্ত হ'ল। খাটাৰামেই উলিয়ালে কথাষাৰ। তাৰো বোধকৰোঁ বিৰাটপৰ্বৰ সেই বৃহন্নলা আৰু উত্তৰে কুৰুসেনানীৰ সতে যুদ্ধ কৰাৰ দৃশ্যটো মনত পৰিছিল।

: চেৰৌৱে বোলে ক'ৰবাত যুদ্ধ কৰিবলৈ যাব ?

: অঁ, সি আজি হেনো যুদ্ধৰ কিবা খবৰ বিলাই ফুৰিছে ? ৰজাৰ ঘৰে তাক অন্ততঃ ভাল কাম এটাকে দিলে দেচোন। আমি ভালেই পাইছোঁ।

আদি আৰু খাটাৰ আক্ৰমণটো যদিও চেৰৌক উদ্দেশ্য কৰি, প্ৰকৃততে মতলব আছিল বেলেগ। আচলতে সিহঁতে তাৰ পিতাকৰ মুখৰ পৰা শুনিব বিচাৰিছিল, বাস্তৱিকতে ঘটনাটো নো কি। আদিৰামৰ শ্লেষখিনি চেৰৌৱে ইমান সহজে হজম কৰা ভকত নহয়। কিন্তু তাৰ পিতাকৰ মুখলৈ চাই নিৰস্ত হ'ল। পিতাকে ক'লে—

: চেৰৌৱে ঠিকেই কৈছে। পৃথিবীত যুদ্ধ লাগিছে, ইটালী আবিচিনিয়াৰ মাজত। সেয়া পিচে বহু দূৰৰ কথা। আমাৰ ভাবি লাভ নাই।

: সেই হালৰ আকৌ কি হল ? নে কিবা মাটি চাটিৰ কথা ?

আদিৰামৰ কথাষাৰ শুনি পিতাকে বুজাই দিলে যে, সিহঁতহাল মানুহ নহয়, সেয়া দুখন ৰাজ্যহে। আমাৰ যেনেকৈ ভাৰত।

ভাৰত মানে চোন ব্ৰহ্মাণ্ডখন। তাৰ বাহিৰত নো আৰু কি ৰাজ্য আছে? লক্ষীয়ে মহাভাৰতৰ বিশেষ অধ্যায়টো উলিয়াই লৈ কাহি মাতটো ঠিক কৰি লৈ সুধিলে। পিতাকে বুজাবলৈ চেষ্টা কৰিলে যে, এই ৰাজ্য দুখন গোৰা চাহাববিলাকৰ দেশৰ সেইপিনে ক'ৰবাত। পিতাকে কথাখিনি কৈয়ে ইমুখ সিমুখ কৰি আইতাকৰ ঢাৰিখন থকাৰ পিনে এন্ধাৰৰ ম'জেদি চাই পঠালে পিতাকে বোধকৰোঁ সি তাত আছে নেকি চাইছিল। কিন্তু ইংৰাজী স্কুলত পঢ়িলেও সেই দুখন ৰাজ্যৰ নাম সি যে শুনাই নাছিল, কথাটো মনত পৰি তাৰ অপৰিসীম সংকোচ হ'ল। পিতাকে পিচে কথাষাৰৰ মোৰ ঘূৰাই আনি ক'লে—

: আমাৰ আচামৰ ডাঙৰ ডাঙৰ টাউনবোৰত চৰতে পেঞ্চিনপাৰা একোখন আছে। আমাৰ ডেকাকালত যে জাৰ্মান ধাৰা লাগিছিল তাত যুদ্ধ কৰা চিপাহী বিলাকক পেঞ্চিন দি দি সেই গাঁওবোৰতে থাপিছিল।

: সিহঁতেও কিজানি বাণ চান মাৰিব জানেই। এটাই অগ্নিবাণ মাৰিলে, সিফালৰ পৰা কোনোবা এটাই আকৌ বৰুণ বাণ মাৰি জুই নুমাই দিব—

: ধেত্ আজিকালি বন্দুক বাৰুদৰহে কাৰবাৰ।

আদিৰামৰ মূৰ্খামী দেখি সহানুভূতি জনাই লক্ষীয়ে ক'লে—

: সেই যে মোটৰ যোৱা আলিটো আছে, সেইটো কেতিয়া স'জাৱা বুলি ভাবিছ? আমাৰ বুৰাইঁতেই দেখিছে, সেইটো হেনো ভুটীয়া যুদ্ধত সজোৱা। সেই আলিয়েদিয়ে হেনো কান্ধত বন্দুক লৈ লৈ গোড়াপল্টন বিলাক নামিছিল।

সি কথাবোৰ শুনি হতাশ হৈ গ'ল। ইমান উত্তেজনাময় কৌতুহলৰ উত্তৰ যদি মান্ধাতা আমোলৰ নিৰৰ্থক স্মৃতিচাৰণ হয়, তেনেহলে চোন মহাভাৰতৰ বিৰাটপৰ্ব পঢ়াই ভাল। লক্ষীয়েও তলে তলে বোধকৰোঁ তাৰদৰেই অনুভৱ কৰিছিল। সি পঢ়িবলৈ লওঁতেই পিতাকে হাঁহি মনত পেলাই দিলে—

: আমাৰো এখন যুদ্ধ আছে নহয় !

খন্তেক বৈ উদ্বিগ্ন মুখবোৰলৈ চাই আকৌ ক'লে—

: শুকুলাৰ লগত। এইবাৰ বিহু পাৰ কৰি ওলাব লাগিব। শুকুলাৰ বান্ধটো ভালদৰে বান্ধি নললে এইবাৰ ভাত খোৱাই মিছা হ'ব। পিতাকে অলপ খেদ কৰি কলে যে, আলিটোৰ কাম অলপ আগতেই কৰিব লাগিছিল। কাতি মাহ মানতে কৰিলে বাৰিষালৈ মাটিটো ভালদৰে বহে আৰু বোকা কম হয়।

শুকুলা নদীৰ নাম শুনি তাৰ মনত পৰিছিল সিহঁতৰ উপৰিপুৰুষ সাগৰৰ কথা। যিখন নৈৰ খৰালিৰ শীৰ্ণ ৰূপ দেখি সাগৰ মোহিত হৈছিল আৰু তাৰ পাৰতে গাঁও পাতিছিল। সেই সময়ত শুকুলাৰ নামো নাছিল, পাৰো নাছিল। পানীবোৰ অলপ বাঢ়িলেই শুকুলা ৰঙ ধৰে দেখি এসময়ত নদীৰ নামো শুকুলা হ'ল। আৰু লাহে লাহে নদীয়ে পাৰো ললে।

শুকুলাই এটা বিশেষ ৰাতিৰ কেইটামান মুহূৰ্ত্তৰ ভিতৰতে সাগৰৰ ভৰা সংসাৰ ছাৰখাৰ কৰি সাগৰক নিঃস্ব, হৃতসৰ্বস্ব কৰি পেলোৱা সেই মৰ্মন্তুদ কাহিনীৰ কথা মনত পৰাত সি অন্যমনস্ক হৈ পৰিছিল।

ইতিমধ্যে লক্ষীয়ে বিৰাটপৰ্বৰ অধ্যায় আৰম্ভ কৰিছিল। আদি আৰু খাটাবামে পদৰ শেষখিনি লক্ষীৰ লগত সুৰ মিলাই টানি গৈ আছিল। হঠাৎ হাঁহিৰ গিৰ্জনিত সি পৰিৱেশৰ প্ৰতি সচেতন হ'ল। চেৰৌৰ কিবা এষাৰ কথাত আটায়ে হাঁহিছিল। সি আইতাকক গোপনে সুধিলে ঘটনাটো কি। আইতাকে মহাভাৰতৰ পদ উপভোগ কৰাৰ মাজতে এবা ধৰাকৈ যি কলে তাৰ অৰ্থ হ'ল চেৰৌৱে হেনো বৰ শাস্ত্ৰজ্ঞ লোকৰ দৰে পদৰ মাজে মাজে হয় হুকাৰ ধৰি গৈ আছিল। কীচকৰ দৌৰাত্মৰ অন্ত পেলাবলৈ ভীমে যে নাৰীৰ ছদ্মবেশ ধৰি ফুলনিৰ এন্ধাৰ ঘৰটোত বৈ আছিল আৰু শেষত যে দ্ৰোপদীক লৈ আহি ৰাতি জোৰৰ পোহৰত কীচকৰ হাত ভৰি চিগা কোমোৰাৰ দৰে কৰন্ধটো দেখুৱালেহি, চেৰৌৱে এনে এটা ভাববোধক অব্যয় প্ৰয়োগ কৰিলে,

যাৰ ব্যৱহাৰ হয়, বাছা, বৰ অতপালি কৰিছিলি, এতিয়া পাগিনে ভাল গমটো বাপেৰৰ হাতত—এনে এটা অৰ্থত।

সি এইবাৰ জুইৰ উত্তাপ পোৱা ঠাই এডোখৰত বহি ললে আৰু চেৰৌৰ নতুন কি অভিব্যক্তি দেখে তালৈ আগ্ৰহেৰে বাট চাই থাকিল। বিৰাট পৰ্বৰ কাহিনী সি বহুদিনৰ পৰা শুনি আহিছে মাক আৰু আইতাকৰ মুখত। লক্ষীয়ে পঢ়ি যোৱাত সি নতুন মাদকতা একো বিচাৰি পোৱা নাছিল। সি মাত্ৰ অপেক্ষা কৰি আছিল, কীচকৰ এশভাইক ভীমে যেতিয়া মাৰিব আৰু দ্ৰৌপদীক ঘূৰাই আনিব তেতিয়া চেৰৌৱে কি মন্তব্য দিয়ে। ঠিক তেনে এটা মুহূৰ্ত্ততে ৰসভংগ কৰি এজন অচিনাকি মানুহ আহি পৰিছিল। তাৰ মনত নপৰা দিনতে পিতাকে চিকাৰলৈ গলে পিন্ধা ৰঙৰ পোছাক পিন্ধি, ককাঁলত ডাঙৰ গুদাম থকা পেটী, এজন ক'ৰবাৰ অচিনাকি মানুহ। মহাভাৰতৰ পৰা মূৰ তুলি লক্ষীয়ে চশমাযোৰ খুলি ললে। মহাভাৰত বন্ধ হ'ল। মানুহবোৰে বিৰক্তি মিশ্ৰিত কৌতুহলেৰে মানুহজনলৈ চালে। খাটাৰাম, হৰেশ্বৰহঁতে ঢাৰি এৰি দিলে। মানুহজনে কোনো বাক্য-ব্যয় নকৰি হৰেশ্বৰে আগবঢ়োৱা ঢাৰিখনতে বহি লৈ পিতাকৰ কথা সুধিলে। পিতাকে পৰিচয় দি নমস্কাৰ কৰাত সি নিজকে সদৰৰ টেকেলা বুলি চিনাকি দি কলে যে, সি এটা বিশেষ কামত আহিছে আৰু ৰাতিটোৰ কাৰণে আশ্ৰয় বিচাৰিছে।

পিতাকে মঠৰহঁতক যাৱতীয় ব্যৱস্থা কৰিবলৈ দি আগন্তুকজনক সম্পূৰ্ণ অৱজ্ঞা কৰাৰ দৰে কৰি লক্ষীক মহাভাৰত পঢ়িবলৈ আকৌ পাচদিনা আহিবলৈ কলে। লক্ষীয়ে তাক ঠগা আৰু পুথিখন নিবলৈ কৈ হৰেশ্বৰক মনে মনে ক'লে –

: সোধচোন কিয় আহিছে!

হৰেশ্বৰে সুধিবলৈ বুলি কাহি ডিঙিটো পৰিষ্কাৰ কৰি লওতেই এনে এটা চেলুৰ বাবে আগৰে পৰাই অপেক্ষা কৰি থকা চেৰৌৱে সুধিয়েই পেলালে কথাষাৰ—

: তুমি আমাৰ হৰকান্ত নাজিৰৰ টেকেলা হবলা ?

: অঁ।

টেকেলাৰ সচেষ্ট গাম্ভীৰ্য চুৰ্ণ কৰি দি পাতল হাঁহি এটা মাৰি পুনৰ সুধিলে —

: পিছে আহিলা বা কি সকামত ?

: চৰকাৰী কাম আছে।

: কামটোতো চৰকাৰী হবই, নহলে তুমি এনেয়ে গাঁও ফুৰিবলৈ আহিলে তোমাক চাহাবে শুদাই এৰিবনে ? কামটো কি বাৰু ?

: পৰোৱানো আছে হে !

চেৰৌৰ পেঘেনিয়াই থকা স্বভাৱটো তাৰ পিতাকৰো সহ্য নহয়। পিতাকে ধমক দি ক'লে—

: চেৰৌৰে কিবোৰ সুধি আছ ? মানুহটোৰে বেচেৰা অকণ জিৰাবই পৰা নাই। ভাগৰে জুগৰে আহিছে, জাৰত কপ্ কপ্ জপ্ জপ্ কৰি। অকণ জিৰাই শতাই হাত ভৰি কেইটা গৰম কৰি লবলৈ দেচোন।

মেল আৰু নজমিল। মানুহখিনি হঠাৎ একেবাৰে নীৰৱ হৈ পৰিল। জুইকুৰা জ্বলিথকা শব্দত বাদে চোতালখন নিজম হৈ পৰিছিল। এনেতে গোসাঁইঘৰৰ পাচফালৰ কঠালজোপাত ফেঁচা এটাই জোকাৰ দি উঠিল। তাকে শুনি বাৰীৰ ক'ৰবাত আৰু কাৰোবাৰ বাৰীত, পাচফালৰ চনবাৰী কেইটাৰ ক'ৰবাত কেবাটাও ফেঁচাই জোকাৰ দিলে—

: ৰাতি হলেই হবলা ? যাব লাগিল। মোৰ যে, বেহাৰতলী খিনি একেবাৰে শিল যেন টান হৈ আছে। বৰযুণ নহবই নেকি ? চুভাই কথাখিনি কৈ উঠিল। আৰু থাটাইঁতৰ পিনে চাই সুধিলে সিহঁত যাবৰ হোৱা নাই নেকি ?

লক্ষীয়ে বহাৰ পৰা উঠি হাতেৰে টিকাখন জোকাৰি এনেয়ে কথাৰ মাজ এষাৰ কোৱাৰ দৰে ক'লে —

: বৰষুণ হব বিহুৰ আগে আগে। বতৰৰ গতিয়ে কয় নহয়। এইবাৰ আমবো পাত সৰানাই। বহাগ-জেঠত ধুমুহা বৰষুণৰ কোৰ চাবি এইবাৰ।

: মই উঠোঁৱেই। চোলা ছুটা ৰাতিতে কাটি থব লাগিব। কালিলৈ গ্ৰাহক পায়হিহে লাগে।

হৰেশ্বৰ দৰ্জি উঠাৰ লগে লগে গাঁৱৰ মানুহ আটায়ে গুলাই গৈ শেষ হ'ল। পিতাকে বগা ঠাইতে স্থিৰ হৈ বহি থাকিল। জ্বলি থকা জৰি গছৰ টুকুৰা এটাতে দৃষ্টি নিবদ্ধ কৰি বহি থকা পিতাকৰ মুখত দেখিছিল ককাকৰ মুখৰ আড়ষ্টতা। নিধিৰাম টেকেলাই খবৰটো দি যোৱাৰ পাচত ককাকৰ মুখত যি আড়ষ্টতা ফুটি উঠিছিল, সেই আড়ষ্টতা। ককাকৰ যিখন মুখ সি দেখা নাছিল, অথচ কাহিনীটো শুনি শুনি দেখাতকৈও বেছি বাস্তৱভাৱে অনুভৱ কৰিছিল, সেই আড়ষ্ট মুখৰ ছবিখন এতিয়া সি পিতাকৰ মুখত দেখিলে।

পিতাকৰ লগত টেকেলাৰ কথা কি হ'ল, কেতিয়া হ'ল সি জনা নাছিল। চেৰৌ কানিয়াই কিন্তু টেকেলাৰ লগতে লাগি আছিল। তাৰ নাম ধাম বংশ পৰিচয়তো মামুলী কথা। একেবাৰে ৰাতিটোৰ ভিতৰতে ছুইৰো মাজত সমন্ধ গৈ তই-তকৰাত পৰিণত হ'ল। টেকেলাই পুৱাৰ ভাগতে কাম শেষ কৰি ছুপৰীয়াৰ গাড়ীত উভতি গ'ল। চেৰৌ সেইদিনাও থাকিল। দিনত জানো কলৈ গৈছিল, সি স্কুলৰ পৰা আহোতে দেখিছিল আলিত মাটি তুলি থকা গাঁৱৰ মানুহৰ লগত চেৰৌক মেল মাৰি থকা। গধূলি দেখিলে মানুহবোৰ সিহঁতৰ চোতালত জমা হৈছেহি। আৰু জুইকুৰাৰ একাষে মেৰ ঢৰা এখনত মহা আয়মেৰে বহি চেৰৌৱে আৰম্ভ কৰিলে, এইমাত্ৰ যেন ডাঙৰ ৰহস্য এটা উদঘাটন কৰিব, এনে এটা আড়ম্বৰেৰে—

: ইষ্টিচনৰ পিচফালেদি লাইনৰ কাষে কাষে একেবাৰে নন্দলাল কেঞাৰ তালৈকে এই মাটিভৰাৰ আচল মালিক কোন বাক ?

: গহাটীৰ নে উত্তৰ পাবৰ কোনোবা উকীলৰ বোলে ?

: উত্তৰ পাৰৰ বৰদলৈৰ হে মাটি আছে, আমাৰ গাঁৱৰ ওচৰত সেই নিম্পিথেৰাজ খাতখন। এইডোখৰ গহাটীৰ এজন উকীলৰ মাটি বোলে? কেনেকে কৰিলে জাননে বাৰু?

প্ৰশ্নযাৰ সুধি জুইকুৰাৰ ইপাৰৰ পৰা সিপাৰলৈ উৎকণ্ঠিত মুখবোৰলৈ চাই খন্তেক ৰ'ল। তাৰ পাচত ধীৰে ধীৰে আৰম্ভ কৰিলে ৰজাঘৰৰ গূঢ় ৰহস্য ঘেৰা কাহিনী। কিদৰে তৰা-নলনিৰে ঢকা, ৰাজফৈটীসাপৰ ৰাজ্যখন শইকীয়া পাৰাৰ নে ক'ৰ অখ্যাত মানুহ কেইটামানে প্ৰথমে ভাঙি উলিয়াইছিল আৰু কিদৰে এদিন সেই মাটি খাজানা পৰিশোধ নকৰাৰ বাবে নীলামত দিয়াই উকীলে মাত্ৰ এটকা ওপৰঞ্চি দি কিনি ললে। চেৰৌৱে হাঁহি হাঁহি পৰম আহ্লাদেৰে ক'লে—

: এই শৰৎ পিয়াদাৰ নিজৰে গাঁৱৰ মাটি হাকিমৰ থুলশালিয়েক এজনে বুধি কৰি নিজৰ নামত কৰাই ললে।

মেল বেচ জমি উঠিছিল; এনেতে নওসামুখত পিতাকৰ কাহু শুনি চেৰৌৰ উৎসাহ দমি আহিল। পিতাক অৱশ্যে চোতালৰ জুইৰ গুৰি নাপালেহি। থকাঘৰৰ পিৰালিৰ পৰাই হাতভৰি ধুবলৈ পানী বিচাৰিলে।

মাকৰ সতে হুযাৰ নে এযাৰ অনুচ্চ কথা শুনা গ'ল পিতাকৰ। অলপ পাচত পিৰালিৰ এন্ধাৰ চুকটোৰ পৰা হোকাৰ শব্দ শুনা গ'ল। মানুহবোৰে নীৰৱ হৈ বহি আছিল। এনেতে খাটাখামে সকলৈ ক'লে—

: আজি আৰু মহাভাৰত নহব। কালিলৈ ধুলিয়াৰ বাবে মাটি অলপ ঠিক কৰাৰ কথা। ৰাতিও হলেই ভালেখিনি। সি ইমান পৰে তোলাই লোৱা দৈ খিনি সামৰি সুতৰি ললে আৰু যাবলৈ সাজু হ'ল। লক্ষীয়ে সেই সময়ত থালৈ এটাৰ মুখখন বৈ আছিল। খাটাই কলে যে, পেটটোৰ জোখাৰে মুখখন সৰু হ'ল। লক্ষীয়ে বুজালে, পেটটোৰ জোখাৰে মুখখন ডাঙৰ কৰিলে নাৰিকলৰ কোবোকা তাত সোমাই যাব। ইমান ধনঞ্জয় থালৈ এটা মাছ মাৰিবৰ কাৰণে

নহয় নহয়; তাত শোকোতা বা কোমোবাৰ সুঠি বা শুকান মাছ ৰখা হব।
চেৰৌৱে এনে এটা প্ৰসংগত তাৰ বিৰল অভিজ্ঞতাৰ বিষয়ে ইংগিত দিয়াৰ লোভ সামৰিব নোৱাৰি কলে যে, খালৈৰ মুখখনৰ পৰা এবেগেত মান ওপৰত আঁৰি থোৱা ৰচীডালত তলমুৱাকৈ কোৰোকা এটা লগাই থলে একেবাৰে নিশ্চিন্ত হৈ থাকিব পাৰি। নিগনি, শলিয়া, পইতা· চুৰুনী একোৱে বলে নোৱাৰে।
কথাখিনিত কোনেও গুৰুত্ব দিয়া নাছিল। চেৰৌৱে অনাড়ম্বৰভাৱে হুলস্থূল কৰি কথা কিটা কৈছিল। তাৰপৰা অৰণ্যে চেৰৌৰ এটা উপকাৰ হৈছিল। তাৰ মনৰ জড়তা আঁতৰি গৈছিল। সি লাহেকৈ উঠি তাৰ পিতাকৰ কাষ পাইছিল। চেৰৌৱে কিবা এটা সোধাৰ· আগতেই পিতাকে সুধিলে—
: মামা, ধপাত চপাত দিছেনে?
: খালোঁ, এতিয়া যাবৰে হ'ল।
: আজি পিচে আলিৰ কাম একৰকম উঠিলেই। মই চাই আহিছোঁ আহোতে।
: কালিলৈ এটা বেলা মাৰিলেই হব। এইবাৰ দলঙৰ মিস্ত্ৰী আমাৰ বয়। মণিৰাম আৰু চুভাৰ গাড়ীয়ে কালি খালুংবৰিৰ পৰা খুটা আনাৰ কথা।
খাটাই পিতাকে মুগুনাকে লক্ষীৰ কথাৰ মুৰতে ক'লে—
: সি বয় নহয়, ময় হে। ময় দানব।
কথাষাৰ শুনি তাৰ হাঁহি উঠি গৈছিল। বয় আছিল গাঁৱৰ দেউৰী। নিষ্কৰ্মা মানুহক সাধাৰণতে যিটো বাব দিয়া হয়। পেটটো আছিল নাওশলীয়া। ঠিক মাদলটোৰ দৰে। গতিকে গাঁৱৰ মানুহে তাৰ নাম দিছিল বয়মাদল।
বয়মিস্ত্ৰী লক্ষীৰ সমসৰ নহয়। কিন্তু আত্মবিশ্বাস অতিশয় বেছি পিতাকে ভালেই পালে। অন্ততঃ কামত সি বাগী নামাৰে আৰু দলং

কেইখন দেখাত আটোমটোকাৰি নহব পাৰে, কিন্তু মজবুত যে হব তাত সন্দেহ নাই।

মানুহবোৰ ওলাই যোৱাৰ বহুত পাচলৈকে পিতাকৰ ওচৰতে চেৰৌ বহি আছিল। দুয়ো নীৰৱ নিস্পন্দ হৈ এন্ধাৰত বহি আছিল। সি চোতালৰ জুইৰ পোহৰত দুয়োৰে অস্পষ্ট অবয়ৱ দুটালৈ চাই চাই সন্দেহ কৰিছিল হয়তো চেৰৌৱেও পিতাকৰ ওচৰত শৰৎ পিয়াদাই জাৰি কৰি যোৱা পৰোৱানাখনৰ কথাটো ইতিমধ্যে জানিছে। হঠাৎ নীৰৱতা ভংগ কৰি চেৰৌৱে পিতাকক কোৱা সি শুনিলে—

: হেৰি অ' মোমাই, দুখ চিন্তা এইবোৰ জাৰৰ দৰে। জাৰ যেনে, আছে কাপোৰ আছে জাৰ, নাই কাপোৰ নাই জাৰ। দুখ-চিন্তাবোৰো তেনেকুৱা। ময়ে এতিয়া চিন্তা কৰি কি পাৰ পাম ; সেইদেখি বাপ্পেকে চিন্তাকে নকৰোঁ।

চেৰৌৱে নিজৰ মতেই কৈ গ'ল—সংসাৰখন শুকান বালিৰ দৰে। কিমান তিয়াবা তাক! যিমানে পানী ঢালিবা, সিমানে সি শুহিলৈ যি শুকান বালি সেই শুকান বালিয়েই হৈ পৰিব। গতিকে চিন্তা কৰি লাভ কি?

স্বীকাৰোক্তি কৰাৰ দৰে চেৰৌৱে কৈছিল কিদৰে সি এদিন সিহঁতৰ সৰু দদায়েক চিৎৰামক শহুৰেকৰ ঘৰলৈ যাওতে বাটৰ পৰা জোৰ কৰি নিজৰ ঘৰলৈ লৈ আহিছিল এসাজ ভাত খুওৱাৰ মনেৰে। ঘৰ পাই দেখে যে, গাদামীৰ মাকো নাই আৰু ঘৰত এটা খুদকণো নাছিল। সি নিৰুপায় নহ'ল। মুখতে ফাকি এটা সাজি চিৎৰামক সুধিলে—

: ৰবিচোন মোমাই, আজি বাৰু কি বাৰ? মঙলবাৰ নহয় নে?

সেইদিনা মঙলবাৰেই আছিল। সি চিৎৰাম মোমায়েকক ক'লে যে, মঙলবাৰ তাৰ পিতাকৰ মৃত্যুৰ বাৰ। গতিকে সপ্তাহটোৰ সেইবাৰটো ঘৰত সিহঁতে পালন কৰে। গাদামীৰ মাক নিশ্চয় গা পা ধুই নাম ঘৰলৈ গৈছে। গোটেই দিনটো তাতে পৰি থাকিব নাম গুণ লৈ।

সি আৰু দেখি কৰাটো ভাল নেদেখিলে। চিংৰাম মোমায়েকক শহুৰেকৰ ঘৰলৈ বুলি সেই হুমাইল চেৰৌৱে আগবঢ়াই দিবলৈ গৈ নিজেও ঘটিৰাম আতায়েকৰ তাত মোমায়েকৰ লগতে আতিথ্য গ্ৰহণ কৰিবলগীয়াত পৰিল। আবেলি যেতিয়া মোমায়েক ঘুৰি আহিল, চেৰৌৱেও লগতে কথাই কথাই একেবাৰে সিহঁতৰ ঘৰ পালেহি। তাতে দুদিন আতিথ্য গ্ৰহণ কৰাৰ পাচত বাহিৰে বাহিৰে নেপালী খুটিৰ পিনে ৰাওনা হ'ল।

চেৰৌৰ কথাবোৰ তাৰ কাৰণে পৰম ৰহস্যময় যেন লাগিছিল। চেৰৌৱে যে নিজকে এনেদৰে বিশ্লেষণ কৰিব পাৰে সি ভাবিবই পৰা নাছিল। পিতাকেও চেৰৌৰ কথাবোৰ মনযোগেৰেই নিশ্চয় শুনি আছিল। শেহত অৱশ্যে নিৰ্লিপ্ত ভাব দেখুৱাই কৈছিল—

: হেৰা মাক, ভাত হল নে নাই হে ? দিয়া, চেৰৌৰ ভোক লাগিছে হবলা।

: নাই মোমাই, এই চেৰৌৰ ভাত দেখিলেহে ভোক লাগে। ঘৰত চাউল পাত নহলে দুই তিনিদিনলৈ কেতিয়াবা ভোকৰ কথা মনতেই নপৰে।

চেৰৌক সঁচাকে তাৰ নতুন নতুন যেন লাগিল আৰু পিতাকক হঠাৎ বহুত বুঢ়া হৈ পৰা যেন অনুভৱ হ'ল। মনে মনে সন্দেহ ঘনীভূত হৈছিল, মন তাৰ শংকিত হৈ পৰিছিল, নিশ্চয় কিবা এটা গুৰুতৰ পৰিস্থিতি আহি পৰিছে ; য'ত হয়তো সিও জড়িত হৈ পৰিব ; মাক আইতাক আৰু সমগ্ৰ ঘৰখন।

সিহঁতৰ স্কুললৈ এজন নতুন ছাত্ৰ আহিছিল। কিছুমান যে মানুহ আছে, ঘৰখনত বহুত মানুহ থাকিলেও ঘৰখন উকঙা উকঙা লাগে, অথচ সি আহি পৰাৰ লগে লগে ঘৰখন মানুহেৰে ভৰি পৰা যেন লাগে ঠিক তেনে লক্ষণৰ আছিল সি। সি অহাৰ লগে লগে ল'ৰাবোৰৰ অৱসৰ বিনোদনৰ পদ্ধতি বেলেগ হ'ল, শনিবাৰৰ ছাত্ৰসভাখনৰ মান বহু উন্নত হৈ পৰিল, আনকি প্ৰমোদ মাষ্টৰেও ল'ৰাৰ লগত কথা কওঁতে সংযত হৈ কোৱা হ'ল।

সি আহিছিল দূৰৰ এখন গাঁৱৰ পৰা। নিতউ খোজ কাঢ়ি। অথচ সি কোনোদিন তাৰ মুখত ক্লান্তি দেখা নাছিল। স্কুলৰ পৰা উভতি যাওঁতে খেলা ধূলাৰ পাচত কেতিয়াবা স্কুলতে মুখ এন্ধাৰ লাগিছিল। সি কিন্তু কোনো দ্বিধা দ্বন্দ্ব প্ৰকাশ নকৰাকৈ খোজ কাঢ়ি আনদিনাৰ দৰেই গৈছিল।

সি বল খেলিছিল। ভালেই খেলিছিল। কিন্তু তাতকৈ বহু উন্নত খেলুৱৈবোৰেও তাৰ ভুল সমালোচনা কৰাৰ সাহস কৰা নাছিল। শুক্ৰ বাৰে শেষৰ ঘণ্টাত যেতিয়া স্কুলৰ ছাত্ৰবোৰে ব্যায়াম কৰে তাৰ কোনোবা অসংবৃত মুহূৰ্ত্ত চকুত পৰিব পাৰে বুলি সংকোচতে তালৈ কোনেও লক্ষ্য কৰা নাছিল।

ল'ৰাজনৰ কথা ভাবিলেই তাৰ সামান্য দৃশ্য এটা মনত পৰে। নতুনকৈ সজা দীঘল হোষ্টেলটোৰ এটা কোঠাত ঋষি বোলা তাৰ সহপাঠীজন আছিল। এদিন লেজাৰত তাৰ কোঠাত বহি ল'ৰা কিছুমানে কথা পাতি আছিল। ঋষিয়ে আগদিনা বজাৰৰ পৰা অনা লেমটো লৈ আলোচনা নামি আহিছিল। হাতত কলমাৰি এডাল লৈ ল'ৰাজনে কথা পাতি আছিল। লেমটো আছিল ল'ৰাজনৰ পৰা দূৰত ঋষিয়ে শোৱা বাঁহৰ চাংখনৰ ধাম এডালত। লেমটো চোৱাৰ কথা কৈ

ল'ৰাজনে দেখোন কলমাৰিডালেৰে হাকুটিয়াই এনে এটা সহজ ভংগীৰে তাৰ নাকৰ আগেদি লেমটো লৈ গ'ল। সি মনে মনে অদ্ভুত এটা পুলক অনুভৱ কৰিলে। তাৰ সহজ ছন্দোময় ভংগীত এনে এটা বেপৰোৱা ভাৱ লুকাই আছিল যেন সি এনেবোৰ কামক কাম যেনেই নাভাবে। সেই সামান্য ঘটনাটোৰে কেৱল তাৰ মনতেই সকলোৰে মনত তাৰ কৰ্মকুশলতা সম্বন্ধে এটা প্ৰত্যয়ৰ ভাব জগাই তুলিছিল।

সি ছাত্ৰবৃত্তি পাচ কৰি আহিছিল। বহুদিনৰ আগতে তাৰ পিতাকে পঢ়া দূৰৰ ছাত্ৰবৃত্তি স্কুলখনতে সি পঢ়িছিল। আচলতে ল'ৰাজনেই দিছিল এই খবৰটোও। সিয়েই তাক কৈছিল, কিদৰে তাৰ পিতাকে সেই দিনত হাতীৰ পিঠিত উঠি তালৈ গৈছিল, নিজে বহা সাজি লগুৱা ৰাখি পঢ়িছিল। জগত মৌজাদাৰৰ পুতেক কাৰণে সেইটো সম্ভৱ হৈছিল।

ল'ৰাজনে তাৰ পিতাকৰ বিষয়ে বহু ঘনিষ্ঠ কথাই জানিছিল। ছাত্ৰ-বৃত্তি পাচ কৰাৰ পাচত কিদৰে জগৎ মৌজাদাৰে পুতেককো চাৰ্ভে-স্কুলত পঢ়াই নিজৰ দৰে মণ্ডল কৰি দিয়াৰ কথা ভাবিছিল; অথচ চাৰ্ভে পাচ কৰি কিদৰে পুতেকে দিহিঙে দিপাঙে ঘুৰি কংগ্ৰেছত মনে মনে যোগ দিছিল আৰু সিইঁতৰ অঞ্চলত পূৰ্ণ ভলণ্টিয়াৰক লগত লৈ অফিচ খুলিছিল। একৈছ চনত পূৰ্ণ ভলণ্টিয়াৰ আৰু তাৰ পিতাকে খোজ কাঢ়ি আহিছিল গান্ধী আৰু মহম্মদ আলিক চাবলৈ গুৱাহাটীলৈ।

তাৰ অৱসৰ বিনোদনৰ গল্প আছিল এইবোৰ। মাজে মাজে অৱশ্যে কথাৰ মাজতে ওলাই পৰে তাৰ পিতাকৰ আচৰণৰ বিষয়ে ক্ষীণ দুই এটা প্ৰতিবাদ। তাৰ কথন ভংগীত এনে এটা দৃঢ়তা স্পষ্ট হৈ পৰে যে আটায়ে আতংকিত হৈ তাৰ মুখৰ পিনে চায়।

সি পিন্ধিছিল ঘৰত বোৱা কাপোৰৰ চোলা চুৰিয়া। সি সন্দেহ কৰিছিল, হয়তো তাৰ কাপোৰ এসাজেই আছিল। কিন্তু ভৰ-বাৰিষাৰ দিনতো কাপোৰ সাজত কতো এটা বোকাৰ চিটিকনি বা

আন কিবা ময়লাৰ দাগ নাছিল। ভৰিত চেণ্ডেল বা জোতা নাছিল। ভৰিৰ পতাবোৰ খৰমযুৰীয়া, হাত-ভৰিৰ আঙুলিবোৰ নিটোল, আঘাত-হীন। নখবোৰো সমান, মিহিকৈ কটা। দেহ ঋজু, কথা-বতৰা স্পষ্ট, সংকোচহীন। পোনপটীয়া অথচ মাৰ্জিত।

সিহঁতৰ কাৰণে এই হৰিচৰণ নামৰ ল'ৰাজন আছিল এটা ব্যতিক্ৰম। তাৰ নিজৰে মনত আছে, কুমুদ মাষ্টৰে এদিন তাক ৰভিয়াৰ ডাক্তৰৰ ওচৰলৈ লৈ গৈছিল। ভৰিত কিবা আঘাত পাইছিল, দেখুৱাবৰ বাবে। সি ডাক্তৰে কিবাকিবি সোধোতে ভয়তে ভালদৰে একোকে কব পৰা নাছিল। তাৰ মনতে নপৰে সেইদিনা ডাক্তৰে কি সোধোতে সি কি কৈছিল। এবাৰ সৰস্বতী পূজাত ঘনশ্যাম মাষ্টৰে মৌজাদাৰৰ ঘৰৰ পৰা তাক আনিবলৈ দিলে ঠগীথন ; সি ভালদৰে শুনা নাছিল, তুনাই সুধি লোৱাৰ বাবে সাহসো নাছিল। আৰু ফলত নিজে চিন্তা কৰি লৈ আহিছিল প্ৰকাণ্ড এটা থালি।

সি কিয়, সিহঁত আটাইৰে তেনে ভয় ভয় ভাব। শিক্ষকে অথবা ক'ৰবাৰ ভাল কাপোৰ-কানি পিন্ধা মানুহে কিবা এটা সুধিলেই জনা কথাকো সিহঁতে ভালদৰে কব নোৱাৰে। এই হৰিচৰণ আহিয়েই সিহঁতৰ অনুভৱত এটা প্ৰচণ্ড জোকাৰণিৰ সৃষ্টি কৰিলে।

এদিন আৰু এটা ঘটনা ঘটিছিল। সেইদিনা শনিবাৰ আছিল। স্কুলৰ আলোচনী সভাত তাৰো বক্তৃতাৰ পাল আছিল। ঘৰত পিতাকক কৈ ভুলে ভালে সংস্কৃত শ্লোক কিছুমান লগাই এটা বক্তৃতা লিখি লৈ গৈছিল সি।

সিয়েই প্ৰথমে কবলগীয়াত পৰিছিল। বুকুৰ কঁপনি সযত্নে লুকাই সি বক্তৃতাটো কোনো ৰকমে পঢ়ি শেষ কৰি বহিল। আৰু কেইজন মানে তাৰ দৰেই লেখি আনিছিল। একেবাৰে শেষত সি মানে সেই ল'ৰাজন উঠিছিল। তেতিয়া স্কুলত সি নতুন আছিল। সি থিয় হৈ বক্তৃতা আৰম্ভ কৰিলে। মুখে মুখে একোৰে সহায় নোহোৱাকৈ। নিৰ্ভয় নিষ্কম্প স্বৰত। সি ইমান সাৱলীলভাৱে অনৰ্গল কৈ গ'ল

কথাবোৰ আনকি শিক্ষকসকলেও হতবাক হৈ তাকৈ চাই থাকিল। সেইদিনাই আটায়ে অন্তৰেৰে তাৰ শ্ৰেষ্ঠত্ব স্বীকাৰ কৰি ললে। আৰু সেই মুহূৰ্ত্তৰ পৰাই তাক কেন্দ্ৰ কৰি স্কুলখনৰ সমগ্ৰ পৰিৱেশটোৱেই ক্ৰমান্বয়ে বদলি হবলৈ আৰম্ভ কৰিলে।

সি বহুদিন পাচত উপলব্ধি কৰিছিল সেই পৰিবৰ্ত্তনৰ প্ৰকৃত স্বৰূপ। আচলতে তাৰ আগমনে সমগ্ৰ ছাত্ৰসমাজৰ মৰ্যাদা বৃদ্ধি কৰিছিল। আগেয়ে সৰস্বতী পূজাত, স্কুলৰ টীমে বাহিৰলৈ খেলিবৰ বাবে যোৱা, স্কুলৰ খেল পথাৰখন ক'ত হলে ভাল হয় এনেবোৰ কথাত ছাত্ৰৰ মতামত লোৱা হোৱা নাছিল। শিক্ষকেই নিজৰ ভিতৰতে সিদ্ধান্ত লৈছিল। সি অহাৰ পাচৰ পৰা এইবোৰ বিষয়ত পৰিবৰ্ত্তনৰ সূচনা হ'ল।

তাৰে দুৰ্ভাগ্য, সি হৰিচৰণ অহাৰ দুবছৰৰ পাচতেই সেই স্কুল এৰি যাবলগীয়া হৈছিল। অৱশ্যে তাৰ বাবে দোষ তাৰ নিজৰ নাছিল; তাৰ মূল হেতু আছিল সিহঁতৰ ঘৰত ঘটা কিছুমান নিতান্ত ব্যক্তিগত ঘটনা। ঘটনাবোৰ আপাত দৃষ্টিত বিচ্ছিন্ন যেন দেখিলেও দৰাচলতে সেয়া আছিল পিতাকে নিজে সৃষ্টি কৰি লোৱা কিছুমান অৱস্থাৰ পৰিণতি মাত্ৰ।

ঘটনা ইতিমধ্যে বহুদূৰ আগ বাঢ়িছিল। সি গম পাইছিল বহুত পাচত; আৰু কৈছিল এনে এজন মানুহে যিয়ে অন্ততঃ তাতকৈ আগতে জনাটো সম্ভৱ হব নালাগিছিল।

আবেলি বেলি ডুবাৰ পৰত সি আনদিনাৰ দৰেই ঘৰৰ গৰুকেইটা খেদি আনিবলৈ পথাৰলৈ গৈছিল। ফাগুন মাহ। পশ্চিম পিনৰ পৰা জোৰে বতাহ বলি আছিল। তেনে বতাহত চৰণীয়া গৰুবোৰ উজাই যায়। সিহঁতো বতাহৰ সোঁতৰ বিপৰীতে গৈ আছিল। সি, শুখুনা, সাধিৰাম, আনন্দ আৰু কোনোবা কোনোবা সিহঁতৰ লগৰে।

পশ্চিমৰ আকাশখনে কিবা এটা মদৰুৱা ৰবণ ধৰিছিল। বতাহত পথাৰৰ আলিত গজা ওখ ওখ বনবোৰে মূৰত গেৰুৱা ৰঙৰ ফুল একো-

থোপা লৈ হালি জালি ঢউ খেলি আহিল। অ'ত ত'ত দুই এজনী চিকৰা খোৱা বগলীয়ে বতাহত জাৰ পাই জুপুকা মাৰি বহি আছিল। পিঠিৰ মিহি পাখিবোৰ বতাহত উৰি উৰি তাহাঁতক একোজনীহঁত পানীপাৰৰ দৰে ডাঙৰ দেখা কৰিছিল। বগা ক'লা ডেউকা মেলি এন্দুৰ খোৱা চিলনী এজনীয়ে পথাৰত এন্দুৰ বিচাৰি সিহঁতৰ আগে আগে বনাই গৈ আছিল।

ভৰিপতাত ৰবা ঘঁাহৰ এঠা এঠা গুটিবোৰ লাগি লাগি ধৰিছিল। শুখুনাই কৈছিল—

: এই ঘঁাহবোৰ গৰুৰ বম্নিধান যেনিবাহে। ববকে খায়। মচ্‌মচ্‌ শব্দকৰি সিহঁতৰ দুয়োকাষে লাহে লাহে গৈ থকা গৰুবোৰলৈ সি চালে। সেই আঠা ঘঁাহবোৰ পৰম নিশ্চিন্তে সিহঁতে খাই গৈছিল। গৰুবোৰলৈ চাওতেই বোধকৰোঁ শুখুনাৰ চকুত পৰিল সিহঁতৰ গৰুৰ পালটো এটা বাৰীৰ ওচৰত চৰি থকা।

: আমাৰ গৰুবোৰ দেখোন সোৱা তমাকাইৰ বাৰীৰ ওচৰতে আছে।

সি চিনি পায় তমাকাইক। চেৰৌহঁতৰ গাঁৱত আছিল এসময়ত। ভায়েকহঁতৰ লগত বেলেগ হোৱাৰ পাচত সি ইয়ালৈ উঠি আহিছিল। শুখুনাৰ বোধকৰোঁ সেই কথাই মনত পৰিছিল। সি বিজ্ঞজনৰ দৰে ক'লে—

: আজিকালি ভাই ভাই ঠাই ঠাই ; ভাইৰ সমান শক্ৰ নাই। তইঁতৰ ঘৰতে আজি দেখিলোঁ নহয়।

শুখুনাই কাৰ কথা কৈছিল সি ধৰিব পৰা নাছিল। সি নিশ্চিত হোৱাৰ উদ্দেশ্যে সোধাত শুখুনাই তাক অশ্লীল গালি দি কলে তাৰ নিজৰ ঘৰৰ কথা অথচ সিয়ে নাজানে। তাক এজাউৰি গালিৰ মাজতে জনালে যে, সেইদিনা গুৱাহাটীৰ পৰা মাৰোৱাৰী মহাজন আহিছিল সিহঁতৰ ঘৰলৈ ; এদিন টেকেলাই দি যোৱা পৰোৱানাৰ পৰিণতি স্বৰূপে। শুখুনাই থুতিনাতি সকলোবোৰ খবৰ তাৰ আগত

দাণ্ডি ধৰি কৈছিল কিদৰে ভলন্টিয়াৰ কৰি মৌজাৰ লেঠা লগাই লৈছিল। আৰু সেই লেঠা মাৰোতে কিদৰে ঘৰৰ মাটি-বাৰী সমস্ত সম্পত্তি সেই মহাজনৰ তাত বন্ধক থৈছিল।

তাকে মোকোলোৱাৰ অংশ লৈ মহাজনৰ সাক্ষাততে পিতাক আৰু ডাঙৰ দদায়েকৰ মাজত কথা কটাকটি হৈছিল। পাচত হেনো পিতাকে তাৰ মাকৰ হাতৰ কাণৰ অলংকাৰ, ঘৰৰ বাচন-বৰ্ত্তন, লোৰ আলমাৰী, আইতাক আৰু মাকৰ এৰী কাপোৰ আৰু কেইপুৰা মান ৰুপীত মাটি দি মহাজনৰ ধাৰ পৰিশোধ কৰিছিল।

শুধুনাই কথাবোৰ সাংসাৰিক জ্ঞানেৰে সমৃদ্ধ বয়সস্থ মানুহ এজনৰ দৰে কৈ গৈছিল। সি মনে মনে শুধুনালৈ লক্ষ্য কৰিলে। সোঁহাতৰ পিঠিত আগৰদৰে শেঙুনৰ আটখেৰি নাই। ওঠৰ ওপৰত নাকৰ তলত সেইখিনিও ডাঙৰ মানুহৰ দৰেই পৰিষ্কাৰ। সি সঁচাকে তলে তলে বহুত কথা জানে।

সি মনে মনে ক্ষুব্ধও হ'ল। ইমান ডাঙৰ ঘটনা এটা ঘটিছে, অথচ আইতাকে তাক এষাৰ কথাও কোৱানাই এই বিষয়ে!

গৰুবোৰ ঘৰলৈ আনি গোহালিত সুমাই সি পোনে পোনেই পাক ঘৰলৈ গৈছিল। সি জানে মাক এই সময়ত পাকঘৰতে থাকিব। সৰু খুৰীয়েকো নিশ্চয় তাতে আছে। ডাঙৰ খুৰীয়েকে গধূলি পাকঘৰত নোসোমায়; ডাঙৰ দদায়েকে আজি কালি ধানৰ কাৰবাৰ কৰে। গধূলি ঘৰত দদায়েকৰ লগতে খুৰীয়েকো হিচাবত হেনো ব্যস্ত থাকিবলগীয়াত পৰে।

খুতৰা, থুনথুনি, ভটুৱা আদি বনৰীয়া শাক এখৰাহী বাছি আছিল মাকে চাকিৰ পোহৰত। আইতাক আছিল পিৰালিৰ সেই চুকটোত য'ত ককাক জীয়াই থাকোতে দিনৰ দিনটো বহিছিল। কাকো মাতবোল নকৰাকৈ আমন জিমনকৈ বহি আছিল কিবা মনৰ বেজাৰত। আনদিনা হোৱাহেঁতেন মাকক তেনেকে এন্ধাৰলৈকে বনৰীয়া শাক বাছি থকা দেখি বলকিলেহেঁতেন। সেইদিনা একোকে নকলে।

সৰু খুৰীয়েকক সি বেৰৰ জোলোঙাৰে দেখিছিল আখলত। কেৰাহীৰ তলত জুই আলি আখাৰ ওচৰত ভৰি চৰি মেলি অসংযত হৈ বহি আছিল একেবাৰে অন্যমনস্ক হৈ। জুইৰ পোহৰত মুখত দেখিছিল গহীন বিষণ্ণ ভাব। সি অলপ আঁতৰৰ পৰা মাকৰ মুখখন লক্ষ্য কৰিছিল। চাকিৰ ক্ষীণ পোহৰত মাকৰ মুখত কোনো পৰিবৰ্ত্তন নেদেখিলে। শাকবোৰ ধুই আখলৰ দুৱাৰ মুখত খৰাহীটো থওতে অলপ ওপৰৰ পৰা পেলাই দিয়া যেন তাৰ অনুভৱ হ'ল। মাকৰ উকা হাত দুখন তাৰ চকুত পৰিল। বুকুখন তাৰ চিঁৰিং কৰে উঠিল। সি মনৰ ভাবটো দমাই সুধিলে—

: মা, তোৰ হাতৰ বালা দুপাত কি হ'ল ?

: খুলি থৈ দিছোঁ।

: কিয় ?

: কি কিয় ? খুলি থৈ দিয়াৰো কিবা কাৰণ থাকিব লাগে নেকি ? তোক আকৌ কিয় লাগে বালা দুপাতৰ খবৰ ?

মাকৰ কথাত হঠাৎ এই উষ্মাৰ কাৰণ সি সহজেই অনুমান কৰি লব পাৰিছিল। কিন্তু আৰু কথা বঢ়াবলৈ তাৰ সাহস নহ'ল। নীৰৱে পাকঘৰৰ পৰা ওলাই আহিল। তাৰ মনত এটা অদ্ভুত জেদ চাপিছিল। সি আইতাকৰ ওচৰত বহি ললে আৰু সুধিলে—

: আবু, আজি গহাটীৰ পৰা কোনোবা মহাজন আহিছিল হেনো ? কথাষাৰ সুধিবলৈহে পালে। ঠাচ কৰে তাৰ গালত চৰ এপাত পৰিলহি। সি চক খাই মূৰ তুলি চাই মাকক দেখিলে। সি তৰ্কিব পৰাৰ আগতেই মাকে কাণত ধৰি তাক থিয় কৰাই চোতাললৈ গঁতা মাৰি পঠালে—

: যা ভাগ্, পঢ়া নাই শুনা নাই, যি কোনো কথাৰে ভাগ লৈ ফুৰিবহি। তোৰ মই হাড় গুড়ি কৰি পেলাম, দগাবাজ কৰবাৰ !

পঢ়াত সি বহিছিল, কিন্তু মন বহা নাছিল। তাৰ খং উঠিছিল মাকৰ ওপৰত আৰু আইতাকৰ ওপৰত হৈছিল অভিমান। কিবা

এটা বুজাব নোৱাৰা মানসিক অস্থিৰতাত সি নিশা বহুত পৰলৈকে উজাগৰে আছিল। ৰাতি পিতাকৰ শব্দ সি শুনিছিল। হুমুনিয়াহ কাঢ়ি মাকে কৈছিল—

: ইও কথাবাৰ অলপ বুজিছে নেকি ?

: কিবা বুজিছে যদি উপায় নাই। কিন্তু ঘৰৰ দুখৰ কথাবোৰ ল'ৰা-ছোৱালীয়ে নজনাই মংগল। নহলে সিহঁতৰ মনবোৰ দমি যাব। পিচে কথাবাৰ সি নজনাকৈ থকা নাছিল। সেই দিনাৰ প্ৰায় অব্যবহিত পিচৰ পৰাই ঘৰখনত আগৰ নিয়মবোৰ ক্ৰমে শিথিল হৈ পৰিল। প্ৰথমে সি লক্ষ্য কৰিলে খোৱাৰ সময়টো কাৰো লগত কাৰো নিমিলা হৈ পৰিল। আগেয়ে পিতাক দদায়েকহঁতে একেলগে বহি খাইছিল। পাচলৈ পিতাকে খোৱাৰ সময়ত ডাঙৰ দদায়েক হয়তো দোকানৰ পৰা আহি গা ধুবলৈ গ'ল। দদায়েকে তেতিয়া খাই বৈ জিৰনিয়েই ললে। লাহে লাহে দদায়েকহঁত খোৱাৰ সময়ত ইমান ব্যস্ত হৈ থাকিবলগীয়া হ'ল যে, খোৱাৰ সাজ সাজি নিজৰ ঘৰতে খোৱা কৰিলে। এসময়ত সময়বোৰ ইমান নিমিলা হৈ পৰিল যে, ৰন্ধা-বঢ়াৰ ব্যৱস্থাবোৰ সমূহীয়াকৈ পাকঘৰত নকৰি থকা ঘৰৰ চুকে চুকেই কৰিবলগীয়া হ'ল। চাওতে চাওতে ডাঙৰ পুৰণি পাক-ঘৰটোত খাবৰ সময়ত পিতাক অকলশৰীয়া হৈ পৰিল। ডাঙৰ আখলটোত ৰান্ধিবৰ সময়ত মাক অকলে নিমাওমাও হৈ পৰিল। অৱশেষত এদিন গধূলি চোতালত আটায়ে জুৰ লৈ থকাৰ সময়ত পিতাকেই উলিয়ালে কথাবাৰ—

: এনেদৰে চলি থকাতকৈ ভালে ভালে বেলেগ হোৱাই ভাল হব নেকি ?

কোনোবাই কিবা এষাৰ উত্তৰ দিয়াৰ আগতে ডাঙৰ দদায়েকৰ ভাতকৈ এবছৰে সৰু মাউৰা পুতেকটোৱে ঘপ্‌কৰে কৈ পেলালে—

: হোৱাই ভাল ; একো কাম বন নোহোৱা মানুহবোৰক মিছামিছি কোনে পুহি ৰাখিব !

পিতাক বোধকৰোঁ স্তম্ভিত হৈ পৰিছিল। এন্ধাৰত সি মুখখন দেখা নাছিল। তাৰ কথাবাৰ অৱশ্যে ইমান স্পষ্ট হৈ পৰিছিল যে, বুজুৰাকৈ থকা নাছিল যে, কথাবাৰ তাৰ পিতাকক উদ্দেশ্য কৰি কোৱা হৈছে। সি তাৰ উত্তৰো ভাবি পোৱা নাছিল। মিছা নহয়, পিতাকে ঘৰৰ কাম নকৰে, ৰাজহুৱা কামত ঘূৰি ফুৰে। আৰু এইটোও সঁচা যে, ঘৰৰ সমস্ত সম্পত্তি ৰক্ষা কৰিছিল পিতাকে অকলেই, নিজৰ পত্নীৰ গহনা গাঁতৰি পৰ্যন্ত বিক্ৰী কৰি।

মাকে এদিন ডাঙৰ দদায়েকৰ পৰোক্ষ উক্তি সহ্য কৰিব নোৱাৰি এনে এষাৰ কথা কোৱা শুনিছিল। কিন্তু দদায়েকৰ প্ৰত্যুত্তৰ আছিল একেবাৰে অকাট্য। দদায়েকে কৈছিল, মৌজাৰ খাজানাৰ টকা খৰচ কৰি দেশ সেৱা কৰিবলৈ—

: কিবা আমি কৰিছিলোঁ নেকি? টকা মিলাব নোৱাৰি সম্পত্তি বন্ধক দি খাজানা শোধাব; সেই সম্পত্তি খালাচ সি নকৰি কি আমি কৰিম নেকি?

কাজেই সিহঁতৰ ঘৰখনত ভায়ে ভায়ে বেলেগ হৈছিল। সৰুতে মাক মৰাৰ পাচৰ পৰা বায়েক আৰু ল'ৰাটো সিহঁতৰ লগতে আছিল। এইবাৰ সিহঁতেও আঁতৰি নিজৰ পিতাক আৰু মাহীমাকৰ সংসাৰত আশ্ৰয় লৈছিল।

তেতিয়াৰ পৰাই সিহঁতৰ ঘৰখন, মানুহবোৰ একেবাৰে বেলেগ হৈ পৰিল। পিতাক প্ৰায়ে ঘৰতে থকা হ'ল। আনকি পথাৰতো মঠৰৰ লগত সমানে সমানে কাম কৰা হৈ পৰিল। যেন তাৰ দদায়েকৰ পুতেক সেই ফুকলিয়া ল'ৰাটোৰ গঞ্জনাবাৰ মিছা প্ৰতিপন্ন কৰাৰ বাবে উঠিপৰি লাগিল।

মঠৰ তেতিয়া অকলে আছিল। চম্পা দাওখাইঁত ইতিমধ্যে ওলাই গৈছিল। লাহে লাহে সিহঁতৰো মনবোৰ ভাগি পৰিছিল সিহঁতৰ চকুৰ আগতে ঘৰখন থানবান হোৱাৰ উপক্ৰম হোৱাত। আৰু কাজেই নতুন আশ্ৰয় বিচাৰি দিহাদিহি সিহঁত গুচি গৈছিল।

অৱশ্যে সিহঁতৰ সলনি আৰু দুজন মানুহ আহিছিল। সি কোনোদিন আশা কৰা নাছিল যে, সিহঁতো এদিন সিহঁতৰ ঘৰলৈ আহিব। আৰু সিহঁতেই ঘৰখনৰ পৰম আশ্ৰয় হৈ পৰিব। নীতিৰ যুদ্ধত হাৰি তাৰ পিতাকেও যে দুৰ্নীতিৰ আশ্ৰয় লব পাৰে সেই কথা ইহঁত দুজন নহাহেঁতেন হয়তো সি জনাৰ সুযোগেই নাপালেহেঁতেন।

সিহঁতৰ নাম আছিল মহী আৰু ভোলা। ঘৰ সিহঁতৰ পশ্চিমপিনে বোধকৰোঁ কলামগুলহঁতৰ গাঁৱত।

দুয়ো বেচ কৰ্মকুশল। কিন্তু বাৰিষাৰ খেতি নকৰে। কিয়নো দুয়ো আছিল দুৰ্ঘোৰ কানিয়া। সেই সময়ত সিহঁতৰ কানিৰ মহল নাছিল। কাজেই কানি পোৱা কঠিন আছিল। গতিকে সিহঁত হালে কামৰ আগ্ৰহ বা বেতনৰ বাবে নহয়, সিহঁতৰ ৰোজগাৰটো সহজে নিয়মীয়াকৈ পোৱাৰ আশাতে পিতাকৰ শৰণাপন্ন হৈছিল আৰু সিহঁতৰ ঘৰৰ সকলোবোৰ যাবতীয় কাম কুণ্ঠাহীনভাৱে কৰিছিল। মুঠতে সিহঁতৰ ঘৰৰ কথাকাণ্ডবোৰ অভাবনীয়ভাৱে বেলেগ হৈ পৰিছিল।

সৰু খুৰীয়েকহঁত আগৰ ঘৰটোতে আগৰ চোতালখনকে লৈ থকা কৰিছিল। ডাঙৰ খুৰীয়েকহঁতে লৈছিল ফুটুকী আইতাক থকা ঘৰটোৰ পিচপিনৰ চোতালখন। থকা ঘৰৰ এমূৰত চালি এখন দি পাকঘৰ কৰিছিল। খোৱাৰ বিধি-ব্যৱস্থাও দদায়েকহঁতৰ বেলেগ হৈছিল। ধানৰ বেপাৰ কৰা মানুহ; অকণ ভালদৰে খায়। চাহত সিহঁতৰ দৰে গুৰ নচলে। কোনোবা দিনা কাৰোবাৰ ভাত বাধ্যত পৰি গুৰদিয়া চাহ খালে ডাঙৰ খুৰীয়েকৰ পেটটোৱেই কেনেবা কেনেবা লাগে। ডাঙৰ খুৰীয়েকে নিজেই এইবোৰ কথা ৰাজহুৱা ভাৱে কয়।

চেনি দিয়া চাহ বা চিৰাৰ লোভত সিও মনে মনে কেতিয়াবা ডাঙৰ খুৰীয়েকৰ তালৈ যায় খোৱাৰ সময়ত। মাকে জানিলে খুৰীয়েকৰ সতে অশ্লীল ইংগিত দি যিবোৰহে কুকুৰে কাঁইট নোখোৱা গালি পাৰে, তাৰ আৰু নেখাওঁ নেখাওঁ লাগি যায়।

আইতাকে বৰ পুতেক অৰ্থাৎ পিতাকৰ আশ্ৰয়তে থাকিল। আজি-কালি বায়ু-ৰহিম কাকো একো নকয়। যেন আশ্ৰয় পোৱাটোৱেই আশা কৰিব নোৱাৰা এটা সৌভাগ্য।

তাৰ কিন্তু এইবোৰ দেখি শুনি মনটো মুকলি মুকলি লাগিছিল। বহুদিনৰ পৰা উখহি থকা ঘা এডোখৰৰ মুখখন হঠাৎ কৰবাত আঘাত পাই ভাঙি গলে প্ৰথমতে অলপ দুখ পোৱা যায়, কিন্তু অলপ পাচতে তেজ পুঁজবোৰ ওলাই যিদৰে সকাহ পোৱা যায়, ঠিক তেনে এটা অনুভূতি হৈছিল তাৰ মনত। সি ইমানদিনে নজনা কিছুমান কথা জনাৰো সুযোগ হ'ল ঘৰত ঘটা ঘটনাবোৰৰ পৰিণতি স্বৰূপে। পিতাকে যে পথাৰৰ যাৱতীয় কামবোৰো মিটিঙত কথা কোৱাৰ দৰেই সমান দক্ষতাৰে কৰিব পাৰে ইয়াৰ আগতে তাৰ একেবাৰে ধাৰণাই নাছিল।

কেৱল ঘৰতে নহয় বাহিৰতো কথাকাণ্ডবোৰ সলনি হৈছিল। ৰেল আলিত গাড়ীৰ অহাযোৱা বেছি হৈছিল। চৰকাৰী আলিতো মাজে মাজে গুৱাহাটীৰ পৰা দুই এখন লৰী আহি নেৱাজ কেঞা, নন্দলাল-হঁতৰ দোকানৰ পৰা মৰাপাট, সৰিয়হ, ধান এইবোৰ লৈ গৈছিল। দোকানৰ সম্মুখত ম'হৰ গাড়ী আৰু মানুহৰ সমাগমো হৈছিল বেছি। স্কুললৈ গলে আলিবাটত সি মিতউ নতুন নতুন মুখ দেখিছিল।

এই পৰিবৰ্ত্তনবোৰৰ অন্তৰালত দৰাচলতে কি শক্তিয়ে কাম কৰিছিল বুজিবলৈ তাৰ বেচ কিছুদিন লাগিছিল আৰু যেতিয়া বুজিছিল তেতিয়া সি নিজেই পৰিবৰ্ত্তনবোৰৰ আঁহে আঁহে সোমাই পৰিছিল।

আইতাকে দুজন মানুহক দুই চকু পাৰি দেখিব নোৱাৰিছিল। তাৰে এজন আছিল এই চেৰৌ কানিয়া। কাম নাই, কাজ নাই, এই মস্ত মানুহটো দিনৰ দিনটো টৌ টৌ কৰে ঘূৰি ফুৰিব। এলাইবাহু কৰবাৰ! ফোঁপযহী ফাকি মুখত লাগিয়েই থাকে। ভাগ্যে মুখখন দিলে গোসাঁয়ে! নহলে দিনতেই কাউৰী শগুণে খুলি খুলি খালেহেঁতেন তাক! আইতাকৰ মতে নান আৰু আঠিয়াহঁতৰ সেই ফকৰাটোত গোবিন্দ লেব্ৰাৰ ঠাইত চেৰৌ কানিয়াৰ নামটোহে লগাই দিয়া উচিত। সেই যে ফকৰাটো—

চিকাৰীৰ ভিতৰত নান,
আঠিয়াৰ কথা টান।
মিছা কথা কব লাগে যদি
গোবিন্দ লেব্ৰাক আন॥

নান চিকাৰী আঠিয়াহঁতৰ আগৰ মানুহ। হাঁহ খোৱা চিকাৰী আছিল পিতাকৰ নাম। নান আছিল সিদ্ধহস্ত চিকাৰী। এবাৰ হেনো নানৰ পুতেকৰ গ্ৰহণীৰোগত যোৱা থোৱা অৱস্থা। তেতিয়া গ্ৰহণী ৰোগৰ মহৌষধ আছিল কানি। সি বন্দুক আৰু গুলী বাৰুদৰ জোলোঙাটো কান্ধত লৈ ওলাল কানি বিচাৰি। আহিব চেউনী গাঁৱলৈ। চেৰৌ কানিয়াৰ পিতাকৰ দদায়েক ৰংফুল চৌধুৰীৰ তালৈ। ৰেল আলি তেতিয়া হোৱাই নাছিল। এতিয়া য'ত ৰেল আলি, সেই গোটেই খণ্ড অটব্য হাবি। দিনতে ভালুকৰ যুঁজ-বাগৰ গোজোৰনি অঞ্চলটো ভয়লগা কৰি ৰাখে। নানে সেই পিনেদিয়ে গৈ আছিল এটা হাবিতলীয়া লুঙলুঙীয়া বাটেৰে। সেই সময়ত এনে বাটবোৰেই অঞ্চলৰ একমাত্ৰ যোগাযোগৰ উপায় আছিল।

সিদিনাও নান গৈ আছে গৈ আছে, সেইখিনিত য'ত এতিয়া ৰেল

আলিত সোনাদোঙৰ ওপৰত দলঙ হৈছে, তাৰ দুয়োপাৰে বৰ বৰ শিমলুগছৰ জাবণি। লুঙলুঙীয়া বাটেদি গৈ থাকোতে তাৰ চকুত পৰিল এটা লতামাকৰি বাঘ শিমলু এজোপাৰ দক্ষিণলৈ হলা ডাঙৰ ডাল এটাত পেট পেলাই শুই আৰাম কৰি ৰ'দ পুৱাই আছে। তাক দেখি বাঘটো চোন নামি আহিল। বুজিলে, মতলবটো ভাল নহয়। সি বন্দুকটো দাঙি লওতেই বাঘ একেবাৰে বিজুলী সঞ্চাৰে নামি আহিল। পিচে চকুৰ পিৰিকটোহে। তাৰ বন্দুক গৰ্জি উঠিল। বাঘে তৰ্কিবই নোৱাৰিলে। হামখুৰি খাই তাৰ পৰা দহ হাতমান নিলগত যি পৰিলহি আৰু কাতকুতেই নকৰিলে।

আঠিয়াৰ কথা সকলোৱেই জানে। গোসাঁইঘৰত বাক্য দিলে কাজিয়া হোৱা বুলি বাটৰ মানুহ বৈ যায়। ডিঙিত ৰুদ্ৰাক্ষৰ মালা, হাতত টুপীথুওৱা লাখুটি। কান্ধত দীঘল জোলোঙা যিটো সকলো সময়তে কিবাকিবি লাম-লাকটুৰে ফিন্দ্ থাকে। মুখত ভকতীয়া কথাতকৈও বেছি অবাইচ মাত। দেহত আৰু খোজত বয়সৰ ক্লান্তি।

আৰু গোবিন্দ লেব্ৰা আছিল, দেখে-এটা-কয়-দহটাৰ লেখীয়া মানুহ। এবাৰ গাঁৱৰ চেঙেৰাহঁতে ভাগ্যে তাক নামাৰিলে! সি হেনো গৈছিল পাগলীজানৰ বান্ধ এটা চাবলৈ। যাওঁতে পাৰৰ হাবিত দেখিলে জন্তুৰ পঁজাল কিছুমান। ৰাতিৰ বৰষুণ পৰি কেঁচা হৈ থকা মাটিত পৰা কেঁচা পঁজাল। আহি গাঁৱত খুব গোপন কথা এবাৰ উলিওৱাৰ দৰে উলিয়াই দিলেহি কথাষাৰ।

: এক পাল পহু বুজিছ? এইমাত্ৰ সোমাইছেহি সৌ নদীৰ পাৰৰ হাবিডৰাত। ডাঙৰ ডাঙৰ পঠা দুটাও আছে। শিঙৰ ফেৰেঙনি ওলাইছে।

গাঁৱৰ চেঙেৰা আদহীয়া আটায়ে জাল পাতি হাবিডৰা একেবাৰে নেফানেফ কৰিলে। পহুকিয় পহুৰ নোম এডালো নেদেখিলে। গাঁৱৰ মানুহে দেখুৱাবলৈ কোৱাত সি যিবোৰ খোজ দেখুৱালে সেইবোৰ আছিল গৰুৰ খোজ। পহুৰ খোজ, গৰুৰ খোজ আগটো

চালেই চিনিব পৰা যায়। মানুহবোৰে পছুৰ লোভত সেই পিনে প্ৰথমতে মনেই নকৰিলে। মিছামিছি গোবিন্দৰ কথাতে পতিয়ন গৈ গোটেই আবেলিটো মানুহখিনিয়ে কষ্ট কৰিলে।

সি কিন্তু হাৰমনা ভকত নহয়। এবাৰ বেচ আমোদজনক ঘটনা এটা ঘটিছিল। ঘটনাটোত আকৌ জড়িত হৈ পৰিছিল তাৰ পিতাক। সিহঁতৰ গাঁৱৰ পিনেই আহি আছিল গোবিন্দ। হঠাৎ কোপাই জোপাই সিহঁতৰ ঘৰত হাজিৰ। পিতাকে সুধিলে—কি হ'ল? সি কলে যে, মণিৰাম গছৰ পৰা পৰি মৰিল। পিতাক স্তম্ভিত হৈ গ'ল। মণিৰামে এইমাত্ৰ পিতাকক কৈ সিহঁতৰ বাটৰ কাষৰ বাৰীৰ পৰা কৰৈগছৰ ডাল এটা কাটি আনো বুলি গৈছিল। সিহঁতৰ কুঠাৰ এখনকে লৈ গৈছিল। পিতাকে তথাপি ভাবিলে গোবিন্দ লেব্‌ৰাৰহে কথা!

ঃ কেনেকে গম পালি?

সি কিবা এটা কব খোজোতেই পেট-বুকু-কৰঙনৰ ছালত বেঙেনা পোৰা খোৱা আঘাতে হৈ মণিৰাম চোতাল পালেহি। কাকো একো নকৈ ভৰালৰ চাঙত সৰু কুঠাৰখন থৈ গুচি গৈছিল। পিতাকে গোবিন্দক একো নকলে। সি মুখৰ ভিতৰতে ভোৰভোৰালে—

ঃ মণিৰামে বাৰু ইমানষাৰ মিছাকথা কব লাগেনে। মই নিজ কাণেদি শুনিছোঁ, সি পৰি আইঐ মৰিলোঁঐ বুলি চিঞৰিছে। পিতাকৰ পৰা কোনো সহাৰি নেপাই বেচেৰা সেমেনা সেমেনি কৰি গুচি গৈছিল।

গোবিন্দ আছিল লেবেৰাহতীয়া। কিন্তু নিকৰ্মা নাছিল। আইতাকৰ মতে চেবো হ'ল অধমতো অধম। মস্ত এটা ধোদ। আইতাকে তাক যিমানে দুই চকুপাৰি দেখিব নোৱাৰে, সিমানে তাৰ কোঁপৰষী কথাবোৰ আকৌ আইতাকক হে শুনায়হি।

সেইদিনা বিহুৰ পাচদিনা। থাটাৰামে এইমাত্ৰ আহি আইতাক আৰু তাৰ মাক-পিতাক আটাইকে সেৱা কাঢ়ি গ'ল। দাচুও আহিছিল।

সিও লৰালৰিকৈ গ'ল, কিয়নো অঞ্চলৰ বৈদ হিচাপে বহুঘৰত তাৰ নিমন্ত্ৰণ আছে। লক্ষীৰাম সেই বুঢ়া মানুহজনে আহি পিতাকক যেতিয়া ভৰি চুই সেৱা ললেহি তাৰ গাটো চমচমাই গৈছিল কিবা এটা অসুবিধা অসুবিধা অনুভূতিত। লক্ষীকেই মাজে মাজে কোৱা শুনিছিল সি যে, অভিমন্যুক হেনো শ্ৰীকৃষ্ণই নিজে সেৱা কৰিছিল ভাগিনীয়েক কাৰণে। নিয়ম হয়তো থাকিব পাৰে; কিন্তু তাৰ হলে আচহুৱা আচহুৱা ভাবটো মনৰ পৰা আঁতৰাব পৰা নাছিল।

আৰু বহুতো কোনোৰা কোনোবা আহি গৈছিল। মহী আৰু ভোলাও সেইদিনা ঘৰখনত বিশেষ মৰ্যাদা লাভ কৰিছিল। একেবাৰে আবেলি আহি সোমাইছিলহি চেৰৌকানিয়া। সেই সময়ত মানুহবোৰ দিহাদিহি ওলাই গৈছিল। আইতাক অকলে আছিল ঘৰত। বিহুৰদিনা সাত শতৰুকো মানুহে বেয়া বাইক নোবোলে। আইতাকে ভালদৰেই সম্ভাষণ জনালে। আইতাকে অতিথিক তামোল পাণ দিবলৈ গৈ দেখে যে পাণ নাই। আইতাকে ভাবিলে ঘৰৰে মানুহ, কাজেই চেৰৌকে পাচিলে বাৰীৰ পৰা পাণ দুপাতমান আনিবলৈ। সি হাঁহি হাঁহি ক'লে—

: অ' আবু, বিহুৰ দিনা অতিথি আহিলোঁ, তই দেখোন কামকে পাচিলি। অতিথি—প্ৰথম দিনা ঠাকুৰ, দ্বিতীয় দিনা লুকুৰ থুকুৰ, তৃতীয় দিনাহে কুকুৰ। তিনদিনৰ দিনালৈকে নৰলিয়েই।

আইতাক খণ্ডে টিঙিৰি তুলা যেন হ'ল। দিলে সেই ফকৰাটোত গোবিন্দ লেব্‌ৰাৰ ঠাইত চেৰৌৰ নামটো সুমাই। দিবলৈহে পালে চেৰৌৱে অপমানত জৰ্জৰিত হৈ ওলাই আহিল আৰু খণ্ডতে ওচৰৰ পদূলি কেইটা ঘূৰি ঘুৰি যাকে য'তে পালে কৈ ফুৰিলে যে, পোন্ধ নমৰা তিৰোতা এজনীৰ পৰা সি তাতকৈ ভাল সন্মান আশা কৰে। সি মনৰ দুখঁত জুৰ লোৱা ঠাইখিনিৰ ওচৰতে খালত বৰশী বাই থকা ল'ৰা-কেইটমানৰ লগত বহি থাকিল।

বাহিৰৰ ক'ৰবাৰ পৰা সৰু দদায়েক চিতৰাম ঘূৰি আহিছিল। তাক

তাতে দেখি মাত লগালে। সেই সুযোগতে কথাৰ লাচতে-চেৰৌ দদায়েকৰ লগতে লাগি ঘৰ পালেহি। দদায়েকহঁতৰ পিৰালিত নিজে ঢাৰি এখন পাৰি লৈ মহা আয়মেৰে বহি ললে আৰু তাৰ আইতাকে শুনাকৈ খুৰীয়েকক মাতিলে—

: অ' মামী, মামী, দে কি বিছু আছে, উলিয়া।

আইতাকৰ অসহ্য লাগিল। সৰু খুৰীয়েকক ক'লে—

: দে অ' গোহাইসাউলিয়ানী, সত্ৰৰ গোসাই আহিছে, পাণ আৰু কৰচলি উলিয়াই, বিছু খাওক।

সি আইতাকৰ কথাষাৰ শুনি বুজিলে, লক্ষ্য কোন। পাণ কুটি কৰচলিত ভাজি কানিৰ টিকিৰা আৰু কোনে খাব? চেৰৌ কানিয়াই অৱশ্যে কথাষাৰ নুশুনা ভাও জুৰি সৰু দদায়েকৰ লগত কথাত ব্যস্ত হোৱা যেন দেখুৱালে।

অলপ পাচতে মুখ এন্ধাৰ লাগি পৰিছিল। আকাশত পশ্চিম পিনে পাতল মেঘ কেইচকলামান ভাহি আছিল। কাউৰী কেইজনীমানে কোঢ়াল কৰি চেৱাগছজোপাৰ ওপৰেদি উৰি গৈ খন্তেকৰ কাৰণে বাঁহৰ আগত জিৰাই লৈ আকৌ কোনোবা পিনে উৰা মাৰিছিল। চেৱাগছৰ চিলনীজনী তাৰ আগতে চনবাৰীৰ পিনে গুচি গৈছিল।

সি চেৰৌ কানিয়াৰ ওচৰতে বহি কথাবোৰ শুনি আছিল। তাৰ মনত পৰিছিল ৰাতিপুৱা শুখুনাই কোৱা কথা এষাৰ। কাউৰী দুজনীয়ে বেলগছজোপাত পৰি ঠোঁটত ঠোঁট লগাই কেল্‌কেলাই আছিল। তাকে দেখি সি কৈছিল—

: অই বান্দৰ, তহঁতৰ ঘৰত আজি কুৰ্মা আহিব।

সি দিনটোত বহুবাৰ আশা কৰিছিল কোনোবা আলহী অহাৰ। কিন্তু চেৰৌক দেখি সি হতাশ হৈছিল। কিয়নো চেৰৌ সিহঁতৰ তালৈ ইমান সঘনে আহে যে, তাক ঘৰৰ এজন যেনেই লাগে। সি গধূলি একেবাৰে আশা এৰি দি চেৰৌৰ কথাকে শুনি বহি থাকিল। ঠিক সেই মুহূৰ্ত্ততে সি আহি পৰিছিল। গাত দীঘল হলৌ চোলা,

মূৰত .বান্দৰ টুপী, কান্ধত জোলোঙা আৰু ভৰিত বাঁহৰ ফানতি। আৰু আচৰিত কথা, এইজনেই আছিল তাৰ আইতাকে দুই চকুপাৰি দেখিব নোৱাৰা দ্বিতীয়জন মানুহ। এইজনৰ প্ৰথম আৰু প্ৰধান দোষ আছিল আইতাকৰ মতে, যে ই লোকৰ ভাল বস্তু এপদ দেখিলে মন সামৰিব নোৱাৰে। ককাকৰ শ্ৰাদ্ধ খাবলৈ আহি হেনো বিচাৰি বিচাৰি ককাকৰ চশমাযোৰ ই লৈ গৈছিল। আৰু পাচত যে ইযোৰ চশমাকে পিন্ধি দেখৰ মানুহক দেখুৱাই যেতিয়া সিহঁতৰ ঘৰলৈ আহিছিল তাৰ নিৰ্লজ্জ নিসংকোচ স্বভাৱ দেখি আইতাকৰ হেনো নিজৰেই লাজ লাগিছিল তাৰ পিনে চাবলৈ।

সি এই মানুহজনক ইয়াৰ আগতেও দুবাৰ দেখিছিল। শেষৰবাৰ দেখিছিল পিতাকৰ ভোটৰ সময়ত। লোকেলবোৰ্ডৰ মেম্বৰ হোৱাৰ সময়ত ইয়েই পিতাকক লেখাপঢ়া কামবোৰ কৰি দি সহায় কৰিছিল।

আইতাকে যে এই মানুহজনক দেখিব নোৱাৰে তেতিয়াই সি জানিছিল। এদিন লোকেলবোৰ্ডৰ ভোটৰ সময়ত, সিহঁতৰ পদূলিমুখত তেতিয়া কৰচ গছজোপা আছিল। তাৰে তলত সেইদিনা বহুত ৰাইজ গোট খাইছিল আৰু মূৰৰ টিকনি কোচা নচুৱাই এই মানুহজনেই দি আছিল মহাত্মা গান্ধীৰ আদৰ্শৰ বিষয়ে বক্তৃতা।

আইতাকে সেইসময়তে কিবা এটা ধুবলৈ বুলি খাললৈ গৈছিল। বোধকৰোঁ তাৰ বক্তৃতা শুনিলে। আহিয়ে ঘৰত বুঢ়ীৰ বলকনি!

ঃ সি আকৌ দুৰ্মতিয়ে গান্ধীৰাজাৰ নাম লয়। হেৰৌ, তই জানো সত্যত আছ! গান্ধীৰাজা হ'ল সাক্ষাৎ ৰামচন্দ্ৰৰ অৱতাৰ। তই হলি এটা মহাপাপী। আজি চাওতে চাওতে চাৰিটা বহাগ পাৰ হ'ল, বৰ খকত চোন বিয়া কৰাই নিছিলি ছোৱালীজনী; ছলি এটাৰ মুখ দেখিলিনে? সি আকৌ মুনিহ। গজমুৰা কৰবাৰ! লোকৰ বস্তু এপদ দেখিলে মন সামৰিব নোৱাৰে, সি আকৌ সেইখন মুখেৰে গান্ধী ৰাজাৰ নাম লয়—থুই কটা নিধক কৰবাৰ!

আইতাকে বেয়া পালেও দুতিৰাম পেহাকক তাৰ ভাল লাগে। কিয়নো সি আহিলেই সিহঁতে বহুত নতুন কথা শুনিবলৈ পায়। সিও সিহঁতৰ আনকেইটা পেহায়েকৰ দৰেই ছিন্নমূল। সি অৱশ্যে কথাবোৰ শুনিছেহে দেখা নাই। দুতিৰামে এসময়ত হেনো খৃষ্টান ছোৱালী এজনীৰ পাণিগ্ৰহণ কৰি জাত কুল নষ্ট কৰি লৈছিল। ছোৱালীজনীৰ লগত এৰাএৰি হ'ল কিন্তু যোৱা জাতটো ঘুৰি অহা নাছিল। শেষত নিৰুপায় হৈ তাৰ পিতাকৰ আশ্ৰয় ললেহি। পিতাকে গোসাঁইৰ লগত আলোচনা কৰি বিধিমতে প্ৰায়শ্চিত্তৰ ব্যৱস্থা কৰিলে। সাত খেলৰ জ্ঞাতিক মাতিলে। আৰু প্ৰত্যেকৰে খোৱাৰ পাতত ৰূপ এটকীকৈ দি জ্ঞাতিক সন্তুষ্ট কৰাই দুতিৰামক জাতত তোলা হ'ল। সেই একে আপাহতে সিহঁতৰ সৰু দদায়েকৰ ভনীয়েক জনীক বিয়া কৰাই দি সামাজিক মৰ্যাদাও প্ৰদান কৰা হ'ল।

দুতিৰাম পিচে আইতাকৰ মতে খাই পাত ফলাৰ জাত। নহলেনো সি শ্ৰাদ্ধৰ দিনা আহি ককাকৰ চশমাযোৰ লৈ যাব লাগেনে ; যেতিয়া বিপদত পৰি পিতাকৰ ওচৰলৈ আহিছিল, তেতিয়া মোৰ সোণাই বিনয়ত গদ গদ—হেনুহে তেনুহে। এতিয়া মানুহ দেখিলে মুখেৰেও নামাতে। যিহে তাৰ ওফাইদাং ওফাইদাং কথা।

সি কিন্তু পেহাকক ভাল পায়। ভয়ো কৰে। কিয়নো পেহাক গুণী মানুহ। দৰৱ জাতিও জানে। মাজে মাজে দুই এডাল মাননীও দিয়ে জৰা ফুকা কৰি।

গধূলি গধূলি সময়ত ঘৰত সোমালহি দুতিৰাম। চেৰৌৱে দেখিয়েই মাত লগালে—

: এ, মহাচোন। ঘৰৰ পৰাই আহিলিনে ?

: মই কিবা তোৰ দৰে বনৰীয়ানে ঘৰৰ পৰা নাহিবলৈ ?

আৰু কোনো মাতবোল নকৰাকৈ সিহঁতৰ পাকঘৰৰ পিৰালিত ঢাৰি এখন পাৰি লৈ বহি ললে আৰু চশমাযোৰ ভালদৰে লগাই লৈ হলৌ চোলাৰ জেপৰ পৰা সৰু কিতাপ এখন উলিয়াই লৈ গচাখন অকণ

ওচৰ চপাই ললে। আৰু বিশেষভাৱে কাকো উদ্দেশ্য নকৰাকৈ মাজতে ক'লে—

: গৰমপানী অকণ আছে যদি দিবিচোন, বৰ ঠাণ্ডা লাগি আহিছে। বিৰী এডাল কেৰাচিনৰ চাকিটোত জ্বলাই লৈ কিতাপখনত নিমগ্ন হৈ গ'ল। যেন নিজৰ ঘৰৰ পিৰালিতহে বহি আছে এনেদৰে পৰিৱেশটোৰ প্ৰতি সম্পূৰ্ণ অৱহেলাৰে কিতাপৰ পাতবোৰ লুটিয়াই গ'ল। বিছুৰ সময় বুলি আইতাকে ৰাম ৰহিম একো নকলে যদিও পেটে পেটে জ্বলি গৈছিল। পেহাকে কিন্তু চোতালত ইমানবোৰ মানুহে কথাবতৰা পাতি থকা সত্ত্বেও এবাৰো মূৰ তুলি নাচালে। চেৰৌৱে আসৈ নেপাই চোতালতে মঠৰহঁতৰ লগত বহি ললে। সৰু দদায়েকৰ নামঘোষাৰ পদ শুনিয়েই আটায়ে বুজিলে যে, সি জয়াৰ দলংখন পাৰ হৈ সিমূৰে বোধকৰোঁ বয়মাদলহঁতৰ ঘৰলৈ গৈছে। পালনামৰ আখাৰাৰ কাৰণে বয়ৰ পুতেক ধনীয়াৰ সতে আলচ কৰিবলৈ। ধনীয়াই ভাল নাগাৰা বজায়। ছুয়ো বোধকৰোঁ খখন্দা পাঠকক লৈ চুভাওজাৰ তালৈকে যাব বৈৰাগীপাৰাৰ।

বাটত পিতাকৰ কাহ শুনিহে ছুতিৰামে মূৰ তুলিলে। চকুত হাত এখনেৰে ছাঁ দি পিতাকহঁতে থকা ঘৰটোৰ পানীপোতালৈ চাই থাকিল খন্তেক। তাৰ পাচত আকৌ কিতাপত মনোনিবেশ কৰিলে। পিতাকে হাতমুখ ধুই পিৰালিতে বহি ধোঁৱাখোৱাত ছুহোপামান মৰাৰ পিচত ক'লে—

: ছুতি কেতিয়া আহিলি ?

চেৰৌৱে আগকাটি মাত দিলে—

: মোৰ অলপ পিচতে আহি পালে মোমাই। মই আহি অলপ জিৰাইছোঁ এনেতে মহাই আহি পাইছে।

: অ' চেৰৌও আহিছ নেকি ?

: অ' মোমাই, বছৰৰ বিহুটোত বোলো অলপ খা খবৰে লৈ আহোঁ।

স্থতিৰামে কিতাপখন জপাই লাহে লাহে আহি পিতাম্বৰ কাষ পালেহি। ঢাৰি এখন লৈ পিৰালিতে বহি ললে আৰু ইটো সিটো কথাৰ লগতে যুদ্ধৰ কথা ওলাল। যুদ্ধৰ কথা শুনি চেৰৌ কাষ চাপি আহিল আৰু আগকাটি আগকাটি নিজৰ জ্ঞানবুদ্ধিৰে যি পাৰে জোৰা দি যাবলৈ চেষ্টা কৰোতেই স্থতিৰামে ভেকাহি মাৰি মনে মনে থাকিবলৈ কলে। সিও বোধকৰোঁ সিমান স্থবিধাজনক নহব বুজি জানি মনে মনে থাকিল।

পিতাকে কৈছিল মৌজাদাৰৰ পূজাৰ খোলাৰ একাষে নতুনকৈ পতা হাস্পাতালটোৰ কথা। হাস্পাতালটো খুলিলে অথচ দৰৱ নিয়া মানুহ নাই। আচলতে হাস্পাতালটো যিমান প্ৰয়োজনীয়, তাতকৈ বেছি প্ৰয়োজনীয় আছিল এটা পৰিৱেশৰ। যিটো তাত একেবাৰেই নাছিল। দিনৰ দিনটো বাটচোৱাৰ মূৰত কেতিয়াবা কাচিৎ আহে এজন, আৰু প্ৰায়ে থাকে শূন্য। তাতে আকৌ ভূতৰ ওপৰতে দানহৰ দৰে ডাক্তৰ কম্পাউণ্ডাৰ থাকিব নোখোজে। সঁচা নে মিছা কব নোৱাৰে, ৰাতি হেনো বৰ ভূতৰ উপদ্ৰব। পিতাকৰ কথা শেষ হোৱাৰ আগতেই চেৰৌৱে নিজৰ মতামত নিদিয়াকৈ থাকিব নোৱাৰিলে—

: নহয় মোমাই, কথাটো সঁচা। তাত ইমান বছৰৰ পৰা দূৰ্গাপূজা হৈ আহিছে। ৰাতি ৰাতি চণ্ডী মহামায়াই নিশ্চয় যক্ষগণক পঠাই দিয়ে আচ্পতালটো ভাঙি পেলাবলৈ। দৌৰাত্ম্য হবই মোমাই, লোকৰ জেগাত গৈ দিগদাৰ কৰিলে সিও ওলোটা দিগ্দাৰ দিবই।

স্থতিৰামে চেৰৌৰ মন্তব্যষাৰ সম্পূৰ্ণ অৱজ্ঞা কৰি পিতাকক ক'লে—

: দ্ৰব্যগুণ, মন্ত্ৰগুণ নাই বুলি মই নকওঁ; কিন্তু হাস্পাতালত ভূত আহিব কিয় ?

: জানো ? সঁচাই নে মিছাই একো কবই পৰা নাই। ডাক্তৰেতো ছুটী লৈ গ'লেই।

: নহয় মোমাই, মিছা ই কেতিয়াও হব নোৱাৰে। মহাচোন ডাঙৰ ধনন্তৰী নিজে। কিবা এটা নকৰ কিয় ?

: মই কি কৰিব লাগে? ডাক্তৰখানাৰ চকীদাৰ হলেহে হব আৰু!

: নহয়, কিবা মন্ত্ৰ চন্ত্ৰ কৰি তাৰ পৰা ভুত খেদাই দিব পৰা হলে!

চেৰৌৰ কথাখিনি স্বগতোক্তিৰ দৰে শুনা গ'ল। ছুতিৰামে পিতাকক কলে যে, মানুহে বিশেষকে' সিহঁতৰ অঞ্চলৰ মানুহবোৰে সকলো কথাতে সাক্ষাত প্ৰমাণ বিচাৰে। নহলেনো গাখীৰ এৰি কোনোবাই মদ খায়নে! গতিকে কলাজ্বৰৰ চিকিৎসাৰ বাবে ইউৰিয়া ষ্টিবামিন বেজিৰ ব্যৱস্থা কৰিলে ভাল হয়।

: কি বেজি বুলিলি?

: ব্ৰহ্মচাৰী বেজি বুলিলেও হব। চৰকাৰক হৈ ব্ৰহ্মাচাৰী বেজিৰ ব্যৱস্থা কৰিলে মানুহে হাস্পাতাল নধৰা হৈ পৰিব। ইয়াততো কম কলাবেমাৰী নাই! তেতিয়া ডাক্তৰৰো ভাল টোপনি আহিব আৰু ভুতো নহা হব।

পিতাকে ছুতিৰামৰ পৰামৰ্শ নিশ্চয় মনে মনে মানি লৈছিল। কিয়নো ছুতিৰামৰ কথা শুনি বহুত পৰলৈ নীৰৱে আছিল তাৰ পিতাক। পেহাকেই নীৰৱতা ভংগ কৰি ক'লে—

: পিচে ইটালী আবিচিনিয়াৰ যুদ্ধতকৈ আমাৰখনহে ডাঙৰ যুদ্ধ হয় নেকি?

: এৰা, এৰৈছ বা ত্ৰিছচনৰ যুদ্ধতকৈ এইবাৰৰখন ব্যাপক হব যেন মনে ধৰিছে।

: আমাৰ নবীন, পূৰ্ণ, পদ্ম ইহঁতেও অলপতে গুৱাহাটীলৈ যোৱাৰ কথা। সিদিনাচোন বৰদলৈহঁতে এই লৈ কিবা আলোচনা কৰা বুলি শুনিলোঁ। তাত তয়োতো আছিলি বোলে?

: আছিলোঁ; পিচে মই এইবাৰ ফালৰি কাটিম যেন পাইছোঁ।

: চা ববগিৰি, কথাটো জানো ভাল হব? তই এৰৈছ চনতো

আন্দোলন কৰিলি, ত্রিছ চনত কৰিতো মৌজাকে হেকন্নালি আৰু ডিঙিত ঋণৰ বোজা চপাই ললি, কিন্তু শেষ যুঁজখন আকৌ বাদ দিবি কেলেই ; সাপমাৰি নেগুৰত বিষ ৰাখিবি কেলেই ?

ঃ চা ছুতিৰাম, তইতো মোৰ চব কথাই জান। অলপতে আদালতৰ পৰা পৰোৱানা পাইছোঁ।

পিচৰ কথাখিনি সি নুশুনিলে ; পিতাকে সি শুনিব পাৰে বুলি অনুচ্চ কণ্ঠেৰে কলে। ছুতিৰামক কি কলে পুৰাকৈ নুশুনিলেও সি জানিছিল যে, ছুতিৰামে আশা এৰি দিয়া নাছিল। সি সম্প্রতি সিহঁতৰ গাঁৱতে হাঠিমুম্নি বুৰীৰ মাটিতে ঘৰ এটা সাজি থাকিবলৈ লৈছিল। ইতিমধ্যে সিহঁতৰ পেহীয়েক মৰিছিল ; কিন্তু ছুতিৰামে অলপো বিলম্ব নকৰি সিহঁতৰে আন এগৰাকী পেহীয়েক অর্থাৎ হাঠি-মুম্নি বুঢ়ীৰ জীয়েকক বিয়া কৰাইছিল।

সি প্রায়ে আহি আছিল আৰু পিতাকক হব ধৰা যুদ্ধখনৰ বিষয়ে সকিয়াই আছিল।

সেইদিনাও ছুতিৰাম অহা শুনি গাঁৱৰ দুই চাৰিজন আহি সিহঁতৰ চোতালত বহিছিলহি। চাওতে চাওতে এখন সমাজৰ দৰেই হৈ পৰিছিল চোতালখনত। ছুতিৰামে অনর্গল কৈ গৈছিল গান্ধী, জিন্না, পেটেল, সুভাষ, নেহৰু, বৰদলৈ আদিয়ে ক'ত কি কলে, কি কৰিব খুজিছে ইত্যাদিৰ বিষয়ে। কথাবোৰ সি ইমান নিবিড় ঘনিষ্ঠতা আৰোপ কৰি কৈছিল যে, সেই ঘটনাবোৰ যেন সিহঁতৰ গাঁৱতে আদি-খাটাহঁতে কৰি আছে, এনে এটা অনুভৱ হ'ল তাৰ।

ছুতিৰাম থাই বৈ বহুত ৰাতি ওলাই গৈছিল। গাঁৱৰ বহুতে থাকি যাবলৈ কোৱাতো নাথাকিল। সি নতুনকৈ পোষ্টমাষ্টৰ হৈ সোমাইছেহি দোকানৰ ডাকঘৰটোত। ৰাতি নৌপুৱাওতেই ডাকৰ টোপোলা লৈ ষ্টেচন অভিমুখে ৰাওনা হব লাগিব। আৰু ৰেল ধৰিব লাগিব। ৰেলত ডাকৰ টোপোলা দি অহা ডাকৰ টোপোলা লৈ আহিব লাগিব। ডাক-ঘৰত লেখা, মোহৰ মৰা, ডাক অনা-নিয়াৰ পৰা চিঠি বিলোৱালৈকে

যাৱতীয় যত কাম চব ছুতিৰামে অকলেই কৰে। কোনো সহায় হাত নাই।

গতিকে এমাইল দূৰৰ ডাকঘৰটোলৈ সি ৰাতি এন্ধাৰৰ মাজেদি খোজ ললে। ডাকঘৰতে একাষে এখন ঠেংভগা চালপীৰা আছে। তাতে সি ৰাতিটো কটায়। ল'ৰা-ছোৱালী থাকে গাঁৱত।

ছুতিৰাম ওলাই যোৱাৰ পাচত মানুহবোৰ দিহাদিহি গুছি গৈছিল আৰু চোতালখন নিমাও মাও হৈ পৰিছিল। পিতাকে কিন্তু তেতিয়াও অকলশৰে পিৰালিতে বহি ধোঁৱাখোৱা হুপি আছিল। নিশ্চয় ছুতি-ৰামৰ কথাবোৰে পিতাকক তলে তলে বাৰুকৈয়ে ভৰাই তুলিছিল। পিতাকৰ হয়তো মনত পৰিছিল বেন্টিংক চাহাবৰ সেই একৈছ চনৰ ঘটনাটো। এতিয়া য'ত ডাকঘৰটো আছে তাতে তেতিয়া এটা ডাকঘৰটোৰ দৰেই খেৰী ভগাচিগা ঘৰ এটা আছিল। সেইটোৱে আছিল কংগ্ৰেছৰ অফিচ। তাতে শইকীয়াপাবাৰ মুজা গাওঁবুঢ়াৰ পুতেক পূৰ্ণই দিন ৰাতি সমানে কাম কৰিছিল। লগত আছিল ৰাতিৰাম গাওঁবুঢ়াৰ পুতেক পুৱাৰাম আৰু কোনোবা কোনোবা নাম পাহৰি যোৱা ভলন্টিয়াৰ। এদিন বেন্টিংক চাহাব হাতীলৈ আহিল। দূৰতে পূৰ্ণই গম পালে। পায়েই লগৰ ভলন্টিয়াৰবোৰক পিচপিনৰ হাবিলৈ পলুৱাই পঠালে। পূৰ্ণক সেইদিনা গ্ৰেপ্তাৰ কৰা হ'ল আৰু বেন্টিংক চাহাবৰ কড়া হুকুমত এখন কাগজো হানি নোহোৱাকৈ কাগজ-বোৰ জব্দ কৰা হ'ল। চাউল, দালি আলুখিনি ভালদৰে বান্ধি কুন্ধি ঘৰটোত ৰাখি আৰু আন্দোলনৰ লগত সমন্ধ নথকা কাগজবোৰ ধুনীয়াকৈ টোপোলা বান্ধি থৈ পূৰ্ণ ভলন্টিয়াৰক গ্ৰেপ্তাৰ কৰি লৈ আহিল।

সেই সময়তে গান্ধীৰ ফটো এখন তেতিয়াৰ দিনত ৰূপ এশটকা দি নীলামত কিনাৰ অপৰাধত তাৰ পিতাক হিতৰামক পুলিচে বিচাৰি ফুৰিছে। যেই বেন্টিংক চাহাব অহাৰ গম পালে জগত মৌজাদাৰৰ পুতেক হিতৰামে বংশৰ যোগ্য কামকে কৰিলে। ফুটিল। গৈ শিমিলা বুলি উত্তৰে এখন ভিতৰুৱা গাঁৱত আশ্ৰয় ললে।

পিতাকৰ ধোঁৱাখোৱাৰ শব্দ শুনি শুনি সি এই কাহিনীবোৰৰ কথাই ভাবিছিল আৰু মনে মনে পিতাকৰ ওপৰত তাৰ এটা সন্দেহ হৈছিল। ছুতিৰামৰ কথা শুনি পিতাক নিশ্চয় তলে তলে আতংকিত হৈ পৰিছিল।

পিচদিনা শুকুলা নৈ বন্ধাৰ মিটিঙত গোসাঁইঘৰৰ সম্মুখৰ মুকলি ডৰাত আকৌ ছুতিৰাম উপস্থিত হৈছিল। আৰু ৰাইজক গান্ধীৰ স্বয়ংসম্পূৰ্ণ গাঁৱৰ বিষয়ে কৈছিল। পিতাকেই সভাৰ শুৰি ধৰিছিল। ছুতিৰামৰ লানি নিছিগা কথাৰ মাজতে পিতাকে ৰাইজক উপস্থিত কৰ্ত্তব্য অৰ্থাৎ বান্ধটো বন্ধাৰ বিষয়ে অতি সোনকালে মাৰ বান্ধি গুলাবলৈ কৈছিল।

সি পিচে কথা এটা মন কৰিছিল। সেই মিটিঙলৈ ফৰহাদহঁতৰ গাঁৱৰ কোনো অহা নাছিল। আনকালে এনেবোৰ ৰাজহুৱা কথাত আকৌ সিহঁতেই আগভাগ লৈছিল। তাৰ মনত অৱশ্যে সেই অনুপস্থিতিয়ে তৎকালে কোনো ৰেখাপাত কৰিব পৰা নাছিল। সি তাৰ তাৎপৰ্য উপলব্ধি কৰিছিল সৰু সৰু কিছুমান বিক্ষিপ্ত ঘটনাৰ মাজেদি যিবোৰ ঘটনাই এদিন পৰিণতি লাভ কৰিছিল এক ব্যাপক হিংসাত্মক ঘটনাত। কেইবিঘামান নতুনকৈ ভাঙি উলিওৱা মাটিৰ শস্য কটাৰ দৰে সামান্য এটা হেতুকে আশ্ৰয় কৰি ক্ষিপ্ত হৈ উঠিছিল দুদল মানুহ; উন্মত্ত হৈ পাহৰি গৈছিল সিহঁতৰ যুগ-যুগান্তৰৰ পৰিচয়ৰ সেতু।

সি আৰু দেখিছিল এদিন সাপ্তাহিক বজাৰত ফজিৰ নামৰ এজন মানুহক কিছুমান মানুহে কোবাই কোবাই এটা খালত পেলাই দিছিল। তাৰ পৰা মানুহজনক তুলি আনিছিল দেৱকান্ত নামৰ সিহঁতৰ গাঁৱৰ লক্ষীৰামৰ ভতিজাক জনে। সি জনা নাছিল মানুহ-জনক কি কাৰণত ইমানবোৰ মানুহে মাৰিবলগীয়া হৈছিল। সি মাথো তাৰ মুখত তেজ দেখিছিল আৰু ভয়ত দৌৰি দৌৰি ঘৰ পাইছিল গৈ।

সিহঁতৰ ঘৰতো দেখিছিল কিছুমান অভিনৱ আয়োজন। ঘৰৰ পাচ-ফালে চাঁচি চুকুকি চোতাল যেন কৰি তাতে সিহঁতৰ গাঁৱৰ আৰু বৈৰাগীপাৰা পদোপাৰাৰ ডেকা ল'ৰাবোৰক শিক্ষা দিয়া হৈছিল লাঠি ঘূৰোৱা আৰু ধেনুকাঁড় চলোৱাৰ। শিক্ষা দিছিল পূৰ্ব বংগৰপৰা নতুনকৈ অহা চুৰেণ নামৰ মানুহ এজনে।

এইবোৰৰ কোনো অৰ্থ সি বুজা নাছিল। কিন্তু গাঁৱৰ ডেকা ল'ৰাবোৰৰ দক্ষতাৰ উমান পাই মনে মনে উষ্মা অনুভৱ কৰিছিল। আৰু শুখুনাৰ কাৰণে প্ৰচণ্ড ঈৰ্ষা। কিয়নো ধেনুকাঁড় চলোৱাত সি ডাঙৰকো চেৰ পেলাইছিল।

সি অৰ্থ নুবুজিলেও মনে মনে সন্দেহ কৰিছিল, পোষ্টমাষ্টৰে কোৱা যুদ্ধৰ সতে হয়তো এই আয়োজনবোৰৰ নিশ্চয় কিবা যোগাযোগ আছে। কিন্তু সেইমানেহে।

এদিন অৱশ্যে তাৰো নিজস্ব অভিজ্ঞতা নোহোৱাকৈ নাথাকিল। সি চিন্তা নকৰাকৈয়ে বা আগৰ পৰা সতৰ্ক হব নোৱাৰাকৈয়ে এদিন কালৰ বেৰাজালত সোমাই পৰিছিল। ঘটনাচক্ৰই তাক এনে এটা পৰি-ৱেশলৈ লৈ গৈছিল য'ত সি ইচ্ছা নকৰাকৈয়ে, সি কামনা নকৰাকৈয়ে সাম্প্ৰতিক ইতিহাস ৰচনাত অংশ গ্ৰহণ কৰিবলগীয়া হৈছিল। সেয়া পিচে সম্পূৰ্ণ অন্য এক কাহিনী।

স্কুল, ঘৰ, বাহিৰৰ পৰিৱেশ এইবোৰত ঘটা পৰিবৰ্ত্তনবোৰৰ লগত নিজকে খাপ খুৱাই লব পৰাৰ আগতেই পৰিস্থিতিয়ে তাক বাধ্য কৰিছিল সেইবোৰৰ মাজৰ পৰা ওলাই যাবলৈ। ঘৰৰ পৰা বিছ মাইল দূৰৰ এখন সৰু চহৰত তাৰ পিতাক প্ৰায়ে যাবলগীয়া হৈছিল কিবা চৰকাৰী কমিটীৰ সদস্য হিচাপে। পিতাকৰ বোধকৰোঁ চাইকেল মাৰি মাৰি ভাগৰ লাগিছিল আৰু সেইবাবেই চহৰখনত এটা সৰু আশ্ৰয় গঢ়ি তোলাৰ কথা ভাবিছিল। মনে মনে পিতাকৰ বোধকৰোঁ আৰু এটা উদ্দেশ্য আছিল।

জগৎ মৌজাদাৰে যিদৰে পুত্ৰৰ উন্নততৰ শিক্ষাৰ কাৰণে সেইকালত অৰণ্য পৰিগন্ধ বিপদ সংকুল বাটেদি গৈ সাতমাইল নিলগৰ মুক্তাপুৰত ছাত্ৰবৃত্তি স্কুলত নাম লেখাই দিছিল। তাৰ পিতাকেও ভাবিলে এয়ে সুবৰ্ণ সুযোগ। এটা আশ্ৰয়ো হব, পুত্ৰৰ উন্নততৰ শিক্ষাৰ ব্যৱস্থাও হব। সেই চহৰত এগৰাকী সদাশয় ব্যক্তিৰ ঘৰখনক আশ্ৰয় কৰি ওচৰতে এটা পঁজা সাজি ললে। আৰু এদিন তাক অনাড়ম্বৰভাৱে তালৈ পিতাকে লৈ গ'ল।

তেতিয়া তাৰ বয়স আছিল মাত্ৰ এঘাৰ বছৰ। সেই প্ৰবাস তাৰ কাৰণে আছিল অতি প্ৰয়োজনীয় এক যন্ত্ৰণা। যি যন্ত্ৰণাই তাৰ সত্তাত জন্ম দিছিল সম্পূৰ্ণ অন্য এক জগতৰ উপলব্ধি।

যোৱাৰ আগ দিনা ভাতৰ পাতত বহি পিতাকে কৈছিল মাকৰ আগত—

: ইয়াক কোনোমতে হাইস্কুলটো পাচ কৰাই দিব পাৰিলে মোৰ কাম শেষ। সি তেতিয়া নিজ বাহুবলে যি কৰে কৰিব।

কথাষাৰ শুনি তাৰ মনত এটা নিঃসহায় নিঃসহায় ভাব হৈছিল। ভাবি তাৰ খুব ভয় লাগিছিল সি জানো পিতাকৰ মনৰ আশা পূৰণ কৰিব

পাৰিব। নিজৰ আদৰ্শ, মানসিক শান্তি সকলো জলাঞ্জলি দি পিতাকে ভাবিছিল তাক হাইস্কুল পাচ কৰোৱাৰ কথা। অথচ সি তেতিয়া মাইনৰ ফেল কৰি ঘৰতে বহি আছিল। মাকে নিশ্চয় তাৰ মনৰ দুৰ্বলতা অনুভৱ কৰিব পাৰিছিল। মাকে কৈছিল—

: সি পাৰিব জানো ?

: কিয় নোৱাৰিব, এইবাৰ সি বেমাৰত পৰীক্ষা দিব নোৱাৰিলে বুলিহে ? তুমি পিচে ঠিকেই ভাবিছা, এয়া এক জুৱাহে। নিজৰ সমস্ত দি ভাবিছো পুত্ৰক মানুহ কৰিম বুলি। হয়তো হাৰিব পাৰো।

পিতাকৰ মুখলৈ চোৱাৰ কোনো দিন তাৰ সাহস হোৱা নাছিল। সেইদিনাও মাকৰ মুখলৈ সি বাৰে বাৰে চাইছিল। অথচ সি আশা কৰা মতে কোনো করুণতা বা হতাশা বা উদ্বেগ একোৰে আভাষ দেখা নাছিল মাকৰ মুখত। আহিবৰ সময়ত মাকে চকুপানী টোকা নাছিল। আইতাকে অৱশ্যে টুকিছিল। মঠৰৰ ভাৰত নিজে সূতাকাটি বোৱা বৰ কাপোৰখনো উলিয়াই দিব পাহৰা নাছিল আইতাকে। ৰেলত উঠি পিতাকৰ ওচৰত কুচিমুচি বহি লৈ, চাইছিল এৰি অহা গাঁও-খনলৈ। ঘৰ, গছ, গাঁও, পথাৰ, জুৰি-জান এনেদৰে চিনাকি এপদ এপদকৈ বস্তুবোৰ তাৰ দৃষ্টিৰ পৰা একেবাৰে হেৰাই পৰিছিল আৰু তাৰ ঠাই পূৰাইছিল নতুন অলেখ অচিনাকি ঘৰ, গছ, বন, নদী আৰু পথাৰে। সেইবোৰৰ মাজে মাজে গৈ গৈ এসময়ত তাৰ নিজকে একেবাৰে অসহায় বোধ হৈছিল। গাড়ীভাৰা আছিল তেতিয়াৰ দিনত চৈধ্য পইচা। সেই চৈধ্য পইচাৰ বিনিময়ত সি দেখিছিল ডাঙৰ কেইবাখনো নৈ, ৰেলগাড়ী আৰু মানুহেৰে ভৰি থকা ৰেলৰ জংচন আৰু লেখি লেখি শেষ কৰিব নোৱাৰা অলেখ অচিনাকি গাঁও।

পিতাকে তাক কৈছিল ৰেল লাইনৰ কাষে কাষে থকা টেলিগ্ৰাফৰ খুটাবোৰৰ সোতৰটা পাৰ হলেই এক মাইল হয়। সি খুটাবোৰ চাই চাই বুজিব পাৰিছিল, সোতৰটা খুটা পাৰ হোৱাৰ পাচতেই খুটাবোৰ আকৌ এক নম্বৰৰ পৰা আৰম্ভ হয়। সি মাজে মাজে ইংৰাজীতে

লেখা নম্বৰবোৰ চাই লৈছিল। নগৰখন পোৱাৰ আগতে এখন নইৰ দলঙত দাঁতিত দিয়া লোহাৰ বেৰবোৰৰ কাৰণে গাড়ীখনে অদ্ভুত এটা কাণতাল মৰা শব্দ কৰিছিল। সি সাংঘাটিক কিবা এটা ঘটা বুলি ভয় খাই পিতাকৰ হাতত ধৰিছিল। পিতাক নিৰ্বিকাৰ হৈ বহি থকা দেখিহে সি আশ্বস্ত হৈছিল।

ষ্টেচনত নামি দেখিলে যিজন মানুহে সিহঁতৰ বস্তুবোৰ কঢ়িয়াই নিবলৈ আগবাঢ়ি আহিল তাৰ মাতবোৰ সি বুজে যদিও সিহঁতৰ মাতকথা বোৰতকৈ শুনাত একেবাৰে বেলেগ।

পিতাকৰ লগে লগে চহৰখনৰ আলিবাটেদি গৈ থাকোতে তাৰ একেবাৰে অভিনৱ এটা অনুভূতি হৈছিল। একেলগে ইমানবোৰ শাৰী শাৰী পকীঘৰ, শিল পাৰি দিয়া ইমান বহল আলিবাট সি আগেয়ে দেখা নাছিল।

মাত্ৰ দুৰাতি আছিল পিতাক তাৰ লগত। তৃতীয় দিনৰ দিনা পিতাক ঘৰলৈ ঘূৰি আহিছিল তাক একেবাৰে অকলশৰে পঁজাঘৰটোত এৰি থৈ। চোৱা চিতা কৰিবলৈ নিশ্চয় পিতাকে ওচৰৰ মানুহঘৰত কৈ গৈছিল। অচিনাকি আচহুৱা কিছুমান মানুহে তাৰ যত্ন লব, এনে এটা আশাৰে পিতাকে যে তাক কি সাহসত নিশ্চিন্তে এৰি আহিছিল, পিতাক যোৱাৰ লগে লগে কথাষাৰ ভাবি পিতাকৰ ওপৰত তাৰ ভীষণ অভিমান হৈছিল। গোটেই দিনটো সি একোকে নাখালে; আৰু স্কুলৰ পৰা আহি পঁজাটোত সোমায়েই তাৰ বুকুখন একেবাৰে শুদা শুদা লাগিছিল। আইতাকলৈ বাৰে বাৰে মনত পৰিল তাৰ। সি বিছনাত পৰি গাৰুত মুখ গুজি ফেকুৰি ফেকুৰি কান্দিছিল। তেনেদৰে থাকোতেই এসময়ত বোধকৰোঁ তাৰ চিলমিল কৰে টোপনি টোপনি আহিছিল। এনেতে কোনোৱা বুঢ়া মানুহ এজনৰ মাত কাণত পৰিল বাহিৰৰ কৰবাৰ পৰা।

: অ' দুবুল, দুবুল। ছলিটো ক'ত আছে চাই আহচোন অলপ। সি কৰবাত মন বেয়া কৰি থাকিব পাৰে।

কথাষাৰ শুনাৰ অলপ পাচতে সি কোনোবা এজনৰ খোজৰ শব্দ শুনিছিল। তাৰ পঁজাটোৰ দুৱাৰ মুখেদি কোনোবা সোমাই আহিছিল। সোমায়েই আগন্তুকজনে কৈছিল—

: ঘৰটো দেখোন একেবাৰে আন্ধাৰ মুন্ধাৰ হৈ আছে। কোনো নাই নেকি ?

সি তেতিয়াহে সন্তৰ্পণে চকুদুটা মেলি চাইছিল। ভিতৰত আন্ধাৰ ঘন হৈ পৰিছিল। বাহিৰত কাষৰ আলিবাটটোৱেদি মানুহ অহাযোৱা কৰি আছিল। মানুহজন সোমাই অহাৰ গম পোৱা সত্ত্বেও সি কিন্তু একেদৰেই পৰি থাকিল ; অকণো লৰ চৰ নকৰাকৈ। উঠি সহাঁৰি দিলেই যে কিবা এষাৰ কব লাগিব সি জানিছিল ; কিন্তু অচিনাকি এজনক যে কি বুলি কব লাগিব, সেই সংকোচতে সি মনে মনে পৰি থাকিল। তাৰ জীৱনত সি কোনোদিন অচিনাকি মানুহক মাতিবলগীয়া হোৱা নাছিল। তাৰ ইমানপৰে মনক আচ্ছন্ন কৰি ৰখা দুখ অভিমান উৰঁলি গৈ সেই উপস্থিত সমস্যাটোহে ডাঙৰহৈ পৰিল।

: ঘৰত লেমো নাই হবলা ?

লেম আছে। সি শুই থকা খাটখনৰ কাষতে মূৰশিতানৰ পিনে বেৰৰ কাষত লেমটো ঠিক কৰি থোৱা আছে। তাৰ গাৰুৰ তলতে জুইছলাটোও আছে। কিন্তু সি কেনেকে অচিনাকি কোনোদিন নজনা নুশুনা মানুহ এজনক এইবোৰ কথা কয়! সি ভাবি থাকোতেই তাৰ পিঠিত কাৰোবাৰ হাত এখনে খেপিয়ালে।

: হাৰে তই দেখোন শুই আছ ? ঘুমটি গলি নেকি ? সি একো নকৈ ধহমহকৈ উঠিল আৰু লেমটো জ্বলাবলৈ বুলি নামি গ'ল। লেমৰ পোহৰত আগন্তুকজনে তাক ভালদৰে চাই ললে।

: তোৰ নাম কি ? মোৰ নাম দুবুল।

সি সংকোচতে নামটো কব নে নকব কৰি লেমৰ ফিটাডাল এনেয়ে দুবাৰমান কমাই বঢ়াই দি বিছনাত বহিল ; আৰু দুবুলৰ মুখলৈ নোচোৱাকৈয়ে নামটো কলে আৰু হঠাতে লাজলগা কিবা এটা

ঘটাৰ দৰে বিছনাত বহি তলমুৰ কৰি বিছনাৰ কাপোৰখনত আঙুলি এটা ঘঁহি থাকিল।

: এনে সময়ত শুব নাপায় দেই।

হুবুলৰ উপদেশযাবে হঠাৎ আইতাকলৈ মনত পেলাই দিছিল। আইতাকেও কৈছিল এনে সময়তে হেনো নৰসিংহই হিৰণ্যকশিপুক বধ কৰিছিল। দিন-ৰাতিৰ সন্ধিক্ষণটোত হেনো শুব নেপায়। কথাখিনি মনত পৰাৰ লগে লগে ঘৰৰ কথাবোৰ মনত পৰি তাৰ বুকুখন শুদা শুদা লাগিল। তাৰ চকুহাল হঠাৎ সেমেকি উঠিছিল, লেমৰ পোহৰ হয়তো তাৰ চকুলো কোনোবাটো টোপালত বিৰিঙি উঠিছিল। হুবুলে তাৰ চকুলৈ চাই ক'লে—

: ধেত্‌তেৰি তই বাহাঞ্চত্‌ কান্দিছ! ইমান বুঢ়া ধমৰা এটাই কন্দা বুলি জানিলে ইস্কুলৰ চবেই তোক জোকাব!

কথাষাৰ হঠাৎ তাৰ শুখুনাই কোৱা যেন লাগি গ'ল। সি পট্‌কৰে প্ৰতিবাদ কৰি ক'লে—

: ক'ত কান্দিছোঁ মই! নাই কন্দা। যুমটিহে আহিছিল।

: ভাত খালি জানো?

: নাই খোৱা, ৰন্ধাই নাই।

হুবুলে একোকে নকৈ লেমটো লৈ পাকঘৰৰ চালিখনলৈ সোমাই গ'ল। তাৰ কাৰণেই সি ভাত খাবলৈ বাধ্য হৈছিল সেইদিনা। ৰাতি তাৰ পিতাকে শোৱা চাংখনত হুবুলৰ ককায়েক শুইছিল। সি ভয় কৰিব পাৰে বুলি।

সি য'ত আছিল, তাৰ সীমাতে আছিল এটা এৰাবাৰী। ঢেঁকীয়া, তামোল, কঠাল, কোটোহা বাঁহ আৰু খাল থকা এটা বাৰী। সেই সময়ত নগৰখনতো কাৰো পায়খানাৰ বিশেষ ব্যৱস্থা নাছিল। ৰাতি-পুৱাৰ সেই খন্তেক সময়খিনি তাৰ ভাল লাগিছিল যেতিয়া পানীৰ মগ এটা হাতত লৈ বাৰীখনৰ ভিতৰলৈ গছ-গছনিৰ মাজে মাজে সি সোমাই গৈছিল।

নিতউ যেতিয়া সি আৱিষ্কাৰ কৰিছিল খন্তেকৰ কাৰণে হলেও এক আৰণ্যক নিসংগতা, তেতিয়া তাৰ মনত পৰিছিল সিহঁতৰ গাঁৱৰ পাগলীজানৰ পাৰৰ বিৰিণা-বৰতাৰ জাৰণিখনলৈ, সিহঁতৰ পানী-খোৱা খালৰ পাৰেদি ঔজোপাৰ তলেদি চনবাৰীৰ মাজলৈ নামি যোৱা জয়াৰ বাটটোলৈ।

লাহে লাহে সৰু চহৰখন তাৰ কাৰণে কিছুপৰিমাণে সহজ হৈ আহিছিল। তাৰ ধূলিয়ৰি বাটবোৰ, বাৰিষা বোকা কৰি থোৱা পথাৰৰ দৰে দেখা বাটবোৰ, গধূলি হলেই পথচাৰী শিয়ালৰ বাবে ভয়াবহ হৈ পৰা বাটবোৰ আৰু তাৰ দোকান-পোহাৰ, অহৰহ সঞ্চাৰিত তাৰ প্ৰাণময়তা ভাল লাগি আহিছিল। তাৰ মনৰ কুণ্ঠা অতিক্ৰমনৰ প্ৰধান সহায়ক আছিল হুবুল।

সি স্কুললৈ গৈছিল হুবুলৰ লগত, আহিছিল হুবুলৰ লগত, খেল চাই-ছিল হুবুলৰ লগত। আৰু তাৰ জৰিয়তেদিয়ে সি প্ৰথম অনুভৱ কৰিছিল যে, সেই সৰু চহৰখনত নিঃসঙ্গ অনুভৱ কৰিবলগীয়া কেৱল সিয়ে নাছিল, বৈকুণ্ঠ, শান্তিহঁতো আছিল। আৰু এজন ছাত্ৰ আছিল। তাৰ নাম আছিল যোগেন। চাৰিওপিনে সম্পৰ্কীয় মানুহৰ মাজত থাকিও যোগেনে নিজকে নিতান্ত অকলশৰীয়া অনুভৱ কৰিছিল। যোগেনকো বৈকুণ্ঠহঁতৰ দৰেই তাৰ ভাল লাগিছিল। সিহঁতৰ সংসৰ্গত সি আস্বাদ পাইছিল এটা একাত্মবোধৰ।

কিন্তু এদিনৰ সৰু এটা ঘটনাই তাৰ মনক ইমান সংকুচিত কৰি পেলাইছিল যে, তাক পাহৰি যাবলৈ তাৰ বহু বছৰ লাগিছিল। সেইদিনা স্কুলত এখন সভা হৈছিল, নবাগত আদৰণি সভানে কি? সি এৰি অহা স্কুলখনতো হৈছিল তেনে বহুত সভা সমিতি। দেউতাকে ভুলে ভালে লিখি দিয়া সংস্কৃত শ্লোক আওৰাই বক্তৃতা দি সি আনৰ বাহ্‌বা নেপালেও নিজেই উচ্ছসিত হৈ পৰিছিল। সেই সাহসতে সেই দিনাও সি বক্তৃতা মঞ্চলৈ উঠি গৈছিল এবাৰ কিবা কম বুলি মনতে আওৰাই লৈ। সি কৈছিলো অনাড়ষ্টভাৱে। কিন্তু

হঠাৎ সভাগৃহৰ পিচপিনৰপৰা কেইজনমানে তাৰ অঞ্চলৰ আৰু সমাজৰ অনগ্ৰসৰতাৰ প্ৰতি কটু ইংগিত দি টিটকাৰি দিয়া তাৰ কাণত পৰিল। লগে লগে তাৰ সমস্ত সত্তা এক অপৰিসীম সংকোচত জঠৰ হৈ পৰিল। বক্তৃতা শেষ নকৰাকৈয়ে হঠাৎ কথাৰ যতি পেলাই নামি অহা দেখি তাক সভাগৃহৰ আটায়ে গিৰ্জনি মাৰি হাঁহিলে। সেই মুহূৰ্ত্তৰ পৰা তাৰ নিজকে বিচ্ছিন্ন অনুভৱ হ'ল, একেবাৰে অকল-শৰীয়া অকলশৰীয়া লাগিল।

শ্ৰেণীত বোৰ্ডত সি জ্যামিতিৰ উপপাদ্য কৰে, অংক কৰে, একেবাৰে নিৰ্ভুলভাৱে। লগৰ ছাত্ৰবোৰে বাহিৰত বিদ্ৰুপ কৰে তাৰ উচ্চাৰণ লৈ। তাৰ কথাবোৰ সিঞাৰি তাক বিদ্ৰুপ কৰে।

তাৰ বিচ্ছিন্নতাবোধক আৰু গভীৰ কৰি এদিন এটা ঘটনা ঘটিল। বছৰেকীয়া পৰীক্ষাত ল'ৰাবোৰৰ পৰীক্ষাৰ নম্বৰবোৰ মুঠ কৰি সেইদিনা বোৰ্ডত লেখি দিয়া হৈছিল। কোনে কি স্থান পাইছিল বুজাবলৈ। তাৰ নম্বৰ যোগ কৰোতে ভুল হ'ল; মুঠ নম্বৰটো কম হ'ল। তাৰ স্থান আচলতে হব লাগিছিল তৃতীয় হলগৈ একাদশ। সি ভুলটো দেখিছিল। আগৰ বছৰটোৰ পৰীক্ষাতো ঠিক একেধৰণৰ ভুলেই হৈছিল। যোৱাবাৰৰ দৰেই এইবাৰো তাৰ ভুলটো দেখুৱাই দিয়াৰ সাহস নহল। ফলত এইবাৰো শিক্ষকৰ প্ৰকাশ্য প্ৰশংসাৰ পৰা সি বঞ্চিত হ'ল। তাৰ এই চৰম হতাশাৰ কাহিনী সংকোচতে সি কাৰো আগত কবও পৰা নাছিল।

এনেদৰে সৰু সৰু বহুত কথাই তাক তাৰ অতীতৰ প্ৰতি, এৰি অহা পৰিৱেশটোৰ প্ৰতি সততে সজাগ কৰি ৰাখিছিল। আৰু সেইহেতুকে কোনো এটা বিষয়তে নিৰংকুশভাৱে সি নিজক মিলাই দিব পৰা নাছিল।

খেলতো তাৰ ৰাপ আছিল। খেলবোৰ চাওতে দেখাক দেখি লোকে ভাল পোৱাৰলৈ লক্ষ্য ৰাখি হৈ হাল্লাও কৰিছিল সময়ত। কিন্তু সিমানেই হে। নিজে খেলত ভাগ লবলৈ আগবাঢ়ি যোৱাৰ বাবে

তাৰ মনত আছিল অপৰিসীম সংকোচ। কিজানি কোনোবাই কিবা কয়! জানোচা কৰবাত কিবা এটা ভুল কৰিলে তাক সেইদিনাৰ দৰে টিট্‌কাৰি দিয়ে। শেষত সি চেষ্টা কৰিবলৈও বাদ দিছিল সমূলি। চাৰিওপিনৰ পৰা বিচ্ছিন্ন কৰি নিজকে লৈ থকাৰ বাবে অহৰহ যত্ন কৰিছিল। কিন্তু আকৌ এদিন বিধি-পথালিয়ে দেখা দিলে। সি আগতো এদিন এনে এটা ঘটনাক কেন্দ্ৰ কৰি এক মৰ্মান্তিক অন্তৰ-বেদনা অনুভৱ কৰিবলগীয়াত পৰিছিল। তাৰে বন্ধু এজনৰ ঘৰত সেইদিনা কিবা নাম নে কিবা আছিল। এৰাব নোৱাৰা নিমন্ত্ৰণ। যাবলৈ বাধ্য হ'ল। সিফালে চোতালত ৰভাৰ তলত নাম চলিছিল ইপিনে সিহঁত দুয়ো আড্ডা মাৰি আছিল তাৰ বন্ধুৰ কোঠাত। এসময়ত নাম শেষ হ'ল আৰু প্ৰসাদৰ খৰাহীলৈ বিলনীয়া কোঠাৰ দুৱাৰ মুখ পালেহি। তাক দেখি বিলনীয়া ৰৈ গ'ল। তাক কোঠাৰ পৰা ওলাই আহিবলৈ কলে। তাৰ বন্ধুজন নিঃসহায় হৈ জুপুকা মাৰি বহি থাকিল আৰু সিও সেমেনা সেমেনি কৰি ওলাই আহি ৰভাৰ তলত থিয় হ'ল। বাহিৰত বেচ থাণ্ডা পৰিছিল। নিয়ঁৰত সেমেকি চুব নোৱাৰা যেন হৈ পৰা ৰভাৰ খুটা এটা সাৱটি সি ৰৈ আছিল। এনেতে সেই বিলনীয়াজনেই তাক দেখি হঠাৎ এটা বাঘৰ মুখামুখি হোৱাৰ দৰে হুলস্থুল লগাই দিলে। হঠাৎ কোনোবা এজনে তাক হাতত ধৰি টানি ৰভাৰ বাহিৰলৈ লৈ আহিল; আন এজন আদহীয়াই ইজনক হাক দি ক'লে—

: এই মাৰ ধৰ কৰিব নাপায়, বেচেৰা সৰু লৰা, সিনো চুৱা ভাল কি জানে।

উন্মুক্ত আকাশৰ তলত দুহাত পাতি সি ভগবানৰ প্ৰসাদ গ্ৰহণ কৰিছিল। আৰু কোনেও নেদেখাকৈ পুৱঁতি নিশাৰ এন্ধাৰৰ মাজতে ওলাই আহিছিল বন্ধুৰ ঘৰৰ পৰা।

এই নিদাৰুণ অভিজ্ঞতাৰ কথা সি পাহৰিব পৰা নাছিলে আৰু সেইবাবেই সৰস্বতী পূজা বুলিও বৰ এটা আগ্ৰহ দেখুৱা নাছিল।

তথাপি বৈকুণ্ঠ আৰু শান্তিৰ কাৰণেই সি অনিচ্ছা সত্ত্বেও যাবলগীয়াত পৰিছিল। তাৰেই দুৰ্ভাগ্য, সি যিটো ভয় কৰিছিল, সেইটোৱেই ঘটিছিল সেইদিনাও। পূজাত আবেলি ভোজ হৈছিল ; তাত প্ৰভাত চাৰে কি কলে সি মুশুনিলে। কিন্তু বৈকুণ্ঠই চোন ভাতৰ পাতখন আঁতৰাই থৈ খপ্.. কৰে থিয় হ'ল আৰু খঙতে ৰঙা চিঙা পৰি ক'লে—

: মই চাৰ এতিয়াই সৰস্বতীজনাৰ ডিঙি মুচৰি চিঙি থৈ আহিম। য'ত শিক্ষকে ছাত্ৰৰ মাজত এনে ভাব বিয়পায় তাত কোনো দেৱ-দেৱীয়েই জীয়াই নাথাকে।

অলপ হুলস্থুল হৈছিল। আৰু কিবা কথা কটাকটিও হৈছিল বৈকুণ্ঠ আৰু কেইজন মানৰ মাজত। সি ধৰিব পৰা নাছিল। আৰু শেষত বৈকুণ্ঠই নোখোৱা নেমেলাকৈ গুচি আহিছিল ; তাক দেখি আৰু কেইজন মানৰ লগতে সিও ঢোলৰ লগত টেমেকাৰ দৰে গুচি আহিছিল। বৈকুণ্ঠক সোধাৰ সাহস হোৱা নাছিল যদিও সি বুজিছিল, কিহৰ কাৰণে বৈকুণ্ঠহঁতে নোখোৱাকৈ গুচি আহিছিল। কিন্তু এইবাৰ সি আগৰদৰে অভিমানত অকলে অকলে চকুপানী টোকা নাছিল। এই লাঞ্ছনাৰ পাচতো সি অনুভৱ কৰিছিল এক পৰম আশ্বাস।

দুবলক এই কথাবোৰ সি কোৱা নাছিল। কবলৈ মনটোত ভাৰসা পোৱা নাছিল। কথাষাৰ বুজোতে তাৰ বহুত দেৰি হৈ গৈছিল যে, তাৰ এই লাঞ্ছনাবোধৰ হেতু বাহিৰৰ পৰিস্থিতিতকৈও বেছি আছিল তাৰ মনৰ মাজত। মনৰ আশৈশৱ বিচ্ছিন্নতাবোধ আছিল ইয়াৰ প্ৰধান কাৰণ। গৃহ কাতৰতাই চেপি খুন্দি সংকুচিত কৰি ৰখা তাৰ সত্তাক বাহিৰৰ কোনো ঘটনা প্ৰবাহেই মুক্ত কৰি উলিয়াই আনিব পৰা নাছিল। হয়তো সেই চহৰখনত পিতাকে তাক যি উদ্দেশ্যত শিক্ষালাভ কৰিবৰ বাবে থৈছিল, সেই উদ্দেশ্য ব্যৰ্থ হৈ গ'লহেঁতেন চিৰদিনৰ কাৰণে যদিহে এদিন সেই সৰু ঘটনাটো নঘটিল হেঁতেন। সেই ঘটনাটোৱেই যে তাৰ আত্মোপলব্ধিত ইমান সহায়

হব, প্ৰথমতে সি ধাৰণাই কৰিব পৰা নাছিল। সেই যে কিছুমান শব্দ আছে? একেবাৰে সৰু, অথচ অন্তৰ ভেদি সি ক্ৰিয়া কৰে? যেনে নিজম ৰাতি কাৰোবাৰ চেপা মাত অথবা উচুপনিৰ শব্দ; সেই ঘটনাটোৱেও তাৰ মনৰ কোহে কোহে সঞ্চাৰ কৰিছিল এক অভিনৱ অনুভৱৰ শিহৰণ যাৰ ফলত তাৰ বাবে সেই আচহুৱা চহৰখন কিয় সমগ্ৰ পৃথিবীখনেই ভাল লাগি গৈছিল।

এদিন আবেলি সি অকলে আমন জিমনকৈ বহি আছিল।

আবেলি তেতিয়াও গাখীৰ অহা নাছিল। সময়ত নহা দেখি সি ভাবিছিল বোধকৰোঁ গাখীৰ অনা ল'ৰাটোৰ কিবা অসুখ বিসুখ হ'ল। গাখীৰৰ আশা বাদ দি সি বৈকুণ্ঠহঁত থকা ঘৰলৈ যাবৰ বাবে সাজু হ'ল। দুৱাৰ মুখত থিয়হৈ দুৱাৰখন বাহিৰৰ পৰা বান্ধিব খোজোঁতেই চোতালত কাঁহৰ ঘটি এটা লৈ বৈ থকা ছোৱালীজনী তাৰ চকুত পৰিল। খীণ বগাকৈ দীঘল ছোৱালীজনী। তাই ইতস্ততঃ কৰি থমকি বৈ আছিল। সি তাইৰ মুখলৈ সপ্তালনিকৈ চাব পৰা নাছিল। শেষত তায়ে খুব চেষ্টা কৰি কোৱাৰ দৰে এটা মাত্ৰ শব্দ—

: গাখীৰ।

সি লবালৰিকৈ ভিতৰৰ পৰা গাখীৰ ৰখা ঘটিটো আনি দিলে। সেইদিনাৰ পৰা নিতউ তায়ে আহিছিল। ল'ৰাটো অহা নাছিল। বেলি ডুবাৰ অলপ আগে আগে সেই মুহূৰ্ত্তটোৰ কাৰণেই সি নিতউ উদ্‌গ্ৰীৱ হৈ বাট চাই আছিল। বগখেলা চাবলৈ এৰি, বতাহ বৰষুণ নেওচি সি ঠিক সেই সময়ত ঘৰ পাইছিলহি কেৱল সেই মুহূৰ্ত্তটোৰ সৰু নৈমিত্তিক ঘটনাটোৰ সতে নিজক জড়িত কৰাৰ আশাত। পুৱা আৰু গধূলি আৰু বন্ধৰ দিনৰ দুপৰীয়া আগতে অনুক্ষণ তাৰ মনত পৰিছিল তাৰ ঘৰৰ কথা। সিহঁতৰ দূৰৰ সৰু আপোন গাঁওখনৰ কথা। দুপৰীয়া সি থকা ঘৰটোৰ পাঁচফালৰ মুকলি আকাশখনত যেতিয়া শগুণে বনাই থাকে, ওপৰত ঘনচিৰিকা এজনীৰ মান হৈ যেতিয়া আলাসত ওপঙি ফুৰাৰ দৰে কমাই থাকে, সি ভাবে সিহঁতৰ

চেৰাগছত বহি বহি চিঞৰি থকা চিলনী জনীৰ কথা। শ্মশানৰ কাষত শিমলুৰ শাৰীটোৰ কথা, য'ত কেতিয়াবা তুপৰীয়া স্কুলৰ পৰা উভতি আহোতে শগুণৰ পাখীৰ শব্দত সি চক খাই উঠিছিল।

এতিয়া গৃহকাতৰতাতকৈও তাক বেছি পৰ অভিভূত কৰি ৰাখে সেই মুহূৰ্ত্তটোৰ উন্মাদনাই। সেইদিনাও সি অকলে এইবোৰ আকাশ-পাতাল ভাবি ঘৰৰ তুৱাৰ গৰিয়াত বহি আছিল। পশ্চিম আকাশত গুজৰি গুমৰি উঠি আহিছিল এপথাৰ ক'লা মেঘ। কাউৰী ৰণীৰ দৰে ক'লা। সি আকাশৰ সেইপিনে চকুৰ নিমিষ নমৰাকৈ চাই আছিল আৰু চাই থাকোতে পুৰণি বহুত কথা তাৰ মনত পৰিছিল। তাৰ মন উভতি গৈছিল সিহঁতৰ গাঁৱলৈ। ধুমুহা যেতিয়া আহে সিহঁতৰ বাৰীৰ ওখ চেৰাগছ জোপাৰ ওপৰেদি, ভলুকাবাঁহৰ পাতবোৰ কজলা কৰি মেঘবোৰ ভাহি ভাহি পাৰ হৈ আহি সিহঁতৰ চোতালৰ ওপৰত থমকি ৰয়। আকাশৰ ওপৰেদি বলি যোৱা বতাহৰ আগলি-বোৰ অনুভূত হয় আকাশ কমাই থকা চিলনী আৰু শগুণৰ পাখীৰ চাটত। লাহে লাহে ক'লা কৰি ঢাকি আহে মেঘে, বতাহৰ আগবোৰে মাজে মাজে চুই যায় বাঁহৰ আগলি। মেঘবোৰ যিমানে ক'লা হয়, বতাহৰ সোঁত সিমানে কোবাল হয়। গছৰ পাতবোৰ, সিহঁতৰ সম্মুখৰ খালটোৰ পানীবোৰ কজলা হয়। বতাহৰ মৃদু স্পৰ্শত পানীখিনি শিহৰি শিহৰি উঠে।

বতাহৰ প্ৰচণ্ড কোব প্ৰথম পৰেহি বাঁহৰ আগত, চেৰাগছৰ ডালত আৰু তামোলৰ আগত। বাঁহবোৰে হাউলি বাট এৰি দিয়ে। চেৰাগছৰ পাতল জোপোহাৰে শব্দ নকৰাকৈয়ে সৰকি আহে আৰু আহি বতাহৰ সোঁতবোৰে প্ৰচণ্ড শব্দ কৰি পৰেহি সেন্দুৰী আম জোপাত, ৰবাব গছত আৰু চুৱাপাতনিৰ কাষত থকা কলনিডৰাত আৰু ঘৰৰ চালত। তাৰ পাচত চোতালৰ ধূলিবোৰ উকৱাই বাঁহৰ পাত, আমৰ পাতৰ বোজাবোৰ আনি বেল নাৰিকলৰ পাতত কোবাই একেবাৰে খালৰ সিপাৰে কৰচ জোপাৰ ওপৰত পেলাই দিয়েহি।

আইভাকৰ কথাকো নগণি খুৰীয়েকহঁতে চাই থাকে ; মঠৰৰ মাকেও ৰৈ থাকে বতাহৰ সোঁতে চুকি নোপোৱা পিৰালিৰ চুকত মেঘৰ আলেখ লেখ চাই। এনেতে পিৰালিৰ কাষত চোতালৰ ধূলি উজাৰি শব্দ কৰি পৰেহি পানীৰ টোপাল। টিনৰ নেওৰাত শব্দ হয়, খেৰৰ চালতো হয় হুই এটা বৰষুণৰ গধুৰ টোপাল পৰাৰ শব্দ। আটায়ে ভাগে ভাগে নামি যায়, চোতালত শুকাবলৈ মেলি দিয়া খৰি আৰু কাপোৰ চপোৱাত। খৰিবোৰ ভৰালৰ তলত দলিয়াই থওতে, খৰিৰ কোবখাই ৰঙা ঢেকুৰাটোৱে খেঙখেঙাই উঠে। পাৰবোৰে থুপখাই পৰি থাকে ভৰালৰ চাঙৰ নঙলাবোৰত।

তাৰ চকুৰ আগতে ঘটি থকা যেন লাগে দৃশ্যবোৰ।

এদিন ধুমুহাৰ আগে আগে সি পথাৰত আছিল। তেতিয়া সিহঁতৰ বেলেগ হৈছিল। কল্‌-মাহনিত তুলি শুকাই থোৱা মাহগছ এবোজা লৈ সৰু খুৰীয়েক ঘৰলৈ উভতি আহিছিল। আহতগছৰ তল পাবলৈ তেতিয়াও ভালেখিনি বাট আছিল। এনেতে ধৰ ধৰ মাৰ মাৰ কৰি ধুমুহাই আগুৰি আহিল। লগে লগে বৰ বৰ টোপালেৰে বৰষুণো নামি আহিল।

পথাৰৰ চৰণীয়া গৰুবোৰে তললৈ মূৰগুঁজি দৌৰিছিল গাঁৱলৈ আশ্ৰয় বিচাৰি। বগলীবোৰ ওচৰৰ গছৰ ডালত। বুকুৰ কাচলি টানি, কঁকালত ফটা মেখেলাৰ বান্ধ দি মূৰত মাহৰ প্ৰকাণ্ড বোজাটো লৈ খুৰীয়েকেও দৌৰিছিল গাঁৱৰ মূৰৰ আহত জোপাক লক্ষ্য কৰি। সিও দৌৰিছিল খুৰীয়েকৰ লগে লগে। পথাৰখনত খুৰীয়েকক অকলে এৰি থৈ আহিবলৈ তাৰ সত যোৱা নাছিল। আহতৰ তল পাওতে সিহঁত তিতিবুৰি জুৰুলি জুপুৰি হৈছিল, আৰু ইতিমধ্যে বৰষুণৰ জাকটোও ধুমুহাৰ লগে লগে পাৰ হৈ গৈছিল। পূবে চেউনি গাঁও, নন্দলাল নেৱাজৰ দোকান, দক্ষিণে ৰেলৰ ষ্টেচন ধুৱঁলি ধুৱঁলি দেখা গৈছিল।

ষ্টেচনটোৰ কথা মনত পৰাৰ লগে লগে সি পৰিৱেশৰ প্ৰতি

সচেতন হৈ পৰিল। তেতিয়া তুই এটা চেঁচা বতাহৰ ছাটি তাৰ মুখৰ আগেদিয়ে বৈ গৈছিল। ঘৰৰ ভিতৰত থকা দেখি তাৰ শীতলতাত বাদে একোৱে তাক স্পৰ্শ কৰা নাছিল। সি বাহিৰত থিয় হ'ল। ওচৰত আলিৰ কেঁকুৰীত থকা কৃষ্ণচূড়াৰ পাতবোৰ আৰু কাষৰ এৰাবাৰীত থকা কদমগছৰ শাৰীবোৰে কজলা ৰহণ ধ'ৰিছিল; বতাহৰ স্পৰ্শত চঞ্চল হৈ পৰিছিল। অদূৰত পূবৰপিনে চুবুৰীটোত ঘৰৰ চালবোৰ, চূণ লিপা বেৰবোৰ আৰু তামোল-নাৰিকলৰ গছবোৰ অদ্ভুত উজ্জ্বল হৈ পৰিছিল।

চাওতে চাওতে ধুমুহাৰ সোঁত প্ৰবল হৈ আহিল। বৰষুণৰ ছাটিবোৰ ধুমুহাৰ বলিয়া কোবত দিশহাৰা হৈ তাৰ পঁজাৰ দুৱাৰমুখেদি বাৰে বাৰে সোমাই আহিল। সি পুনৰ দুৱাৰ গৰিয়াত বহি ললে। বতাহৰ শীতলতা অনুভৱ কৰি সি আশা কৰিছিল শিল পৰিব বুলি। মনে মনে উদ্বেলিত হৈ পৰিছিল পিতাকৰ ভয়ত আৰু আইতাকৰ গালিত মনৰ থুচীত সি শিল বুটলিব পৰা নাছিল ঘৰত থাকোতে, আজি অন্ততঃ তাৰ হোৰ তুলিব পাৰিব, যিমান মন যায় বৰষুণত তিতি তিতি শিল বুটলি দ'ম কৰিব পাৰিব আৰু খাব পাৰিব।

কিন্তু শিল নাহিল। আহিল প্ৰচণ্ড ধুমুহা আৰু দবাপিটা বৰষুণ। তাৰ চকুৰ আগতে কদমৰ চঞ্চল আগবোৰ বতাহৰ কোবত অস্থিৰ হৈ পৰিল। একো একোটাইঁত নিষ্ঠুৰ কোবত গছবোৰৰ ভিত্তিমূল কঁপি উঠিল।

তাৰ মনত পৰিছিল বায়েকলৈ। ঘৰত ছোৱালী বুলিবলৈ বায়েকেইহে আছিল। চ'ত-বহাগত বৰদৈচিলা অহাৰ লক্ষণ দেখিলে আইতাকে বায়েকক চোতালত পীৰা, আয়না-ফণি যতনাই থবলৈ কয়। বৰদৈচিলাজনীক আদৰিবৰ বাবে। সি ভাবত ইমান নিমগ্ন হৈ পৰিছিল যে, চকুৰ আগত ভাগি হ'ল অহা গছজোপা সি মনেই কৰা নাছিল। তাৰ সম্মুখত চোতালৰ একাল আগুৰি প্ৰচণ্ড শব্দ কৰি বাগৰি পৰাতহে সি চক খাই উঠিছিল। সি বিমূঢ়ৰ দৰে হতবাক হৈ

চাই থাকিল ; আৰু এজোপা গছ মাজতে ছুডোখৰ হৈ ওলমি পৰিল। সি কিন্তু দুৱাৰ গৰিয়াতে ৰাতিৰ পোহৰত অজলা হোৱা এটা পশুৰ দৰে বহি থাকিল। অলপ পাচতে যিদৰে হঠাৎ আহিছিল সেইদৰেই হঠাৎ গুচি গৈছিল বৰষুণ ধুমুহাৰ প্ৰচণ্ড সোঁত। দূৰত কোলাহল লাহে লাহে নীৰৱ হৈ যোৱাৰ লগে লগে আকাশখনো মুক্ত হৈ আহিল। আলিবাটৰ কাষৰ ঘাঁহনি, এৰাবাৰীটোৰ ঢেঁকীয়া, ধেপাই তিতাৰ জাহনি বেচ পৰিচ্ছন্ন পৰিচ্ছন্ন যেন হৈ পৰিছিল। কৃষ্ণচূড়া জোপাৰ তলত খালত ফুলি থকা পানী মেটেকাৰ ফুলবোৰ উজ্জ্বল হৈ উঠিছিল বৰষুণ ধুমুহাৰ পিচে পিচে খেদি অহা ৰঙচুৱা ৰ'দৰ পোহৰত। সি পোন আলিবাটটোৰে পূবলৈ চাই পঠালে। দাঁতিত থকা ডাঙৰ গমগছ দুজোপাৰ সৰু সৰু ডাল কেইটামান ভাঙি পৰি আছিল আলিৰ ওপৰত। গছ দুজোপাত চকু পৰিলেই মনটো তাৰ বেয়া লাগি যায়। বেলি লহিওৱাৰ লগে লগে বিৰাট গছজোপাৰ পাতবোৰো লেৰেলি পৰে আৰু চকা পাতত বহাৰ লগে লগেই মুজুৰা পৰি যায়। সেইদিনাও লেৰেলি যোৱা পাতবোৰ দেখি আৰু ৰ'দবোৰ ৰঙা হৈ পৰা দেখি মনটো তাৰ বিষণ্ণ হৈ পৰিল। কিযে কৰিলে মনটো তাৰ মুকলি লাগিব, চিন্তা কৰোতেই ছোৱালীজনীৰ কথা তাৰ মনত পৰিল।
তাই অৱশ্যে আহিছিল গধূলি পৰত। নীৰৱে গাখীৰখিনি ঢালি দি পৰি থকা গছজোপাৰ পিনে ভাৱলেশহীন দৃষ্টিৰে খন্তেক চাই ৰ'ল। তাৰ পাচত যোৱাৰ বাবে সাজু হৈ ক'লে—

: গছডাল পৰোতে তই ভয় খোৱা নাছিলিনে? প্ৰশ্নযাৰ সি তাৰ পৌৰুষৰ প্ৰতি প্ৰত্যাহ্বান বুলি ভাবি টপৰাই উত্তৰ দিলে—

: গছডাল পৰাতে আকৌ কি ভয় কৰিবলগীয়া আছে!

: আমাৰ ইয়াৰ কোনোবা হোৱা হলে ভয়তে ওলাই লৰ দিয়েহেঁতেন।

কথাযাৰ কৈয়ে আলিবাটত উঠি কোবাকুবিকৈ তাই ঘৰমুৱা হ'ল। বোধকৰোঁ গছজোপা উভালি পেলোৱাৰ খবৰটো ঘৰত দিবলৈ। আৰু

হয়তো কবলৈ—এৰা, কি কবলৈ? সি সেই মুহূৰ্ত্তত নিশ্চিতভাৱে একোকে ভাবি উলিয়াব পৰা নাছিল যদিও মনে মনে অনুভৱ কৰিছিল ভাল নলগা এটা অনুভূতি। সি অনুভৱ কৰিছিল ছোৱালী-জনীৰ কথাবাৰত এক প্ৰচ্ছন্ন সৌহাৰ্দ্যহীনতা। তাই তাৰ পৌৰুষ প্ৰকাশক কিদৰে লৈছিল সঠিকভাৱে ভাবি নেপালেও সি উপলব্ধি কৰিছিল যে, ছোৱালীজনীয়ে তাক অন্ততঃ শ্ৰদ্ধাৰে গ্ৰহণ কৰা নাছিল।

সেইদিন ধৰি তাইৰ আগত ওলাবলৈ তাৰ সংকোচ বোধ হৈছিল; তাই অহাৰ সময়ত তাৰ ঘৰত থাকিবলৈ ভাল নলগা হৈছিল। আৰু কিছুদিনৰ পাচত তাই অহাটোকে যেতিয়া বাদ দিলে, তেতিয়াহে সি সকাহ পাইছিল। সকাহ পালেও বিচ্ছিন্নতাৰ অনুভূতি সি একেবাৰে পাহৰি যাব পৰা নাছিল। সি ইমান নিঃসংগ অনুভৱ কৰিছিল যে বৈকুণ্ঠইঁতৰ সংগইও তাক সুখ দিব পৰা নাছিল। বিহুৰ বন্ধ হোৱাৰ এদিন আগতেই সি ঘৰলৈ অহাৰ বাবে ঠিক কৰিলে। আৰু মনে মনে এটা এনেধৰণৰ পৰিস্থিতিৰ কামনা কৰিলে, এনে এটা সম্ভাব্য পৰিস্থিতি, য'ত তাৰ ঘুৰি অহাৰ প্ৰয়ে জনটো একেবাৰে নগণ্য হৈ পৰিব। সি কল্পনাই কৰিব পৰা নাছিল যে, সেইদিনাৰ সেই সৰু ঘটনাটো নঘটা হলে আৰু সি ঘৰলৈ অহাৰ বাবে ইমান উন্মুখ হৈ নপৰা হলে হয়তো সি জীৱনৰ আটাইতকৈ গুৰুত্বপূৰ্ণ অভিজ্ঞতাৰ পৰা চিৰতৰে বঞ্চিত হ'লহেঁতেন।

সিহঁতৰ সৰু ষ্টেচনটোত গাড়ীৰ পৰা নামিয়েই সি এটা স্বস্তিৰ নিশ্বাস কাঢ়িলে। মহীয়ে তাক আগবঢ়াই নিবলৈ আহিছিল। তাৰ কাপোৰৰ টোপোলাটো কান্ধত তুলি, হাতত টিনৰ চুটকেচটো লৈ মহী তাৰ আগে আগে গৈ আছিল। ৰেল আলি.য়দি কিছুদূৰ গৈ ধুলিয়ৰি বাটটোত নমাৰ আগতে সি অনুভৱ কৰিলে ইতিমধ্যে সিহঁতৰ ষ্টেচনটোত ঘটা কেইটামান পৰিবৰ্ত্তনৰ কথা। প্ৰথমে সি লক্ষ্য কৰিলে ওলোটা দিনৰ পৰা অহা ৰেলগাড়ী এখন সিকাষৰ লাইনটোত ৰৈ থকাৰ কথা। সিহঁতৰ ষ্টেচনটো আগেয়ে ইমান নিজম আছিল যে, এনেদৰে গাড়ী ৰৈ থকা কিয় ৰেলআলিত গাড়ী অহাৰ সময়ত বাদে এটা মানুহ দেখা নগৈছিল। সিদিনা তাৰ লগতে বহুত অচিনাকি মানুহ নামিছিল আৰু উঠিছিল।

ষ্টেচনটোৰ পূবপিনে ৰেল আলিৰ দাঁতিত এখন চাহ দোকানো হৈছিল। ধুলিয়ৰি আলিবাটটোৰে নামি সি দোকানত দেখিলে নেৱাজ, নন্দলাল, চৰকাৰ, ঘোষ এইবোৰৰ দোকানৰ উপৰিও নতুন নতুন বহুত দোকান। গৈ গৈ নেৱাজৰ দোকানৰ সন্মুখেদি পাৰ হৈ যাওতে তাৰ মনত পৰিল বহুত পুৰণি কথা কিছুমান। যিদিনা প্ৰথম সি ভোলা আৰু মহীক দেখিছিল, সিদিনা প্ৰথম সি জানিছিল যে, শুকু বোলা সেই প্ৰকাণ্ড মানুহজন, যিয়ে পিঠাজনীৰ বিয়াত অপূৰ্ব ঢোলৰ চেওত মানুহক মুগ্ধ কৰিছিল, যিয়ে তাৰ পিতাকক বাপদাই দিছিল, সেই মানুহজনো ভোলা আৰু মহীৰ সমগোত্ৰীয়। সিও আছিল এক অদ্ভুত যোগাযোগ।

সেইদিনা হাটবাৰ আছিল। পিতাক ঘৰত নাছিল। সি সোনকালেই স্কুললৈ বুলি ওলাই আহি নেৱাজৰ গোলাত মৰাপাটৰ গাঁঠ বন্ধা কলটো চাইছিলহি। লগত আছিল স্কুলত নপঢ়া ডাঙৰ দদায়েকৰ

পুতেকটো। তাৰ ডিঙিত আছিল এডোখৰ গেলি থকা ঘা। দখৰৰ শাকপাতৰ দৰব্ৰেৰে ফটা লেতেৰা কাপোৰ এখনেৰে বান্ধি লৈ ডিঙিটো বেঁকা কৰি সিও চাই আছিলহি মেলা কানিয়া, লাডু আৰু সিহঁতৰ ঘৰত কাম কৰা চম্ফাৰ ককায়েক খাম্ফা আৰু বিহাৰী কেইটামানে কলটোত কাম কৰি থকা।

এনেতে শুকু বোলা সেই মানুহজনো হাতত টিলিং টালাং শব্দ কৰি দুটা বটল লৈ সিহঁতৰ পিচ পিনে থিয় হ'লহি। প্ৰকাণ্ড হোলোংগোজ মানুহটো মূৰত ফুলাম ফালিৰ পাগুৰি, ডিঙিত ডাঙৰ ডাঙৰ পোৱালৰ মণি এধাৰ।

: তইনো ঘাটোলৈ আহিছ কিয় ? ক'ৰবাত গৰাল চৰাল লাগি যাব পাৰে। কোনেনো দাৰু দিছে ?

: দখৰকাই।

ডাঙৰ দদায়েকৰ পুতেকটোৱে নিশ্চয় বৰ অসুবিধা পাইছিল, বিশেষকৈ ঘা-ডোখৰৰ কথা উল্লেখ কৰাত। সি লাহেকৈ ফালৰি কাটি পথাৰে পথাৰে গাঁৱৰ পিনে পোনালে।

: তই ইস্কুললৈ নেযাৱ নেকি ?

: যাম, সময় আছে।

শুকুৰ নপতা ফুকন গাৰ্জেনগিৰিত তাৰ তলে তলে খং উঠিছিল। ভয়ো অৱশ্যে নলগাকৈ থকা নাছিল। সি যিহে মানুহ হয়তো হঠাৎ পিতাককে কৈ দিব এনেদৰে স্কুললৈ বুলি ওলাই আহি দোকানত কেঞাৰ গোলাই গোলাই ফুৰাৰ কথা।

সি স্কুলৰ পিনে খোজ লৈছিল, এনেতে আহি পৰিছিল ভোলা আৰু মহী দুয়ো ক'ৰবাৰ পৰা। আহি সেইখিনি পায়েই থমকি ৰৈছিল। শুকুৱে সিহঁত দুয়োকে দেখি ক'লে—

: হেইয়া, জয় বিজয় আহি পালে।

: তই ভীমোচোন ইয়াতে আছ ?

ভোলাৰ প্ৰশ্নৰ উত্তৰত শুকুৱে টপৰাই ক'লে—

: তেতিয়াতো তই মোৰ ককাইহে হবি ?

খাম্ফাই অভ্যাস এৰাব নোৱাৰি তাৰ পিতাকহঁত থকা গাঁৱৰ সমাজত কৈ লাজপোৱা নিলাজ মাতষাৰ অদ্ভুত এটা উচ্চাৰণেৰে মাতি ক'লে—

: চি……তইঁতে যে কি ভীম চীমৰ কথা কৱ মই বুজিকে নাপাওঁ। ভীমৰ ককায়েক আকৌ কোন ?

: কিয় হনুমান।

: ভোলাই আকৌ হনুমান হবলৈ যাব। সি চি…বান্দৰহে আছিল। ইমান ডাঙৰ মানুহ এটাক তই আকৌ চি……কিয় তেনেকে কৱ ?

: সি যে জাপ মাৰিব পাৰে। সি সেই বেৰাখন একেজাপে পাৰ হৈ যাব।

শুকুৱে দেখুৱা নেৱাজৰ গোলাৰ পিচপিনৰ বেৰখনলৈ চাই খাম্ফাই ক'লে—

: চি…সি তেনে মণিৰামহঁতৰ কলা খোৱা লাওমূৰাটোহে।

হাঁহিৰ ৰোল উঠিছিল মানুহজাকৰ মাজত। তাৰো হাঁহি উঠিছিল। ভোলাই সেমেনা সেমেনি কৰিছিল। সি পিচে হনুমানৰ সতে নাইবা খাম্ফাই কোৱাৰ দৰে কলা-মাহনিৰ মানুহৰ সমান ওখ ওখ কোটোহা-বাঁহৰ জেওনিৰ বেৰবোৰ জাপ মাৰি পাৰ হৈ লোকৰ কলা-মাহ তহিলং কৰি গালি খুওৱা মণিৰামহঁতৰ লাওমূৰা হালোৱা গৰুটোৰ সতেও ভোলাৰ কোনো সাদৃশ্য ভাবি নেপালে।

মহীৰ শুকান কলাফুল কেইটালৈ চাই চাই বাৰে বাৰে ভোলাৰ সেমেনা সেমেনি কৰা মুখখনৰ কথাই মনত পৰিছিল। সেইদিনা সি কল্পনাও কৰিব পৰা নাছিল যে এদিন ভোলা আৰু মহী দুয়ো সিহঁতৰ পৰিয়ালৰ অপৰিহাৰ্য্য অংগ হৈ পৰিব।

মহাজনৰ ঋণ পৰিশোধ কৰি বেলেগ হৈ সি অলপ মাটি পাইছিল। তাতে তাৰ পিতাকে খেতি কৰাইছিল মঠৰক লগত লৈ। মঠৰৰ পিতাকে কাহানিবাই লোৱা ঋণ সুদে-মূলে বিৰাট এটা অংক হৈ পৰিছিল যাৰ

কাৰণে তাৰ যৌৱনৰ আটাইতকৈ মধুৰ বছৰ কেইটা সি কটাবলগীয়াত পৰিছিল সিহঁতৰ ঘৰত কটনা কাটি।
এদিন মঠৰৰ সহযোগী হিচাবে এই জয় বিজয় ভোলা আৰু মহীয়েও সিহঁতৰ আশ্ৰয় লৈছিল। সিহঁতৰ লগত অৱশ্যে বন্দবস্ত আছিল সুকীয়া। সিহঁতক দিয়া হৈছিল কানি। মানুহ দুজন কৰ্মকুশলীও আছিল। নেওঠনিৰ হাতখন ভাঙিলে, জকাইৰ নালডাল সুলকি পৰিলে মহী নহালৈকে আইতাক উচপিচাই থাকিব। পলুৰ পাত নাই, কেচেৰুৰ গছজোপা ওখ হাকুটিয়াই পাৰিব নোৱাৰি। মাকে ধাননিৰ পৰাই লাগিলে ভোলাক মতাই আনিব। ভোলা আৰু মহীক সিহঁতৰ ঘৰতে ইমান ঘনিষ্ঠভাৱে লগ পোৱা সত্বেও ভোলাৰ সম্পৰ্কে শুকুৰে কোৱা কথাষাৰৰ তাৎপৰ্য সি বহুদিন বুজা নাছিল।
সি যে কি এটা অদ্ভুত যোগাযোগৰ মাজেদি সেই কথাষাৰ উপলব্ধি কৰিবলগীয়া হৈছিল। মনত পৰাত তাৰ তলে তলে হাঁহি উঠিল।
সি তেতিয়া মাঘবিহুৰ বাবে ঘৰলৈ আহিছিল। নতুনকৈ সৰু চহৰখনলৈ গৈছিল বাবে ঘৰলৈ তাৰ বৰকৈ মনত পৰিছিল। বন্ধৰ দিনত সি তাৰ পঁজা ঘৰটোৰ সন্মুখৰ চোতালখনত দিনৰ দিনটো বহে আৰু আকাশত বনাই ফুৰা শগুণ বিলাকলৈ নিৰ্মিমেষ চকুৰে চাই থাকে। পূবপিনে মুখ কৰি উৰিলেই তাৰ দেহত সঞ্চাৰিত হয় কিবা এটা ৰোমাঞ্চকৰ অনুভূতি। আকাশৰ ইমান ওপৰৰ পৰা শগুণজনীয়ে নিশ্চয় দেখিছে কুৰি মাইল নিলগৰ তাৰ সৰু গাঁওখন, য'ত তাৰ আইতাক আছে, মাক আছে আৰু মুক্ত বিহংগৰ দৰে আছে শুখুনাহঁত। ভাবি ভাবি কেতিয়া যে তাৰ দৃষ্টি নামে আকাশৰ পৰা, কেতিয়া যে তাৰ চাৰিওপিনে ভীৰ কৰে অশৰীৰী গাঁৱৰ মায়াই তাৰ চেতনাই নাথাকে।
আগদিনা গোটেই নিশাটো উদ্বেগত তাৰ ভালদৰে টোপনি অহা নাছিল। ৰেলৰ সময় আছিল দহ বজাত। সি কিন্তু ৰাতিপুৱাই ছটাতে ওলাই গৈছিল ষ্টেচনলৈ। আৰু অস্থিৰ হৈ ষ্টেচনত ঘূৰি ফুৰিছিল অকলে অকলে।

সেইদিনা গাড়ীখন বহুত দেৰি হৈছিল। গাড়ীত মানুহো আছিল যথেষ্ট। সাতমান বজাতহে সি ষ্টেচনত নামিছিল। তাৰ গাৰ হালধীয়া চোলাটো বগলীৰ পাখীৰ দৰে কৰি নিজে নীল চীল দি ধুই লোৱা ধুতিখন, ভৰিৰ নতুন কাবুলী চেন্দেল আৰু আঠু চোওঁ চোওঁ কৰা পখৰা নতুন মোজাজোৰ চব ক'লা দেখা হৈছিল ৰাতিৰ আন্ধাৰত।

সি ষ্টেচনৰপৰা দ পথাৰেদি পোনাই দিছিল গাঁৱলৈ বুলি। সিহঁতৰ গাঁৱৰ পশ্চিমে থকা চুবুৰীটোৰ দক্ষিণে থকা ৰজ'দিনীয়া পুখুৰীটোৰ পাৰত ধনগুলৈ ওলাইছিল। সি নতুনকৈ কলৰ গানত শুনা বাগেশ্ৰী ৰাগৰ "ফুলত চুমা দিলা ধুনীয়া পখিলা" গানটো সুৰ কপাবলৈ যত্ন কৰি ডাঙৰকৈ গাই গাই পথৰুৱা বাটটোৰেদি আহি আছিল।

আহতৰ গুৰিয়েদি বৈ অহা খালটোত পানী নাছিল, দক্ষিণৰ পিনে। গতিকে আহঁতৰ গুৰিৰ বেছি ওচৰলৈ য'ত পানী আছিল, তাৰ দাঁতিতে সাজিছিল যবলাহঁতৰ ভেলা ঘৰ। অসম্পূৰ্ণ হৈ আছিল ভেলা ঘৰটো। ওচৰতে অৱশ্যে কলৰ শুকান পাতেৰে দুটা ওখ মেজি সজাহৈ গৈছিল। তাৰ মন গৈছিল সিহঁতৰ খেলৰ ভেলাঘৰটো এবাৰ চোৱাৰ। ঘিট-মিটিয়া এন্ধাৰ বাবেই বাদ দিলে।

পথৰুৱা বাটটোত দুয়োকাষে সেউজ হৈ উঠা ঢুলীয়াধানৰ ডৰাবোৰ চাই চাই সি মনত পেলাইছিল সেইদিনা ৰাতি পথাৰৰ মাজে মাজে অকলে অহা দৃশ্যটো।

আহতৰ গুৰিৰ বাটৰ কাষত থকা বনৰীয়া কচু ডৰাত বাটৰ দাঁতিৰ বিৰিণাৰ শাৰীত আৰু নামঘৰৰ ফিল্ডখনত জাকি মাৰি মাৰি জোনাকী পৰুৱাবোৰ জ্বলি আছিল। আহতৰ গুৰিৰ পৰা বাটে বাটে পশ্চিমে চাই পঠিয়ালে। জুৰ লোৱা সেইখিনিতে গছবোৰ গাঢ় ক'লা দেখা গৈছিল আৰু যবলাহঁতৰ কৰবাৰ চকোৱাৰ ফাকেদি পোহৰৰ ৰেখা এটা তাৰ চকুত পৰিছিল। নামঘৰৰ উত্তৰ পিনৰ চুবুৰীটোৰ পৰা হঠাৎ সি হাৰ্মোনিয়াম আৰু ঢোলোক মঞ্জীৰাৰ শব্দ শুনিলে। সি

বুজিলে স্বৰ্গহঁতৰ বাহিৰৰ ঘৰটোত নিশ্চয় যাত্ৰাদলৰ তালিম চলিছে। সৰু দদায়েক নিশ্চয় তাতে আছে। বীৰপূজা পালাৰ তালিম যদি চলিছে এয়া নিশ্চয় সৰু দদায়েকে বীৰভদ্ৰ হৈ যমুনাৰ পাৰ্ট লোৱা ভেলেক অপহৰণ কৰিবলৈ অহা দস্যুচৰ্দাৰ কান্দাৰামৰ লগত যুদ্ধ কৰিছে।

নামঘৰৰ সন্মুখৰ ঔজোপাৰ পৰা চিনাকি গোন্ধ এটা তাৰ নাকত সোমাল। পৰি গেসি যোৱা ঔৰ গোন্ধ। এন্ধাৰতে ঔজোপাৰ পিনে চাই ভাবিলে তাৰ পোনে পোনে বোধকৰোঁ পাগলীজানৰ পাৰত বিনা-ৰামৰ মাটিত সিহঁতৰ ভেলাঘৰ সাজিছে।

ঘৰ যেতিয়া পাইছিলহি সাধিহঁতৰ ঘৰত সকলো নিঃপালি দিছিল। সিহঁতৰ তাত পিতাক বোধকৰোঁ শোৱা নাছিল ; তামোল খুন্দাৰ শব্দ শুনা গৈছিল। বেমাৰৰ দৰব্ খাই পিতাকৰ দাঁত একেবাৰে বেয়া হৈ গৈছিল। আইতাকৰ ঘৰত শুনা গৈছিল কপাহ পেৰাৰ শব্দ। ডাঙৰ দদায়েকহঁতৰ ঘৰৰ পাচফালে থকা আতলচ আৰু মধুৰী আমজোপাৰ পৰা বৰ বাদুলি কেইজনী মানে মুখত আহাৰ লৈ উৰি গৈছিল তাৰ মূৰৰ ওপৰেদি। পকা আতলচ আৰু মধুৰী আমৰ মিহলি গোন্ধ এটাই তাৰ মনক হঠাৎ উন্মাদ কৰি তুলিছিল।

ভূকি ভূকি ঘৰৰ কুকুৰটোৱে লগত এজনী মাইকী কুকুৰ লৈ দৌৰি তাব ওচৰ পাই শুঙি শুঙি তাৰ ভৰিৰ চাৰিওপিনে নেজ জোকাৰি ফাকুলি খেলাত ব্যস্ত হৈ পৰিল। পিতাকে ভিতৰৰ পৰাই মাত দিলে—কোন ?

: মই

: কোন অ ?

: মই, ৰঙিয়াত গাড়ী দেৰি হ'ল।

: অকলে আহিলি নে ?

: অঁ।

তাৰ মাত শুনি আইতাক ওলাই আহিছিল। সি কৌতুক অনুভৱ

কৰিছিল আইতাকৰ চোৱাৰ ধৰণটো দেখি। পিতাকৰ প্ৰশ্ন তিনিটাৰ উত্তৰলৈ আইতাকেও নিশ্চয় উৎকৰ্ণ হৈ আছিল। আইতাকেই তাক কৈছিল সেই সক চহৰখনলৈ যোৱাৰ আগতে যে ৰাতি বিয়লি কোনোবাই মাতিলে তিনিবাৰ মাতি মাত পালেহে ওলাব লাগে। নহলে কেতিয়াবা অদিষ্টাইও তেনেদৰে মাতে।

আইতাকে চাকিটো চকুৰ আগৰ পৰা কাষৰ কৰি দাঙি ধৰি তাৰ মুখলৈ নিৰিখি নিৰিখি চালে –

: অদিষ্টা নহয় দে, মইহে। কাষলতিৰ তলেদিও এবাৰ চাই লচোন। হেৰ আঠটা বজাই নাই। এই সন্ধিয়াতে ক'ৰ ভূত এটা ওলাই মৰিবহি।

তাৰ মাত শুনি কাহি কাহি সৰু দদায়েকো ওলাই আহি ভৰালৰ পিচ পিনে গৈছিল। ঘুৰি আহি তাক সুধিলে—

: গাড়ী দেৰী হ'ল হবলা ?

: অ'।

: ভাত বা আছে নে নাই ? অই খুৰীয়েক উঠচোন আমাৰ তাতে কিবা আছে যদি অলপ গৰম চৰম কৰি দেচোন। বৰ জাৰ পৰিছে এইবাৰ।

সিহঁতৰ পাগৰ ভাত, দদায়েকহঁতৰ মাটিমাহৰ দালি শুকানমাছ দিয়া, সৰু দদায়েকহঁতৰ ঘৰত খুৰীয়েকে ধৰি দিয়া জুইৰ কাষত বহি সি খাইছিল। খোৱাৰ ওচৰতে খুৰীয়েক বহি তালৈ চাই চাই বিছনাত শুই থকা দদায়েকক উদ্দেশ্য কৰি কৈছিল সি অকণমান চৰা হোৱা নাই নে বাৰু ? সৰুতে যে মোৰ তাঁত শালত তাঁত মাৰিডাল চুবলৈ বেঙা মেলি মোক সুধিছিল—খুৰী, মই কেতিয়া তাঁত মাৰিডাল চুব পৰা হম ? মই বাৰু তাক কি বুলি কম ? সি যে সৰুতে একো একোটা কথা শুধিছিল আৰু ?

খুৰীয়েকে পিচে তাক উত্তৰ দিছিল। সচাঁকে সৰুতে খুৰীয়েকহঁতৰ তাঁত শালৰ ওচৰতে খেলি খেলি নিতউ ভাবিছিল। সি যে কেতিয়া

তাঁত মাৰিডাল চুব পৰা ওখ হব। খুৰীয়েকে তাক কৈছিল! মৌজাদাৰৰ পুতেকৰ দৰে পঢ়ি শুনি ডাঙৰ হলে—

: তইঁতে কিবা পঢ়িছ নেকি? তইঁতেও দেখোন চুব পাৰ।

খুৰীয়েকে তেতিয়া উত্ৰাৱল হৈ হাঁহিছিল, আৰু তাৰ মাকক মাতিছিল তাৰ কথা শুনিবলৈ। মাক আহিছিল আৰু খুৰীয়েকে ৰখাব নোৱাৰা হাঁহিটোলৈ চাই কৈছিল—

: কেনেকে যে হাঁহি মৰিছে পাগলীজনীয়ে! কিনো হ'ল।

মাকৰ মাত শুনি সি লাজত দৌৰি গৈছিল বাটৰ পিনে।

: তাক অলপ চাফাও যেন লগা হোৱানাই নে বাৰু? দদায়েকে বাগৰ সলাই জুইকুৰাৰ পিনে মুখ কৰি কৈছিল—

: হবই। সি এতিয়া কিবা গাঁৱত থাকেনে?

: ভৰিত পিন্ধা পখৰাযোৰ কিমান লৈছিল বাৰু?

: পাঁচ সিকি।

: বাপ ইমান সৰু বস্তুটোৰে ইমান দাম!

পাচদিনা সি য'ত ভাবিছিল তাতেই ভেলা ঘৰটো হৈ থকা দেখিলে আৰু ভবা মতে বগৰী জোপাতো বগৰী থকাৰ চিন নেদেখিলে। তাৰ বগৰীৰ তললৈ গৈ চাবলৈ ভাল নালাগিল। দূৰৰ পৰাই চালে। গাঁৱৰ মানুহবোৰে কাম কৰি আছিল। সি পথাৰৰ আলি এটাতে ৰহি ধুতিখন কোচাই ভৰিৰ মোজাযোৰ দেখাকৈ থৈছিল। শুখুনাই তাৰ লগতে বহি আছিল। সাধিও। বেল্লাইঁতে পানী হিলৈৰ খিলি চাচি আছিল। বগৰী আৰু কৰচৰ ডালৰ পৰা। ডাঙৰবোৰৰ মাজত খাটাৰামে মাত্ৰ এবাৰ চাইছিল তাৰ মোজাযোৰলৈ। এহেলৈ তাৰ সমনীয়া চামৰ মাজতো কোনেও তাৰ মোজা যোৰকলৈ কৌতুহল প্ৰকাশ কৰা দূৰৰ কথা এবাৰ কেৰাহিকৈও নাচালে।

তাৰ আৰু তাত থাকিবলৈ মন যোৱা নাছিল। সি তাৰ পৰা উভতি আহিছিল বাৰীৰ বাটেদি। সেই সৰু চহৰখনৰ কথা তাৰ মনত পৰিল। সেই ধুমুহাৰ কথা, ছোৱালীজনীৰ কথা। সি

অকলে কৰবাত বহাৰ কথা ভাবিলে যে বাৰীটো দেখিলে মহী আৰু ভোলাই বাঁহ কিছুমান লৈ কামি কৰি আছিল। সিহঁতে নীৰৱে কাম কৰি থকা দেখি অলপ আতৰত মাটি মাহ একোচা তুলি লৈ পথাৰৰ আলি এটাত সি বহি লৈছিল। এনেতে পথাৰৰ কাষত চন বাৰীৰ ওখ ওখ গছৰ ছাঁ পৰা ডোখৰৰ পৰা এসোপামান ভুঁইকমল বুটলি আনি ডাঙৰ দদায়েকৰ পুতেকটো তাৰ ওচৰতে বহি লৈছিল। আৰু জানো কি ভাবি ভোলাক কৈছিল—

: আতাই, তই একে জাপে ওপৰৰ নঙলাডাল পাৰ হব পাৰিবি নে ?

আচলতে সি আজল মঠালি কৰি সুধিছিল, কিন্তু ভোলাই ভাবিছিল ইমান কম বয়সৰ ল'ৰা এটাই তাৰ লগত ধেমালি কৰিব নে? গতিকে সি সহজভাবেই উত্তৰ দিছিল—

: ক'ত পাৰিম হবলা, নোৱাৰিম। ইমান ওখ।

: এবাৰ চেষ্টা কৰি চাবি নেকি ? সিমানখিনি ওখ কিন্তু যেই সেই মানুহে নোৱাৰে।

: চাব পাৰো, পিচে এতিয়া কাম কৰি আছো নহয় ?

: ইচ্ জাপটো মৰাৰ সময়খিনি তই কাম নকৰিলে পৃথিবী তল যাবনে ?

এইবাৰ ভোলা মনে মনে থাকিল। পিচে সি অনুমান কৰিছিল, ভোলাক হঠাৎ নীৰৱ হৈ পৰা দেখি, যে ভোলাই এইমাত্ৰ কিবা এটা কৰাৰ কথা ভাবিছে। তাৰ অনুমান নিৰ্ভুল আছিল। ভোলাই অভাৱনীয় ক্ষিপ্ৰতাৰে দৌৰি জাপ মাৰি মানুহৰ সমান ওখ নঙলাডাল পাৰ হৈছিল। নঙলাডাল পাৰ হোৱাৰ লগে লগেই কিন্তু তাৰ আচৰণত মুহূৰ্তৰ আগতে সঞ্চাৰিত হোৱা ক্ষিপ্ৰতা হঠাৎ অন্তৰ্হিত হৈ পৰিল। সি অবাক হৈ ভোলাৰ মুখৰ পিনে চালে। ভোলাই যেন একোৱে হোৱানাই এনেদৰে পুনৰ কামি চচাত ব্যস্ত হৈ পৰিল। ডাঙৰ দদায়েকৰ পুতেকে পুনৰ আজল মঠালি কৰি কৈছিল—

: আতাই জাপ তাপ মাৰিব পাৰ দেখি ৰাতি বিয়লি সমে বিষমে বেচ সুবিধা আৰু।

কথাবাৰত দৃশ্যতঃ প্ৰশংসাৰ অন্তৰালত থকা নিন্দাৰ আভাস আনকি সিও অনুভৱ কৰিছিল। আৰু ভোলাৰ প্ৰতি তাৰ সহানুভূতি হৈছিল। কিন্তু সেই সৰু চহৰখনত ধুমুহাৰ পাচত সেইদিনা ছোৱালীজনীৰ প্ৰশংসাৰ অন্তৰালত থকা অৱস্থাৰ আভাস সি অকলেই অনুভৱ কৰিবলগীয়াত পৰিছিল। অংশীদাৰ তাৰ কোনো নাছিল।

ধুমুহাৰ দিনৰ সেই কাহিনীটো মনত পৰাৰ লগে লগে তাৰ নিজকে সৰু সৰু যেন লাগিল। আইতাক সি ঘৰ পোৱাৰ সময়ত ঘৰত নাছিল। মহীয়ে কাপোৰৰ টোপোলাটো আৰু টিনৰ চুটকেচটো মাকহঁত থকা ঘৰৰ পিৰালিত থৈ দিলে। মাকে বোধকৰোঁ ইমান পৰে কাণ পাতিয়েই আছিল। চুটকেচটো থোৱাৰ শব্দত ঘৰৰ ভিতৰৰ পৰা ওলাই আহিল।

: ভৰিৰ জোতা ফানতিবোৰ খুলি থ', চোলাটোও খুলি ল। থাণ্ডা লাগিব।

: আজি বৰ ৰ'দ বৌ।

মহীৰ কথাষাৰ্ মাকে মুশুনা ভাওজুৰি ক'লে—

: পুৱা দেখোন বুঢ়াই ডাব নাৰিকল পাৰি থৈছিল হবলা? যা-চোন মহী এটা কাটি দেহি।

বুঢ়া হ'ল ভোলাৰাম। সমন্ধত মাকৰ শহুৰেক; সিহঁতৰ ককাক অৰ্থাৎ আতায়েক। তাৰ আকৌ মনত পৰিছিল ভোলাৰ হঠাৎ আহত হৈ পৰা মুখখন। আৰু ছোৱালীজনীয়ে ভাৱলেশহীনভাৱে কৈ যোৱা কথাষাৰ। যেন খাটাৰামহঁতৰ সেই ঢেকুৰা কুকুৰটোহে ধেমালিতে দৌৰি যাওতে বাটত ঠেঙৰ কোবত হাঁহবোৰ যে উফৰি পানীত পৰে। কুকুৰটোৱে মন নকৰাকৈয়ে হাঁহবোৰে যে আঘাত পায়। ভোলাই সঁচাকে দদায়েকৰ পুতেকৰ কথাষাৰত প্ৰতিবাদ জনাব পৰা নাছিল অথচ কথাষাৰ ইমান বয়সস্থ মানুহ এজনৰ বিৰুদ্ধে আছিল স্পষ্টভাৱেই অপমানজনক। ভোলাই নিশ্চয় কথাষাৰত মনে মনে বৰ দুখ পাইছিল।

কিন্তু তাক কোৱা ছোৱালীজনীৰ কথাষাৰত তেনে কোনো প্ৰকাশ্য অৱমাননাজনক একোৱে নাছিল। অথচ তাত সি অনুভৱ কৰিছিল

অসহ্য এক অৱমাননা। এক নিৰ্জিত অসহায় ভাব। কথাৰাৰ ভবাৰ লগে লগে সেইদিনাৰ ধুমুহাৰ দৃশ্যটো তাৰ মনলৈ আহিল। সি পশ্চিমপিনে চেৱা জোপালৈ চাই পঠালে। গছজোপা তাত নেদেখি সি মনে মনে প্ৰমাদ গণিলে। সি ঘূৰি চাই দেখিলে পিঠিত এবোজা এৰাপাত লৈ আইতাক চোতাললৈ সোমাই আহিছে।

: তই আহি পালিয়েই নে? গাড়ীৰ শব্দচোন অলপ আগতেহে শুনা যেন পালোঁ।

: গাড়ীৰ নো আজিকালি কি হিচাব আছে। মই বাপাৰ কাৰণে ইষ্টিচানত বৈ থকা সেই সময়খিনিতে দুখন গাড়ী পাৰ হৈ গ'ল।

আইতাক আৰু মহীৰ কথাত গুৰুত্ব নিদি সি সেই চেৱাগছজোপা কি হ'ল তাকে সুধিলে। আইতাকে কলে গছজোপাত শগুণ পৰা দেখি সৰু দদায়েকে খাটাক লৈ যাবলৈ দিলে। খাটাৰ জীয়েকৰ বিহু ভাঙিয়েই বিয়া। খৰিৰ বাবে লৈ গ'ল।

বাতৰিটো শুনি তাৰ মনটো হঠাৎ বিষণ্ণ হৈ পৰিল। চিলনীজনীলৈ মনত পৰিল। কিন্তু সেই বিষয়ে কাক সুধিব সি ভাবি নেপালে। মনত এনে এটা অনিশ্চয়তাকে লৈ আবেলি সি আহতগুৰিৰ পিনে গুলাই আহিছিল। মন্ত্ৰী পেহাকহঁতৰ বাৰীৰ কাষত আগেয়ে জুৰ লোৱা ঠাইখিনিত কাষে কাষে ডুবৰি গজিছিল। এতিয়া তাত আৰু কোনও জুৰ নলয়। যবলাহঁতৰ নঙলাৰ পিনে চাওতে খালৰ পাৰৰ বাৰীৰ জৰি গছজোপাৰ তলত কেইজনীমান মাইকী মানুহে এৰী সূতা কাটি থকা দেখিলে। যবলাৰ মানুহজনীও আছিল তাত। তাইক দেখি হঠাৎ তাৰ মনত পৰিছিল যোৱাবাৰ মাঘবিহুৰ সময়ত ঘটা এটা সৰু অথচ আমোদজনক ঘটনালৈ। সেইদিনা আছিল হাটবাৰ। শুকুৰে বজাৰত এজন কাবুলীৰ ব্যৱহাৰত ক্ষুণ্ণ হৈ তাক প্ৰকাশ্য ৰাজপথত বগৰাই বগৰাই কোবাইছিল। কোবোৱাৰ কাৰণটো শুকুৰ মানত যথেষ্ট গুৰুতৰ আছিল। কিয়নো পাঁচ বছৰৰ আগতে কাবুলীৰ পৰা বাকী কৰি লোৱা কোট চোলাটোৰ পইচা

সি প্ৰকাণ্ড ৰাজপথত খুজিছিল। প্ৰথমতে শুকুৰে অপমানখিনি কোনোমতে সহ্য কৰি কলে যে, তাৰ কাবোবাৰ ওচৰত পইচা পাবলগীয়া আছে, সেই দিনাৰ ভিতৰতে আনি দি দিবহি। বজাৰত বোধকৰোঁ মানুহজনক নাপালে, আৰু পাইছিল যদিও পাবলগীয়া পইচাখিনি বোধকৰোঁ পোৱা নাছিল; মনটো অলপ বেছি অস্থিৰ হৈ পৰিছিল। তাতে ঘূৰি অহাৰ বাটত আকৌ কাবুলীয়ে অলপ ধমকৰ সুৰত কথাবাৰ কলে। শুকুৰ এইবাৰ সহ্য নহ'ল। একে খকৰামুকুটিতে কাবুলী কৰ্ফাল খাই পৰিল। লগে লগে জাপ মাৰি ওপৰত উঠি লৈ ভুকুৱাই ভুকুৱাই কাবুলীৰ নাকে মুখে তেজ উলিয়াই থৈ গুচি আহিল। আহিল মানে ঘৰলৈ নহয়, প্ৰথমে গ'ল মৌজাদাৰৰ তালৈ, তাৰ পাচত আহিল সিহঁতৰ পিতাকৰ ওচৰলৈ।

: মই মাৰি পালোঁ খণ্ডতে; তইঁতে কি কৰ কৰ। সি কিজানি বৰ্ডিয়াক গলেই।

কাবুলীয়ে কিজানি বৰ্ডিয়ালৈ গৈ থানাত খবৰ দিলেই। সিতো মাৰিলেই খণ্ডতে। এতিয়া কি কৰিবলগীয়া আছে তাৰ পিতাক আৰু মৌজাদাৰে কৰক। কথাবাৰ কৈয়ে সি যেন ডাঙৰ দায়িত্ব এটাৰ হাত সাৰিলে এনে এটা সহজ ভাব লৈ শুকুৰে ঘৰলৈ উভতিছিল। সিও পিচে পিচে ওলাই আহি পদূলিমুখৰ পৰা তাক চাই আছিল। তাৰ চকুত পৰিল যবলাইহঁতৰ পদূলি পাৰ হৈ মানুহে আগেয়ে জুৰ লোৱা ঠাইখিনিত যবলাই ঢলং পলং খোজেৰে কান্ধত এখন ভাৰলৈ আহতগুৰিৰ পিনে অস্থিৰ খোজত যাব খোজা মানুহ এজনৰ লগত টনাটনি কৰি থকা। শুকুৰে সিহঁতৰ ওচৰত হাঁহি হাঁহি বৈ গ'ল সিও ওচৰ চাপি আগিল। দেখিলে মানুহজন যবলাৰ জেঠেৰিয়েক। সিপিনে যবলাৰ ঘৈণীয়েকো ওলাই আহিছে ঘৰৰ পৰা। ককায়েকক ৰাতিটো থাকি যাবৰ কাৰণে অনুৰোধ কৰিছে—

: কাকাই থাকি গলেনো কি হয়? এতিয়া বাটতে ৰাতি হবগৈ।

ভাৰখনৰ টোপোলাৰ নিমখ চাৰিওপিনে সিচৰতি হৈ পৰিছে আলিবাটত। মালিকৰ সেইপিনে মন কৰিবলৈ ততেই নাই। যবলাৰ হাতৰ পৰা উচাল মাৰি এবাই ঢলং পলং কৰে ছুখোজমান গৈয়ে ভনীয়েকৰ কথাবাৰ শুনি ঘূৰি ললে আৰু আধামুদা চকুযোৰেৰে ভনীয়েকৰ পিনে চাবলৈ যত্ন কৰোতেই শুকুৰ পিনে তাৰ দৃষ্টি পৰিল। এইবাৰ শুকুক সকিয়াই ক'লে—

: মোক ফহৰাবাৰী চনবাৰীৰ বাঘে খাব নেকি? বাঘে, বাঘে খাব মোক? মোৰ ভনীয়ে ভয় কৰিছে। বৌৱেক বাৰী হয় বুলি। হক বাৰী (অশ্লীল) বৌৱেৰ—হক—হক বাৰী (অশ্লীল)।

মদৰ ৰাগীত যিহকে তিহকে কৈ ঢলং পলং কৰে আগবাঢ়ি গ'ল। শুকুক দেখি যবলাৰ ঘৈণীয়েকে দ্বিৰুক্তি নকৰিলে। সম্ভ্ৰমৰ সুৰত ক'লে—

: বাটত অলপ চাই গলে ভাল হব। নিচাটো অলপ বেছি হ'ল। শুকুৱে অৱশ্যে ইতিমধ্যেই জেঠেৰিয়েকক চম্ভালি লৈছিল। বাউসীত ধৰি সৰু অকমান ল'ৰা এটাক নদী পাৰ কৰাই দিয়াৰ দৰে তাক লৈ গৈছিল। সিও আপত্তি নকৰি বাৰেমতৰা গীত গাই গাই ঢলং পলং কৰে গৈ আছিল।

সি সেই আমোদজনক দৃশ্যটোৰ কথা ভাবি ইমান তন্ময় হৈ পৰিছিল যে, মাছ মাৰি ওভোতা গাভৰুজাক একেবাৰে সম্মুখত আহি পৰাতহে তাৰ চেতনা হৈছিল। কেৱল চেতনাই নহয়, এখন অচিনাকি নতুন মুখত হঠাৎ চকু পৰাত তাৰ সমস্ত সত্ত্বা আলোড়িত হৈ উঠা যেন লাগিছিল। দোভাগী, ধৰমী, তাৰ বায়েকৰ লগত একেবাৰে সৰু ছোৱালী ছোৱালী মুখৰ নতুন বোৱাৰীজনী দেখি সি পুলকিত হৈ উঠিছিল। গাৰ বৰণটো অকণ ম'লিন, নহলে মুখৰ গঢ়ন আৰু খোজ কাটলত অবিকল সেই গাধীৰ দিয়া ছোৱালীজনীৰ দৰে। সি হতভম্ব হৈ থমকি বৈ গৈছিল। কিন্তু দোভাগীহঁতৰ হাঁহি খিকিন্দালিৰ কোবত তাৰ পিনে মন কৰাৰ অৱকাশেই নাছিল।

তাইঁাত পাৰ হৈ যোৱাৰ পাচতো বহুত সময় সি স্তম্ভিত হৈ বৈ থাকিল। দূৰত আহুতৰ গুৰিত কাৰোবাৰ চিঞৰ-বাখৰ শুনি সেইপিনে চালে। আৰু হঠাৎ অপ্ৰস্তুত হৈ পৰিল। খাটা, আদি আৰু মহেশ্বৰ বোলা তাৰ ককায়েকৰ লগ এজনক কথা পাতি থকা দেখিলে। সি মনে মনে ভাবি লাজ পালে যে সিহঁতে নিশ্চয় ইমানপৰে তাৰ কথাকাণ্ড লক্ষ্য নকৰাকৈ থকা নাছিল।

সি অনিশ্চয় খোজত আগবাঢ়ি গৈ থাকিল। এনেতে দাচু আৰু যবলাও কোনোবা পিনৰ পৰা আহি আহুতৰ গুৰিত খাটাইঁতৰ লগ লাগিল হ। মহেশ্বৰে কিবাকিবি বলকি আছিল। তাৰ পিঠিলৈকে চিটিকি পৰা বোকাৰ চিটিকনি দেখি আৰু ঘামত তিতি থকা দেহটো দেখি সি-বুজি পাইছিল যে মহেশ্বৰে এইমাত্ৰ পথাৰত কিবা এটা ক্লান্তিকৰ কামৰ পাচত বিৰক্ত হৈ পৰিছে।

: আজিকালি মানুহৰ ভাবাভাবে বেলেগ হল অ'। চব তই তই মই মই ভাবৰ হ'ল। ডাঙৰ সৰু নমনা হ'ল।

আদিৰামে ঠিকেই কৈছিল। আগেয়ে মানুহে খেতিত গৰু সোমোৱা দেখিলে কাৰ খেতি, কাৰ গৰু তেনে বাচ বিচাৰ নকৰিছিল। যাৰেই খেতি নহক লাগিলে খেতিৰ পৰা গৰু যিমান কষ্ট কৰি হলেও খেদাই যদি চকোৱা তকোৱা ভাঙিছে, সেইবোৰ ঠিক কৰি থৈ গৈছিল।

আজি কিন্তু মণিৰামে মহেশ্বৰৰ খেতিত কাৰোবাৰ গৰু সোমোৱা দেখি মহেশ্বৰক চিঞৰি চিঞৰি বাতৰিটো দি গাড়ীখন লৈ গুছি গ'ল।

খাটাই ভায়েক মণিৰামৰ এনে অবিবেচনাৰ উল্লেখত এটা যুক্তি দৰ্শাবলৈ দুৰ্বলভাৱে চেষ্টা কৰিছিল—

: তাৰ বা দোকানত আকৌ কি লেঠা। কিজানি (অশ্লীল) মহাজনে তাক কিবা জৰুৰীকামত গাড়ীখন লৈ মাতি পঠাইছে। মহাজনে মতা বুলি কলে তাৰ (অশ্লীল) আকৌ গাত গোসাঁই নথকা হয়।

দাচুৱে আলোচনাযাবত কোনো গুৰুত্ব নিদি খাটাৰামক সুধিলে—

: তোৰ খাহীটো কিমান পৰিল অ' ?

: কুৰিয়ে দে, এটা আধলিহে কম।

: মইও কওঁ নেকি তোক ? তই যে মাঘ বিহুৰ মেজিৰ দিনা কৈছিলি ?

দাচুৰ কথাষাৰ শুনি তাৰ মনত পৰিছিল মাঘবিহুৰ ভোজৰ দিনা চুভাৰ ভায়েকে বৈৰাগীপাৰাৰ পৰা অনা ডাঙৰ খাহী ছাগলীটোৰ দামটো শুনি দিয়া মন্তব্যষাৰৰ কথা। নতুনকৈ সেই সৰু চহৰখনত কিনা পথৰা মোজাযোৰ পিন্ধি শুখুনাইঁতে দেখাকৈ ধুতিখন কোচাই সি ভেলাঘৰৰ কাষত বহি মানুহবোৰে কাম কৰা চাই আছিল। খাটাৰামেই সুধিছিল খাহী ছাগলীটোৰ দামৰ কথা। চুভাৰ ভায়েকে কৈছিল—

: একুৰিয়ে দে অ'ধলি এটাহে কম।

: হেৰ' কম হৈ বাচি গলি, নহলেতো ৰজত মাষ্টৰকহে মাতিব লাগিলহেঁতেন।

: খাটা দাদাই যে ( অশ্লীল ) মুখত যিহকে আহে তাকে কৈ দিয়ে।

শুখুনাৰ কথাষাৰ সিও অন্তৰেৰে বিশ্বাস কৰিছিল। খাটাৰামৰ কথাষাৰ সিও শ্ৰুতিকটু অনুভৱ কৰিছিল। বিশ্বাস এটা অৱশ্যে আছিল যে খাহীছাগলীৰ দাম কুৰি টকা হলেই সি আৰু খাহী ছাগলীত নাথাকে গৰু হৈ যায়। সেই কথাষাৰ ইমান প্ৰকাশ্যভাৱে কোৱাৰ কোনো অৰ্থ নাছিল। ৰবৰু কথা বুলিলে বতাহ। ৰজত আহি চাৰৰ কাণত পৰিলে, তেৱেঁই বা কি ভাবিব বাৰু ?

ঠিক তেনেতে যে, খিলখিল কৰে হাঁহি হাঁহি শুখুনাৰ বায়েক দোভাগী, তাৰ বায়েক, যবলাৰ ঘৈণীয়েক এনেকে এজাক ছোৱালী কাষত কলহ একোটাইঁত লৈ ভেলাঘৰৰ কাষেদি পাৰহৈ নদীৰ ঘাটলৈ গৈছিল। আৰু ভেলাঘৰত বাতি চুভাই যে শুখুনাৰ পিতাক আদিৰামক কথাই কথাই কৈছিল—

: বুজিছা ববগিবি ঘৰত গাভৰু ছোৱালী দেহত ব্যাধি একে কথা। অলপ আওকান কৰিলেই তোমাৰ দিগদাৰ।
হাঁহিৰ কলবোলত তাৰ স্মৃতিৰ আঁত থানবান হৈ পৰিল।
হাঁহিৰ মাজতে আদিৰামৰ কথাখিনি স্পষ্ট শুনা গৈছিল—

: অ' আমিহে খাম দেখি হলেও হক নহয়? নষ্টযোৱাক কথাৰে কোনে পাৰিব!

সি আদিৰামৰ কথাবাৰৰ সংগতি উপলব্ধি কৰিলে। দ'চুৰ কথাৰ উত্তৰত খাটাৰামে নিশ্চয় কৈছিল—হলেও হক, জীয়েকৰ বিয়াৰ ভোজলৈহে আনিছে। সি খাবনে কিবা? ৰাইজেহে খাব। খাহী বুলি খালেও ৰাইজেই খাব আৰু আন কিবা বুলি খালেও ৰাইজেই খাব।

কথাবাৰৰ সংগতি উপলব্ধি কৰি সি আমোদ পালেও তাৰ মন উভতি গৈছিল চুভাই বিহুৰ ভোজৰ ৰাতি আদিক কোৱা কথাবাৰলৈহে। কিন্তু সেই স্মৃতিও আছিল এটা উপলক্ষ্যহে। দোভাগীক তাৰ ইমান মনত পৰা নাছিল, যিমান মনত প'ৰিছিল নতুনকৈ দেখা ছোৱালী-জনীৰ কথা। কাৰ ঘৰৰ বোৱাৰী হৈ আহিছে জনাৰ বাবে তাৰ হৈছিল অপৰিসীম কৌতুহল।

সিতো জনা নাছিল যে, সেই কৌতুহল চৰিতাৰ্থ কৰাৰ কথা তাৰ ভাগ্যত লিখা নাছিল। সি কল্পনাও কৰা নাছিল যে, সেই কৌতুহলৰ নাগপাশত জড়িত হৈ সি হেৰাই পৰিব অজস্ৰ অতৃপ্ত কৌতুহলৰ গভীৰত।

গধূলি সক দদায়েকহঁতৰ চোতালত সেইবাৰ কথাকে উলিয়াইছিল মহেশ্বৰে। ছাগলীৰ দামটো লৈ দাচু আৰু খাটাৰামৰ মাজত হোৱা কথোপকথনত খাটাই হ'লেও হ'ক ৰাইজেহে খাব বুলি কোৱা কথাষাৰ। হয়তো পদূলিমুখৰ পৰাই মানুহৰ কোঢ়াল শুনিছিল ছুতিৰাম পোষ্টমাষ্টৰে। সিও হাতত লেম এটা আৰু কান্ধত জোলোঙাখন লৈ হলৌ চোলাটো পিন্ধি সোমাই আহিল। লেমটো সক কৰি থৈ সি সুধিলে -

: কিনো হাঁহিছ ইমানকে ?

চিৎৰাম দদায়েকে ছাগলীৰ দাম কুৰি টকা হলে যে মানুহে কি বুলি ভাবে সেই সম্বন্ধে খাটা আৰু দাচুৰ হোৱা আবেলিৰ কথাখিনিৰ বিষয়ে কলে। শুনি ছুতিৰামে ভেকাহি মাৰি উঠিল—

: এহ্ থঃ! যিহে দিনকাল আহিছে ? পুবে পশ্চিমে চাৰিওপিনে যুদ্ধ লাগিছে। ৰঙিয়া ইষ্টেচনত কালি কলৰ আথী তিনি সিকিলৈ উঠিছে। আৰু খাহী ছাগলী তই একুৰি টকাতে ধৰি ৰাখিব পাৰিবিনে ?

: চালা বাহাঞ্চত্। কত কল পকি গছতে বাদুলীয়ে খাই যায় ; তাৰে দাম ইমান উঠিলনে ? বাৰু মাষ্টৰ, সিদিনাযে মালগাড়ী এখনত বহুত শগুণ লৈ গ'ল তেজপুৰৰ পিনে ; চিপাহী বিলাকক বোলে খুৱাব ? (অশ্লীল) আমাৰ শাস্তি, হলি, ইহঁতেও খাব লাগিব শগুণ।

: শগুণ কেলেই খুৱাব সিহঁতক। যুদ্ধত মৰাশ খাবলৈ শগুণ নাই হবলা। তাকে খুৱাবলৈ নিছে বোধকৰোঁ। আমাৰ শাস্তি চিপাহী-হঁত বা ক'ত আছে ? মৰিলেই নে বাচিয়ে আছে ?

আদি আৰু হৰেশ্বৰহঁতে সিহঁতৰ অঞ্চলৰ চিপাহী কাম কৰা মানুহ-বোৰৰ কোন ক'ত থাকিব পাৰে সেই সম্বন্ধে নিজৰ নিজৰ মন্তব্য

আগবঢ়াই আছিল। এনেতে হৃতিৰামে কলে যে, সেই যুদ্ধৰ লগত সিহঁতৰ কোনো সম্বন্ধ নাই। আচল যুদ্ধখন এতিয়াহে লাগিব। তাৰ বাবেহে সাজু হবৰ হ'ল।

তাৰ কথা শুনি আটায়ে মাষ্টৰলৈ কৌতুকেৰে লক্ষ্য কৰিলে। মাষ্টৰে ওচৰতে ধোঁৱাই থকা এটা জুমুধিত বিৰি এটা জ্বলাবলৈ চেষ্টা কৰি সুধিলে—

: আমাৰ গাঁৱৰ এতিয়া কোন যাব ?

পূৰ্ণ ভলন্টিয়াৰ, তাৰ পুতেক বৃহস্পতি, নবীন, তাৰ ভায়েক পদ্ম, নন্দী মাষ্টৰৰ ভায়েক শশী, স্কুলৰ পৰা হাচিৰাম, শান্তি, কুমুদ এনেকে বহুতেই মনে মনে নাম লেখালেই এই যুদ্ধৰ চিপাহীত।

মাষ্টৰৰ যুদ্ধৰ কথা শুনি সি উৎকৰ্ণ হৈ ৰ'ল দদায়েকহঁতৰ পিৰালিৰ চুকত বহি। মাষ্টৰে মুখখন অৱজ্ঞাত বিকৃত কৰি বিৰিটো এনেদৰে হুপিছিল যেন কিবা এটা বিস্বাদ বস্তুহে বাধ্য হৈ খাবলগীয়াত পৰিছিল। ঠিক তেনে ভংগীৰেই হৰেশ্বৰৰ পিনে চাই সুধিলে—

: এই যুদ্ধৰ সেনাপতি কোন জান ?

: জানো কোন ? মিছামিছি যুদ্ধ তুদ্ধ, মই সেইবোৰ একদম ভাল নাপাওঁ।

হৰেশ্বৰৰ বিজ্ঞজনৰ চালত কোৱা কথাষাৰ সম্পূৰ্ণ অৱজ্ঞা কৰি মাষ্টৰে ক'লে—

: ইবাৰৰ সেনাপতি স্বয়ং মহাত্মা গান্ধী।

: আমিনো অধামূৰ্খ হালোৱা কেইটামানে গৈ তাত কি কৰিম ? মাৰিব লাগে যদি কাৰোবাক মাৰিম আকৌ নিজৰ গাৰ পিনেহে। যাব লাগে যদি পশ্চিমে, যাম আকৌ পূবেহে।

দাচুৰ কথাত মাষ্টৰে বিৰিটো হুপি হুপি হাঁহোঁতে হাঁহি নোলাই কাহহে ওলাল। কাহি কাহিয়েই ক'লে—

": এই যুদ্ধ মানুহ মাৰা যুদ্ধ নহয়। ঘৰত বহি বহিয়ে যুদ্ধ কৰিব পাৰি।

: কেনেকৈ’ ?

: আছে তাৰো কায়দা।

বৰ জ্ঞানীজনৰ দৰে মাষ্টৰ নীৰৱ হৈ বল খন্তেক। তাৰ পাচত বিৰি-টোত শেষ হোপা এটা মাৰি বিৰক্তিৰে দলিয়াই দি ক’লে—

: আজিকালি যে বিৰিবোৰো হ’ল ; চালা হাজাৰ হওক, সেই আগৰ জাহাজ বিৰিটোৰ দৰে একো হব নোৱাৰে।

: তইনো কি বিৰি খাইছ ?

: জানো, কিবা তুফানি নে চুফানি এভাল ওলাইছে নহয় ? তাৰে এবাহ খাই চাবলৈ দিছিল মনহৰি চৰকাৰে।

: হেঁা খাব যদি আমাৰে একটান।

মুখে নাকে গাঁজাৰ ডাঠ ধোঁৱাবোৰ উলিয়াই আড়ষ্ট মাতেৰে চিলিমটো আগবঢ়াই দিছিল তাৰ সৰু দদায়েকে।

মাষ্টৰে সেইপিনে মুগুনা ভাওজুৰি কৈ গ’ল কিদৰে যুদ্ধৰ লগে লগে মানুহৰ কথা কাণ্ডবোৰো বদলি হৈ গৈছে। আৰু ক’ত বদলিব। ভালো হব, বেয়াও হব। দুয়োটাৰ বাবেই মানুহ সাজু হৈ থাকিব লাগিব।

সি অবাক হৈ শুনি আছিল মাষ্টৰ পেহাকৰ কথাবোৰ। সি পঢ়া সেই সৰু চহৰখনতো শুনি আহিছে কিবা কিবি কথাবোৰ। সিহঁতৰ স্কুলৰ ডাঙৰ ছাত্ৰ এজন নে দুজনে হেনো ইতিমধ্যে তলে তলে আন্দোলনত যোগ দিছে। সি অৱশ্যে বুজা নাছিল কি সেই আন্দোলন।

ইপিনে বস্তুৰ দামো বাঢ়ি গৈছে। চাবোন, নীল, গেঞ্জি, মিঠাতেল, চেনি আনকি দিয়াচলাইৰ দামো বাঢ়িছে। সি প্ৰথম যোৱাৰ সময়তকৈ প্ৰত্যেকটো বস্তুৰ দামেই অলপ নহয় অলপ বাঢ়িছে। গাড়ীত মানুহ কিন্তু অভাবনীয়ৰূপে বাঢ়িছে। ক’ৰ মানুহ যে কলৈ গৈছে তাৰ ইয়ত্তা নাই। গাড়ীও যে ইমান হৈছে। তথাপি গাড়ীত সন্ধি নাই খোজ এটা পেলাবলৈ জেগাৰ অভাৱ। স্পেচিয়েল,

মালগাড়ী দিনটোত ঘন্টাই ঘন্টাই ক'ৰ পৰা কোনখন গাড়ী আহে কোনেও নাজানে। অথচ প্ৰতিখন গাড়ীতে তিল এটা থবৰ ঠাই নাই।

কথাষাৰ ভাবোতে তাৰ মনত পৰিল এদিনৰ এটা শোচনীয় অভিজ্ঞতাৰ কথা। কেই মাহমানৰ আগত সি গৰমৰ বন্ধত ঘৰলৈ আহিবলগীয়া হৈছিল। গাড়ীৰ সময়ৰ একো ঠিকনা নাছিল। কাজেই সি আবেলি ডেৰ বজাৰ গাড়ী ধৰিবলৈ দহ বজাতে ওলাই আহিছিল। গাড়ী আহি পাইছিল গধূলি ছয় বজাত। তাৰ মনত এতিয়াও সেই দিনাৰ অনুভূতিবোৰ সজীৱ হৈ আছিল। দূৰত গাড়ী-খন আহিব ধৰা শব্দ শুনাৰ লগে লগে তাৰ হাত-ভৰিকিটা কঁপি কঁপি অৱশ হৈ পৰা যেন লাগিছিল। সি পৌনে ছয় অনাৰ টিকটটো বুকুৰ জেপত লৈ জেপটো হাতেৰে চেপি ধৰি বিমূঢ়ৰ দৰে ৰৈ আছিল ৰেল লাইনৰ পৰা নিৰাপদ দূৰত্বত। কিয়নো মাত্ৰ দহদিনমানৰ আগতে বিয়া কৰোৱা নব পৰিণীতাক অকলে এৰি থৈ গিৰিয়েকে টিকট কাটি লৈ ঘূৰি আহি তাইক জীৱিত অৱস্থাত পোৱা নাছিল। বদমাছ কেইটামানে অশ্লীল ইংগিত দি তাইক জোকাই থকা সহ্য কৰিব নোৱাৰি তাই ৰেল আলি পাৰ হৈ প্লেটফৰ্মলৈ আহিব ধৰোতেই মেখেলাত উঁট লাগি তাই পৰি গৈছিল চান্টিং কৰি থকা ইঞ্জিন এটাৰ আগত।

সি সেইবাবে নিৰাপদ দূৰত্বত ৰৈ আছিল। ইপিনে গাড়ীৰ ওচৰ চাপি অহা প্ৰচণ্ড শব্দত তাঁৰ হাত-ভৰিবোৰ অবশ হৈ পৰা যেন লাগিছিল। সেইদিনা অৱশ্যে তাৰ কপাল ভাল আছিল। কেইটা-মান ইণ্টাৰ ক্লাচৰ ডবাৰ মাজত এটা তৃতীয় শ্ৰেণীৰ সৰু ডবা আছিল। বোধকৰোঁ ৰৰকৈ মানুহৰ চকুত পৰা নাছিল। ডবাটো ঠিক তাৰ সম্মুখতে পৰিল।

পাঁচিহজন বহিব পৰা ডবাটোত মাত্ৰ পঞ্চল্লিছ জনমানহে মানুহ আছিল। সি তাতে সোমাই পৰিল। মানুহবোৰৰ মুখলৈ চালে।

এজনো তাৰ মিলিটাৰী মানুহ যেন নালাগিল। মনে মনে সি স্বস্তি লাভ কৰিলে। সি পায়খানাটোৰ অলপ আঁতৰত বেঞ্চিটো মজিয়াত থৈ তাতে বহি ললে। ডবাৰ ভিতৰখন ক্ৰমে আন্ধাৰ হৈ আহিছিল। ক'লা আলকাতৰাৰে আধাখিনি ঢাকখোৱা লাইটৰ ম্লান পোহৰে ভিতৰৰ আন্ধাৰবোৰ ভালদৰে পোহৰাব পৰা নাছিল। ডবাৰ মজিয়াত বিছনা পাৰি আঠজনমান লেতেৰা খাকীৰঙৰ পোছাক পিন্ধা মানুহে অশ্লীল মেল পাতি হুট্টগোল কৰি তাচ খেলি আছিল। সেই পোহৰত যে সিহঁতে কেনেদৰে তাচ পাতৰ ছবি দেখিছিল সি ভাবিবই পৰা নাছিল।

পায়খানাটোৰ দুৱাৰৰ কাষতে বেৰত আওজি থিয় হৈ আছিল এজনী গাভৰু ছোৱালী। ওচৰতে বহি আছিল এজন আদহীয়া মানুহ। বোধকৰোঁ তাইৰ পিতাক। তাইৰ মুখত নিশ্চয় শংকাৰ ছায়া ঘনীভূত হৈ পৰিছিল ডবাত এন্ধাৰ আৰু যাত্ৰী ক্ৰমে বেছি হৈ পৰা দেখি। সি অস্পষ্ট পোহৰত ভালদৰে দেখা নাছিল কিন্তু তাই তলমূৰ কৰি পিতাক যেন লগা মানুহজনৰ পিচপিনে দৃষ্টি নিবদ্ধ কৰি ৰখা দেখি সি অনুমান কৰিছিল।

গাড়ীখন আহি আহি এখন দলঙৰ ওপৰত যেতিয়া কিবা কাৰণত ৰৈ গৈছিল, ডবাৰ লাইটবোৰ একেবাৰে নিষ্প্ৰভ হৈ পৰিছিল। ভিতৰত এক ৰহস্যময় এন্ধাৰ নামি আহিছিল। হঠাৎ সি গম পালে তাৰ গাৰ কাষেদি বহুত প্ৰসাৰিত হাতৰ খেপিয়নি। এন্ধাৰত নিঃসহায় হৈ নিজৰ নৰম দেহটোক উন্মাদ বহুতো হাতৰ হেতালি খেলাত সমৰ্পণ কৰিবলগীয়া হোৱাত ছোৱালীজনীৰ প্ৰতি সহানুভূতিত তাৰ মনটো উত্তেজিত হৈ পৰিল। সি আজিও ভাবি নেপায় কিহে তাক ইমান সাহস যোগাইছিল সেইদিনা। সি এন্ধাৰতে হাত এখন ধৰি ললে। জোটাপুতি লাগিল। হাতখন একৱাই লৈ গ'ল উজাল মাৰি। আকৌ এখন হাত। আকৌ এখন। এনেদৰে সি হাতবোৰ বাধা দি যাবলৈ ধৰিলে।

অলপ পাচতে গাড়ী চলিল। লাইটবোৰ জ্বলি উঠিল। মানুহবোৰ হঠাৎ স্বাভাৱিক হৈ পৰিল। সি চেষ্টা কৰিও উলিয়াব নোৱাৰিলে কোনবোৰ মানুহৰ আছিল সেই প্ৰসাৰিত হাতবোৰ। তাৰ অৱশ্যে ঘোৰ সন্দেহ হৈছিল লেতেৰা খাকী পোছাক পিন্ধা মানুহ কেইটাৰ ওপৰত। ডবাটোৰ ভিতৰত সি মুখবোৰ এখন এখনকৈ চাই গৈছিল। কিন্তু অস্পষ্ট পোহৰত মুখৰ ভাবাবেগ সি ধৰিব পৰা নাছিল। ছোৱালীজনীৰ পিনে কিবা এক অপৰিসীম সংকোচত সি চাব পৰাই নাছিল। সি অৱশ্যে তাইৰ মুখৰ বেদনাহত ছবি আৰু আদহীয়া মানুহজনে সহজ হবৰ বাবে কৰা মনৰ প্ৰাণান্ত শ্ৰম উপলব্ধি কৰিছিল।

দৃশ্যটোৰ চিন্তাত ইমান অভিভূত হৈ পৰিছিল যে মাষ্টৰে কিবা এষাৰ চিঞৰি চিঞৰি কোৱাতহে সি সচেতন হ'ল। কিন্তু কথ'ষাৰৰ তলানলা সি বুজি নাপাই মাষ্টৰৰ মুখলৈ ভেবা লাগি চাই থাকিল। বাৰ্মাৰ ইভাকুই নে কি অহাৰ কথা সুধিছিল মাষ্টৰে তাক। সিতো জনা নাছিল সেইটো কি বস্তু। সি জানো আহিছেনে নাই। এনে এষাৰ কব খুজিছিল ; কিন্তু কবলৈ পোৱাৰ আগতেই মাষ্টৰে সৰু দদায়েকৰ পিনে চাই ক'লে—

: তইঁতেও এই যুদ্ধত যোগ দিব পাৰ বৰ'গিৰি এই ধৰ তইঁতে ধান বেচ, মৰাপাট বেচ। এইবোৰ তইঁতে হয় নেৰাজ, নহয় নন্দলালৰ তাত নি বেচগৈ। সিহঁতে আকৌ বেচেগৈ গুৱাহাটীৰ মিলত। আৰু গুৱাহাটীৰ মিৰ্জামলহঁতে এইবোৰ নি দিয়েগৈ গোৰাপল্টনক খাবলৈ।

: গোৰা পল্টনে পটাও খায় নেকি ?

: নহয় মানে মৰাপাটেৰে থৈলা কৰে, চোলা কৰে, ৰচী কৰে। যুদ্ধত গোৰাপল্টনৰ বয়বস্তু অলৈ তলৈ অনা নিয়া কৰোতে এইবোৰ লাগে নহয় ?

এতিয়া যদি এই বস্তুবোৰ তইঁতে সেই বেপাৰীবোৰক নেবেচ তেনেহলে গোৰাচিপাহীবোৰে একেদিনাই আমাৰ দেশ এৰি গুচি যাব লাগিব।

: থঃ থঃ মাষ্টৰ। গোৰাপল্টনে আমাৰ দৰে ভাত খায়নে কিবা? আৰু আমি ধান কিটাকে নেবেচিলে কাপোৰ-কানি লওঁ কেনেকে? ৰাজ খাজনা দিওঁ ক'ৰ পৰা? লোন কেৰাচিন খিনিকে পাওঁ ক'ত?
খাটাই মাষ্টৰৰ যুক্তিখাৰ একেবাৰে পাতল কৰি উৰাই দিছিল। তাৰো খাটাৰামৰ যুক্তিখাৰ অকাট্য যেন লাগিছিল। খাটাৰামে ঠিকেই কৈছে। ধান চান নেবেচি চাহাবক মাৰিবলৈ যাওতে আগেয়ে নিজৰহে মৰণ মাতি অনা হব। ছুতিৰামেও হয়তো খাটাৰ যুক্তিখাৰৰ গভীৰতা অনুভৱ কৰিছিল। সি দুৰ্বলভাৱে ক'লে—

: কথাটো হওতে তই মিছা কোৱা নাই। কিন্তু গান্ধী মহাত্মাই কৈছে নিজে কপাহ কৰি সূতা কাটি কাপোৰ বৈ ল।

: বুজিছু মাষ্টৰ, কোৱা সহজ, কৰাহে টান। এষাৰ কথা আছে যে, হব ছলি বুলিব বাপ, তেহে গুচিব মনৰ তাপ। হেৰ' কপাহ খেতি কৰক, কপাহ ফুলক, গুটি ধৰক, কপাহ নেওঠি সূতা কাটি কাপোৰ বৈ পিন্ধায় মানে চোন ধান পকোতে টুনিৰ মৰণ হব। ইপিনে আকৌ আমি পেটৰ ভাত মুঠিকে যোগাৰ কৰিম নে কাপোৰকে বম। কোনটো কৰিম!
আদিৰামৰ কথাখিনিৰ কোনো উত্তৰ বিচাৰি নাপালে পোষ্টমাষ্টৰে। মাষ্টৰৰ নীৰৱ চিন্তিত মুখখনলৈ সি চাই পঠিয়ালে। উমি উমি জ্বলা জুমুধিটোৰ পৰা ওলাই থকা ধোঁৱাবোৰলৈ মাষ্টৰে একেথৰে চাই ৰ'ল। আঙুলি খেপত জ্বলি থকা বিৰিটোও এনেয়ে ধোঁৱাই থাকিল।
অলপ পৰ তেনেদৰে নীৰৱে থকাৰ পাচত পোষ্টমাষ্টৰে লেমৰ ফিটাডাল বঢ়াই দি যাবলৈ ওলাল। সি কাকো একো নকলে আৰু তাকো কোনেও এষাৰ মাত নিদিলে। গোটেই মানুহখিনি হঠাৎ নিতাল মাৰিছিল। দুৰ্বল খোজত নিচাগ্ৰস্ত এটা মানুহৰ দৰে মাষ্টৰ পেহাকক ওলাই যোৱা তাত বাদে কোনেও লক্ষ্য কৰা নাছিল। কিছু পৰৰ পাচত এগাল অবাইচ মাত মাতি খাটাই বিৰক্তিৰে ক'লে—

: চালা ( অশ্লীল ) ইঁতে ( অশ্লীল ) কৰিব যা একেবাৰে। কালিৰ

চালাইঁতে ভলন্টিয়াৰত নাম লেখাই। পূর্ণ ভলন্টিয়াৰে তো গাওঁবুৰা বাপেকৰ নাম ডুবালেই। এবাৰতো বুৰাও ৰঙাঘৰৰ ভাত খাবলগীয়া হওঁ হওঁ হৈছিল। এতিয়া আকৌ নবীনে উচটাই উচটাই এই মখাক বলিয়া কৰিছে। চালা (অশ্লীল) হঁতক পুলিচে আহি দুটা খুন্দা লগালেই পলাবৰ জেগা নোপোৱা হব; সিহঁতে আকৌ (অশ্লীল) যুদ্ধ কৰে!

চুভা হৰেশ্বৰইঁতে কিন্তু দুতিৰামৰ কথাহে ভাবিছিল। ঘৰত বহি বহি যুদ্ধ কৰে সি। ৰাতি জুহালত সাত হাল বায়! হেৰৌ ধান মাহু কেইটাকে নেবেচি বেচিবি কি? চব মুখেন মা'ৰতং জগৎ।

: আহচোন আমাৰ লগত খেতি কৰি চাহি।

এনেতে দূৰত বেলৰ উকি শুনা গ'ল। চুভাৰ কথাত আদিৰামে হাক দি ক'লে—

: ৰবিচোন ওজা, এইখন বাক কি গাড়ী গ'ল অসময়ত?

চুভাওজাই আদিৰামৰ কথাবাৰত গুৰুত্ব নিদি ক'লে—

: আজিকালি নো গাড়ীৰ কি সময় অসময় আছে অ'! মানুহে বলিয়া হ'ল, আক গাড়ী বলিয়া নহব নে?

: এৰা, মই (অশ্লীল) ভাবি তাজ্জব মানিছোঁ, ভলন্টিয়াৰে যে আজিকালি তামখু বিৰি একেবাৰে বাদ দিলে। আগেয়ে সি বিৰিকে ইটোৰ পিচত সিটো খাইছিল। সেই হেন মানুহটোৱে এৰি দিলে, (অশ্লীল) আচৰিত দে।

খাটাৰ কথাৰ মূৰত আদিৰামে মনত পেলাই দিছিল এদিন মাঘবিহুৰ ভেলাঘৰত ৰাতি পূর্ণ ভলন্টিয়াৰে গান্ধীৰাজাৰ নিষেধ আছে বুলি কৈ ধপাতৰ চিলিম প্রত্যাখ্যান কৰাৰ কথা। তাৰ মনত পৰিছিল সেই ভেলাঘৰত কটোৱা নিশাটোৰ কথা। সি ধানখেৰৰ ওপৰত শুই কাণ জগা চকুমুদা অৱস্থাত শুনি আছিল খাটাৰাম, আদি, দাচু, দেবা এনেকে গাঁৱৰ উৎসৱ পাৰ্বণত সচৰাচৰ ৰাতি উজাগৰে থকা মানুহবোৰৰ কথা বতৰা। মাজনিশা কৰবাৰ পৰা আহি সোমাইছিলহি

পূৰ্ণ ভলন্টিয়াৰ আৰু নবীন ভাগৱতী। তাতো মাষ্টৰ পেহাকে কোৰ কথাবোৰেই ওলাইছিল। পূৰ্ণ ভলন্টিয়াৰে ধপাত খাবলৈ অস্বীকাৰ কৰাৰ পাচত। তাতেই সি শুনিছিল যে, তাৰ পিতাকেও হেনো এদিন গুৱাহাটীলৈ গৈ গাৰ চোলা কাপোৰ জ্বলাই থৈ আহিছিল। আৰু সেইদিন ধৰি ঘৰত বোৱা কাপোৰ পিন্ধা কৰিছিল। এবছৰ নে দুবছৰ ধৰি পিতাকে হেনো নিমখো বাদ দিছিল গান্ধী মহাত্মাৰ কথামতে।

: চব বিশ্বাসৰ কথা। বিশ্বাসেই আদিমূল। বিশ্বাসে মিলয়ে হৰি তৰ্কে বহুদূৰ।

হৰেশ্বৰে শেহত মন্তব্য দি কলে যে, বিশ্বাসেই চব। বিহুত যে গৰু ধুৱায়, নতুন পঘা দিয়ে, নিদিলেও একো নহয়; কিন্তু মনত সন্তোষ নালাগে। বিহুৰদিনা নামঘৰত শলাগছ নজ্বলালে যিদৰে মনত সন্তোষ নালাগে।

হৰেশ্বৰৰ মন্তব্যষাৰে আটাইকে সচেতন কৰি তুলিলে। আদিৰাম উঠিলেই। সি পাহৰিয়ে আছিল, এতিয়াও নতুন পঘা কেইডাল মান বটিব লগীয়া আছে। বহুতৰে বহুত পাহৰি থকা কামবোৰ হঠাৎ মনত পৰিল। আৰু মুহূৰ্ত্ততে চোতালখন নিজম হৈ পৰিল।

তাৰো মনতে নাছিল ইমান পৰে, দুদিন পাচতে যে বিহু আহি পৰিব। কথাষাৰ মনত পৰাৰ লগে লগে তাৰো মনটো উদাস হৈ পৰিল। ছাঁটকৰে ভাহি উঠিল আবেলি আলিবাটত দেখা নতুন অচিনাকি মুখখনৰ ছবি। দোভাগীইঁতৰ হাঁহিৰ খলকনিত অবিন্যস্ত হৈ পৰা অৱগুণ্ঠনৰ ছাঁত দেখা সেই শিশুৰ দৰে নিৰীহ মুখখনৰ কথা মনত পৰাত সি পুনৰ তলে তলে চঞ্চল হৈ উঠিল।

ঢাৰি চাৰিবোৰ ঠিক কৰি যতনাই, মানুহ বহা ঠাইখনৰ তামোলৰ বাকলি, ধপাতৰ ছাই, ধূলি-মাকতিবোৰ সাৰি একাষে দম কৰি খোৱাত খুৰীয়েক ব্যস্ত হৈ পৰিছিল। সি এবাৰ খুৰীয়েকক সোধাৰ কথাই

ভাবিলে। কিন্তু কি বুলি সুধিলে নির্দোষ সহজ কৌতুহল এটাৰ দৰে শুনাব ভাবি নেপাই নিৰস্ত হ'ল।

: তইনো আকৌ বুৰা মানুহৰ দৰে কি ভাবি আছ অকলে অকলে বহি?

খুৰীয়েকৰ প্ৰত্যাশা নকৰা প্ৰশ্নবাৰত সি চমকিত হৈ উঠিল। আৰু মুহূৰ্ত্ততে সুযোগটোৰ অপব্যৱহাৰ কৰাৰ কথা চিন্তা কৰি ছোৱালীজনীৰ কথা সুধিবলৈ মুখ মেলোতেই খুৰীয়েকে ক'লে—

: ৰচোন হাই নকৰিবি। পিতাৰে বাটত কাৰোবাক ধমকি দিছে শুনচোন।

খুৰীয়েকে বাঢ়নীটাৰ হাতত লৈ থিয় হ'ল। সিও উৎকৰ্ণ হৈ মনে মনে থাকিল। সঁচাই। পিতাকে বাটত কাৰোবাক বৰ ধমকাধমকি কৰিছে। খুৰীয়েক আৰু তাৰ উদ্বেগ দেখিয়ে বোধকৰোঁ অলপ আঁতৰত চোতালৰ একাষে বহি চাকিৰ পোহৰত পাঁজি কাটি থকা আইতাকে ক'লে—

: তাকে নো কি এটা শুনিব লগা আছে। পদোপাৰাৰ সেই নষ্ট-যোৱা নোমলটোৱে কৰবাত খাই নিচা হৈছে হবলা? তাৰচোন ইমান বুৰা হ'ল সেই আগৰ স্বভাৱটোৱেই যোৱা নাই। নিচা হলেই মুখৰ পৰা বেয়া বেয়া মাতবোৰ ওলায়।

নিচা হলে যে কেৱল বেয়া মাতেই ওলায় এনে নহয় কোনে ক'ত কি কৰে তাৰো ঠিকনা নোহোৱা হৈ পৰে। এবাৰ বোলেচোন ভেলাঘৰত দূৰ্গাই নে কোনে আঘোনুৰ তপিনাৰ ছাল-বাকলিকে এৰুৱাই দিছিল। খুৰীয়েকৰ কথাষাৰ শুনি তাৰ সেই দৃশ্যটো মনত পৰিছিল আৰু সি হাঁহিত ৰব পৰা নাছিল।

এবাৰ বিহুৰ ভেলাঘৰত মদখাই নিচা হৈ দূৰ্গা আৰু আঘোনু মাউতে এচৰাওচৰিকৈ শুই আছিল। খাটা দেবাহঁতে জুহালত মেলমাৰি আছিল। ৰাতি ভেতিয়া ভালেমান হৈছিল। আঘোনুৱেচোন হঠাৎ সাৰ পাই উঠিল আৰু অশ্লীল গালি গালাজ পাৰি শুই থকা দূৰ্গাক

দুহাতেৰে পাৰে মানে ঠেলি আঁতৰ কৰি দিলে। অৱশ্যে দুৰ্গাৰ টোপনিতে তত নাছিল। খাটা-আদিহঁতে গিৰ্জনি মাৰি হাঁহি দিলে। খাটায়ে সুধিছিল—

: কি হ'ল অ' আঘোনু ?

: চাচোন এয়া ( অশ্লীল ) সি কি কৰিলে, এয়া চা।

অকণো লুকঢাক নকৰাকৈ আঘোনুৱে তাৰ ৰাওঁ তপিনাখন উদং কৰি জুইৰ পোহৰত আটাই চাব পৰাকৈ দাঙি ধৰিলে। সি শোৱাৰ পৰাই চাইছিল। এঠাইত অকণ ধূলিয়ৰি দেখা গৈছিল আৰু গভীৰ আচোৰৰ চিন আছিল। বেছিভাগেই প্ৰকৃত কথাটোনো কি মুবুজি অবাকহৈ চাই আছিল। আদিয়ে খাটাই বুজিছিল। কিন্তু শুখুনাহঁতেও কথাত সমানে ভাগ লোৱা দেখি হাঁহিটো ইমান মুকলিকৈ মৰা নাছিল। আদিয়ে গহীন হবৰ চেষ্টা কৰি ক'লে—

: সেইটোও এটা ক্ষেত্ৰ। কাৰোবাৰ কাৰোবাৰ থাকে। তাক জগাই দেচোন, জগাই দে।

: এহ্ নালাগে থ। এপিনে নিচা, এপিনে নিদ্ৰা। দুইটাৰ হেঁচাত তত নাই বেচেৰা। খজুৱাইছিল নিজৰ টিকা, খজুৱাই দিলে লোকৰ টিকাত। ভালে হৈছেদে, বিনা পইচাই তোৰ টিকা খজুৱাই দিয়া এটা চাকৰেই পালি।

খাটাৰ ৰসিকতাত আঘোনুৱে অত্যুক্ত হৈ ক'লে—

: তই খাটাদাদাই যে ( অশ্লীল ) চব কথাতে ধেমালি কৰ। তই মোৰ টিকাটো নাচাৱ কেলেই ? আচুৰি তেজ উলিয়াই দিছে একেবাৰে। মইহে বুজিছোঁ ( অশ্লীল ) কিদৰে এতিয়াও চেকচেকাই আছে।

: এহ্ বেচেৰাই খজুৱাই আছে, খজুৰতি পলোৱা নাই অথচ। তেনেস্থলত কৰিব কি ? দিছে ৰখলিয়াই মাৰকপোহা! অই দাচু ধন্বন্তৰী যাচোন, শগুণতুলসী তগুণতুলসী কিবা পাৱ নেকি কৰবাত, অলপ বটি দেহি।

হাঁহিৰ খলকনিত ভেলাঘৰৰ আটায়ে সাৰ পাই উঠিছিল। দৃশ্যটো মনত পৰাত তাৰ নিজৰে হাঁহি ৰাখিব নোৱাৰা অৱস্থা হৈ পৰিল। অকলে অকলে তাক হাঁহি থকা দেখি আইতাকে তাক মাত লগালে—

: অই, কি হ'ল তোৰ? নে তোকো কিবা হাঁহিৰ ক্ষেত্ৰই পালে? ভাত দেখোন হৈছেই হবলা, খাই বই শুই নাথাকগৈ কেলেই? ইমান দূৰৰ পৰা আহিছ; তোৰ গাতনো ভাগৰ নালাগেইনে?

সিও তেনে এটা কৰাকে ভাবিছিল। কিন্তু উঠিব খুজিও হঠাৎ ৰৈ গ'ল। সোনমহৰীয়া পেহাকৰ জীয়েকজনীৰ লগত কাহীত কিবা এটা ঢাকি লৈ ওৰনিৰে মুখ ঢাকি সেই ছোৱালীজনী আহিছিল চোতাললৈ সোমাই। আৰু ইতস্ততঃ কৰি আইতাকৰ ওচৰত থিয় হৈ ৰ'ল।

: কিনো আনিছ?

উত্তৰ দিলে পেহাকৰ জীয়েকে। কিবা দি পঠাইছে পেহীয়েকে সিহঁতৰ তালৈ। সি উদ্‌গ্ৰীৱ হৈ ৰৈ আছিল নতুন অচিনাকি ছোৱালীজনীৰ মুখৰপৰা কিবা এষাৰ শুনাৰ বাবে; কিন্তু তাই একোকে কোৱা নাছিল। মাত্ৰ বিমূঢ়ৰ দৰে য'ত ৰৈ আছিল তাতেই অলৰ অচৰ হৈ থিয় দি আছিল।

: যা, মামীয়েৰক দেগৈ। চোতালতে আকৌ কি থিয়থি কৰি আছ? মামীয়েৰক দি শুচি যাগৈ।

আইতাকৰ উষ্মাজড়িত নিৰ্দেশ মানি লৈ জীয়েকৰ পিচে পিচে অচিনাকি ছোৱালীজনীয়ে অনুসৰণ কৰিলে সিহঁতৰ পাকঘৰত য'ত মাক ব্যস্ত হৈ থকাৰ কথা—তালৈ। আইতাকে একেবাৰে অনাড়ম্বৰ সহজ সুৰত ক'লে—

: তোৰ বৌয়েৰ হয় অ'। সাধিব বোৱাৰী।

সোনমহৰীয়া পেহাকৰ পুতেক সাধি তাতকৈ বয়সত ডাঙৰ। কাজেই তাৰ ঘৈণীয়েক যেতিয়া তাৰ বৌয়েকেই হব। কিন্তু তাইৰ মুখখন

ইমান শিশুসুলভ, বয়সো বোধকৰোঁ তাৰ সমানেহে হব। তাইক যে কিদৰে বৌ বুলি সম্বোধন কৰি মাতিব ! সি সঁচাকে তলে তলে এক ভীষণ সমস্যাত পৰিল।

সি অৱশ্যে কল্পনাও কৰিব পৰা নাছিল যে, সেই সমস্যাৰ সমাধান ছোৱালীজনীয়ে নিজেই কৰিব। সিহঁতৰ দৰে ভিতকৰা গাঁৱৰ নতুন বোৱাৰী এজনীয়ে যে, অচিনাকি ল'ৰা এজনক হঠাৎ এনে এবাৰ অপ্ৰত্যাশিত প্ৰশ্ন কৰিব পাৰে জড়িতজনত বাদে আনে বিশ্বাস নকৰাটোৱেই স্বাভাৱিক।

সিও প্ৰথমতে ভাবি পোৱা নাছিল কথাষাৰ যে তাকেই লক্ষ্য কৰি সোধা হৈছিল। আগদিনাখনৰ পৰাই তাৰ মনটো ভাল নাছিল। উপৰ্যুপৰি মানসিক আঘাটত সি চিন্তিত হৈ পৰিছিল।

বিহুৰ দিনা আবেলি নামঘৰত সৰু এটা ঘটনাই তাক প্ৰথমে স্তম্ভিত কৰি তুলিছিল। বছৰি গোটখোৱাৰ দৰে গাঁৱৰ তিনিওটা চুবুৰীৰ মানুহ বিহুৰ দিনা আবেলি নামঘৰত গোট খাইছিল। সেইদিনা সচৰাচৰ দৰেই পিতাকেও কলৈকো ওলাই যোৱা নাছিল। সিহঁতৰ ইংৰাজী স্কুল থকা গাঁওখনত য'ত আগেয়ে ৰামচন্দ্ৰ কেঞাই দোকান দিছিল তাতে পিতাকে নতুনকৈ আৰম্ভ কৰা দোকানখনো সেইদিনা মহী আৰু ভোলাৰ তত্ত্বাবধানতে এৰি থৈ আহিছিল। ভেলাঘৰ বা আন তেনে গঞাৰ সমূহীয়া উছৱত যোগ নিদিলেও বহাগ বিহুৰ এই দিনটোত নামঘৰত গাঁৱৰ মানুহখিনিৰ লগত পিতাকে প্ৰতি বছৰে যোগ দিছিল। সেইদিনাও যথা সময়ত পিতাক আহি ওলালহি। দাচু আছিল নামঘৰৰ দেউৰী। সিয়েই পিতাকক বহিবৰ কাৰণে ঢাৰি এখন যতনাই দিলেহি। পিতাকে বহিয়েই চাৰিওপিনে মানুহবোৰৰ মুখলৈ চালে। সি কাষৰ ঔজোপাৰ আঁৰত লুকাই বহিল। পিতাকে মানুহবোৰৰ মুখভাব দেখিয়েই হয়তো তলে তলে অনুমান কৰিছিল যে, সচৰাচৰ দেখি অহাৰ দৰে অকপট সৌহার্দ্যৰ চিন সেই মুখবোৰত নাছিল। পিতাকে সেইবাবে কথাষাৰ আওপকীয়াকৈ সুধিলে—

: আজি কি খেলাধুলা একো নকৰ নেকি ?

হঠাৎ মানুহখিনি কাহ পৰি জীন যোৱাৰ দৰে নীৰৱ নিমাত হৈ পৰিল পিতাকৰ প্ৰশ্নষাৰ শুনাৰ লগে লগে। সি ইমান দিনে দেখি আহিছিল, এই দিনটোত নিতউ ডেকাদলৰ মাজত মালযুঁজ হয়। পিতাকেই

দলবোৰ ঠিক কৰি দিয়ে। পিতাকৰ কথামতেই হ্বা-জিকা নিৰ্ণয় হয়। কোনোবাই দুখ পালেও পিতাকৰ কাৰণেই সহ্য কৰি লয়। সেইদিনা কিন্তু মানুহখিনি খন্তেক নীৰৱহৈ ৰ'ল। পাচত দেবাই যেন ইতিমধ্যে সকলোৰে সম্মতি লৈয়ে থৈছে এনেদৰে ক'লে—

: আজি ডেকাৰিলাকে মনচোন কৰা নাই। আজি নালাগে দে ককাই। নামেই হ'ক।

ঔজোপাৰ আঁৰৰ পৰা পিতাকৰ মুখখন সি লক্ষ্য কৰি আছিল। পিতাক হঠাৎ গম্ভীৰ হৈ পৰিছিল। খন্তেক পাচতে সহজ হবৰ চেষ্টা কৰি দাচুক ধপাত এচিলিম আনিবলৈ কৈছিল। দাচু তেতিয়া নাম-ঘৰৰ মজিয়াত ব্যস্ত হৈ আছিল। সি তাৰেপৰাই কলে যে, অলপ দেৰি হব। পিতাকে সেমেকা হাঁহি এটা মাৰি মানুহবোৰৰ মুখলৈ চোৱাৰ চেষ্টা কৰি ক'লে —

: তেনে মই যাঁৱেইদে। দোকানখন এৰি থৈ আহিছোঁ। দেৰি হৈ যাব। তহঁতে নাম ধৰ।

পিতাকে উঠি যোৱাৰ সময়তো মানুহবোৰৰ মাজৰ পৰা কোনেও একো এষাৰ নকলে। দুখ প্ৰকাশ বা এষাৰ অনুৰোধ। তাৰ বুকুৰ কোনোবা খিনিত কিহবাই হেঁচা মাৰি ধৰা যেন লাগিল। সি তাতে বজ্ৰাহতৰ দৰে নিথৰ হৈ বহি ৰ'ল। এনেতে শুখুনা, কেৰেপাইহঁতে তাক লগ ধৰিলেহি দোকানৰ পিনে যাবলৈ। পেণ্টা খাম্পাহঁতৰ নাম চাবলৈ। যন্ত্ৰচালিতৰ দৰে সি সিহঁতৰ পিচ ললে।

নন্দলালৰ গোলাৰ সম্মুখত মানুহে ঘেৰি চাই আছিল খাম্পাৰ নাচ। পেণ্টাই চিফুং বজাইছিল আৰু খাম্পাই ফটা জাল এখন গাত মেৰাই লৈ চিফুঙৰ সুৰে সুৰে নাচিবৰ চেষ্টা কৰিছিল। পেণ্টা আছিল অঞ্চলৰ শ্ৰেষ্ঠ বাংশীয়াল, কিন্তু খাম্পা আছিল নৃত্যত একেবাৰে অসাঠন। মানুহবোৰে অৱশ্যে তাৰ নৃত্যতকৈও তাৰ মুখৰ অবাইচ মাত আৰু অশ্লীল অংগী ভংগীবোৰ চাবলৈহে ঘেৰি ধৰিছিল। বিহুৰ সেই অঞ্চলত সিহঁত দুজনেই আছিল একমাত্ৰ আকৰ্ষণ।

দর্শকৰ উল্লাসত সিহঁতেও অংশগ্ৰহণ কৰিছিল। এনেতে মাতাল হৈ মুখেৰে নিলাজ মাত মাতি পদোপাৰাৰ নোমল আহি আছিল বেল আলিটোৰ সিপাৰৰ কৰবাৰ পৰা। মানুহজুমৰ একাংশই তাৰ প্ৰতি মনযোগ দিছিল দেখি নোমলেও খাম্পাইঁতৰ ওচৰতে বৈ গ'ল।

ইমানপৰে ভালে ভালেই চলিছিল কথাকাণ্ডবোৰ। এনেতে নোমলে বোধকৰোঁ মানুহজুমৰ মাজত তাক লক্ষ্য কৰিলে আৰু সচৰাচৰ গোলাপী নিচাত থকা মাতালবোৰৰ ক্ষেত্ৰত যি হয় সেইটোৱেই ঘটিল। নোমলৰ মনত পৰিল তাৰ পিতাকে দুদিনমানৰ আগতে তাক ধমক দিয়াৰ কথা। সি দেখোন হঠাৎ কোনো আড়ম্বৰ নকৰাকৈ কথাৰ মাচতে কোঁৱাৰ দৰে ক'লে—

: ডাঙৰ ডাঙৰ মানুহবিলাক (অশ্লীল) চব কানি বেপাৰী। আমাৰ গাঁৱত বাবাজীবুৰা, সিপিনে মৌজাদাৰ (অশ্লীল) মস্ত কানি বেপাৰী।

মানুহজুমৰ হাঁহি বন্ধ হৈ গ'ল। নোমলে হয়তো আৰু কিবা কলে-হেঁতেন, বয়সস্থ ৰবি মহাজনে তাক একৰকম ধমক দিয়েই কলে যে, বিহুৰদিনা লোকক গালি পৰাটো গৰ্হিত কথা। নিচা খাইছ বিহুৰ দিনা ধেমালি কৰ, নিৰ্দোষ ফুৰ্ত্তি কৰ, কিন্তু মানুহক গালি পৰাটো নিতান্ত অন্যায় কথা।

নোমলে উত্তৰত কিবা কলে যদিও তাৰ শুনাৰ ধৈৰ্য নহল। সি সন্তৰ্পণে তাৰ পৰা গুচি আহিছিল।

এইবোৰ কথাকাণ্ড দেখি দেখি সিও অনুভৱ কৰিছিল সিহঁতৰ ঘৰ-খনৰ ক্ৰমে ক্ৰমে ঘটি অহা প্ৰভাৱ স্খলনৰ কথা। সিও শংকিত হৈ পৰিছিল সিহঁতৰ ঘৰখনৰ, সিহঁতৰ পিতাকৰ ভৱিষ্যতৰ কথা ভাবি। আগদিনাখন আহতৰ গুৰিত পোষ্টমাষ্টৰ আৰু খাটাৰামৰ মাজত এনেবোৰ কথা লৈয়ে অকণ কথা কটাকটিও হৈ গ'ল। দুতিবামে অৱশ্যে সিহঁতৰ পিতাককে কেৱল উদ্দেশ্য কৰি কথাবাৰ কোৱা নাছিল।

সি আন্দোলনৰ বিষয়ে কওঁতে কৈছিল যে, মহাত্মাই যিমানে বাগীয়াল বস্তু বৰ্জন কৰিবলৈ কৈছে সিমানে নেতাবোৰে তলে তলে কানিৰ বেপাৰত ধৰিছে। প্ৰতিঘৰৰ ডাঙৰ মানুহৰ তাতে কানিৰ বেপাৰ কোনোবাই নহয় কোনোবাই তলে তলে কৰেই। কি নগৰ, কি গাঁও সকলোতে। কোনোবা কোনোবা ঘৰত আকৌ এটা ভায়েক ভলন্টিয়াৰ এটা ভায়েক দুৰ্ঘোৰ কানি বেপাৰী। পিচে একেবাৰে অধম হ'ল সিহঁতৰ নিজৰ গাঁওখনত। যিজন একমাত্ৰ ভলন্টিয়াৰ আছিল সেইজনেই ভলন্টিয়াৰী এৰি কানি বেপাৰত লাগি গ'ল।

খাটাই শুনি আছিল। খাটাৰ পিতাক নগাৰাম আছিল সিহঁতৰ পিতাকৰ মোমায়েক। খাটাই সুবুজ্জাকৈ থকা নাছিল যে, পোষ্ট-মাষ্টৰৰ আক্ৰমণৰ লক্ষ্য সিহঁতৰ পিতাকত বাদে আন কোনো নাছিল। গতিকে প্ৰতিবাদ কৰি ক'লে—

: মাষ্টৰ, তই সঁচাকে বৰ খাই পাত ফলা বিধৰ মানুহ দেই। তই যে, ছল পালেই বাবাজী ককাইৰ বিৰুদ্ধে কৱ, তোক দেখোন (অশ্লীল) সৰি পৰাৰ পৰা বুটলি আনি সেই বাবাজীয়েই নিজৰ দদায়েকৰ জীয়েকক দি সমাজত ঠাই দিছিল অ'? সেই কথা তই হবলা পাহৰি গলি?

: মই কেৱল বৰগিৰিৰ কথাই কোৱা নাই নহয়। আৰু বৰগিৰিৰ কিবা মই নাম ধৰি কৈছো নে?

: তই কি (অশ্লীল) কণা হাঁহক পটান দি ভুকুকাবলৈ আহ? তই ভাব, তয়েই (অশ্লীল) কেৱল জ্ঞানী, ইবিলাক চব মূৰ্খ নহয়?

লক্ষী আৰু হৰেশ্বৰহঁত ওচৰতে আছিল। সিহঁত দুয়ো বৰাই বুজ্জাই দুয়োজনকে শান্ত কৰিলে গুণেহে কথা সিমানতে ৰ'ল। নহলে হয়তো বেয়া ধৰণৰ উখনা উখনি লাগি পৰিলহেঁতেন।

উপৰ্যুপৰি এই ঘটনাবোৰে তাৰ মনটো সঁচাকে হতাশ নিৰুৎসাহ কৰি তুলিছিল। সি প্ৰায়ে অন্যমনস্ক হৈ পৰিছিল। সেইবাবেই নতুন

বোৱাৰীজনীয়ে যেতিয়া খালৰ পানী জিয়েলিত বাচন ধুই থকাৰ পৰা তাক মাত দিছিল সি ভাবিবই পৰা নাছিল যে তাকেই উদ্দেশ্য কৰি কৈছে।

: মোক কৈছা ?

: অ' তোকে তোন কৈছোঁ। তোৰ কাণ কি কলা হৈ গৈছে নেকি ? ইমান মতাতো যে শুনা নাই ?

তাইৰ এনে প্ৰগল্‌ভতাত সি স্তম্ভিত হৈ ৰ'ল।

: মই আহি কি তহঁতৰ পেহায়েৰহঁতৰ ঘৰখন অশুচি কৰিলোঁ নেকি—তই চোন আমাৰ চোতালত একেবাৰে ভৰিকে দিয়ানাই।

সি এনে প্ৰবল প্ৰত্যাহ্বানৰ উত্তৰ যে কিদৰে দিব ভাবি বিমোৰত পৰিল। সি চমুকৈ ক'লে—

: যাম বাৰু যোৱাৰ আগে আগে।

: যাবি কেতিয়াকৈ ?

: জানো কালিলৈ যাওঁ নেকি ?

: এতিয়া যাব কলৈ ?

: এনেয়ে অলপ আহোঁ, তেনেকে কলৈকো যাবলগীয়া নাই

: তেনেহলে এতিয়াই আহ আমাৰ ঘৰলৈ।

কেইখোজমান আগে আগে আহি হঠাৎ একাষে থিয় হৈ তাই ক'লে—

: তই আগ হ। লোকৰ তিৰীৰ পিচে পিচে যাবলৈ তোৰ লাজ নালাগেনে ?

ছোৱালীজনী যে ইমান প্ৰগল্‌ভ হব পাৰে তাইৰ মুখ দেখি সি নিজেই বিস্মিত হৈ গৈছিল। চোতাল পোৱাৰ লগে লগে তাই কোবাকুবিকৈ আৰু পাৰ হৈ গ'ল আৰু ঘৰত সোমাই বাচনখিনি থৈ ওলাই আহি তাৰ পিনে ৰহস্যময় দৃষ্টিৰে একেথৰে চাই থাকিল। কৰঁকালত হাত থৈ তাৰ সন্মুখত থিয় হৈ তাই তেনেদৰে চাই থকা দেখি তাৰ মনত

পৰিছিল বীৰপূজা পালাত ভেলেক আৰু সক দদায়েকে যমুনা আৰু বীৰভদ্ৰৰ পাৰ্ট লৈ কৰা ফুলনিৰ সেই দৃশ্যটো।

: পিচে ক' তই কিয় আমাৰ তালৈ অহা নাছিলি ?

: ক'তা, মইতো, আহৰিয়ে পোৱা নাছিলোঁ। আৰু এয়াচোন আহিলোৱেই !

: কি এইখন ঘৰলৈ আহিবলৈ তোক বিশেষ আহৰি লাগে নেকি ? বহুত দূৰ হয়তো !

: নহয় মানে—

: নহয় মানে ? আমাৰ মুখ চাবলৈ ঘিণ লাগে নহয় ? সেইবাবে অহা নাই। ক' যদি সেয়ে হয়, তই ঘৰলৈ অহাৰ সময়ত মোক আগতে খবৰ দিবি, মইও ঘৰৰ পৰা ওলাই গৈ মাহঁতৰ তাত থাকিম গৈ।

সি আগতে কেতিয়াও এনে এটা পৰিস্থিতিত পৰা নাছিল। ছোৱালীজনীৰ বাক্যবাণত সি বিমূঢ় হৈ পৰিল। তাৰ অসহায় ভাব দেখিয়েই বোধকৰোঁ তাই হঠাৎ নৰম হৈ ক'লে—

: নাই অ' তোক মই এনেয়ে ধেমালি কৰিছোঁ। বহ আকৌ, থিয় দি থাকিলিচোন।

ছোৱালীজনীৰ ভাবান্তৰত বিশেষকৈ তাইৰ স্নেহজড়িত কথাবাৰ শুনি তাৰ হঠাৎ চকুপানী ওলাই আহিব খুজিছিল। সি লৰালৰিকৈ মুখখন ঘুৰাই পিৰালিতে বহি ললে।

: তামোল খাবি নে ?

: উহুঁ।

: তই পিচে টাউন-চহৰত থাকিও অকণো চালাক চতুৰ হোৱা নাই। সিদিনা আবেলি তোৰ মুখলৈ চাওতেই মই বুজিছিলোঁ।

: সাধি কাই নাই নেকি ?

: নাই ; কৰবাত খেৰ কাটি থৈ দিয়া আছে বোলে। পুৱাতে খাই বই ওলাই গৈছে লৈ আহিবলৈ।

: পেহা ?

: নাই ; কুৰ্মা খাবলৈ গৈছে। কালিহে আহিব।

: এইজনী ?

: তাই মাছ মাৰিবলৈ গৈছে। তই যিদৰে খবৰবোৰ লব ধৰিছ, মই যেন মানুহেই নহয়।

তাৰ সমগ্ৰ দেহত হঠাৎ এটা অভিনৱ শিহৰণ অনুভৱ কৰিলে। ছোৱালীজনী তেনেহলে এই ঘৰখনত একেবাৰে অকলশৰে আছে। কথাষাৰ ভবাৰ লগে লগে তাৰ মূৰ তুলি ছোৱালীজনীৰ পিনে চাবলৈ অপৰিসীম সংকোচ হৈছিল। সি তলমূৰ কৰি থকা দেখি তাই ক'লে—

: এই, কোনে লাজ কৰিব লাগে, অথচ কৰিছে কোনে? নে মই বাঘ নেকি ? ভয় কৰিছ ? তোক অকলে পাই মই এতিয়া খাই পেলাম নহয় ?

তাৰ পৌৰুষৰ প্ৰতি এক প্ৰত্যাহ্বান যেন লাগিল তাইৰ এই বিদ্ৰূপ। সি সহজ হবৰ চেষ্টা কৰি তাইৰ মুখৰ পিনে চালে। সিহঁতৰ গাঁৱলৈ ইমান মৰমলগা মুখৰ বোৱাৰী এজনী যে কোনোবাই আনিব, তাকো আকৌ সাধিৰ দৰে এটা জবদ্‌গৱলৈ সি কল্পনাই কৰিব পৰা নাছিল। তাৰ মনত পৰিল সেই সৰ্ক চহৰখনৰ তাৰ বাবে গাথীৰ অনা খীণ লাহীদেহৰ ছোৱালীজনীলৈ। সি খন্তেক অন্যমনস্ক হৈ পৰিছিল—

: কি মোৰ মুখলৈ দেখোন ভেবা লাগি চাই থাকিলি ? মোৰ মুখত কিবা ৰূপ ফুটিছে নেকি ?

: অতোন !

তাইৰ বিদ্ৰূপজড়িত প্ৰশ্নযাৰৰ উত্তৰত হঠাৎ ওলাই গ'ল শব্দটো তাৰ মুখৰ পৰা। শব্দটো কৈয়েই তাৰ সম্ভাব্য পৰিণতিৰ কথা ভাবি সি শংকিত হৈ পৰিল। যাৰ কথা ভাবি সি শংকিত হৈ পৰিছিল তাই কিন্তু বীৰদৰ্পে তাৰ ওচৰ চাপি গ'ল আৰু সি কিবা এষাৰ কোৱাৰ আগতেই হাতত ধৰি পিৰালিৰ পৰা নমাই লৈ আহিল।

: আহ, তোৰ লগত চুপটি মাৰি থাকিলেই মোৰ পেট নভৰে নহয়।

তাইৰ হাতৰ স্পৰ্শত ইমান পৰে কিছু পৰিমাণে শান্ত হৈ পৰা মনৰ আলোড়ন আকৌ হেন্দোলি উঠিল। সি নীৰৱে নিজকে সমৰ্পণ কৰি দিলে এই নিৰ্ভয় নিঃসংকোচ বোৱাৰীজনীৰ হাতত। তাক ঘৰৰ পাচফালে তাঁতশালখনৰ ওচৰতে থিয়কৰাই নিজে পীৰাখনত বহি লৈ ক'লে—

: তই মোক ৰখি থাক। মই কাপোৰকে অলপ বৈ লওঁ এনেয়ে থকাতকৈ।

সি চাৰিওপিনে চাই ললে। সিহঁতৰ তামোল-পাণৰ বাৰীখনে তিনিফাল আগুৰি আছিল। এফালে সাধি ককায়েকহঁত থকা ঘৰটোৰ পাঁচফাল। সঁচাকে ঠাইখন নিজান নিজান যেন লাগিছিল; তাই ভয় কৰিবও পাৰে; কথাষাৰ অবিশ্বাসেৰে দলিয়াই দিবলৈ তাৰ মন নগ'ল।

সি বোৱাৰীজনীলৈ চালে। এইবাৰ তাইক নিঃসহায় নিঃসহায় যেন লাগিল। ছোৱালী ছোৱালী যেন মৰম লাগি গ'ল তাইক। তাই তাৰ পিনে মন কৰা নাছিল। তাৰ উপস্থিতিয়ে যেন তাইক নিৰ্ভয় নিশ্চিন্ত কৰি তুলিছিল। তাই একান্ত মনে তাঁতশালত ব্যস্ত হৈ পৰিছিল।

গৰকাৰ প্ৰতিটো গছকত তাইৰ মেখেলাৰ পাতলি উজাই আহি আহি এসময়ত তাইৰ আঠু পাৰ হৈ আহছিল। সূতা জোৰা দিবলৈ বাচৰ কাষলৈ হালোতে বুকুৰ কাচলি অবিন্যস্ত হৈ পৰিছিল বাৰে বাৰে। তাই একেবাৰে সচেতন হোৱা যেন নালাগিল। এবাৰ কি ভাবি জানো তাই হঠাৎ ক'লে—

: তই থিয়দি থকাতকৈ ইয়াতে বহ না, মোৰ কাষতে।

সি এনে এটা সুবিধাৰ বাবেই যেন ইমান পৰে বাট চাই আছিল, সি দ্বিৰুক্তি নকৰি তাইৰ গাতে গা লগাই বহি ললে। তাৰ লক্ষ্য নিবদ্ধ

আছিল তাইৰ আঠুৰ ওপৰৰ উকা অংশত। গৰকাত খোজ পেলালেই মেখেলাৰ পাতলি তাইৰ মাংসল অংগত খাজ কাটি সোমাই যায় আৰু খোজটো দাঙিলেই পাতলিটো ঢিলা হৈ পৰে। তাৰ প্ৰতি মুহূৰ্ত্তে ভয় হৈছিল, যদি পাতলিটো উজায়ে গৈ থাকে ? কিন্তু আঠুৰ পৰা চাৰি আঙুল মান উঠাৰ পাচত পাতলিটো বৈ গ'ল।
এটা মুহূৰ্ত্তত তাই হালি গৈ সূতা জোৰা দিছিল ; ঠিক সেই সময়তে তামোলনিৰ জাহিনৰ কৰবাৰ পৰা দঙুৰা মহ এটা আহি তাইৰ আঠুৰ ওপৰৰ উকা অংশতে পৰিলহি। তাৰ পিনে থকা ভৰিটোৰ। তাই তৎক্ষণাৎ তাক মহটো মাৰি দিবলৈ কলে—। সিও ইতস্ততঃ নকৰি মহটো মাৰি দিলে। তেজেৰে তাৰ হাত আৰু তাইৰ কৰঙনৰ সেই ডোখৰ ৰঙা হৈ গ'ল। মহটো মৰাৰ লগে লগে জানো তাইৰ কি হ'ল হঠাৎ তাক সাৱটি ধৰি গালতে চুমা খাই দিলে।

: তই বৰ ভাল ল'ৰা অ'।

তাৰো ক'ৰ পৰা জানো ইমান অদম্য সাহস হ'ল। হঠাৎ মনটো বেপৰোৱা হৈ পৰিল। সিও ছোৱালীজনীক সাৱটি ধৰি গালত চুমা খাই দিলে।

: পালিনে মজাটো ?

সি কথাষাৰ কৈ এনে এটা ভাব জন্মাবলৈ চেষ্টা কৰিলে যেন তাই তেনে কৰা দেখিহে তাৰ প্ৰতিশোধ লৈছে। তাই নিজক এৰুৱাবলৈ অকণো চেষ্টা কৰা নাছিল। কিন্তু চুমা খোৱাৰ পাচত তাক কপট ভয় দেখুৱাই কলে যে, সাধি আহিলেই তাই তাৰ অতপালিৰ কথা কৈ দিব। সি তাইৰ কৃত্ৰিম ভীতি প্ৰদৰ্শন বুজি পাইছিল আৰু দুয়োখন হাতেৰে তাইৰ মুখখন দাঙি ধৰিছিল। তাই কিন্তু লাজতে চকুদুটা মুদি দিছিল। এইবাৰ মুদা চকুদুটাৰ ওপৰত সি তাৰ ওঠ দুটা লগাই দি তাইক এৰি দিছিল।

: তই এতিয়া যা গৈ যা। তাই মাছমাৰি আহি পাবৰ হৈছে।
তাইৰ এই সন্দেহসূচক কথাষাৰত সি এক অদ্ভুত আশ্বাস অনুভৱ

কৰিছিল। সি এখন পূর্ণ হৃদয় লৈ তাৰ পৰা লাহে লাহে আঁতৰি আহিছিল। এয়া আছিল তাৰ জীৱনত অভূতপূর্ব এক অভিজ্ঞতা। দেহ মন তাৰ অপূর্ব এক ৰোমাঞ্চেৰে আলোড়িত হৈ পৰিছিল। কেইটামান মুহূর্ত্তৰ আগৰ মনৰ হতাশা ভাব অন্তৰ্হিত হৈ মন মুখৰ হৈ পৰিছিল নতুন অজস্র আশাৰ মধুৰ কলৰৱেৰে।

সৰু চহৰখনলৈ উভতি যোৱাৰ আগতে ছোৱালীজনীক অকল-শৰীয়াকৈ সি পোৱা নাছিল এটা সামান্য মুহূর্ত্তৰ কাৰণেও। যদিও সি অনুক্ষণ চেষ্টা বাদ দিয়া নাছিল একেবাৰে যোৱাৰ পৰলৈকে। সাধি বা পেহাক এজন নহয় এজন তেতিয়া ঘৰত আছিল। পিতাকৰ লগত ৰণ্ডিয়া নামৰ যিটো ৰেলৰ জংছন মাজবাটতে পৰে, তাৰ পৰা খোজ কাঢ়ি গৈছিল সি চহৰখনলৈ। যাওঁতে বাটে বাটে তাৰ মনত পৰিছিল আগদিনাৰ সেই মুহূর্ত্তকেইটাৰ কথা। যি কিটা মুহূর্ত্তই তাৰ আৰু নতুন বোৱাৰীজনীৰ মাজত এক নিবিড় সাহচর্য গঢ়ি তুলিছিল।

তাইৰ প্রতিষাৰ কথাৰ অন্তৰনিহিত তাৎপর্য কি হব পাৰে নিজৰ মনতে ব্যাখ্যা কৰি পৰম ক্ষোভত তাৰ নিজৰ গালতে চৰিয়াই লবৰ মন গ'ল। ছোৱালীজনীয়েই ঠিকেই কৈছিল যে, সি অকণো চালাক চতুৰ হব পৰা নাই। আচলতে তাৰ প্রতি সেয়া আছিল এক উন্মুক্ত আহ্বান; যিটো উপেক্ষা কৰাত হয়তো তাই নিজেই অভিমানাহত হৈ ইংগিতটো দিছিল।

ক্ষোভৰ অনুভূতি তাৰ যিমানে প্রৱল হৈছিল, আচৰিত কথা, গাঁওখনৰ পৰা আঁতৰি আহি মনটো তাৰ সিমানে মুকলি লাগিছিল। সৰু চহৰখনলৈ অহাৰ সময়ত কোনোদিন সি ইমান উৎসাহ অনুভৱ কৰা নাছিল।

অৱশ্যে সেই উৎসাহ কিছুমান অব্যর্থ ঘটনাৰ সোঁতত নিমিষতে উৰ'লি পৰিছিল আৰু সি থকা সেই চহৰখন তাৰ মানত হৈ পৰিছিল এখন ভয়াবহ অৰণ্যৰ দৰে। সেয়া অৱশ্যে এক সম্পূর্ণ অপ্রত্যাশিত কাহিনী।

কুৰি মাইল বাট তাৰ কাৰণে কোনো কথাই নাছিল। সেই সৰু চহৰখনৰ পৰা সিহঁতৰ গাঁৱলৈ এই কুৰি মাইল বাট সি ইতিমধ্যে দুই তিনিবাৰ আহিছে। নতুন চিনাকি বাট। পুৰণি পৰিচয়ৰ আমনি নোহোৱা। অথচ প্ৰতিদিনে আৰু বেছি জনাৰ উদগ্ৰ হেপাহৰ জন্ম দিয়া সেই দীঘল বাটটো খোজ কাঢ়ি অহাৰ কথা ভাবিলেই তাৰ মনত দুৰ্বাৰ উৎসাহ অনুভৱ কৰে।

ৰঙিয়ালৈ আৰু তিনিমাইলমান থাকোতে সেই যে সৰু নৈখন; য'ৰ দুয়োপাৰে শাৰী শাৰী বগৰীৰ জাৰণি। চকুৰে মণিব নোৱাৰাকৈ দীঘল শাৰী দুটাৰ তলত বগা শুকান বালি। সেইখিনি পালেই তাতে তাৰ বৈ দিবৰ মন যায়! বালিত বগৰীগছৰ ছাঁত অকলশৰে শুই থাকিবৰ মন যায়!

এই নৈখন পোৱাৰ আগতে আলিৰ বাওঁপিনে পৰা সেই বিলখন, পাৰে পাৰে কহুৱাৰ জাৰণি, বতাহত হালি জালি ভৰদুপৰীয়া তাৰ মনটো যে বুজাব নোৱাৰা বেদনাৰে পুলকিত কৰি তোলে! পানী-মেটেকাৰ অজস্ৰ ফুলৰ মাজে মাজে তালৈ ক'ৰ পৰা যে, লেখি শেষ কৰিব নোৱাৰা জাকে জাকে বগলী পৰেহি! বিলৰ পূব পাৰৰ সেই ওখ শিমলুজোপাৰ আগত আমন জিমনকৈ বহি থকা কুৰুৱাজনী! সি দেখা প্ৰতিবাৰেই তাই তেনেদৰেই বহি আছিল। তাৰ কিমান জানিবৰ মন যায়! তাই যে কেতিয়া আহাৰ গোটায়! বিলখন এৰি আহি পদূলিত নাৰিকল গছথকা ঘৰটোৰ দাঁতিয়েদি বাওঁফালে সোমাই যোৱা সেই যে সৰু আলিবাটটো, অলপ দূৰ গৈয়ে যে, কাবোবাৰ বাৰীৰ চুকত মোৰ লৈ হেৰাই পৰে, ক'ত বা যায় সেই বাটেদি? কাৰ কাৰ ঘৰ পায়, কি কি শুৰুনা নামৰ গাঁও! আৰু সেই যে সৰু চহৰখনৰ পৰা আহিয়েই লোহাৰ বেৰ থকা ৰেলৰ দলঙৰ

তলেদি যিটো কোবাল বলিয়া নদী সৰকি যায়, সৈ সৈ কাৰোবাৰ তামোলনিৰ কাষেদি যে দূৰৰ মেচ এটাত লুকাই পৰিছে, সেইটোৱে বা কি নতুন ৰূপ লৈ নাচি বাগি কোন পিনে ঢাপলি মেলিছে ? এইবোৰ কথা কিমান যে জানিবৰ মন যায় তাৰ। এই কুৰি মাইল বাটতে কত কুৰি বছৰ সুধিলেও ওৰ নপৰা জানিবৰ মন যোৱা নিতউ কত যে প্ৰশ্নৰ জাউৰি। কি যে ভাল লাগে তাৰ খোজ কাঢ় যোৱাৰ কথা ভাবিলেই !

সি সেইদিনাও ৰভিয়া পাৰ হৈ আহি এটা বৈচিত্ৰ্যহীন বাটৰ দাঁতিত বহি বহি জিৰাওতে এই কথাবোৰকে মনত পেলাইছিল। ওচৰৰ গাঁৱৰ আম এজোপাৰ পৰা কুলিৰ মাত ভাহি আহিছিল। আৰু তাৰ পিচপিনে কৰবাৰ পৰা কেতেকী চৰাই এজনীয়ে "বৌ কাকা ক'ত, বৌ কাকা ক'ত" বুলি চিঞৰি উৰি গৈছিল। চৰাইজনীৰ মাতটো অস্পষ্ট হৈ পৰাৰ লগে লগে মনত পৰিছিল তাৰ গাঁৱত এৰি অহা টুনী বৌৰ কথা। তাৰ পেহাকৰ পুতেক সাধিৰ সেই অকমাণ ছোৱালী যেন বোজনীৰ কথা। হঠাৎ তাৰ দেহ ৰোমাঞ্চিত হৈ পৰিল। মনটোও উদগ্ৰ হেপাহত উদ্বেলিত হৈ উঠিল। গাঁওখন কেতিয়া পায় তেনে এটা চিন্তাত মনটো অশান্ত হৈ পৰিল।

এইবাৰ মেলি লৈ অহা ছাতিটোৰ আমনিও তাৰ সহ্য নহল। ছাতিটো জপাই বেঁকা নালডাল কান্ধত লগাই পিঠিৰ পিনে ওলোমাই লৈ কোবাকুবিকৈ খোজ ললে। সিহঁতৰ দোকান আহি পাওতে বেলিটো ভালদৰেই লহিয়াইছিল। সি কোনো ফালে নোচোৱাকৈ পোনাই দিছিল। হঠাৎ সৰু কথা এটা চকুত পৰাত তাৰ খোজ অলপ শিথিল হৈছিল। আৰু তাৰ চিন্তাও বিক্ষিপ্ত হৈ পৰিছিল। পূৰ্ণ ভলন্টিয়াৰ আৰু নবীন ভাগৱতীয়ে খণ্ডত কিবা বলকি বলকি নেৱাজৰ গোলাৰ পৰা ওলাই আহিছিল। পূৰ্ণৰ হাতত আছিল এখন বহী। সি ৰবি মহাজনৰ পদূলিত আহত জোপাৰ তলত বৈ গ'ল খন্তেক। নেৱাজৰ গোলাৰপৰা পূৰ্ণহঁতক ওলাই অহা

দেখি ৰবি মহাজন পিচপিনেদি ওলাই যোৱা যেন দেখিলে; ইপিনে সিকাষৰ প্ৰসন্ন দোকানীয়েও কোবাকুবিকৈ সমুখেদিয়ে ওলাই গ'ল সোনাদোঙৰ দলঙৰ পিনে।

সিহঁতৰ ব্যস্ততা দেখি সি বুজিছিল যে, ৰবি আৰু প্ৰসন্নই পূৰ্ণ আৰু নবীনে লগ পোৱাটো নিবিচাৰে। অলপ পাচতে সিহঁত দুয়ো ৰবি মহাজনৰ দোকানত সোমাই সি আশা কৰা উত্তৰটোকেই পাই ঘূৰি গৈছিল। ৰবি মহাজন ঘৰত নাছিল। প্ৰসন্নৰ ক্ষেত্ৰতো তাৰ পুনৰাবৃত্তি ঘটিল।

হঠাৎ তাৰ মনত ইমান পৰে পাহৰি থকা নিৰাপত্তাহীনতাৰ ভাবটো উক দি উঠিল। সৰস্বতী পূজাৰ দিনা গধূলি সি পঢ়িবলৈ থকা সেই সৰু চহৰখনত যি এটা ভয়াবহ ঘটনা ঘটিছিল সেই ঘটনাটো তাৰ মনত পৰিল। ঘটনাটিৰ কথা মনত পৰিলেই মনটো তাৰ আতংকগ্ৰস্ত হৈ পৰে।

আৰু ঘটনাটোও এনে এটা সময়ত ঘটিছিল, যিটো সময় আছিল সিহঁতৰ জীৱনৰ পৰম আহ্লাদ আনন্দৰ সময়। সেই সময়তে সিহঁতৰ অন্তৰলৈ নামি আহিছিল চৰম আতংকৰ ছায়া, নিদাৰুণ বেদনাৰ মুহূৰ্ত্ত। সিদিনা চহৰখনৰ একমাত্ৰ হাইস্কুল য'ত সি পঢ়িছিল, তাতো সৰস্বতী পূজাৰ আয়োজন কৰা হৈছিল। পূজাৰ স্থান আছিল স্কুলখনৰপৰা আধামাইলমান আঁতৰত খেল পথাৰত। সি গধূলি পূজাথলীৰ পৰা আৰু এজনৰ লগত পূজাৰে কিবা বস্তু নিবলৈ বজাৰলৈ আহি আছিল। স্কুলৰ সম্মুখেদি ৰাষ্টাটো। তাতে ৰাষ্টাটোৰ ইটোপাৰে আছিল চহৰৰ ডাকঘৰটো। সি প্ৰথম দিনা আহোঁতেই লক্ষ্য কৰিছিল সেই ডাকঘৰটোৰ কথা। কিয়নো ঘৰটোৰ সম্মুখৰ বাৰান্দাত বেৰত আঁৰি থোৱা আছিল দুখন ছবি। এখন সিহঁতৰ ফুট আইতাকৰ ককাক মৰাৰ আগে আগে যেনে দেখা আছিল অবিকল তেনে—হাত-ভৰি শীৰ্ণ, বুকুৰ কামি হাড় ওলোৱা, বাঢ়ি অহা ঢোল যেন পেটেৰে কোনোবা এজন দণ্ডিৰামৰ ছবি।

কিবা হেনো বেজি লোৱাৰ আগৰ। বেজি লোৱাৰ পাচত সেই দণ্ডিৰামৰ যিটো ছবি আছে সেইটো পিচে সিহঁতৰ গাঁৱৰ কাৰো লগত নিমিলে।

সিহঁত দুয়ো বজাৰলৈ বুলি আহি ঠিক সেই ডাকঘৰটোৰ সম্মুখ পাইছিলহি এনেতে ডাকঘৰটোৰ কৰবাত ধুম কৰে এটা প্ৰচণ্ড শব্দ আৰু ধোঁৱা। সিহঁত দুয়ো ভয়তে দৌৰি বজাৰৰ কাষৰ আলি কেঁকুৰীটো পাইছিল গৈ। খন্তেক পাচতে ডাকঘৰটো কেন্দ্ৰ কৰি দৌৰাদৌৰি হুৰাহুৰি একেবাৰে এটা বিৰাট চাঞ্চল্যকৰ পৰিস্থিতি।

পুলিচেৰে অঞ্চলটো ভৰি পৰিল। আৰু ৰাতি থানাত শুনা গ'ল পুলিচৰ অমানুষিক অত্যাচাৰ সহ্য কৰিব নোৱাৰি চিঞৰি চিঞৰি কন্দা এজন ছাত্ৰৰ নিদাৰুণ কান্দোন। আলিবাটত এন্ধাৰত জুমে জুমে উজাগৰ মানুহ। সিও সমগ্ৰ ৰাতি আলিতে থিয় হৈ অপৰিসীম উদ্বেগত কটাইছিল। ভয়ত তাৰ সৰ্বশৰীৰ কঁপি কঁপি উঠিছিল। মানুহৰ জুমবোৰে নীৰৱ নিথৰ হৈ শুনি আছিল সেই ল'ৰাজনৰ অসহায় বিননি। হয়তো সিহঁতে ভাবিছিল সিহঁতৰ নিৰাশ্ৰয় উজাগৰ উপস্থিতিয়ে থানাৰ পুলিচ বিষয়া কেইটাৰ মন কোমলাবও পাৰে। কিন্তু লাভ একো হোৱা নাছিল। এসময়ত কান্দি কান্দি ল'ৰাজনৰ মাত মুশুনা হৈ পৰিছিল। অত্যাচাৰৰ আতিশয্যত তাৰ দেহ চেতনা-হীন হৈ পৰিছিল নিশ্চয়।

সেইদিনা তাৰ জীৱনত এটা নতুন অভিজ্ঞতা হৈছিল। সি ভাবিছিল, সিহঁতৰ গাঁৱত হোৱা হলে কোনোবা নহয় কোনোবা এজনে এই অত্যাচাৰৰ প্ৰতিবাদ কৰিলেহেঁতেন। কিন্তু এই চহৰখনত সঁচাকে মানুহ ইমান নিসহায়! ইমান নিৰাপত্তাহীন!

ইয়াৰ এসপ্তাহমানৰ পাচতে আৰু এটা ভয়াবহ ঘটনা ঘটিছিল। সিহঁতৰ সংস্কৃত পঢ়োৱা ভট্ট চাৰেই সিহঁতৰ ক্লাচ মাষ্টৰ আছিল। তেখেত আহি ৰোল কল কৰাৰ পাচতে বিভক্তি প্ৰয়োগৰ অধ্যায়টো ব্যাকৰণ কৌমুদীত মেলি লৈছিল। এনেতে পোৱা গোন্ধ এটা ওলাল।

আগৰ বেঞ্চিত বহা সত্য কান্তেশ্বৰহঁতে গোন্ধ পালে। খন্তেক পাচতে সত্যাই বোধকৰোঁ প্লেটফৰ্মৰ তলত কিবা জ্বলি থকা দেখিলে। সি হঠাৎ ভয় খোৱাৰ দৰে চিঞৰি ভট্ট চাৰক আঁতৰি যাবলৈ কলে। তেখেত হতভম্বৰ দৰে ওলাই গ'ল। ল'ৰাও আগৰ বেঞ্চিকেইখনৰ ওলাল। সিহঁতে কিন্তু কথাটো কি হৈছিল ভালদৰে বুজাই নাছিল। এনেতে প্ৰচণ্ড শব্দ হৈ প্লেটফৰ্মৰ কাঠ এচলা উফৰি গৈ আগৰ বেঞ্চি-খনত পৰিল আৰু ভট্টচাৰ বহি থকা চকীখনো দুৱাৰ মুখলৈ বুলি মাৰি পঠালে।

তাৰ আকৌ সৰস্বতী পূজাৰ ৰাতি হোৱাৰ দৰে অনবৰত সৰ্বশৰীৰ কঁপি থকা অনুভূতিটো আহি পৰিল। অস্থিৰ অশান্ত খোজত সৰু পঁজাটোলৈ ঘূৰি গৈ বিছনাত পৰি থাকিল। গোটেই দিনটো আৰু ৰাতিও সি একোকে খাব নোৱাৰিলে। কিবা খালেও একেবাৰে বিস্বাদ লগা হ'ল। ৰাতিও তাৰ অকলে থাকিবলৈ ভয় লগা হ'ল। আগেয়ে তাৰ ভাত খোৱাৰ পাচত টোপনিয়ে হেচা মাৰি ধৰিছিল। এতিয়া লেমটো মূৰশিতানত জ্বলাই ৰাখি, গাৰুৰ তলত মেচি দাখন লৈও ৰাতি শুবৰ কাৰণে ভয় লগা হৈ পৰিল।

বুঢ়াই যেতিয়া তাক কলে সি ভালেই পালে। সি যিখন ঘৰৰ আশ্ৰয়ত আছিল, সেই যে একালৰ শিৰফুটা ৰায়চাহেবৰ ঘৰ; খোদ ৰায়-চাহেবেই আছিল সেই সময়তো সেই ঘৰৰ মালিক। যাক শ্ৰদ্ধা কৰিছিল সেই চহৰখনৰ সভ্যভব্যবোৰে, ভয়ভক্তি কৰি চলিছিল আপামৰ জনসাধাৰণে। সি অৱশ্যে বুঢ়াক মাত্ৰ ভয়হে কৰি আহিছিল। কিন্তু এদিন তাৰ বুঢ়াৰ প্ৰতি আৰু এটা নতুন অনুভৱ হ'ল। এটা-সৰু ঘটনাক আশ্ৰয় কৰি।

এদিন ৰাতিপুৱা সি ভাত ৰান্ধি থাকোতে গৰম দালিৰ কেৰাহী হাতৰ পৰা পিছলি গৈছিল। সোঁহাত আৰু বুকুৰ একাংশ গৰম দালিয়ে পুৰি পেলাইছিল। সি পোৰণিত থাকিব নোৱাৰি চিঞৰি চিঞৰি বাটলৈ ওলাইছিল কাৰোবাৰ সহায় বিচাৰি।

কিন্তু সহায় দিবলৈ যিজন আথে বেথে আগবাঢ়ি আছিল ; আহি তাক কোলাত তুলি লৈ ডাক্তৰক মাতিবলৈ বুলি তৎক্ষণাৎ চাইকেল লৈ মানুহ পঠাই দিলে, আৰু যিজনে তাক ভয় নকৰিবলৈ, নাকান্দিবলৈ আৰু তৎক্ষণাৎ ভাল হৈ যাব বুলি আশ্বাস দিছিল, সেইজন আন কোনো নাছিল, আছিল সেই ভয়লগা, গহীন গম্ভীৰ বুঢ়াজন।

বুঢ়াই যেতিয়া তাক কলে যে, কিছুদিনৰ কাৰণে ঘৰলৈ যোৱাই ভাল হব আৰু ঘৰত পিতাকে কিবা কলে সি বুঢ়াই আহিবলৈ দিয়া বুলি কব, তেতিয়া সি সঁচাকে ভালেই পালে। তাৰো কিছুদিনৰ পৰা চহৰখনত থাকিবলৈ মুকলি মুকলি লগা নাছিল। আৰু বুঢ়াই কোৱাৰ লগে লগে তাৰ চহৰখনৰ পৰা আঁতৰি অহাৰ প্ৰয়োজন আৰু বেছি অনুভৱ কৰিলে। হাতত খৰচ নাছিল বাবে সি খোজ কাঢ়িয়েই আহিল সেই কুৰি মাইল বাট।

কিন্তু বাটে বাটে সি যিমান শান্তিৰ আশা কৰি আহিছিল পূৰ্ণ ভলন্টিয়াৰহঁতৰ দৃশ্যটো চকুত পৰাৰ লগে লগে সেই আশা আঁতৰি গৈছিল। তাৰ মন লাহে লাহে সংক্ৰমিত হৈ পৰিছিল কিছুমান অজানিত আশংকাৰ দ্বাৰা। বাৰে বাৰে মনলৈ আহিছিল সেই সৰস্বতীপূজাৰ ৰাতি ঘটা ঘটনাটোৰ কথা।

সি আহি আহি জুৰলোৱা ঠাইডোখৰৰ পৰা যেতিয়া সিহঁতৰ পদূলিৰ সিকাষে পেহাকহঁতৰ পদূলিটো দেখিলে তেতিয়াহে মনটো তাৰ কিছু পাতল হোৱা যেন অনুভৱ কৰিলে। কিন্তু যেতিয়া সিহঁতৰ পদূলিমুখ পাওতেই সাধিৰ ঘৈণীয়েকে কিবা কামত নওলাইদি ওলাই আহি তাক দেখি মাত দিলেহি সি স্তব্ধ জঠৰ হৈ পৰিল।

: কি হ'ল ? তই দেখোন বোবা হৈ গলি ? অ' বুজিছোঁ। মোৰ ৰূপ দেখি ?

কথাষাৰ কৈয়ে তাই নিজৰ ওফন্দি অহা পেটটোলৈ ইংগিত দি নীলা নীলা সিৰ সৰ্বস্ব হাত এটা তুলি ফুচফুচাই ক'লে—

: মোক দেখি চক খাব নালাগে যা, তহঁতৰ বোৱাৰীবোৰৰ দশাও এনেই হব। আৰু সোনকালে হব।

তাইক দেখাৰ লগে লগে ক'ৰ পৰা যে ইমান ক্লান্তি, ইমান জড়তাই তাৰ দেহ মন জঠৰ কৰি তুলিছিল, সি ভাবিয়েই পোৱা নাছিল। গৈ ছাতিটো বেৰত থৈয়ে কাপোৰ-কানি নোখোলাকৈয়ে এখন ঢাৰি পাৰি পিৰালিতে শুই পৰিল।

সি কিমান পৰ শুইছিল চেতনাই নাছিল, হঠাৎ গাতধৰি আইতাকে খাবলৈ জগোৱাতহে সি সাৰ পাই ধহ মহ কৰে উঠিল। উঠিয়েই তাৰ ভয় লাগিছিল। মানুহৰ ভয়। চোতালত পিৰালিত জ্বলাই থোৱা চাকিৰ পোহৰে দীঘল কৰি তোলা মহী আৰু ভোলাৰ ছাঁ দুটা দেখি সি ভয়ত জড়সড় হৈ পৰিছিল। এনেতে মহীয়ে তাক মাত দি খাবলৈ পুনৰ কোৱাতহে তাৰ মনলৈ অকণ আশ্বাস ঘূৰি আহিল। সিপিনে সৰু খুৰীয়েকহঁতৰ ঘৰৰ একতীয়াকৈ মেলি থোৱা দুৱাৰৰ ফাকেদি ম্লান পোহৰ এচেৰেঙা লুটি খাই পৰিছিলহি চোতালৰ পানীপোতা পাৰ হৈ। বহুদিন ধুৰাত তেল নিদিয়া কাৰোবাৰ ম'হৰ গাড়ী এখন দোকানৰ পিনৰপৰা পথাৰৰ বাটেদি আহি থকা কেৰ্ কেৰ্ শব্দটোৱে আৰু কৰবাৰ তামোলগছৰ পৰা মাজে মাজে ভাহি অহা ফেঁচাৰ মাতে গধূলিৰ এন্ধাৰখিনি আৰু বেছি নিজম কৰি তুলিছিল।

সি খাবলৈ বুলি আইতাকৰ উপদেশ এৰাব নোৱাৰি হাত-ভৰিকিটা ধুই পাকঘৰৰ পিনে যাব খোজোতেই দোকানৰ পৰা পিতাক আহি পালেহি। পিতাকে তাক কিবা তিৰস্কাৰ কৰিব বুলি ভয় কৰিছিল। কিন্তু পিতাকে দুই এটা যাবতীয় খবৰ সোধাৰ পাচত কলে যে সি অলপ কিছুদিন ঘৰতে থাকি যোৱাই ভাল হব।

পিতাকৰ কথাষাৰত সি আহ্লাদ বা বিষাদৰ কোনো হেতু বিচাৰি নাপালে। মনটো জঠৰ হৈয়ে থাকিল। পাচদিনাখন পুৱা দোকানলৈ যাওঁতেহে সি মনটোত কিঞ্চিত উৎসাহ অনুভৱ কৰিলে। অ'ত ত'ত

সৰু সৰু ঘটনা কিছুমান ঘটিছিল সেইদিনাখন। বেলআলিৰ ইটো-পাৰে নবীন ভাগৱতী, বৃহস্পতি আৰু বীৰেনে আৰু সিটোপাৰে পূৰ্ণ ভলন্টিয়াৰ, পদ্ম, হৰিচৰণ, শাস্তি আদিয়ে বজাৰৰ দোকানবোৰ বন্ধ কৰিবলৈ কৈ ফুৰিছিল। অলপ পাচতে শশী আৰু কোনোবা কোনোবা তাতে ওলালহি। সি ইমানপৰে সিহঁতৰ কাৰ্যকলাপ চাই চাই তাৰ সেই সৰু চহৰখনৰ অভিজ্ঞতাবোৰৰ কাহিনী সিহঁতৰ কাৰোবাৰ ওচৰত কোৱাৰ বাবে উৎসুক হৈ পৰিছিল। সি ভাবিছিল যে, সেই কাহিনী-বোৰৰ আগ্ৰহী শ্ৰোতা সিহঁতৰ মাজতেই পোৱা হ'ব; আৰু তাৰ এই অভিজ্ঞতাৰ পৰা সিহঁত নিশ্চয় উপকৃতও হ'ব। সেইবাবে শশীক দেখি সি অলপ আগবাঢ়িছিল তাৰ ওচৰলৈ। শশীয়ে অৱশ্যে ব্যস্তহৈ কাষ চাপিছিল নবীনৰ। নবীনে সিহঁত কিটাৰ কাণে কাণে কিবাকিবি কৈ পঠাই দিয়াৰ সময়ত তাকো ওচৰতে থকা দেখি ক'লে—

: অ' ইওচোন আহিছে। ইয়াকো লৈ যা লগত, তহঁত পাঁচোজনে কামটো কৰগৈ। পুলিচ অহা গম পালে মই কোৱামতে কৰিবি।

পুলিচৰ উল্লেখ শুনি তাৰ মনটো আকৌ নিষ্ক্ৰিয় হৈ পৰিল। ভৰিৰ আঙুলিৰ পৰা মূৰলৈকে সৰ্বশৰীৰ জঠৰ হৈ যোৱা যেন লাগিল। শশীয়ে তাক বাউসীত ধৰি একৰকম টানিয়ে লৈ গ'ল। চিন্তা কৰাৰ অৱকাশেই নাপালে। সিহঁত কেউজন গৈ থাকিল স্থানীয় হাটখোলা লক্ষ্য কৰি। শশীৰ কথাৰ পৰা সি বুজিছিল; কিন্তু উদ্দেশ্য কি তেতিয়া জানিব পৰা নাছিল। সি এবাৰ ভাবিলে বাটতে তাৰ অভিজ্ঞতাৰ কথাটো কৈ পুলিচৰ ভয়াবহতা সম্বন্ধে সিহঁতক সতৰ্ক কৰি দিব। কিন্তু সিহঁতে উপস্থিত কৰ্মাচঁনিৰ আলোচনাত ইমান নিবিড়-ভাৱে ব্যাপৃত হৈ পৰিছিল যে, তাক যে ইমান দিনৰ মূৰত দেখিলে সেই বিষয়েও কোনো প্ৰতিক্ৰিয়াৰ সৃষ্টি নহল সিহঁতৰ কথা-বতৰা বা চাল-চলনত। তাৰ নিজৰ কিবা এটা কৰবলৈকেই সংকোচ বোধ হ'ল।

দুদিন সিহঁতৰ কামকাজ আশা কৰা মতেই চলিছিল। কিন্তু তৃতীয়

দিনৰ দিনা গোলমাল লাগি পৰিল। পুলিচ অহাৰ খবৰটো পাই সি পথাৰৰ মাজৰ পৰাই ঘৰলৈ ঘুৰি আহিল। ঘুৰি আহি সি পদূলিতো সোমাব নোৱাৰা নাছিল। ফোপাই জোপাই সরু থুৰীয়েকহঁতৰ পিৰালিত বহিছিলহি। মনৰ পৰা সেই পুৰণি ভয়টো একোপধ্যে সি আঁতৰাই পঠাব পৰা নাছিল।

সরু দদায়েকে বজাৰৰ পৰা ঘূৰি আহি যেতিয়া পূৰ্ণ নবীনহঁতক ধৰিলৈ যোৱাৰ বৰ্ণনাটো দিছিল—পূৰ্ণ আৰু নবীনৰ দৰে সন্মানিত মানুহ দুজনক দোকানৰ মাজেদি হাতত হাত কেৰেয়া, কঁকালত কৈ ৰে বান্ধি বদমাচ পলৰীয়া গৰুক নিয়াৰ দৰে নিছিল—লগতে পদ্ম, হৰিচৰণ, কুমুদ, ৰীবেন, বৃহস্পতি, শাস্তি, শশী এনেকে দহজনমানক যোৰ যোৰ কৰি পলাই সাৰিব নোৱাৰাকৈ বান্ধি লৈ গৈছিল। কথাখিনি সি গিলি যোৱাৰ দৰে পৰম কৌতুহলেৰে শুনিছিল আৰু বৃহস্পতি, শশীহঁতৰ কথা চিন্তা কৰি বিষণ্ণ হৈ পৰিছিল। সিহঁতৰ বিষয়ে বিভিন্ন ভয়াবহ সম্ভাৱনাই তাৰ মনত উকি মাৰিছিল।

ভাবি ভাবি এটা সময়ত তাৰ মনটো মুকলি হৈ পৰিছিল। সি যে সৌভাগ্যক্ৰমে পুলিচৰ হাতত নপৰিল সেই কথাটো ভাবি ভাবি তাৰ মনটো পাতল অনুভৱ কৰিলে।

ৰাতি দুতিৰাম পেহাক আহিছিল। আইতাক থকা ঘৰটোৰ পিৰালিত বহি চাকিৰ পোহৰত জোলোঙাৰ পৰা কিবাকিবি উলিয়াই এৰী বাহত তাবিজ বনাই আছিল তাৰ ভায়েকৰ বাবে। কাহজ্বৰ হৈ আছিল ভায়েকৰ কিছুদিনৰ পৰা। এটা ক'লা শুকান বড়ি, অনুপান হ'ল মৌ আৰু তুলসীপাতৰ ৰস। নাকৰ আগলৈ চশমাযোৰ নামি আহিছিল আইতাকক দৰৱ সেৱনৰ নিয়মবোৰ বুজাই দিয়াৰ সময়ত। আইতাকে কোনোৰকম সহ্য কৰি শুনিছিল নাতিয়েকৰ কল্যাণৰ স্বাৰ্থত।

সি মাষ্টৰ পেহাকৰ মুখখন দেখিয়ে বুজিছিল মন একেবাৰে ভাল নহয়। চকু মুখত বেজাৰৰ চিন। দৰৱ দি উঠি, লাম-লাকটুবোৰ সামৰি সুতৰি

মাননিৰ বাবে দিয়া আদমহীয়াটো বুটলি লৈ উঠিব খোজোতেই তাক দেখি সুধিলে—

: তই আকৌ কিয় আহিলি এই অসময়ত ?

: তাত বৰ গোলমাল লাগিছে।

: গোলমাল মানে ?

: বোমা ফুটিছে, ল'ৰাবোৰ ধৰি পুলিচে মাৰিছে। আৰু বহুত গোলমাল।

: তই সেই ভয়তে গুচি আহিলি ?

: পঠাই দিলে আকৌ ?

: কোনে ?

: ৰায়চাহেব বুৰাই।

: তোকতো আৰু জোৰকে খেদাই দিয়া নাছিল ?

: সেইবুলি বুৰাই কলে মই নাহিম নেকি ?

পেহাকৰ পেৰাপেৰি কৰা প্ৰশ্নত সি সঁচাকে বিৰক্ত হৈছিল। সি যেনিবা নিজেই আহিল, তাত আকৌ ইমান সুধিবলগীয়া কিটো থাকিব পাৰে! তাৰ কথাৰ ওপৰতে আইতাকে উদ্দেশি কাৰোবাক কোৱাৰ দৰে ক'লে—

: ইমান সৰু ছলি এটা! তাতে বিদেশ বিভূইত অকলে থকা কথা! সি আৰু ভয় নকৰিবনে ?

ছুতিৰামে বোধকৰোঁ ভীষণ কিবা এষাৰ কবলৈ মনে মনে পাঙিছিল। পিছে এনেতে সৰু খুৰীয়েকে ওলাই আহি কলে যে, তাইৰো গাটো কিছুদিনৰ পৰা কঁপি কঁপি উঠা হৈছে আৰু ৰাতি বেয়া বেয়া সপোন-বোৰ দেখে। ছুতিৰামে হা না একো নকৈ খুৰীয়েকে যতনাই দিয়া ডলাখনৰ পৰা এৰাঁ সূতা নেচা লৈ সন্মুখত সৰু খুটি এটা পুতি লৈ সূতা নেচাৰ পৰা সূতা উলিয়াই এমূৰে আঙুলি আৰু আনমূৰে খুটিটোত মেৰাই অভ্যস্ত হাতেৰে গুণ এডাল বটি লৈ এৰীৰ বাহুৰ তাবিজবোৰ তাত জোৰে জোৰে বান্ধি দিছিল। আৰু

প্ৰতিটো বাক্যত জোৰ দিওতে পেহাকৰ মুখত চৰম বিতৃষ্ণা ফুটি উঠিছিল।

পিতাকে সিহঁতৰ ঘৰৰ পিৰালিত বহি তমাল তুলাই আছিল। আৰু মাজে মাজে পানীপোতাৰ কাষত বহি খৰাহী বৈ থকা মহীক কিবা নিৰ্দেশ দি আছিল। বেজালি শেষ কৰি উঠাত মাকে পেহাকক ভাত খাই যাবলৈ কলে। সি কিন্তু নাখাওঁ বুলি কৈ ওলাই গৈছিল। যাওতে তাৰ পিনে চাই সেমেকা হাঁহি এটা মাৰি বৰ ক্লান্তিৰে কোৱাৰ দৰে ছুতিৰামে কৈছিল—

ঃ হেৰ' তহঁতে ভাবিছ, গোলমাল তাতেই শেষ হ'ল? গোলমাল ইয়াতো হব। তেতিয়া তহঁত কলৈ পলাবি?

ছুতিৰাম ওলাই যোৱাৰ বহুত পাচলৈ সি অলৰ অচৰ হৈ পিৰালিতে বহি আছিল। এনেতে দূৰত শুনা গৈছিল ৰেলৰ শব্দ। পিতাকে যেন ৰেলখনৰ শব্দ শুনাৰ কাৰণেই বাট চাই আছিল এনেদৰে ক'লে—

ঃ হেৰা, ভাত বাঢ়া। ৰাতি ভালেখিনি হ'ল। মহীহঁতৰ কালিলৈ আকৌ বেহাৰতলীত যুঁজ কৰিবলগীয়া আছে।

মহীয়ে বিনয়ত গদ গদ হৈ কিবা একাষাৰ শুনা নুশুনাকৈ কলে। সি অৱশ্যে ভালদৰে একোতে মন দিব পৰা নাছিল; তাৰ মন আচ্ছন্ন কৰি পেলাইছিল পেহাকে এইমাত্ৰ দি যোৱা আশংকাৰ সম্ভাৱনাই।

পথাৰত থকা টিপটোৰ ভজাগছজোপাক কেন্দ্ৰ কৰি একেবাৰে পাগলী-জানৰ পাৰলৈকে সিহঁতৰ সবিয়হতলী আছিল। সি পুৱা একো কাম নথকাত বাৰীৰ মাজেদি গৈ সেই ভোলাবামে জপিয়াই পাৰ হোৱা নঙলাটো পাইছিল। নঙলাৰ দুয়োকাষে সিহঁতৰ বাৰীৰ হৃদটোত কিবা এটা দুৰ্বুদ্ধিত পিতাকে কই দিছিল কোটোহাবাঁহৰ শাৰী। ভাবিছিল হয়তো গৰু-ছাগলী সোমাব নোৱাৰাকৈ বাৰীৰ চৌপাশ দুৰ্ভেদ্য হব। কিন্তু হোৱা নাছিল। বাঁহৰ চোববোৰৰ মাজেদি হাতী সোমাব পৰা সুৰুঙা আছিল।

হৃদৰ দাঁতিয়েদি বাৰীৰ পথাৰলৈ পানী অনা খাল। খালটোৰ সিপাৰেই ক'লা মণ্ডল শশীহঁতৰ তালৈ যোৱা গাঁৱলীয়া আলিবাট। সেই আলিবাট পাৰ হৈয়েই সিহঁতৰ সবিয়হতলী। যাৰ উত্তৰ কাণেদি জানখন পাৰ হলেই বৈৰাগীপাৰা চুবুৰী।

পিতাকে এহাতে লাখুটি আৰু এহাতে জলপানৰ টোপোলালৈ ভজাগছ জোপাৰ গুৰিলৈকেই পোনাই গৈছিল। মহী আৰু মঠৰে ওচৰতে হাল বাই আছিল। জানৰ পাৰত ভোলাই ভাগি যোৱা সৰু সৰু অফলাবোৰ বান্ধি আছিল।

ভজা জোপাৰ. শিখৰত আমন জিমনকৈ বহি আছিল এটা বৰটো-কোলা। পিতাক ওচৰ চপাত বৰটোকোলাটোৱে গছজোপাৰ আগ-ডোখৰ আন্দোলি পাখীৰ শব্দ কৰি কৰি পথাৰৰ মাজৰ এটা এৰাবাৰীৰ পিনে উৰি গ'ল। তাক উৰি যোৱা দেখিয়েই নে পিতাকক ওচৰ চপা দেখিয়েই পথাৰৰ অ'ত ত'ত পৰি থকা কানকুকলাৰ জাকবোৰ আৰু বগা বগা চিকৰাখোৱা বগলীবোৰ উৰি উৰি আঁতৰত পৰিল।

: এই ডৰা কেই সাময দিলি বাক?

পিতাকে মহীক সোধাত মহীয়ে কলে যে, এইমাত্ৰ সিহঁতে এক সামৰ

দি দুটা আতৰ শেষ কৰিছে। মাটিখিনি গছকি চাই পিতাক সন্তুষ্ট হোৱা যেন লাগিল। এইবাৰ মাটিটোত জীপ আছে দেখি সোনকালেই চাহ হব বুলি পিতাকে কলে।

: এইবাৰ পিচে জোক বৰ বেছি হব।

: অ' মাটিৰ জীপ আছে তোন ?

পিতাকে কথা পতা দেখি মহীয়ে প্ৰশ্ৰয় পাই কলে যে, আগৰ মানুহে ধপাতেৰে তামোল খাইছিল দুটা কথাৰ কাৰণে ; এক আছিল জোক মাৰিবলৈ আৰু দ্বিতীয় কাৰণ আছিল মাটিৰ চাহ চাবলৈ।

পিতাকে পথাৰখনৰ চাৰিওপিনে বিশেষ সন্তুষ্টিৰ দৃষ্টি এটা দি কলে যে, এইবাৰ আহুৰ বাবে আমতীৰ পিচলৈ ৰবলগীয়া নহব। বতৰৰ আবভাব ভালেই হব যেন তেওঁৰ ধাৰণা।

কথাবোৰ সি আলিৰ দাঁতিত থিয় হৈয়ে স্পষ্টকৈ শুনিছিল। সি পিচে চাই আছিল দূৰৰ এৰাবাৰীটোলৈ উৰি উৰি সৰু হৈ থকা বৰটোকোলা টোলৈ। লগে লগে তাৰ মনত পৰিছিল সৰু চহৰখনৰ এটা বিশেষ আলিবাটৰ কথা। যিটো আলিবাট তাৰ পঁজাঘৰটোৰ পৰা স্কুললৈ পোনে পোনে গৈছিল। মাৰোৱাৰী গোলাৰ পিচফালেদি মহাজনৰ ঘৰৰ পিচপিনৰ পুখুৰীৰ চকোৱাৰ বাহিৰেদি যিটো বাট সি থকা গাঁওখনৰ পৰা ওলায়েই অগম্য হৈ পৰে। মাজৰ সৰু একপদীটোক দুয়োকাষৰ ঘাঁহনিয়ে এই আবৰি ধৰে এই আবৰি ধৰে যেন কৰি বাটটো গৈ থাকে। দুয়োকাষে ঘাঁহনিত যেনি তেনি বজাৰৰ দুখীয়া মানুহে কৰা প্ৰাতঃকৃত্যৰ সাক্ষী ৰাখি কৰবাত অকণ পথাৰ, কৰবাত ধোবাপটিৰ সন্মুখ, কৰবাত শ্মশানৰ কাষেদি কাকো নগণি যেন গৈ থাকে। সি প্ৰায়ে লৰালৰিকৈ সেই বাটেদি যায় স্কুলৰ সময়ত। গাঁওখন পাৰ হৈয়ে নাকত ৰুমালৰ সোপা দি গৈ থাকে। বৰ্ণাব নোৱাৰা বিমিশ্ৰ গোন্ধৰ মাজেদি। ধোবাপটিৰ সন্মুখত চাবোন পানী আৰু গেলাভাতৰ টেঙা টেঙা গোন্ধ আৰু শ্মশানৰ কাষত শুকান ছাল আৰু অলপ অলপ মঙহ গেলা মিশ্ৰ গোন্ধ এইবোৰ প্ৰথমতে তাৰ অসহ্য

লাগিছিল যিদৰে সকতে অসহ্য লাগিছিল হৰিণৰ কাণখন মনত পৰিলে। ঘৰত কোমোৰা সুঠিৰ আঞ্জা সি আগত ললেই হৰিণৰ কাণখন মনত পৰিলে তাৰ বমি বমি ভাব হৈছিল। আৰু সেই যে মাটিমাহৰ খাৰেৰে ৰন্ধা বাহীহোৱা দালিৰ বাতিত আঙুলিটোৰে লৰাই দিলেই দালিখনে যিটো ৰূপ ধৰে। তেনে ঘিণ লগা কথাবোৰ সেই বাটেদি কিছুদিন যোৱাৰ পাচত পুৰণি মনত নপৰা হৈ পৰিছিল আৰু লাহে লাহে এই নতুন ঘিণলগা গোন্ধবোৰো এসময়ত সহ্য হৈ পৰিছিল।

সেই শ্মশানখনতে এদিন, ঠিক এনেদৰেই এটা বৰটোকোলাই টোটলাটো ওলোমাই লৈ গৰুৰ জকা এটাৰ ওচৰতে পৰি আছিল। ওপৰৰ কদমগছৰ ডালতো কেইটামানে আমনজিমনকৈ বহি আছিল। সি মাটিত পৰি থকা বৰটোকোলাটোলৈ বাটৰ পৰা বুটলি শিলগুটি এটা মাৰি পঠিয়াইছিল। কিন্তু সি ভয় কৰি উৰি যাব ছাবি কাষেদি যোৱা শিলগুটিটো ঠোটেৰে ধৰিবহে খুজিছিল। দূৰৰ এৰাবাৰীটোৰ গছ এজোপাৰ শিখৰত মহা আড়ম্বৰেৰে পৰা বৰটোকোলাটোলৈ চাওতে সৰু চহৰখনৰ বিভিন্ন দিনৰ সৰু বৰ বহুত স্মৃতিয়ে তাৰ মন ভীৰ কৰি তুলিলেহি। হঠাৎ ছাট্ কৰে তাৰ মৰ্মস্থলত কাৰোবাৰ অদৃশ্য হাতে স্পৰ্শ কৰা যেন অনুভৱ হ'ল; যোৱা নিশা পোষ্টমাষ্টৰৰ কথাকেইষাৰ তাৰ মনত পৰিল।

সি পিতাকৰ পিনে চালে। মঠৰ-মহীহঁতে ভজাগছজোপাৰ তলত কিবা খাইছিল আৰু পিতাকে মহীৰ হালখন বাবলৈ লৈছিল। পিতাক যে সৰ্বস্বান্ত হৈও পিছ হোহকা নাছিল—সেই কথাষাৰ যিমানে ভাবিবলৈ চেষ্টা কৰিছিল সিমানে নিৰুৎসাহ হৈ পৰিছিল সি। পোষ্টমাষ্টৰৰ কথাকেইটা বাৰে বাৰে তাৰ মনত পৰাত মনৰ সকলো উৎসাহ সি হেৰুৱাই পেলোৱা যেন লাগিছিল।

আবেলি আহতগুৰিত গুথুনাইঁতে মোগল পাঠান খেলি থকা সি চাই আছিল। চাৰিওফালে সৰু বৰ কেবাজনেও ঘেৰি আছিল সিহঁতক

আঁতৰত খালৰ কাষত বহি আছিল দাচুৰ ভায়েক বিনা আৰু কোনোবা কোনোবা। জানো কি প্ৰসংগত কৈছিল, হঠাৎ তাৰ পিতাকৰ 'বাবাজী' নামটো শুনি সি উৎকৰ্ণ হৈ পৰিল। বিনাৰ কথাৰ সমৰ্থনতে বোধকৰোঁ খাটাই কৈছিল—

: তাৰনো কি কাম বেয়া, সি য'ত ধান কাটে তাত আৰু লেছেৰী বুটলিবলৈ যোৱাই মিছা। গান বাজনাতো বাবাজী কাকা জানো কম!

সি অৱশ্যে তাৰ পিতাকৰ প্ৰশস্তি শুনিও বৰ এটা আহ্লাদিত নহ'ল। বাবাজী নামটোৰ উল্লেখ শুনি পিতাকক বিদ্ৰূপৰ লক্ষ্য হোৱা যেন হে লাগিল। সি জানে, আইতাকৰ পৰা শুনি আহিছে যে, সি যেতিয়া ছমাহ গৰ্ভত আছিল, পিতাক যে যোৱা থোৱা নৰিয়াত পৰিছিল, যিটোৰ বাবে লোকনাথ বৈদ আৰু টংলাৰ মহম্মদ আলি ডাক্তৰৰ সহায় লবলগীয়াত পৰিছিল; যিটোৰ পৰা আৰোগ্যৰ একমাত্ৰ কাৰণ বুলি আইতাকে আজিও লোকনাথ বৈদৰ চিকিৎসাকে বিশ্বাস কৰে। তাৰ পৰা অব্যাহতি পায়েই পিতাক বহুদিন বিৰাগী হৈ পৰিছিল। বাবাজীৰ বেশত পিতাকে দিহিঙে দিপাঙে ঘুৰি ফুৰে, নিমখ নাখায় আৰু মাজে মাজে সময়ে অসময়ে হঠাৎ চহৰৰ বাবুভায়া বা দুই এজন বাবাজী লৈ ঘৰত উপস্থিত হয়হি। থকাৰো ঠিকনা নাই, কেতিয়াবা হয়তো ৰাতি আহি ৰাতি পুওৱাৰ আগতেই ওলাই যাব। কেতিয়াবা আকৌ দিনকে দিন সদলবলে থাকি যাব। এনেবোৰ লাগতিয়াল অলাগতিয়াল কথাৰ পাচত খৰচ যোগাওতে মৌজাৰ টকাই খৰচ হৈছিল। ক্ৰমে দেনাৰ দায়ত মাটি সম্পত্তি সমস্ত এদিন গুৱাহাটীৰ মহাজনৰ তাত বন্ধকত থৈ মুক্ত হবলগীয়া হৈছিল চৰকাৰৰ দায়ৰ পৰা। সিইঁতৰ পুৰণি সমস্ত হেৰাই গৈছিল। মাত্ৰ অৱশিষ্ট আছিল পিতাকৰ বাবাজী উপনামটো।

খাটাৰ মন্তব্য শুনিও সি অকণো উদ্বেলিত বোধ কৰা নাছিল। আৰু যি অকণ উচ্ছ্বাসৰ সম্ভাৱনা আছিল তাকো ধূলিস্যাৎ কৰি দিছিল

:পাষ্টমাষ্টৰে। গধূলিৰ গাড়ীৰ পৰা ডাক অনাৰ উদ্দেশ্যে ওলাই আহি ঠিক সেই সময়তে সি আহতৰ গুৰি পাই খন্তেক থিয় হৈ ষ্টেচনটোৰ পিনে চাইছিল। যেন অনুমান কৰিবলৈ চেষ্টা কৰিছিল গধূলি চাৰে পাঁচবজাৰ গাড়ীখন কিমান বজাত আহি পাব পাৰে। সেই সময়তে বিনা আৰু খাটাৰ কথোপকথন চলিছিল। খাটাৰ মন্তব্যবোৰ সহ্য কৰিব নোৱাৰি সি ক'লে—

: সেইবোৰৰ একো মূল্য নাই। জানিলেই চব নহয় নহয়। কৰ্ম কৰি দেখুৱাব লাগিব। আজি তাৰ পিচে পিচে ঘূৰি ফুৰা পূৰ্ণইঁতে জেলত আৰু সি ইয়াত বোম বোম মাৰি বহি আছে। আচলতে বাবাজীয়েহে আগতে জেলত যাব লাগিছিল।

মাষ্টৰে অৱমাননা কৰাৰ মতলবেৰেই পিতাকক সম্বন্ধ ধৰি বাবাজী ৰৰগিৰি বুলি উল্লেখ নকৰি কেৱল বৰগিৰি বুলিহে উল্লেখ কৰা কথাটোও সি অনুভৱ কৰিলে। খাটাৰাম নীৰৱে থকা দেখি তাৰ কথাবোৰ মানি লোৱা যেন পাই মাষ্টৰে এইবাৰ খাটাৰামহঁতকে আক্ৰমণৰ লক্ষ্য কৰি ললে—

: তহঁতেওনো কি কৰি আছ মই ভাবিয়ে নাপাওঁ।

খাটাই সেমেনাসেমেনি কৰি ক'লে—

: আমাকনো কিয় ধৰ? আমি হালোৱা মানুহ। তাতে অন্ধ। তাতে গৈ আমি কি কৰিম?

: নালাগে একো কৰিব। গৰু পহুৰ দৰে খাই বই সুখেৰে থাক। ছলি তোল, বংশ বৃদ্ধি কৰ আৰু এদিন নাতি নত্‌কাৰৰ মুখ চাই মৰি যা। আৰু কি কৰিবলগীয়া আছে তহঁতৰ।

: পেহাই নিজে জেলত নগলি কিয়?

খেলি থকাৰ পৰাই শুখুনাই প্ৰশ্নযাৰ কৰিছিল। মাষ্টৰ নিৰুত্তৰ হৈ ৰ'ল। আদিৰামে কটমটকৈ পুতেকৰ পিনে চালে। শুখুনাই পিতাকৰ চাৱনিত ভয় খালে যদিও কৈফিয়ৎ প্ৰদৰ্শন কৰাৰ দৰে ক'লে—

: তইঁতক যে কয়, সিনো নাযায় কিয় জেলত ?
শুথুনাই তাক মনে মনে ইংগিত দি সিইঁতৰ সমানৰ ল'ৰাবোৰক সি কথাষাৰ কোৱাৰ লগে লগেই তাৰ পৰা আঁতৰাই পথাৰৰ পিনে লৈ গ'ল। প্ৰতিক্ৰিয়াৰ বাবে বাট নোচোৱাকৈয়ে। আদিবামে সিইঁত যোৱাৰ পাচতে অশ্লীল গালি গালাজ পাৰি ক'লে—

: চাচোন কুকুৰৰ পুতেকে মই পিতাকটো বহি থাকোতেই ইমান ডাঙৰ সমাজ এখনত কেনেকে কথাষাৰ কৈ গ'ল। আজিকালি চালা ( অশ্লীল ) হঁতে ডাঙৰ সৰু নমনাই হ'ল।

: সেইটো কালৰ দোষ, আৰু হব, আৰু কত দেখিবি !
বিনাৰ এই মন্তব্যষাৰৰ পাচত আৰু কোনো কথা সিইঁতৰ কাণত নপৰিল। ইপিনে এমখামান অশ্লীল উজাৰি শুথুনাই ভোৰভোৰাই গৈ থাকিল।
সিইঁতে পথাৰেৰে কিছুদূৰ যোৱাৰ পাচতে এখন পেছেঞ্জাৰ গাড়ী আহি ষ্টেচনত ৰ'লহি। অসময়ত অহা পেছেঞ্জাৰ গাড়ীখন দেখি শুথুনাই পথাৰ এৰি যবলাইঁতৰ চুবুৰীত সোমাল আৰু পোনতে যি জোপা গছ পালে তাতে লফ্ লফ্ কৰে উঠি গ'ল ভালদৰে গাড়ীখন চোৱাৰ মনেৰে। সি খন্তেক পাচতে সঠিক হৈ চিঞৰি উঠিল—

: সঁচাই কণাহক ইষ্টিচনত বহুত মেলেকৃটাৰী নামিছে।
সি অৱশ্যে শপত খাই কবলগীয়া একো নাছিল। কিয়নো সিইঁতে মাটিৰ পৰাই দেখিছিল বহুত মিলিটাৰী নমা। সিইঁতে অৱশ্যে পৰামৰ্শ কৰি ঠিক কৰিলে আৰু অলপ ওচৰৰ পৰা ভালদৰে চোৱাৰ। ইমান ডাঙৰ ঘটনা এটা সিইঁতে প্ৰথমে দেখিছে যেতিয়া অলপ ভালদৰে চাই লৈ ডাঙৰবোৰক খুতি নাটি কৰ পাৰিলেহে ভাল হব। যবলাইঁতৰ চুবুৰীৰ একেবাৰে দ' পথাৰৰ দাঁতিৰ বাৰীটো, য'ৰ পৰা এসময়ত সি গাঁৱৰ মানুহে মাছমৰা চাইছিল—তালৈ যোৱাৰ কথাকে প্ৰথমে সিইঁতে ভাবিছিল। শেষত শুথুনাই কলে যে, হৰেশ্বৰ দজিৰ বাৰীটো আৰু বেছি দ' পথাৰলৈ সোমোৱা। তাৰ পৰা ষ্টেচনটো

আৰু ওচৰ হব। তালৈকেই কেউজনে ঢাপলি মেলিলে। সিহঁতে চাই দেখিলে ষ্টেচনৰ দক্ষিণৰ দাঁতিত বেল আলিৰ সিটো কাষে গুদাম ঘৰটোৰ মুধচত যি জোপা বিয়াগোম আহত গছ আছে তাৰে তলত পটাপট তম্বুৰ ঘৰ সজা হ'ল। আৰু মিলিটাৰীবোৰে বয়-বস্তু লৈ তাতে সোমাই থাকিল। সিহঁতৰ প্ৰত্যেকৰে একো একোটাকৈ বন্দুক।

শুথুনাৰ ভায়েক ৰংমলে জপিয়াই জপিয়াই চিঞৰিলে—

: অঁ হালেইহাঁত চাহি, একেবাৰে বহুত মেলেক্‌টাৰী ইষ্টিচনত। তম্বুৰ ঘৰ সাজি আছে।

সি ইাতমধ্যে ইহঁত কেইটাৰ কথাবতৰাৰ পৰা ঘটনাৰ মৰ্ম বুজি লৈ চিঞৰি গাঁৱলৈ সোমাই গ'ল। শুথুনাই ভায়েকৰ আচৰণত লাজ পাই ক'লে—

: ধেত্‌ ( অশ্লীল ) টোৱে আকৌ কি পগলাৰ নিচিনাকে আটাহ পাৰি মৰিছে !

সিহঁত ঘূৰি আহোতে পথাৰৰ কাণে কাণে ঘূৰি আহিছিল। আহত-গুৰিৰ খালটো গৈ দ' পথাৰত মিলিযোৱাৰ আগডোখৰত অকল পানী আছিল। যাওতে সিহঁতে মনেই কৰা নাছিল। এইবাৰহে মন কৰিলে যে, তাতে যবলাৰ ঘৈণীয়েক, সিহঁতৰ ঘৰত এসময়ত থকা চন্দ্ৰাৰ ভতিজা জীয়েক টেমা, কাহু, মঠৰৰ ভনীয়েক ধৰমী, শুথুনাৰ বায়েক দোভাগী, তাৰ ডাঙৰ দদায়েকৰ জীয়েক আটায়ে মাছ মাৰি আছিল জকাই লৈ।

শুথুনাই চিঞৰি চিঞৰি বায়েকক ক'লে—

: তাত মাছ মাৰি থাকিব নালাগে গুচি আহ্‌।

: মই মাছ মাৰিলোঁ। তোৰ কি হ'ল ? তই আকৌ বোকা[illegible] আহিছ কিয় ?

: ( অশ্লীল ) ভালে ভালে আহ যদি আহ। সেইয়া মেলেক্‌টাৰী বাপেৰহঁতক দেখা নাই হবলা। ধৰি নিলে মজা ওলাব ( অশ্লীল )।

শুথুনাৰ খং উঠিছিল। ছোৱালীহঁতে মেলৰ কোবত গাড়ীখনৰ কথাটো মনেই কৰা নাছিল! পূৰ্ণ ভলন্টিয়াৰহঁতক ধৰি নিয়া কথাটো সিহঁতেও জানে।

ভয়তে কেউজনীয়ে লৰালৰিকে সিহঁতৰ কাষ চাপিলহি। তথাপি বয়সৰ কৰ্তৃত্ব দোহাৰি বায়েকে ক'লে—

: ক'তনো দেখিলি অ' মান্নাত মৰা, মেলেকৃটাৰী? নষ্টযোৱাটোৱে তাকে আটাহ পাৰি মৰিছে!

শুথুনাই উত্তৰত অশ্ৰাব্য ভাষাৰে বায়েকক গালি পাৰি ষ্টেচনৰ পিনে দেখুৱাই দিলে। বায়েকে চালে আৰু বুজিলেও কিন্তু লগতে ভায়েকৰ স্পৰ্দ্ধাৰ প্ৰতি বক্ৰোক্তি কৰি ক'লে—

: মান্নাত মৰাৰ যে মুখ! লোকে বায়েকক জানো ইমান বেয়া কথা কয়!

: তই কিয় তেনে নপতিয়াৱ!

: অই তহঁতে মাকৃচাই লাজ দে অ' তাক!

দোভাগীয়ে সিহঁতৰ আটাইকে কলে যদিও তাৰ মুখৰ পিনে চাই লাজ লাজ কৰি কৈছিল। সি শুথুনাৰ মুখখন বন্ধ কৰাৰ উদ্দেশ্যেৰে ক'লে—

: বল বেগাই। মাষ্টৰ পেহাই কি কয় শুনোগৈ ব'ল।

: থ (অশ্লীল) টোৰ কথাকে কোনে শু'নি থাকে? সি জেলত নাযায়, আমাৰ পিতাইহঁতক আকৌ যাবলৈ কয়। সি কোৱাটোহে সঁচা, আনে কোৱাবোৰ (অশ্লীল) চব মিছা।

সিহঁত কোনেও তাৰ কথাষাৰৰ প্ৰতিবাদ নজনালে। সি কলে যদিও বেগাই গৈ ছোৱালীজাকক পথাৰৰ মজেতে এৰি যাবলৈ তাৰ মন নগল। সি তাহাঁতৰ পিচে পিচেই গৈ থাকিল। তাৰ বায়েক আৰু ধৰমী ছোৱালীজাকৰ শেষত পৰি ছল। কলাজ্বৰৰ পৰা বেজী লৈ ভাল হৈ বায়েকৰ ভৰিকিটা চিলচিল'য়া শকত হৈ পৰি'ছল। আঠুৰ পৰা ওপৰলৈ মেখেলাৰ পাতলি যিমানলৈ নামি আহিছে সেইখিনিত

বোকা-পানী নলগা পৰিষ্কাৰ হৈ আছিল। সেইখিনিৰ দৰে গোটেই গাৰ বংটো হোৱা হলে বায়েকক বেচ ভাল লাগিলহেঁতেন। সি ভাবিলে।

ধৰমীৰ বাওঁ কৰঙনৰ সেই দাগটো জানো এতিয়া আছে নে নাই! তাৰ জানিবৰ মন গৈছিল। তাইৰ সেই দাগটোৰ পিচত যি ঘটনা আছে, সেইটো সিহঁতৰ ঘৰতে ঘটিছিল। সি দেখা নাছিল যদিও পাচত শুনিছিল ঘটনাটো। মঠৰহঁতৰ আটাইকিটা ল'ৰা-ছোৱালীৰে এটা দোষ আছিল। সেইটো হ'ল ডাঙৰলৈ কেচুৱামি কৰা। ধৰমীৰ তলৰ ভায়েকটো তাতকৈও ডাঙৰ। অথচ সি নিজেই দেখিছে মাকে সিহঁতৰ ঢেঁকীশালত ঢেঁকী দি থকা অৱস্থাতে ভায়েকটোৱে খেল এৰি দৌৰি আহি মাকৰ পিয়াহ খাইছিলহি। ধৰমীৰো সেই স্বভাৱটো আছিল। মাকে সিহঁতৰ ঘৰত কাম কৰে আৰু তাই মাকৰ পিচে পিচে কুটুৰি ফুৰে। এবাৰ হেনো মাকে সিহঁতৰ চুৱা-পাতনিৰ ওচৰৰ অমিতাজোপাত বাৰি এডালৰ মূৰত ডবুৱা কটাৰী এখন লগাই লৈ অমিতা হাকুটিয়াই আছিল। ধৰমীয়ে কিবা কথাত জেউৰ ধৰি ওচৰতে মাটিত বাগৰি বোহ পাতিছিল।

হবও লাগে অঘটন! মাকে অমিতাৰ ঠাৰিত লগাই ঘচ্ কৰে টান মাৰি দিওতে এফালে অমিতা পৰিল আৰু আনফালে কটাৰীখনেই সুলকি ওলাই আহি তাইৰ কৰঙনত পৰিলহি। ভাগ্য ভাল, অলপ মানৰ কাৰণে বেয়া জেগা ডোখৰ বাচি গৈছিল। বহুত ডাঙৰলৈ তাইৰ সেই দাগটো আছিল। সঁচাসঁচিকে দৰা-কইনা খেলোতে তাইৰ সেই দাগটো দেখিলে তাৰ মনৰ উৎসাহ নোহোৱা হৈ পৰিছিল।

এতিয়া তাইৰ হাত-ভ'ৰ-মুখ গোটেই দেহটো ইমান শুৱনি হৈ পৰিছে! চাগে' সেই দাগটোও নেদেখা হৈ পৰিছে।

কাহৰ ভৰিকেইটা লিৰিকা লিৰিকি যেন লাগে ভৰিৰ সৰু গাঁঠি কেইটালৈ চালে। অথচ অলপ ওপৰৰ পিনে চালে কলাফুলকেইটা যেন সেই কেইটা ভৰিৰ নহয় এনে হেন লাগি যায়। দোভাগীৰ

পিনে চাব খোজোতেই তাই ছোৱালীজাকৰ কাষেদি ঘূৰি আহি গুখুনাক ক'লে—

: ধৰচোন খালৈটো। মোৰ মেখেলাখন ঢিলা হৈছে। ধৰ।

: নধৰো যা, মই তোৰ কিবা চাকৰ নেকি ?

: চা চোন চা, নষ্টযোৱা ইমান বজ্জাত্। অই তয়ে ধৰচোন।

সি দোভাগীৰ হাতৰ পৰা খালৈটো লৈ থমকি ৰ'ল। তাইৰ বুকুৰ মেঠনি সঁচাকৈ শিথিল হৈছিল। ওফন্দি পৰা বুকুৰ ওফন্দ্ য'ৰ পৰা আৰম্ভ হৈছে বগা নিমজ সেই অংশটো ওলাই পৰিছিল। তলত ফটা মেখেলাৰ বান্ধটো নথকাহেঁতেন, মেঠনি হয়তো আৰু তললৈ নামি গ'লহেঁতেন। মুক্তহৈ পৰা অংশটো চাবলৈ তাৰ লাজ লাজ লাগিছিল অথচ দৃষ্টিও আঁতৰ কৰি আনিব পৰা নাছিল।

: তই আগবাঢ় আকৌ, মই কাপোৰখন ভালদৰে লওঁ।

সি হঠাৎ সচেতন হৈ আগবাঢ়ি গুখুনাহঁতৰ লগ ধৰিলে। সি অন্যমনস্ক হৈ পৰিছিল। তাৰ মনলৈ আহিছিল সি ডুপৰীয়া কেতিয়াবা স্কুলৰ পৰা আহিলে নদীত মাজে মাজে দেখা দোভাগীয়ে গা ধুই থকা দৃশ্যটোৰ কথা। সেই যে বুকুৰ মেঠনি খুলি মুখ হাত ধঁহে। আৰু যে ভৰিকিটা মেলি দিলে মেখেলাখন পানীৰ ওপৰত ওফন্দি উঠে।

খাটা আৰু দাচুহঁতে আদিৰামক যে এদিন ভেলাঘৰত কৈছিল দোভাগীৰ প্ৰতি লক্ষ্য ৰাখিবলৈ। সেই উপদেশবাৰৰ তাৎপৰ্য ভাবি উলিয়াবলৈ সি মনে মনে চেষ্টা কৰিছিল। সেইদিনা দোভাগীক তেনে এটা অৱস্থাত দেখি সি কল্পনাই কৰিব পৰা নাছিল যে, দোভাগীৰ সংকোচহীন চাল-চলনেই এদিন তাইৰ কাৰণে কাল হৈ পৰিব। তাইৰ এই চৰিত্ৰই যে সিহঁতৰ গাঁৱৰ মৰ্যাদা ভূলুণ্ঠিত কৰা এটা কেলেংকাৰী ঘটনাৰ হেতু হৈ পৰিব।

কেতেকী চৰাইৰ 'বৌ কাকা ক'ত' মাত কাচিৎহে শুনা গৈছিল। তেতিয়া খৰালি আছিল। পূৰ্ণহঁত তেতিয়াও জেলত। তাৰ পিতাক হৈ পৰিছিল পৰাজিত এজন যোদ্ধাৰ দৰে। সিহঁতৰ সেই পুৰণি স্কুলখন পোৱাৰ আগতে যি ঠাইত এসময়ত ৰামচন্দ্ৰ কেঞাৰ দোকান আছিল তাতে পিতাকে এখন সৰুকৈ দোকান খুলি বহিছিল। তাতে কেঞা মহাজনৰ পৰা টকা আনি ধান সৰিয়হ ৰাখে আৰু কেঞাকে বিক্ৰী কৰি দিয়ে অলপ লাভ ৰাখি। পুৰা পথাৰত অলপ খেতিৰ কাম কাজ তদাৰক কৰি দিনটোৰ কাৰণে দোকানলৈ ওলাই যায়। ৰাতি প্ৰায়ে ঘূৰি আহে। অৱশ্যে ধান অহাৰ বতৰত কেতিয়াবা গোটেই নিশা ধান অহাৰ আশা থাকিলে তাতে থাকি যায়।

দোকানত প্ৰধান সহকাৰী হব লাগিছিল তাৰ ককায়েক। কিন্তু সি বন্ধু কেইজনমানৰ সংগত পৰি মদ আৰু ভাং কেৱল খোৱাই নহয় খেদি ফুৰা কৰিলে। গতিকে সহকাৰী হবলগীয়াত পৰিছিল মহীৰামে। সেই চুবুৰীৰে মেলা কানিয়া আৰু ফণি এনেকে আৰু তিনি চাৰিজন আছিল দিন হাজিৰাত।

ষ্টেচনত কেম্পকৰা মিলিটাৰী কেইটা মাজে মাজে দোকানত আৰু ওচৰৰ গাঁও-ভূইবোৰত পিয়াপি দি ফুৰিছিল। দুই এদিন সিহঁতৰ গাঁৱলৈকো আহিছিল তাৰ ককায়েকক বিচাৰি। গাঁৱৰ মানুহে সঠিক অনুমানেই কৰিছিল, কি উদ্দেশ্যেৰে সিহঁতে তাক বিচাৰি আহিছিল। সিহঁত অৱশ্যে হতাশ হোৱা নাছিল। মদাহীচৰৰ এটা অদ্ভুত মানসিক যোগাযোগ থাকে। সিহঁতৰ বাবে আহিলেই যবলাইঁতৰ চুবুৰীত মদৰ কলহ বিচাৰি ককায়েক লঘু হোৱা নাছিল।

লাহে লাহে মিলিটাৰী কেইটা ওচৰৰ মানুহবোৰৰ কাৰণে আৰু বিস্ময় হৈ থকা নাছিল।

ঠিক তেনে সময়তে ঘটিছিল ঘটনাটো। সেইদিনা ককায়েক গৈছিল দূৰৰ এখন হাটলৈ এজন বন্ধুৰ লগত পিতাকৰ কাৰবাৰৰ কিবা কথাত। পিতাকো ঘৰত নাছিল; ব্যস্ত হৈ আছিল দোকানত। আবেলি শুখুনা আৰু বয় মাদলৰ ভতিজাক মঙলু দুয়ো ঘৰৰ পৰা দা দুখন লৈ ওলাই আহিছিল নদীৰ পাৰৰপৰা খাগৰি আনিবলৈ। আহি আহতৰ গুৰিত মোগল পাঠানৰ কাটি থোৱা ছক এখন দেখি দুয়ো বহি ললে। সিহঁতৰ খেল চাবলৈ সি, কেৰেপাই আৰু কোনোবা কোনোবাই আগুৰি ধৰিছিল।

লক্ষী আহিছিল কৰবাৰ পৰা ছাতিৰ দৰে নাল লগা জাপিটো লৈ। হৰেশ্বৰ দৰ্জি গৈছিল গাঁৱৰ পিনৰ পৰা ওলাই। দুয়োৰে আহত-গুৰিত ভেটাভেটি হ'ল। প্ৰাথমিক খবৰবোৰ লোৱাৰ পাচত দুয়ো খালটোৰ পাৰত দুবৰিত বহি ললে। ৰেল আলিয়েদি এখন মাল-গাড়ী পূবৰ পিনে গৈ আছিল। আৰু সোনাদোঙৰ দলঙত উকি এটা মাৰিছিল।

হৰেশ্বৰে লক্ষীক সুধিলে—

: শহুৰে উৰাজাহাজখন চাই আহিলিনে?

: নাই যোৱা। ওপৰেদি যোৱা দেখোন নিতউ দেখিয়ে আছোঁ।

: হয়ও দেচোন। মহাভাৰত ৰামায়ণত কোৱা কথা এটাও মিছা নহয়। পুষ্পক ৰথ, নাৰদৰ ঢেঁকী এই বিলাকনো আচলতে কি? এই উৰাজাহাজেই যদি নহয়?

সি চকুৰে খেল চাই আছিল, কাণত পৰিছিল হৰেশ্বৰহঁতৰ কথা আৰু মনৰ চকুত ভাহি উঠিছিল প্ৰকাণ্ড উৰাজাহাজখন। যিখন জাহাজ কিবা বিকল হৈ প্ৰচণ্ড শব্দ কৰি সিহঁতৰ গাঁৱৰ পাঁচমাইলমান পশ্চিমে এখন দ পথাৰত পৰিছিল। তাৰ পাচত দহ বাৰদিন ধৰি তালৈ জাঁনি নিছিগা মানুহৰ সোঁত। পথাৰত তেতিয়া পানী আছিল। একৰঙন পানী। আৰু আছিল লিউ লিউ কৰে জোকবোৰ। ডাঠ দলনি আৰু হাড়কটা বন। পাঁচদিনমানৰ পাচত জোক

নোহোৱা হৈছিল, দলনি, হাড়কটা বনবোৰ গেলি পানীত উঁৱলি পৰিছিল।

হৰেশ্বৰহঁতেও চাই আছিছে। দাচুৱে তো গৈ জাহাজৰ পাখী অকণ লোকে নেদেখাকৈ কাটি আনিছে। উৰণ মন্ত্ৰৰ হেনো অব্যৰ্থ অনুপান। তাৰ পিতাক, লক্ষী, দ্যুতিৰাম মাষ্টৰ এনেকে দুই চাৰিজন নোযোৱাকৈয়ে আছে।

কথাৰ মাজতে হঠাৎ হৰেশ্বৰে খন্তেক থমকি ৰ'ল। খেলৰ পৰা শুখুনাও মূৰ তুলি চালে। লক্ষীয়েও শুনিছিল বোধকৰোঁ। পৰম বিৰক্তিৰে ক'লে—

: কাকনো কিহে পাইছে, ইমান আটাহ পাৰি দৌৰিবলৈ ?

শুখুনাই পুনৰ মোগল পাঠানৰ চকটোলৈ দৃষ্টি নমাব খুজি অন্যমনস্কহৈ পৰিল। খন্তেক উৎকৰ্ণ হৈ শুনি হঠাৎ ঘপ্ কৰে উঠিল আৰু দাখন লৈ চিঞৰি উঠিল—

: সেয়াচোন বাইৰ চিঞৰ। ৰহ্ চালা কুকুৰ, এক ঘাপে তোৰ মূৰ চিঙিম !

সিযে ইমান কোবত দৌৰিব পাৰে! নেদেখিলে বিশ্বাসেই নহয়! মণ্ডলুৱেও দাখন লৈ চোচা ললে। সিহঁতেও পিচে পিচে দৌৰিলে পথাৰৰ মাজলৈ। সিহঁতে আঁতৰৰ পৰাই দেখিলে শুখুনা আৰু সিহঁতক যোৱা দেখি মানুহটোৱে দোভাগীৰ পিছা এৰি পথাৰে পথাৰে পোনাই দিলে ষ্টেচনৰ পিনে। মানুহটো পলোৱা দেখি সিহঁতৰ সাহ দুগুণে বাঢ়িল। পথাৰৰ মাজ মানলৈ খেদি নিলে আৰু ষ্টেচনৰ পিনে যোৱা দেখি সিহঁত নিৰস্ত হ'ল। তাতে বৈ সিহঁতে দেখিলে ষ্টেচনৰ ওচৰ পোৱাতহে মানুহটোৱে খন্তেক দম ললে আৰু লাহে লাহে ৰেল আলিত উঠিল।

ঘূৰি আ'হ সিহঁতে কিন্তু দোভাগীক কতো নেদেখিলে। কিবা এটা জনাৰ বা সোধাৰ বাবে তাৰ কোনো ঔৎসুক্যও নহল। কিছুদিনৰ আগতে মাছমাৰি ঘূৰি আহোতে তাইৰ

মেঠনি শিথিল হৈ পৰা সেই দৃশ্যটো তাৰ বাৰে বাৰে মনত পৰিছিল।

শুথুনাৰো মুখভাব সলনি হৈছিল। ঘূৰি আহোতে তাৰ মুখত ক্রোধ বা ক্লান্তিৰ অকমানো আভাস নাছিল। তাৰ মুখত সি দেখিছিল অবদমনৰ এটা উচ্ছ্বাসহীনতা।

সেই ঘটনাৰ পাচত যিদিনা প্রথম তাইক দেখিছিল সেইদিনা তাইৰ মুখত মাজে মাজে সি কল্পনা কৰা আৰ্ত্ত ব্যথিত ছবি দেখিছিল। ঘটনাচক্রত পৰিহে তাইক সি দেখিছিল। সি গাঁৱৰ সিটোমূৰে যাওতে জয়াৰ দলঙখনৰ পৰাই লক্ষ্য কৰিছিল শুথুনাহঁতৰ পদূলিমুখত উদগ্রীৱ দৰ্শকৰ এটা জুম। সি ভাবিছিল নিশ্চয় বান্দৰটোৱে কিবা হাঁহিউঠা কাণ্ড এটা কৰিছে। কিন্তু গৈ সি যি দেখিলে, বিচূৰ্ত্তি খাই গ'ল।

দোভাগীয়ে মাটিত বাগৰি বাগৰি কান্দি আছে আৰু মাকে বাঁহৰ কামী এচলাৰে শাওপাতদি দি মৰিয়াই আছে। অবিন্যস্ত চুলি, কাপোৰ-কানিৰ মাজত তাইৰ ধূলি ধুসৰিত দেহটো দেখি তাৰ চাই থাকিবলৈ ভাল নালাগিল। বিশেষকৈ প্রকাশ্য আত্রানি আৰু ব্যথাৰ অন্তৰালত সি তাইৰ চকুৰপানী আৰু ধূলিৰে কুৎসিৎ হৈ পৰা মুখখনত কিবা এক অনমনীয় দৃঢ়তাৰ ছাঁ দেখিছিল, যিটো ছাঁ কোনো ছোৱালীৰে মুখত সি ভাল নেদেখিছিল। সি তাৰ পৰা লাহে লাহে আঁতৰি আহিল। কেৱল সিয়েই নহয় তাৰ সমস্ত সত্তা তাইৰ ওচৰৰ পৰা লাহে লাহে আঁতৰি আহিছিল। তাৰ অন্তৰত ইমান সময়ে ভীৰ কৰি তোলা গধুৰ বোজা এটা এইমাত্র কোনোবাই তুলি লোৱা যেন অনুভৱ হ'ল।

তাৰ এসপ্তাহমানৰ পাচতে এদিন ৰাতি দোভাগী মনে মনে পলাই গৈছিল মহেশ্বৰৰ তালৈ। সি কথাষাৰ শুনিছিল সাধিৰ ঘৈণীয়েকৰ পৰা। তাই ডুপৰীয়া ঘৰত কোনো নথকাত সিহঁতৰ পদূলিতে ৰহি খোসাকুটি খাই আছিল। সি কৰবাৰ পৰা ঘৰলৈ আহি পদূলিৰ নাৰিকলৰ তল পাইছিলহি। তাইৰ পিনে মন নকৰা দেখি ক'লে—

: অই ডেকাটো, তই কৰবাৰ পৰা ছাগলীৰ লেজ এডাল যোগাৰ কৰি দিব নোৱাৰনে মোক ?

: কিয় লাগে ছাগলীৰ লেজ ?

সি তাই সঁচাসঁচিকৈ কোৱা বুলি ভাবিছিল। ভাবিছিল গৰ্ভাৱস্থী অৱস্থাত হয়তো কিবা অসুখৰ কাৰণে লাগে। তাৰ প্ৰশ্ন শুনি তাই ক'লে—

: হেৰি অ' তোৰ নিচিনা ল'ৰা এটা তুলিলোহেঁতেন। এয়া চাচোন, খোলাকুটি খাই মৰিছোঁ। মাটিৰ দৰে নিবুকা গোটপক এটা জন্ম দিব লাগিব যি দেখিছোঁ।

কথাষাৰ শুনি তাৰ হঠাৎ খং উঠি গৈছিল। ছাগলীৰ লেজ খাই তোলা ল'ৰা মানে যে, মহা অঘাইতং সি জানে। কিন্তু তাইৰ দৰে সাধাৰণ মানুহ এজনীয়ে বিশেষকৈ ইমান কম বয়সীয়া ছোৱালী এজনীয়ে তাৰ বিষয়ে তেনে মন্তব্য কৰাটো তাৰ সহ্য হোৱা নাছিল। তাৰ পিচে এটা দুৰ্বলতা আছিল। সি ভাবেহে কিন্তু প্ৰকাশ কৰিব নোৱাৰে আৰু প্ৰায়ে কথাৰ উত্তৰবোৰ বহুত দেৰিকৈহে ভাবি পায়। সি কিবা এটা কোৱাৰ আগতেই তাই ক'লে—

: তইও দোভাগীক নিয়াৰ দৰে এজনী পলুৱাই আন অ'; মোৰে লগ এজনী হব তেও।

: দোভাগী বাইক কৈ দিম ৰহ, মিছামিছি কথাবোৰ কোৱা।

: কবি যা, মোৰ কাণ কাটিব। লোকে মাদাল আতাৰ বোৱাৰী হৈ কালি ৰাতিয়ে পলাই গ'ল। সকজন পুতেকে ৰাতি লোকে ৰুক্মিণীহৰণ কৰি লৈ গ'ল। তই হবলা খবৰেই পোৱা নাই। তইও তেনেকেই ৰুক্মিণী এজনী লৈ আহ কৰবাৰ পৰা।

খবৰটো শুনি সি স্তব্ধ হৈ গৈছিল; কিন্তু মুহূৰ্তৰ পাচতে তাৰ চিন্তাবোৰ জোকাৰি পেলাই সি চোতাললৈ সোমাই গৈছিল। ঘৰলৈ গৈ সি ভাবিছিল অকণ শুই ললেই তাৰ মনটো মুকলি লাগিব। তাৰ অৱস্থে টোপনি নাছিল। বিছনাত বাগৰি পৰাৰ লগে লগে

সেইদিনা মাটিত লুতুৰি পুতুৰি হৈ বাগৰি থকা দোভাগীৰ লেতেৰা কদৰ্য মুখখন মনত পৰিল।

সি শেষত ভাবি ঠিক কৰিছিল যে, সি আকৌ সক চহৰখনলৈ ঘূৰি যোৱাই ভাল হব। এতিয়া নিশ্চয় সকলো আগৰ দৰে স্বাভাৱিক হৈ পৰিছে।

কথাষাৰ মাকক কবলৈ বুলি ভাবোতেই আৰু ছুটা দিন পাৰ হৈ গৈছিল। আৰু কাকো পৰে তালো সৰেৰ দৰে সেই দ্বিতীয় দিনৰ দিনাই ঘটনাটো ঘটিছিল। খবৰটো প্ৰথমে পোষ্ট মাষ্টৰেই উলিয়াই-ছিলহি সিহঁতৰ গাঁৱত।

সিহঁতৰ ঘৰত এসময়ত চাকৰ থকা দাওখা বোলা মানুহজনৰ ককায়েকক মিলিটাৰীয়ে গুলীয়াই মাৰিছিল। সেই নিদাৰুণ কাহিনীটো শুনাৰ পাচত কেৱল সিয়ে নহয় গাঁৱৰ যিবোৰে শুনিছিল আটায়ে স্তব্ধ হৈ পৰিছিল। ভয়ত কাৰো মুখত মাত নাছিল। কিছু পৰৰ পাচত, ভয়ৰ প্ৰথম ধাক্কাটো সহজ হৈ পৰাৰ পাচত মানুহবোৰ পুনৰ কৌতুহল হৈ পৰিল সবিশেষ জনাৰ বাবে। বিভিন্ন সন্দেহে লাহে লাহে উকি মাৰিলে বিভিন্ন জনৰ মনত।

: কি নো কৰিছিল বাৰু সি ?

জিৎৰামৰ প্ৰশ্নৰ উত্তৰ ছুতিৰামে পট কৰে দিব পৰা নাছিল। চিন্তা কৰি কোৱাৰ দৰে ক'লে —

: জানো কি কৰিছিল ? মই মাত্ৰ লাচটো পোৱা বুলিহে শুনিলোঁ। ঘটনাটো বোলে কালিয়েই হ'ল। কেনেকে হ'ল ? কি হ'ল ? আৰু তো একো শুনাই নাই।

মানুহবোৰৰ কোনেও আৰু একো প্ৰশ্ন নকৰিলে। কথাখিনি শুনাৰ পাচতে হঠাৎ যেন ঘৰলৈ ঘুৰাৰ সময় হ'ল এনেদৰে আটায়ে আহত-গুৰিৰ পৰা ঘুৰি আহিল নিজ নিজ ঘৰৰ পিনে। দোকানৰ পিনে যাবলগীয়া মানুহবোৰো গাঁও এৰি কলৈকো নগ'ল। পথাৰৰ গৰু-বোৰো বেলি থাকোতেই ঘৰলৈ খেদি অনা হ'ল। মুঠতে গাঁওখনলৈ

নামি আহিল কিবা এটা ঘোৰ আতংকৰ ছাঁ। আনকি তাৰ ককায়েকেও ষ্টেচনৰ পিনে আনদিনাৰ দৰে ওলাই নগ'ল।

পিচদিনা সিহঁতৰ ঘৰলৈ আহিছিল দাওখাহঁতৰ একে গাৱঁৰে কৃফাং বানিয়া। সি অহা শুনি গাঁৱৰ বুঢ়া মেথা আটায়ে সিহঁতৰ ঘৰ ভৰি পৰিলহি। সেই বানিয়ায়ে কলে সমগ্ৰ কাহিনীটো বিশদভাৱে।

উজনিৰ পিনে সাপেখাটী নে কৰবাত আৰু ৰঙিয়াৰ কাষত পুথিমাৰী নে কৰবাত ভলন্টিয়াৰে হেনো মালগাড়ী ৰগৰাইছিল। গতিকে মিলিটাৰী চিপাহীয়ে ৰেল লাইন পহৰা দি আছিল। দাওখাৰ ককায়েক গাণ্ডাৰ খেতিপথাৰ আছিল ৰেল আলিৰ দক্ষিণ পাৰে আৰু থকাঘৰ আছিল উত্তৰ পাৰে বাগদোবা গাঁৱত। গাণ্ডা কিছুদিন তেজহাগনি হৈ পৰি আছিল। মেলা কানিয়াৰ পৰা এক ৰতি কানি যোগাৰ কৰি খোৱাৰ পাচত অলপ বাৰু পাইছিল। আৰু দুৰ্বল গাৰেই ধান দাবলৈ লৈছিল, কিয়নো ধানবোৰ পকি বতাহত হালি পৰিছিল। এন্দুৰৰ উপদ্ৰৱো হৈছিল বেছি। গতিকে সি নিয়ঁৰ তিয়ৰ একোকে নগনি একেবাৰে পুৱাৰ পৰাই ধান দাবলৈ লৈছিল নিতউ।

সেইদিনা ধান দাই প্ৰায় শেষ হওঁ হওঁ। দুপৰীয়া তাৰ বৰ ভোক লগাত ধান এভাৰ লৈ সি ঘৰলৈ আহিছিল। ঘৰত খাই বই যিমান পাৰে সেইদিনাই কাটিথোৱা মুঠিবোৰ নিয়াৰ কথা তলে তলে ভাবিছিল। গতিকে সি বেগাই আহিছিল।

কষ্টে মষ্টে সি তলৰ পৰা ভাৰখন কান্ধত লৈ কোনোমতে উঠি ৰেল লাইনৰ চিৰিকেইটাৰ দাঁতিত বৈ গৈছিল ফোপনিৰ কোবত। ভাগৰ পলাবলৈ সচৰাচৰ মৰাৰ দৰে সি এটা দীঘল সুহৰি মাৰি লৈছিল। আৰু পাৰ হবলৈ বুলি দুয়ো কাষে চাই লৈ ভৰি এখন আগবঢ়াইছিল। এনেতে ৰাইফলৰ শব্দ হ'ল। আৰু সি কোনো চিঞৰ বাখৰ নকৰাকৈ ভাৰে সতে মাটিত লুটি খাই পৰিছিল। পাচপিনে মূৰটো পৰিছিল ৰেলৰ চিৰি এডালত।

ঘৰৰ বা গাঁৱৰ কোনোৱে জনা নাছিল ঘটনাটো ঘটাৰ সময়ত। মৃতদেহটো নিশ্চয় মিলিটাৰী চিপাহীয়ে বুট জোতাৰে গুৰিয়াই গুৰিয়াই আলিৰ ইটোপাৰে বগৰাই দিছিল। ৰেলৰ আলিৰ কাষত গৰু বিচাৰিবলৈ আহিহে গাঁৱৰে এজনে আবেলি পৰত মৃতদেহটো তাতে পৰি থকা দেখিছিল। পিচপিনে মূৰৰ আধা ঠেতেলা খোৱা, চুলি-তেজ-মগহ-মগজু সনা পিতিকা হৈ আছিল। সন্মুখৰ পিনে চকুকেইটা ডাঙৰকৈ ওলাই অহা। সেঁ। বাউসীৰ তলত ঘা এডোখৰ।

ঘৈণীয়েকজনীয়ে দেখি থৰ হৈ বহি পৰিছিল। কণ কণ এমা ডিমা ল'ৰা-ছোৱালী চাৰিটাই অবাক হৈ চাই আছিল পিতাকৰ মৃত-দেহটো পদূ'লমুখলৈ অনাৰ পাচত। গাঁৱৰ মানুহবোৰেই স্তম্ভিত হৈ পৰিছিল।

পথাৰৰ ধান পথাৰতে ৰ'দত শুকাই বৰষুণত তিতি এন্দুৰ গৰুৰ গৰাহত নাশ হব। কুফাৎ বানিয়াই দুখ কৰি ক'লে—

: বাগদোবাৰ গোটেই কেইঘৰেই খাবলৈ নাপাই মৰিব এইবাৰ। ভয়তে সিহঁতে পথাৰৰ পিনে যোৱাই নাই।

কুফাৎ বানিয়াৰ কথা শুনি পোষ্টমাষ্টৰে দীঘল হুমুনিয়াহ কাঢ়ি ক'লে—

: মৰিবলগীয়া থাকিলে মৰিবই লাগিব। কিন্তু চালা এনেদৰে মৰা। লোকে সাপেখাটীত মিলিটাৰী গাড়ী বগৰাই দিছে। সৰভোগত মিলিটাৰী কেম্পকে জ্বলাই দিছে। সেইবোৰ কিবা এটা কৰি মৰিলেও বেলেগ কথা। কিন্তু চালা এনেদৰে গৰু কুকুৰৰ দৰে মৰা। ইমান নিদাৰুণ ঘটনা এটাৰ খুতি নাটি বিৱৰণ শুনাৰ পাচতো পিতাক নীৰৱে থকা দেখি তাৰ বেয়া লাগিছিল। পিতাকৰ প্ৰতি মনে মনে বিৰক্ত হৈছিল।

: আজিকালি দিন কালেই কিবা হ'ল অ'। তয়ে ক'চোন কাবাজী, মানুহ এটা মাৰা কম ডাঙৰ কথা আছিল নে? চালা, বাটৰ কুকুৰ এটা মৰিলেও মানুহে গম পায়। কিন্তু মানুহ মৰিলেও গম নোপোৱা দিনকাল হ'ল।

কৃফাৎ বানিয়াৰ কথাত পিতাকে হয়তো বহুত পুৰণি কথাই কব পাৰিলেহেঁতেন। যিবোৰ কথা সিহঁতে দেখা নাছিল, কিন্তু দেখা-বোৰৰ মুখত শুনি শুনি সিহঁতবো দেখাৰ দৰেই লগা হৈ পৰিছিল। সেই যে, বজ দিনীয়া সম্ভ্রান্ত ব্যক্তি বকৰা-দত্ত পৰিয়ালৰ অমানুষিক অত্যাচাৰৰ কাহিনী। কথা নমনা প্রজাক যে, ডিঙিলৈকে মাটিত পুতি ওপৰেদি মৈ চলাই দিছিল। তেতিয়া অৱশ্যে সেই মৃত্যুৰ খবৰ অজস্র মানুহে পাইছিল। সেই খবৰ অজস্র মানুহক দিবৰ বাবেই হয়তো তেনে অদ্ভুত ব্যৱস্থা কৰা হৈছিল।

পিতাক অৱশ্যে নীৰৱ নিকত্তৰ হৈয়ে ৰ'ল।

: ইয়াৰ কিন্তু কিবা এটা প্রতিকাৰ কৰিবই লাগিব।

নীৰৱতা ভংগ কৰি মাষ্টৰে কোৱা কথাষাৰ পিতাকৰ প্রতি প্রত্যাখ্যান স্বৰূপ যেন সি অনুভৱ কৰিলে। পিতাকেও হয়তো তেনেদৰেই লৈছিল। অলপ লৰচৰ কৰি ক'লে—

: কৃফাতে আজি থাকিয়েই যা নহলে। মোৰ পথাৰত অলপ মকা আছিল। তই বহ, মই সোনকালেই আহিম।

: নাই, মই যাওঁ। বেলি আছেই। পামগৈ পোহৰে পোহৰে।

কৃফাতৰ স্বাভাৱিক উত্তৰত মানুহবোৰে আৰু সিও অদ্ভুত এক ভয়-হীনতাৰ আভাস পালে। সি মনত অভূতপূর্ব আশ্বাস অনুভৱ কৰিলে। পিতাকে অৱশ্যে কৃফাতৰ কথাবোৰলৈ আওকাণ কৰি মাষ্টৰৰ মুখলৈ চালে খন্তেকৰ বাবে তাৰ পাচত দৃষ্টি ঘূৰাই আনি সম্মুখৰ পিনে চোতালত নিবদ্ধ কৰি ক'লে—

: বাৰু ছুতিৰাম তই যে কিবা এটা প্রতিকাৰৰ কথা কৈছ, কেনেকে কৰিব লাগে বুলি ভাবিছ বাৰু ?

মাষ্টৰে যেন ইমান পৰে তেনে এটা সুযোগকে বিচাৰি আছিল এনেদৰে খপ্ কৰে কৈ উঠিল—

: উপায় তো বহুত আছে।

: যেনে ?

: আমি প্ৰথমে ৰভিয়াত আপত্তি দিম।

: তাৰ ফল কি হব জান ?

: কি হব ?

গাঙাই বেল আলিত বল্টু খুলিবলৈ যুঁজি আছিল, সেই সময়ত তাক বাধা দিয়াত সি দা লৈ খেদি আহিছিল আৰু তেতিয়া তাক গুলী কৰাত বাদে উপায় নাছিল। কথাটো ঠিক এনেকুৱা হবগৈ।

: ইমান দেখ দেখ মিছা কথা এটা কোনে বিশ্বাস কৰিব ?

: তই মই নকৰিলে ক্ষতি নাই। কিন্তু যাৰ হাতত বিচাৰ আছে, সিহঁতে অন্তৰেৰে বিশ্বাস কৰিব !

দুতিৰামে নিৰুপায় হৈ খন্তেক মৌন হৈ ৰ'ল। তাৰ পাচত উৎসাহিত হৈ ক'লে—

: তেনেহলে আন্দোলনত যোগ দিব লাগে।

: কেনেকৈ' ?

: কেনেকৈ' আৰু কি ? পূৰ্ণহঁতে যেনেকৈ দিছে !

: যদি চবেই পূৰ্ণহঁতৰ দৰে জেলত সোমাই থাকোঁগৈ, তেন্তে গাঁওৰ, ঘৰৰ, খেতিপথাৰৰ অৱস্থাটো কি হব ? ল'ৰা-ছোৱালীবোৰক কোনে চাব ?

পিতাকৰ কথা শুনাৰ লগে লগে তাৰ মনত পৰিছিল দোভাগীক মিলিটাৰীয়ে খেদা সেই ঘটনাটো আৰু টেমাই-ধৰমী তাৰ বায়েকহঁতৰ মুখবোৰ। সি মনে মনে কল্পনা কৰিবৰ চেষ্টা কৰিলে গাঁৱত ডাঙৰ মতা মানুহবোৰ নাথাকিলে কিযে এক আতংকময় অৱস্থাৰ সৃষ্টি হব। এনেতে মাষ্টৰে ক'লে—

: গাঁৱত মানুহ থাকিনো কি ভাল হৈছে। গাঙাৰ গাঁৱতনো মানুহ নাছিলনে ? পিচে পাৰিলে জানো সি বাচি থাকিব ? গাঁৱৰ মানুহ এনেও মৰা, তেনেও মৰা, গতিকে কিবা এটা কৰি মৰাই ভাল।

আটায়ে নীৰৱ হৈ পৰিছিল। মাষ্টৰৰ কথাখিনি হতাশাৰ এক অভি-

ব্যক্তিত বাদে তাৰ একো যেন নালাগিল। ছুতিৰাম মাষ্টৰে কথাষাৰ কৈয়ে লাহে লাহে উঠি গৈছিল। তাৰ বোধকৰোঁ গাড়ীৰ সময় হৈছিল। কৃফাৎ বানিয়াও লাহে লাহে উঠিল। লক্ষীয়ে সম্মুখতে থোৱা খুন্দনাটোত তামোল এখন ভৰাই খুন্দোনে মুখুন্দো কৰি তাৰ পিতাকৰ মুখৰপিনে চাই বৈ থাকিল।

: মোমাই তামোলকে এখন খুন্দো দিয়া, খাই পথাৰৰ পিনে যাওঁ।

লক্ষীয়ে আচলতে নীৰৱতা ভংগ কৰিবলৈ ইতস্তত: কৰিছিল। পিতাকৰ সম্মতি পাই ডাংডালেৰে ডাঙৰ ডাঙৰ শব্দ কৰি তামোল খুন্দাত ব্যস্ত হৈ পৰিল। দূৰত বোধকৰোঁ পশ্চিমে চনবাৰী কেইটাৰে কৰবাত কেতেকী চৰাই এজনীয়ে মাতিছিল, বছৰৰ শেষৰ মাতষাৰ। আইতাকে পিৰালিত বহি এৰীসূতা কাটি আছিল আৰু চৰাইজনীৰ মাতষাৰ শুনি অকলে অকলে কৈছিল—

: হেইয়া বৌ কাকা ক'ত চৰায়ে মাতিছেচোন। বৰষুণ আহিবই কিজানি দুই এদিনতে।

পিতাকে দীঘল হুমুনিয়াহ কাঢ়ি ক'লে—

: বৰষুণ পৰাৰ আগতে নদীৰ হাৱৰ কেইটা বান্ধি লব পৰা হলে ভাল আছিল।

: মোৰো আছে ছুটামান। আজিয়ে মাৰিব লাগিব।

লক্ষী আৰু পিতাক যেতিয়া ওলাই গৈছিল তাৰ মনটো পুনৰ অশান্ত হৈ পৰিছিল। সি সেই বেছিকৈ মানুহ থকা, বেছি জনাবুজা মানুহে বাস কৰা সৰু চহৰখনলৈ উভতি যোৱাৰ কথা ভাবিছিল বাৰে বাৰে। গাঁৱত তাৰ নিৰাপদ নিৰাপদ যেন লগা নাছিল।

তথাপি সি বৈ গ'ল। গাঁৱত সৰুসুৰা ঘটনা কিছুমান ঘটিছিল। লক্ষীৰ মাজুপুতেক ক'লাৰামৰ সোঁ হাতৰ তলুৱাত বেঙেনাহাটীৰ কুৰত মাছ মাৰি থাকোতে গাগল মাছে বিন্ধি ফালি দিলে। মণ্ডলুৰ পিতাক বয় মাদলৰ ভায়েক চণ্ডীক ম'হে খুঁচি বাওঁ কৰঙনখন ইফাল সিফাল ফুটাই দিলে। ধৰমীৰ বিয়া ঠিক যাৰ লগত হৈছিল, বসন্ত হৈ ল'ৰাটো মৰাত তাইৰো বিয়াখন ভাঙি গৈছিল। আন গাঁৱৰ হোৱাহেঁতেন তাইক হয়তো হাটে বজাৰে কেতিয়াবা ধৰি লৈ গ'লহেঁতেন। সিহঁতৰ পিতাক থকাৰ বাবেই হয়তো সেইটো সাহ কৰা নাই। লক্ষীৰ সৰু পুতেকৰো বেমাৰ। বৈৰাগীপাৰাৰ পৰা এদিন ৰাতি তালিম কৰি ঘূৰি আহোতে নামঘৰৰ মুধচতে প্ৰথমে হাতী হৈ দেখা দিলে। পাচত সিহঁতৰ পদূলিমুখত য'ত মনাকুচিয়া ঘুঙুৰা আৰু সিহঁতৰ বাৰীৰ মাজৰ আটিয়াৰ খাৰৈটো আহি পদূলিৰ খালত পৰিছেহি তাত এটা খোন্দ দিয়া আছিল। সেই খোন্দটোৰ ওপৰতে কথা নাই বতৰা নাই পথালি হৈ গৰুগাড়ী এখন বৈ আছে। তাৰ আগ বাঢ়িবলৈ সাহস নহ'ল। মোমায়েক দাচুৰ ঘৰত সোমাই, মোমায়েকক জগাই কথাটো কলে। মোমায়েক যেতিয়া কাহটো মাৰি বাটলৈ ওলাই আহিল দেখিলে ক'তো একো নাই। দাচুৱে তাক সেই যে তিনিটা বাৰীৰচুকৰ জয়াৰ দলঙখন আছে, তালৈকে আগবঢ়াই থৈ আহিল। লক্ষীৰ পুতেকে নিৰাপদে সেইদিনা ঘৰ পালে হয়, পাচদিনাখনৰ পৰাই কিন্তু তাৰ জ্বৰ হ'ল। সেই জ্বৰ লাহে লাহে টান হৈ আহিছে। পোষ্টমাষ্টৰৰ মতে সান্নিপাতৰ লক্ষণ। দাচুৰ মতে বুঢ়া ডাঙৰীয়াৰ নজৰ। দাচুৱেই দৰৱ দি আছিল।

তথাপি নামঘৰৰ পূজাৰ আয়োজন অব্যাহত ভাৱেই চলি আছিল। তাৰ মনৰ হতাশাৰ ভাবো এই আয়োজনৰ উংহুলি মুহুলিৰ মাজত দুদিনমানৰ পাচতে নোহোৱা হৈ পৰিছিল।

তেতিয়া আগৰ দৰে প্ৰভিটো বস্তুৰ কাৰণে মনহৰি চৰকাৰ, তাত নহলে হয় একেবাৰে দহমাইল পশ্চিমে বড়িয়া, নহয়, পোন্ধৰ মাইল পূবৰ টংলাৰৈ নগলেও চলে। সিইঁতৰ সক ঠাইখনৰ বহুত সলনি হৈছিল ইতিমধ্যে। নেৱাজ কেঞাৰ গোলা তেতিয়া নাছিল। সি দেশত গৈ মৰিল। একমাত্ৰ পুতেকে ইয়াৰ কায় কাৰবাৰ বন্ধ কৰি দেশলৈ গুচি গৈছিল। গোলাটো বন্ধ আছিল। মৰাপাটৰ গাঁঠবন্ধা কলটো বহুদিন অব্যৱহাৰ্য হৈ পৰি থকাত মামৰে ধৰিছিল। তাৰ সন্মুখত ৰবি মহাজনৰ দোকান। তাৰে উত্তৰে ৰৰপেটাৰ প্ৰসন্নই নতুনকৈ দোকান খুলিছে। এচৰতে চুৰেনে নতুনকৈ চাহ-বিস্কুটৰ দোকান দিছে। বিষ্ণা বুলি এজনে তাৰ কাষতে তামোল পাণ চুৰটৰ গুমটি এটা দিছে।

ৰেল আলিৰ সিপাৰে ঘোষৰ দোকান, মনহৰি চৰকাৰৰ পৰা অকণ গৈয়েই। সি অলপ অচৰপ গেলামালো ৰাখে। নিমখ, কেৰাচিন আদি কৰি। ঘোষেই প্ৰথম দোকানত দেলাইট জ্বলাইছিল। বিয়াই সবাহে সি দেলাইট ভাড়াতো দিছিল।

নন্দলালৰ গোলাত আজিকালি ৰামচন্দ্ৰই বহিছে। সিও নতুনকৈ এটা মেন্থেল লাইট জ্বলোৱা কৰিছে। আজিকালি দোকানৰ অঞ্চলটো আগৰদৰে গধূলিতে নিৰ্জীৱ হৈ নপৰে। গধূলি প্ৰসন্নৰ তাত নহলে সিপাৰে ঘোষৰ তাত নিতউ আড্ডা বহে আৰু তাতে যুদ্ধৰ খবৰ, স্বাধীনতা সংগ্ৰামৰ খবৰ ইমুখ সিমুখ হয়। চুৰেনৰ তাত চলে তাচৰ আড্ডা। বহু ৰাতিলৈকে।

যুদ্ধৰ খবৰত ৰবি মহাজনৰ বৰ নিচা। সিয়ে আৰ তাৰ মুখত দিনত কথাবোৰ শুনি গধূলি আড্ডাত নিজৰ মা-মছলা দি চলাই দিয়ে।

: শুনিছ নে নাই অ' ঘোচবাবু, জাপানে বাৰ্মা উপায় কৰিলে বোলে ?

ঘোষ অলপ শিক্ষিত আছিল। সি হেনো উত্তৰ দিয়াৰ লগতে ৰবি মহাজনৰ ভুলটো শুধৰাইও দিয়ে—

: মই নজানো, অকুপাই কৰ্‌ছে নাকি ?

: হিটলাৰেও বোলে বোমা পেলাইছে বিলাতত, কি কয়হে মাষ্টৰ ?

: পেলাইছে। সি পিচে সিপিনে নগৈ ইপিনে আহিব লাগিছিল।

: ধানৰ দাম কিন্তু বেচ বাঢ়িছে দেই। ঘোচে এইবাৰ মাৰিবি দাও।

প্ৰসন্নৰ কথাৰ মূৰত ঘোষে কিবা কোৱাৰ আগতে ৰবি মহাজনে ক'লে—

: ঘোচে কি মাৰিব, চবচে দাও মাৰিলে ( অশ্লীল ) এই ৰামচন্দ্ৰই।

ৰবি মহাজনৰ কথাষাৰ সমৰ্থন কৰি প্ৰসন্নই কৈছিল—

: সিতো মাৰিলেই ভাই। অন্ততঃ চোৱা লাখ টকা সি যোৱা তিনিমাহতে মাৰিলে নিমখত।

পোষ্টমাষ্টৰৰ যুক্তিও আছিল সেইটোৱে। নামঘৰৰ পূজাত নিমখ ক'ত ক'ত লাগিব! মাত্ৰ দুটা কাৰণত লাগিব। এটা হ'ল মাহ প্ৰসাদত সানিবলৈ, দ্বিতীয়টো হ'ল ঠাকুৰ আৰু যাত্ৰাৰ দলৰ সিধাত। তাৰ বাবে লাগিব বৰ বেছি ডেৰ দুই সেৰ। সেইখিনি নিমখো ৰামচন্দ্ৰই নিদিবনে ? মাৰোৱাৰত ঘৰ হলেও ইয়াতে তাৰ বাপেকে বেপাৰ কৰি বুঢ়া হৈ মৰিল। ইয়াতে সি জন্মি নিজে খুটি খাব পৰা হ'ল। ওচৰৰ গাঁৱৰ ৰাজহুৱা পূজাখনত সি সেইকণ নিমখকে নিদিবনে ?

নিমখ বিচাৰি বিচাৰি হায়ৰাণ হৈ সৰু দদায়েকহঁতে যেতিয়া কথাটো মাষ্টৰক কৈছিল, মাষ্টৰে ৰামচন্দ্ৰৰ নিমখৰ বেপাৰৰ বিষয়ে শুনা কথাবোৰ হুবহু সিহঁতৰ আগত উলিয়াইছিল। আৰু কেইজনমান গৈ ৰামচন্দ্ৰক ধৰিবলৈ পৰামৰ্শ দিছিল।

সিও জানে, নিমখৰ দাম সেৰত চাৰি পাঁচ টকালৈকে উঠিছিল। সিহঁতৰ পিতাকে ৰামচন্দ্ৰৰ ভেটিত দিয়া দোকানত চাৰিবস্তা নিমখ লুকাই থোৱা সি নিজেই দেখিছিল। এদিন ৰাতি তাৰে এবস্তা মহী

আৰু ভোলাই-এন্ধাৰে এন্ধাৰে পথাৰেদি খালুংবৰিৰ কাষেদি মনে মনে লৈ আহিছিল সিহঁতৰ ঘৰলৈ। গাঁৱৰ মানুহে নিমখৰ অভাৱত যেতিয়া খাৰ খাইছিল সিহঁতৰ তিনিঘৰ কেতিয়াও নিমখৰ অভাৱত পৰা নাছিল।

সি ভাবিছিল, দদায়েকইঁতে ৰামচন্দ্ৰক খাতিৰ কৰিবলৈ যোৱাতকৈ সিহঁতৰ মাকক থুজিয়েইচোন লৈ আহিব পাৰে এক ডেৰ সেৰ যি লাগে। সি কিন্তু বহুত কিবাকিবি গোলমালৰ ভয়ত মুখ খুলি একো নকলে; আৰু বিশেষকৈ দদায়েকে নিজেই জানে যেতিয়া সি নোকোৱাটোকে সমীচীন হব বুলি ভাবি মনে মনে থাকিল।

নিমখৰ অৱশ্যে যোগাৰ হ'ল। বোধকৰোঁ মাষ্টৰৰ উপদেশে কাম দিলে। মুঠতে পূজা আয়োজন যোড়শোপচাৰে হ'ল। কোনো খুট নাথাকিল।

নামঘৰৰ ভিতৰত একাষে খেৰ পাৰি দিয়া হৈছিল গাঁৱৰ মাইকী মানুহ-খিনিৰ বাবে। এন্ধাৰ যিমানে ঘন হৈছিল সিমানে নামঘৰৰ ভিতৰৰ ব্যস্ততা শাম কাটি বাহিৰৰ ৰভাৰ তলৰ ব্যস্ততা বাঢ়ি গৈছিল। সি নামঘৰৰ পিৰালিৰ এচুকত বহি ভাবিছিল বহুত পুৰণি কথা কেতবোৰ। সি প্ৰথম ইংৰাজী স্কুললৈ যোৱাৰ বছৰলৈকে পূজাত মেণ্টেল লাইট জ্বলা নাছিল। জ্বলিছিল কোমোৰাৰ খোল বা কলৰ মুঢ়াত জ্বলোৱা সৰিয়হ শলিতাৰ আৰিয়া। শাৰী শাৰী অজস্ৰ আৰিয়াৰ পোহৰে আজিকালিৰ লাইটবোৰৰ দৰেই ঠাইখন পোহৰাই ৰাখিছিল। সেই আৰিয়াবোৰ আকৌ ঘৰে পতি ভাগ কৰি লোৱা হৈছিল। আৰু পূজাৰ গোটেই নিশাটো জ্বলাই ৰখাৰ ভাৰ পৰিছিল ঘৰৰ মানুহৰ গাত। সেইটো আছিল প্ৰতি ঘৰৰ নিজা নিজা দায়িত্ব।

প্ৰতিবছৰে বোৰ্ডিঙৰ বন্ধৰ সময়ত হৈছিল সিহঁতৰ নামঘৰৰ সভাখন। ৰাতি গন্ধত তেতিয়া যাত্ৰা হোৱা নাছিল, হৈছিল ঢুলীয়া বা বায়ন। বায়ন হলে সকৰপৰা ডাঙৰলৈ তেৰটামান খোল বজাইছিল আৰু সূত্ৰধাৰ বৰকান্দাজ ওলাইছিল।

পালাৰ চৰিত্ৰসমূহে বচন মাতিলে মুখবোৰ পোহৰাই দিছিল বহুৱাই এটা জ্বলন্ত জোৰৰ সহায়ত। সেইদিনত বহুৱাই প্ৰতিটো দৃশ্যতে আনকি শোকাবহ দৃশ্যতো উপস্থিত আছিল ; এই জোৰটো দেখুৱাৰ কাৰণেই থাকিবলগীয়াত পৰিছিল।

ঢুলীয়াই দিনত আকৌ কৰিছিল চাৰ্কাচ। ওখ বাঁহ পুতি, ওপৰত বাঁহৰ নঙলা দি, বচী ওলোমাই, গছত বাদুলী, বান্দৰ আৰু কেৰ্কেটুৱাই কৰাৰ দৰে ঢুলীয়া দলৰ গাইন অৰ্থাৎ মুখীয়ালজনে প্ৰদৰ্শন কৰিছিল ভাবিব নোৱাৰা, দেখিলেই গাৰ নোম থিয় হোৱা কিছুমান শাৰীৰিক কৌশল। ঢোলৰ ওপৰত ঢোল পাতি বাৰ চৈধ্য হাতমান ওখ কৰি তাৰ ওপৰৰ পৰা থৰ মাৰি মাটিত ঘপ কৰে বয়হি অৱলীলাক্ৰমে, যেন মাটিতে এইমাত্ৰ জোৰজাপ এটা মাৰিলে। বাঁহৰ ওপৰত গাইনৰ লগত ডেকা ল'ৰা, সৰু ল'ৰা কেবাটাইও যোগ দিয়ে আৰু ওপৰতে এটাৰ হাতত এটা ওলমি, নঙলাডালত কতো নধৰাকে ইটোৰ ওপৰত সিটো থিয় হৈ, ভৰিৰ কোনোবাখিনিত লগাই নঙলা-ডালত টাকুৰি ঘূৰাদি ঘূৰি যিবোৰহে কাণ্ড কৰে, সি নিতউ ভাবিছিল, এডাল চুলিৰ মানো যদি ইফাল সিফাল হয়, সময় বা ভৰ তেনেহলে তলৰ একেবাৰে কটকটীয়া শুকান মাটিত যদি ইমান ওপৰৰ পৰা সৰি পৰে মানুহকিটাৰ কি হব বাৰু ?

গধূলি গধূলি ওজাপালি হয়। পদোপাৰাৰ মাজি ওজাই ঘাগ্ ৰা পিন্ধি মূৰত পিচপিনে হলা জোঙেৰে পাগুৰীটো মাৰি ঘাই ওজা হয়। পালিত থাকে চুভাইত ; দায়না পালি হয় খাটাৰাম। ইঁহুৱাই দৰ্শকৰ পেটৰ নাড়ী ডাল ডাল কৰি দিছিল।

এতিয়া হ'ল মেণ্টেল লাইট ; একাংগী ডেন্স, বিবেকৰ গান, কনচাৰ্টৰ সময়। এতিয়া যাত্ৰাৰ দিন।

আগেয়ে টঙাবাৰীৰ মনচিং গাইনৰ ঢুলীয়াৰ দলটোৱে যি চাৰ্কাচ কৰিছিল, ওচৰৰে বাগদোবা গাঁৱৰ দুজনমানো সেই দলতে যোগ দিছিল। তাৰে এজনে সাইলাখ কেৰ্কেটুৱাটোৰ দৰে ওপৰৰ নঙলা-

ভালত এখন্ ভবিবে জপিয়াই নাচি যি এটা দৃশ্যৰ অৱতাৰণা কৰিছিল, দৰ্শক শ শ ৰাইজৰ মাতবোল হৰি নিছিল। আনকি কেচুৱাটোও মাকক আমনি কৰা নাছিল। আবেলি আবেলি পৰত ঘাই ঢুলীয়াই ঢোলত চাপৰ মাৰি দৰ্শকৰ বুকু কঁপাই দি শেষ কৰে ওজাপালিৰ কাৰণে।

ঠিক তেনে সময়তে দিনটোৰ প্ৰসাদ বিলায়।

তাৰ পাচত গধূলি গধূলি পৰত ওজাপালিৰ ওচৰত যেতিয়া আদহীয়া বা বুঢ়া বিষয়-বাবহীন ধৰ্মভীৰু কেইটাত বাদে কোনো নাথাকে সেই সময়তে নামঘৰ চৌদিশ বিয়পি পৰে ধুনাৰ ধোঁৱা আৰু ধূপৰ পবিত্ৰ গোন্ধে। লগে লগে জ্বলি উঠে সৰিয়হ-শলিতাৰ শাৰী শাৰী আৰিয়া। ধূপ, ধুনা আৰু সৰিয়হ পোৰা গোন্ধত যি এটা পৰিৱেশ হয়, পূজাৰ গন্ধ বুলিলে তাৰ আজিও সেই পৰিৱেশটোলৈহে মনত পৰে।

আজিৰ গন্ধত সেই পবিত্ৰ গোন্ধ নাই। এতিয়া আছে বিৰী, কেৰাচিন, মদ, গাঁজাৰ, গোন্ধ। আৰিয়া জ্বলিলেও বেদীৰ চাকিৰ দৰে ম্লান হৈ জ্বলে, মেণ্টেল লাইটৰ পোহৰ আৰু কেৰাচিনৰ গোন্ধত আৰিয়া নিস্প্ৰভ নিৰ্গন্ধ হৈ পৰে। সি নাকৰ পৰা অসহ্য গোন্ধবোৰ উলিয়াই দিয়াৰ উদ্দেশ্যে নাকেৰে দুটামান ফোঁচ ফোঁচ শব্দ কৰিলে। সি কথাবোৰ ভাবি থাকোতেই সঁচাসঁচিকৈয়ে কৰবাৰ পৰা গাঁজাৰ গোন্ধ তাৰ নাকত সোমাইছিলহি। অলপ পাচতে সি যেতিয়া তাৰ সক দদায়েক আৰু মহেশ্বৰক নামঘৰৰ পৰা ওলাই অহা দেখিলে তাৰ বুজিবলৈ বাকী নাথাকিল গোন্ধটোৰ উৎস ক'ত। ইপিনে ককায়েকে ৰভাৰ তলত এঠাইত অতীষ্ঠ হৈ বৈ আছে। নামঘৰৰ ভিতৰত হৈ থকা কথাবোৰ জানিও সি এৰি আহিব পৰা নাই। আগৰ থালী জেগা এডোখৰত মানুহ বহিবলৈ হাক দি সি বৈ আছিল তাতে। তাৰ ষ্টেচনত থকা চিপাহী বন্ধু কেইটা অহাৰ কথা যাত্ৰা চাবলৈ।

এই প্ৰস্তাৱত ৰাইজে প্ৰথমে শংকা বোধ কৰিছিল। পাচত যেতিয়া শুনিলে যে আগৰ দলটো বদলি হ'ল, তেতিয়া ভয় বা আপত্তিৰ হেতু

বিচাৰি নাপালে। ককায়েকে গাঁজা তাজা যাৱতীয় বচন্দ-পাতি ৰাতিটোৰ কাৰণে ঠিক কৰি ৰাখিছে। দোভাগীৰ গিৰিয়েক মহেশ্বৰো তাৰ লগে লগে ঘুৰি আছে। তাৰো চিপাহীহঁতৰ লগত চিনাকি হোৱাৰ মন।

দাচুক আৰিয়া এটাৰ ওচৰত বুকুত হাত সাৱটি থিয় হৈ মিচিক মিচিক কৰে হাঁহি থাকোতেই সি বুজিছিল যে দাচুৱে যবলাহঁতৰ চুবুৰীত কাৰোবাৰ তাত পৰম্পদ টুপি ধৰি আহিছে। তাৰ ওচৰলৈ গলেই সি ককায়েকক কয়—

: মোকো চিনাই দিবি দে মেলেকৃটাৰীহঁতক।

শুধুনা-সাধি আটায়ে তাৰ ককায়েকৰ কথামতেই কামবোৰ কৰি গৈছিল।“ চিলিম তিনিটা, কুটনিও তিনিখন যতনাই থৈছিল। সৰু দদায়েক আৰু দেবাহঁতে ইতিমধ্যে কথাবোৰ লক্ষ্য কৰি গৈছিল। আহিলে যাতে সুযোগ হেকৱাব লগীয়া নহয় সেই আশাৰে।

: অই, মিলিটাৰীৰ ওচৰতে ঘোচবাবুহঁতৰ কাৰণেও অকণ জেগা ৰাখিবি।

সৰু দদায়েকৰ কথাষাৰ ককায়েকে আওকাণ কৰিলে। মিলিটাৰীৰ দৰে ইমান শক্তিশালী ব্যক্তিৰ দায়িত্ব লোৱাৰ পাচত মহাজন তহাজনৰ দৰে নগণ্য লোকৰ দায়িত্ব তাক লবলৈ কোৱাটো হয়তো তাৰ আত্ম-সম্মানৰ প্ৰতি প্ৰত্যাহ্বান যেন অনুভৱ কৰিলে ককায়েকে।

সি পিচপিনে ঘুৰি মাইকী মানুহৰ মাজত দোভাগীক দেখে নেকি চালে। বাহিৰৰ পেট্ৰমাক্সৰ উজ্জ্বল পোহৰে নামঘৰৰ চকোৱাৰ ছাঁবোৰ ভিতৰত গাঢ় কৰি তুলিছিল। সি ছাঁৰ এন্ধাৰত চিনি উলিয়াব পৰা নাছিল, যদিও জানিছিল যে দোভাগী তাতেই আছিল। মিলিটাৰী পূজা চাবলৈ অহাৰ কথা শুনি তাইৰ চাগে’ মনটোত কেনে লাগিছে? সি অনুমান কৰিবলৈ চেষ্টা কৰিলে। বিভিন্ন দিনত দোভাগীক কেন্দ্ৰ কৰি ঘটা বিভিন্ন ঘটনাবোৰে তাৰ মনত ভীৰ কৰিলেহি। সি মহেশ্বৰক কৰবাত দেখে নেকি চালে। সি মহেশ্বৰক কতো নেদেখিলে;

তাৰ চকু পৰিল যবলাৰ ঘৈণীয়েক, ধৰমী, টেমা, কাহ এনেদৰে এগাল ছোৱালীৰ ৰভাৰ একাষে ইতস্ততঃ কৰি থিয় হৈ থকা দলটোৰ ওপৰত।

যবলাৰ ঘৈণীয়েকৰ বোকোচাত এটা কেচুৱা। মূৰটো পৰ্যন্ত কাপোৰেৰে ঢকা কেচুৱাটোৰ। তাহাঁতে খালী ভেগাখিনি দেখি আগ্ৰহেৰে বহিবলৈ আহিছিল। কিন্তু ককায়েকে মিলিটাৰীৰ বাবে ৰখা বুলি কোৱাত তাহাঁত ৰভাখনৰ আনটো মূৰে থিয় হৈ ক'ত বহিব ক'ত নবহিব ঠিক কৰিব নোৱাৰি হতভম্ব হৈ চাই আছিল।

ঠিক তেনে সময়তে কাপোৰৰ খচমচ শব্দ কৰি কোনোবা এজনীয়ে নামঘৰৰ পৰা ওলাই আহিছিল। তাই ৰভাৰ বাহিৰেদি গৈ গাভৰু-জুমৰ লগ ললেগৈ। লাইটৰ পোহৰত সি তেতিয়াহে দোভাগীক চিনি পালে। অযত্নেৰে ৰখা মূৰৰ ওৰনিখনৰ তলত তাইৰ মুখখন অদ্ভুত আকৰ্ষণীয় হৈ পৰিছিল লাইটৰ পোহৰত।

ধৰমীকো দেখিছিল দোভাগীৰ কাষতে থিয় হৈ থকা। সি মনতে দুয়োজনীৰ মাজত বিজনি কৰি চালে। হঠাৎ দোভাগীজনীৰ সাজপাৰ আৰু সীমন্তৰ তলত বহুত কিবাকিবি হেৰুৱাই ধৰমীতকৈ নিছলা হৈ পৰা যেন অনুভৱ হ'ল। ধৰমীৰ দেহত দৃষ্টি দিলেই চাওতাজনৰ মনত চাৰিওপিনৰ পৰা অজস্ৰ লোভনীয় সম্পদে ভীৰ কৰেহি।

ধৰমীৰ বিষয়ে ভাবোতেই তাৰ মনত পৰিল সৰু চহৰখনত তাৰ সহপাঠী এজনে বৰ্ণনা কৰা এটা দৃশ্যৰ কথা। সহপাঠীজনে সেই চহৰখনৰ পৰা চাৰি মাইলমান দূৰৰ মোমায়েকহঁতৰ গাঁৱত সবাহ চাবলৈ গৈছিল। ৰাতি যাত্ৰাত সি আৰু মোমায়েকৰ পুতেকে একোবাহকৈ বিৰী কিনি অভিযানত নামে। সিহঁতে একোজনীকৈ গাভৰু ছোৱালী বাচি লয় আৰু বিৰী এবাহ বানচ দি ওচৰতে বহি লয়। গোটেই ৰাতিটো সিপিনে যাত্ৰা চলে আৰু ইপিনে চলে নিৰ্জন অৰণ্যৰ দৃশ্য। ছোৱালী-জনীয়ে কোনো আপত্তি নকৰে, বৰঞ্চ আগ্ৰহেৰে সক্ৰিয়ভাৱে সহযোগ

কৰে। যাত্ৰাত কেতিয়া ৰজা ওলায়, ঘোৰতৰ যুদ্ধ লাগে, একাংগী ডেঞ্চ্ হয়, কেতিয়া বিবেকৰ গানত নিষ্ঠুৰ অত্যাচাৰী ৰজাৰ সজ বিবেকৰ উদয় হয় তেনে তৃতীয় শ্ৰেণীৰ কথালৈ তেতিয়া সিহঁতৰ মন-যোগ দিবলৈ আহৰিয়ে নাথাকে।

সি ধৰমীহঁতৰ ওচৰে পাজৰে থকা মানুহবোৰৰ মুখলৈ চালে। হঠাৎ এটা দৃশ্য দেখি তাৰ হাঁহি উঠি গৈছিল সেই সৰু চহৰখনত নতুনকৈ লাভ কৰা এটা অভিজ্ঞতাৰ কথা মনত পৰাত।

মানুহবোৰে সচৰাচৰ ভাত খাই একেবাৰে ৰাতিটোৰ কাৰণে আজৰি হৈ আহে যাত্ৰা চাবলৈ। সেই মানুহজনেও নিশ্চয় তেনেদৰে সাজু হৈয়ে আহিছিল। মানুহজন সিহঁতৰ গাঁৱৰ নহয়। বেলেগ গাঁৱৰ। সোনকালে আহি আগত বহি লৈ ওচৰৰে এজনৰ গাত টোপনিতে ঢলি ঢলি পৰিছে। ওচৰৰ মানুহজনে কেইবাৰমান তাক উঠাই দিছিল। পাচত স্থায়ী ফল নধৰাত বিৰক্ত হৈ পিচদি লৈছিল। আৰু নিদ্ৰালু মানুহজনে বাধাহীনভাৱে তাৰ পিঠিত ঢলি পৰিছিল।

সি তেতিয়া নতুনকৈ গৈছিল সেই চহৰখনলৈ। এদিন ৰাতি তাৰ কেইজনমান সহপাঠী বন্ধুৰ লগত দোলৰ গন্ধ চাবলৈ ওলাল। চাৰি মাইলমান দূৰৰ এখন গাঁৱলৈ। যাত্ৰা তেতিয়া আৰম্ভ হৈছিল। মানুহে ৰ' লাগি চাই আছিল বিভিন্ন ভাৱৰীয়াৰ অভিনয়। তাৰ কিন্তু পৰিৱেশটো আচহুৱা লগা দেখি যাত্ৰাত মন বহা নাছিল। সি অন্যমনস্ক হৈ আছিল। এসময়ত এটা বিসদৃশ ঘটনা তাৰ চকুত পৰিল। এজন মানুহক দেখিলে টোপনিতে এজনৰ গাত ঢলি পৰা। খন্তেক পাচতে তাৰ পৰা উঠি গৈ সেই একেজন মানুহেই টোপনিতে আন এজনৰ গাত ঢলি পৰিল। এনেদৰে অলপ সময়ৰ ভিতৰতে সি পাঁচ নে ছয়জন মানুহৰ গাত ঢলি পৰিছিল।

সি আচৰিত হৈ লগৰ হৰিবক কথাটো কলে। নলিনী, সমুদ্ৰ ইহঁতেও কথাটো শুনিলে। নলিনী-সমুদ্ৰও কথাবাৰত আমোদ পোৱা যেন লাগিল। হৰিবে কিন্তু স্বাভাৱিকভাৱেই কলে মানুহজনক দেখুৱাই

দিবলৈ। সি দেখুৱাই দিয়াত হৰিবে সন্তৰ্পণে সিহঁত আটাইকিটাকে লৈ আগবাঢ়ি গ'ল। আৰু মানুহটোৰ কাষ পাই খপ্‌কৰে তাৰ হাতত ধৰি দৰ্শকৰ মাজৰ পৰা নিৰ্জন এন্ধাৰলৈ টানি লৈ আহিল।

তাৰ হঠাৎ ভয় লাগি গৈছিল। হাত-ভৰিবোৰ অৱশ হৈ পৰা যেন লাগিছিল। হৰিবে কিন্তু হাঁহি হাঁহি কলে মানুহজনক—

: এই ( অশ্লীল ), কিমান মাছ পালি ?

: নাই অ' ( অশ্লীল ) হঁত চালা চব চিকটা। লগত যদি টকা পাঁচটাও লৈ আহিলহেঁতেন।

: দে, যি পাইছ তাৰে আমাক চাহ খাবলৈ।

সি হৰিবৰ হাতত কিবা এটা গুজি দি যাব ধৰোতেই হৰিবে কৈ উঠিল—

: এই শইনা, কথা বেয়া হব দেই। দে আৰু টকা এটা।

মানুহজনে সেমেনা সেমেনিকৈ ঘূৰি আহি আৰু কিবা অলপ দিয়াৰ পাচতহে হৰিব সিহঁতৰ কাষলৈ আহিল আৰু চাহ খুৱাবৰ বাবে আটাইকে দোকান এখনলৈ লৈ গ'ল।

বহুত পাচলৈকে কথাবোৰ তাৰ মনত স্পষ্ট হোৱা নাছিল। পুৱা যাত্ৰা শেষ হোৱাত যেতিয়া সি তাৰ পঁজালৈ উভতিছিল হৰিব আৰু নলিনীৰ কথা-বতৰাৰ পৰাই সি বুজিছিল যে, শইনা বোলা মানুহজন সেই সৰু চহৰখনৰ নামজাদা এটা জেপ লুৰুকা। ৰেলগাড়ীত, ৰাতি গন্ধবোৰত তাৰ কৰ্মক্ষেত্ৰ। আৰু ৰাতি যে চাহখালে সিহঁতে, সেয়া শইনাৰ জেপ লুৰুকি পোৱা ধনৰ অংশৰে।

সি ৰাতিৰ সমগ্ৰ ঘটনাটো মনত পেলাই আমোদ পালে আৰু অদ্ভুত এটা উল্লাস বোধ কৰিলে।

সি পুনৰ ধৰমীহঁত থকা ঠাইখিনিলৈ চালে। তেতিয়া তাত কোনো নাছিল। দোভাগীয়ে তাহাঁতক লৈ আহিল সি বহি থকা পিৰালিৰ চুকটোলৈ। তাৰ গাত ৰভাৰ প্ৰকাণ্ড ভীমকলৰ খুটা এটাৰ ছাঁ পৰিছিল। তাক শূন্য এটা বুলি ধৰিলৈ বেপৰোৱাভাৱে তাৰ কাষৰ

চুকটোতে আটাইকিজনীয়ে খেৰ পাৰি বহি ললে। সি অৱশ্যে বিৰক্ত নহ'ল। ধৰমীহঁতলৈ অকণ অনুকম্পাহে হ'ল। এনেয়ে বহিবলৈ জেগা বিচাৰি নেপাই ছোৱালী কেইজনীয়ে বাহিৰত জেগা নেপাই ঘুৰমুটিয়াই ফুৰাত তাৰ মনটো ক্ষুব্ধ হৈ আছিল, তাতে আৰু এটা সামান্য ঘটনাই তাক আৰু বেছি ব্যথিত কৰি তুলিলে।

এইমান মণিৰাম, সৰু দদায়েক আৰু যবলাই কিবা কিবি টোপলা-টুপলিলৈ নামঘৰৰ পিনে আহিছিল। মণিৰাম আৰু সৰু দদায়েক নামঘৰৰ দেওনাখনত প্ৰণাম জনাই পাৰ হৈ নামঘৰলৈ সোমাই গ'ল; অথচ যবলা দেওনাৰ বাহিৰতে বৈ থাকিল। নিজৰ হাতৰ টোপলা কেইটা থৈ গুলাই আহি মণিৰামে তাৰ টোপলাকেইটা লৈ যোৱাতহে যবলা মুক্ত হ'ল।

সি পিচপিনে নামঘৰৰ ভিতৰত কোঢ়াল লগাই থকা মাইকী মানুহ খিনিলৈ মন কৰিলে আৰু বাহিৰৰ পিৰালিচুকত আশ্ৰয় লোৱা ধৰমীহঁতলৈ কেৰাহীকৈ চালে। তাহাঁতো গল্পত মছগুল হৈ পৰিছে।

ধৰমী-যবলাহঁত একে সম্প্ৰদায়ৰ। সিহঁতৰ সম্প্ৰদায়তকৈ তলৰ বুলি সিহঁতে ভাবে। নামঘৰৰ চকোৱা ভাঙিলে, চাল চাবলগীয়া হলে, যবলাহঁতে দাচু, খাটা বা দদায়েকহঁতৰ লগত একেলগেই কাম কৰে। চকোৱা কেইখন উঠাই নতুন কৰাৰ সময়ত যবলা, খাম্পা, হুতুহঁতে নামঘৰৰ ভেটিত উঠি খুটা লগোৱাও সি দেখিছে। কিন্তু চাৰিওপিনে চকোৱাখন সম্পূৰ্ণ কৰি দিয়াৰ পাচত নামঘৰৰ ভেটি সিহঁতৰ বাবে হৈ পৰে অগম্য, চকোৱাৰ দেওনাখন হৈ পৰে দুৰতিক্ৰম্য।

তাৰ সেই বন্ধুৰ ঘৰত নামৰ প্ৰসাদ বিতৰণৰ সময়ত তাক ঘৰৰ পৰা ওলাই আহিবলৈ কোৱা ঘটনাটো তাৰ মনত পৰিল। সেই ঘটনাটোৰ কোনো বিশেষ তাৎপৰ্যই নোহোৱা যেন লাগিল তাৰ মনত। সি দেওনাখনলৈ চালে। সৰু দদায়েক আৰু যবলাহঁতৰ মাজত দুস্তৰ ব্যৱধান ৰচা এই দেওনাখন দেখিলেই কিছুবছৰৰ আগৰ এটা সৰু

ঘটনাই কিদৰে তাৰ ওচৰত দেওনাখন ভয়লগা কৰি তুলিছিল তাৰ মনত পৰে।

সেইদিনা কিবা নাম আছিল। আবেলি নামঘৰৰ সন্মুখৰ মুকলিখিনিত মানুহ বহিছিল। খখন্দা আৰু ফাগুনা পাঠক, নাগাৰা বজাবলৈ নতুন শিকাৰু স্বৰ্গ আটায়ে আহিছিল। চুতা ওজাই মাজতে কলে যে, নাগাৰা যোৰ উলিয়াই আনিব লাগে। সি তেতিয়া নতুনকৈ নাগাৰা শিকিছিল। সি আগ্ৰহতে আগধৰি নাগাৰাটো উলিয়াই আনিবলৈ নামঘৰত সোমাল। সি ঠিকেই লৈ আহিছিল নাগাৰাটো। কিন্তু দুৰ্ভাগ্য আছিল বাটতে ভেটা দি। নাগাৰাটো দ'ঙি দেওনাখন পাৰ কৰিব খোজোতেই চামৰাৰ গুণ হাতৰ পৰা পিছলি মাটিতে থেকেচ কৰি পৰিল। সি হঠাৎ ধোঁৱা ধোঁৱা দেখিলে। মানুহবোৰে বাহিৰত অপেক্ষা কৰি আছিল। শুথুনাই দৌৰি গৈ ঘটনাটো কৈ দিয়াত সৰু দদায়েক গৰ্জি আহিল। মাটিৰে সজোৱা ছালেৰে ছোৱা নাগাৰা। তলিখন ভাগি সুলকি পৰিল। সৰু দদায়েকে তাক সেই-দিনা যি গালি পাৰিছিল আজিও প্ৰতিষাৰ গালি সি পাহৰা নাই। সি অৱশ্যে পাচত উপলব্ধি কৰিছিল যে, সৰু দদায়েকে সেইদিনা তাতোকৈ বেছি লাজ পাইছিল গাঁৱৰ মানুহবোৰৰ সন্মুখত।

নাগাৰা এটা ভাগিলে তাক মেৰামত কৰাৰ প্ৰশ্ন নুঠে। নতুন কিনিবলৈ হলেও যাব লাগিব একেবাৰে ৰামপুৰ নাইবা পলাশবাৰীৰ হাটলৈ। ঘৰৰপৰা এদিন এবেলা খোজ কাঢ়ি ব্ৰহ্মপুত্ৰ পাৰ হৈ।

সি দেওনাখনলৈ সন্তৰ্পণে এবাৰ চালে। দোভাগীক মনে মনে সি প্ৰশংসা নকৰি নোৱাৰিলে। বহা ঠাইতে তাৰ অকণ লৰি চৰি বহিবৰ মন গৈছিল; কিন্তু সি জঠৰ নিৰ্জীৱ এডোখৰ কাঠৰ দৰে অলৰ অচৰ হৈ বহি ৰ'ল। দোভাগী ধৰমীহঁতৰ উন্মুক্তিত আঘাতৰ আশংকা জন্মাবলৈ তাৰ মন নগ'ল।

এনেতে তাৰ নাকত এটা গেলা গেলা গোন্ধ অনুভৱ কৰিলে। ঘৰলাৰ কেচুৱাটোৰে হব নিশ্চয়। হয়তো কাণ পেলিছে। কৃমি আৰু কাণ

গেলা ৰোগ সিহঁতৰ অঞ্চলৰ স্বাভাৱিক শিশুৰোগ। নিশ্চয় কেচুৱাটোৰ কাণৰ পৰাই গোন্ধটো আহিছে। নে আনপিনৰ পৰা আহিছে গোন্ধটো? তাৰ সন্দেহ হ'ল। অলপ পাচতে অৱশ্যে গোন্ধটো তীব্ৰতৰ হৈ তাৰ নাকত সোমালহি। উৎস ওচৰ চাপি তাহা সি অনুভৱ কৰিলে।

ক'লাৰামে কাহি কাহি দেওনাখনৰ আনটো দাঁতিত বহি ললেহি। হাতত লেতেৰা ফটাকানি এডোখৰ মেৰাই আনিছিল। ছুতিৰামেই শাকপাতৰ কিবা দৰৱ দিছিল। কিন্তু মাছে বিন্ধা ঘাটো তেতিয়াও গেলা গেলা গোন্ধাই আছিল। আগৰ বিষ আৰু পানী বৈ থকাটো বন্ধ হৈছিল। গোন্ধৰ উৎস সম্বন্ধে নিশ্চিত হোৱাৰ পাচত সি সেই সম্বন্ধে ভাবিবলৈ এৰি দিলে।

দোভাগীয়ে ছোৱালীজাকৰ মাজত খোলাখুলিকৈয়ে মন্তব্য কৰিলে—

: ঘা যে ভালেই হোৱানাই। কিয় বা আহিব লাগে হাতত ইমান এডোখৰ ঘা লৈ। পূজানো কিবা হেৰাই পলাই গৈছেনে? ইবাৰ নোৱাৰিলি, অহাবাৰ চাবি।

: আমাৰ পিতাকৰো দিনত একেবাৰে তীৰকঁপে জ্বৰ। পইতা ভাত আৰু শোকোতাৰ পানী এবাতি খাই কাপোৰ-কানি লৈ শুই আছিল। কেতিয়া, কোন তলকত উঠি আহিল কবই নোৱাৰিলোঁ। ধৰমী আৰু কাহহঁতে ইহঁতৰ কথাবোৰ ভাল নাপালে। ধৰমীয়ে যাত্ৰাৰ পিনে প্ৰসংগটো ঠেলি নিয়াৰ উদ্দেশ্যে ক'লে—

: যাত্ৰা অনাতকে' ঢুলীয়া মতা হলেই ভাল আছিল। যাত্ৰা বিলাকে বৰ পলম কৰে। ইহঁতৰ ছেঁাঘৰতচোন ধেঁাৱা ওলায়ে আছে।

: টঙাবাৰীৰ ঢুলীয়াযোৰা মাতিলে কি যাত্ৰাই পাৰিব! মনচিং গায়ন যেতিয়া ওলাব—একেবাৰে—

: আও মনচিঙক মনে মনে তই মনে খাই থৈছ যেন পাওঁ। দেখিবলৈ পিচে চিকোন দেই।

কাহই ঘৰলাৰ বৈণীয়েকৰ কথাত লাজ পাই পিঠিত চকা মাৰিদি গজ গজাই উঠিল—

: মোকো তোৰ নিচিনা পাইছ নেকি বাৰভটাৰী কৰবাৰ! ইমান যদি মনেই গৈছে, তয়ে নাযাৱ কেলেই?

: তোৰ ককায়েৰে জানো মোক এৰিব? তয়ে যা, মনচিং দেখিবলৈও ঠগুৱা, ইপিনে চাৰ্কেচো জানে। তোক নিতউ নতুন নতুন চাৰ্কেচ দেখুৱাব।

কাহই কিবা এষাৰ কব খোজোতেই দোভাগীয়ে কথাৰ আগ কাটি ক'লে—

: মোৰ এই অঘটনটো নঘটাহেঁতেন মাকৃচাই ময়ে গলো-হেঁতেন মনচিঙলৈ। নিতউ ছুয়ো নতুন নতুন চাৰ্কেচ কৰিব পাৰিলেঁহেঁতেন।

: কিয় তোৰ মহেই পয়েৰই চাৰ্কেচ কৰি সুখ দিব পৰা নাই হুবলা?

ধৰমীৰ কথা শুনি দোভাগীয়ে কি ভাবিছিল সি আন্ধাৰত দেখা নাছিল। তাৰ হলে কাণ আৰু কপালখন গৰম লাগিছিল। তাৰ উপস্থিতি সম্বন্ধে তাহঁাত সজাগ হৈ পৰিব পাৰে সি আনকি উশাহ-নিশাহ বোৰো সন্তৰ্পণে লৈছিল।

টৈমা তাৰ কাষৰ পিনে বহিছিল। মাত্ৰ এহাতমান দূৰত। সি গোপনে তাইৰ পিনে মুখখন সুঘূৰোৱাকৈয়ে কেৱাহীকৈ চাইছিল। তাই সিহঁতকিজনীৰ হাঁহি-তামাচাত যোগ নিদি নিৰিষ্টমনে চাই আছিল সম্মুখৰ ৰভাতলীত পেট্ৰমাক্সত পাম্প দি থকা মহেশ্বৰৰ পিনে। মহেইৰ নামটো ধৰমীৰ মুখত শুনি দোভাগীয়ে তাইৰ চাৰিওপিনে লক্ষ্য কৰিলে আৰু টৈমাক নীৰৱে তাইৰ গিৰিয়েকলৈ চাই থকা দেখি ক'লে—

: কি অ' টৈমা, ইমান ৰ' লাগি কি চাইছ? মোকে সোধ, মই চৰ জানো, ক'ত কি আছে।

: ধেত্ নষ্টযাতী। গোঁসাইঘৰত বহি এইবোৰ কথা শুনিয়ালেই নহয় নে ?

: আও, কোৱাৰ নে কৰাৰ জগৰ ? তই কৰিলি তোৰ জগৰ নাই ; মই কলোঁ, মোৰহে জগৰ ? হেৰ' মন আছে যদি ক', ময়ে উলিয়াম কথাটো।

: ধেত্ মনে মনে থাক অ' পাগলী ! চাৰিওপিনে মানুহ আছে দেখা নাই ?

: এহ্ থ ( অশ্লীল ), খাবলৈ লবলৈ কাৰ মন নাই। মুখ খুলিহে নকয় বপুৰাহঁতে। এবাৰ বুজিছ, মই নদীত গা ধুই আছিলোঁ—

কাহিনীটো যে তাক লৈয়েই তাৰ সন্দেহ হৈছিল। সি অলপ সহাঁৰি দিয়াৰ কথা ভাবিছিল এনেতে ধৰমীয়ে ক'লে—

: বাদ দে অ' দোভাগী ! আমি তেনে বহুত দেখিছোঁ। যেন গোটেই, ৰাজাৰ জীয়েক দলিচাত বহে, আপোনাৰ ৰূপ চাই আপুনি হাঁহে। নদীত বহি দাঁত মজাকে মাজি থাকিব, মুখখন ঘঁহাকে ঘঁহি থাকিব, বুকুৰ সেই দুটা মোহাৰাকে মোহাৰি থাকিব ! ভালতেইনো তোক মেলেকৃটাৰী দমৰাই খেদিছিলনে জাকলৰা গৰুৰ দৰে !

: হেই মনে মনে থাক। ক'ৰাত মেলেকৃটাৰীয়ে শুনিব।

যবলাৰ ঘৈণীয়েকৰ সাৱধান বাণীষাৰ শুনাৰ লগে লগে ভয়তে কেইজনীয়ে হঠাৎ নীৰৱ হৈ গ'ল।

নীৰৱতাই ধৰমীৰ কথাবোৰ তাৰ মনৰ ৰন্ধ্রে ৰন্ধ্রে সুমাই দি তাৰ দেহৰ প্ৰতিটো অংগত বিশ্লেষণাতীত এক উত্তাপ সঞ্চাৰিত কৰিছিল। নদীৰ মাজত দোভাগীৰ সলনি সি ধৰমীক বহুৱাই লৈ কল্পনা কৰিবৰ চেষ্টা কৰিছিল। আৰু যিমানে একান্তভাৱে ভাবিবৰ চেষ্টা কৰিছিল সিমানে তাৰ মনত এটা আশংকাৰ খোপনি দৃঢ় হৈ পৰিছিল যে, এদিন ধৰমীবে নিশ্চয় কাৰোবাৰ হাতত নগুৰ নাগতি হব। হয়তো কোনোবা দিনা সিহঁতৰ নামঘৰৰ সবাহৰ পৰাই তাইক গাহৰি ধৰিনিয়াৰ দৰে ধৰি লৈ যাব।

পুনৰ তাৰ খং উঠিল ধৰমীইঁতৰ সম্প্ৰদায়ৰ প্ৰথাবোৰৰ কথা ভাবি। নিশ্চয় এদিন তাই দোকান-বজাৰ-পথাৰ-সমাৰ কৰবাৰ পৰা নহয় কৰবাৰ পৰা একেবাৰে লোপাট হৈ যাব। লাঠিৰে সজ্জিত হৈ কোনোবা গাঁৱৰ দুৰ্দ্ধৰ্ষ চেঙেৰাৰ দল আহি এদিন হয়তো চিলনীৰ দৰে ছোঁ মাৰি তাইক তাৰ সাক্ষাততে হৰি লৈ যাব। আৰু সি নিৰুপায় হৈ চাই থাকিব। তাইৰ যি উচ্ছল যৌৱন, কোনেনো ভাবিব পাৰে তাইক বিধবা বুলি।

সেই কাল্পনিক কাৰুণ্যত সি ইমান তন্ময় হৈ পৰিছিল যে, পোষ্টমাষ্টৰ পেহাক কেতিয়া তাৰ ওচৰতে পিৰালিত বহিছিলহি তাৰ গমেই নাছিল। ক'লাৰামে তাৰ ঘাডোখৰৰ বৰ্ত্তমান অৱস্থা সম্বন্ধে কিবা এটা সোধাত মাষ্টৰ জাঙুৰ খাই উঠিল—

: তই নো সেই হাতখন লৈ ৰাতি টোপনি খতি কৰি যাত্ৰা চাবলৈ তোক নো কি চুটখৰে খাইছে।

ক'লাৰামে মাষ্টৰৰ গেঙেৰনি গ্ৰাহ্যই নকৰি পুনৰ সুধিলে—

: নহয় অ' হাতৰ ছালবোৰ কিবা টনা টনা যেন লাগি-থাকে অনবৰত।

: হবই আৰু ; ঘা শুকাবলৈ ললে তেনেই লাগিব।

ঠিক তেনে সময়ত খাটা আদি এনেকে কেবাজনো আহি পোষ্ট মাষ্টৰক দেখি কাষ চাপি আহিছিল। খাটাৰামে তাৰ সচৰাচৰ ৰসিকতাৰে ক'লে—

: অ' পোষ্টমাষ্টৰ, দেচোন দে তোৰ হিটলাৰে কি কৰিছে ক'।

পোষ্টমাষ্টৰে হুপি থকা বিৰীটোৰ পৰা যেন বিস্বাদ কিবা এটাহে মুখত সোমাল এনেদৰে বিৰীটো পেলাই থুৱালে আৰু ওচৰতে মহেশ্বৰক দেখি ক'লে—

: অ' মহেই, বাচোন যা, ধপাত এচিলিমকে লৈ আহ।

মাষ্টৰ খন্তেক মনে মনে থাকিল। আৰু যাত্ৰাৰ কিমান সময় আছে সুধিলে। অলপ পাচতে মহেশ্বৰে আনিবলৈ নৌপাওঁতেই চিলিমৰ

অওঠা ফুৰাই ফুৰাই মণিৰামে ধপাত এচিলিম মাষ্টৰক দিলেহি। মাষ্টৰে ধপাত চিলিম হাতত লৈ মণিৰামক ক'লে—

: এখন কাগজ বা কলপাত আনচোন বৰগিৰি। হাতত বৰ দাগ লাগে চিলিমৰ।

আচলতে দাগটো ধপাতৰেই। সি তাৰ পিতাককে কেতিয়াবা কাচিং হোকাটো যাচিব নোৱাৰা মানুহ আহিলে আৰু মানুহজন যদি অলপ ভদ্ৰলোক যেন হয় তেন্তে এইদৰেই হয় কাগজৰ, নহয় কলপাতৰ থোহা এটা কৰি তাতে চিলিমটো বহুৱাই দিয়ে। তেতিয়াহলে হাতৰ তলুৱাত দাগ চাগ একো নালাগে।

মাষ্টৰেও কলপাতৰ থোহা এটাত চিলিমটো বহুৱাই লৈ হুপি হুপি ৰস লগাই আৰম্ভ কৰিলে—

: আজি ডাঙৰ খবৰ এটা বাহিৰ হৈছে। তইঁতে কি যাত্ৰাৰ মিছা যুদ্ধ চাবলৈ আহিছ! আচল যুদ্ধ এতিয়াহে হব। বিৰাট ডাঙৰ খবৰ।

মণিৰামৰো বোধকৰোঁ ওচৰতে বহি শুনাৰ মন আছিল। কিন্তু ককায়েক খাটা থকা কাৰণে সি তাত নবহিল। পানীপোতাতে ইটো সিটো কৰাৰ ছল কৰি কথাবোৰ অনাই থাকিল।

: কি নো ( অশ্লীল ) ডাঙৰ খবৰ!

: চুভাচ বচুয়ে, সেই যে অজ্ঞাতবাসত আছিল?

: পাণ্ডৱৰ দৰে অজ্ঞাত বাসনে?

: তেনেই ধৰচোন। একেবাৰে পাশ্চমে জাৰ্মানৰপৰা ইফালে পূবে জাপানৰ লগ লাগিছেহি।

: জাৰ্মান মানে সেই জাৰ্মান চুৰী যে, পচপন্ন নম্বৰ? সেই নেকি?

: অঁ; সেইখন ৰাজ্যৰ পৰা পূবে একেবাৰে জাপান।

: কোননো চুভাচ বচুৰ'? ( অশ্লীল ) কোনোবা লেছোৱালী তেছোৱালী হব হবলা?

আদিৰ মূৰ্খামিত মাষ্টৰ নিশ্চয় হতাশ হৈছিল। একেবাৰে নীৰৱ হৈ চিলিমটো ঘনাই হুপিবলৈ লাগিল। সি সহ্য কৰিব নোৱাৰি মাত লগালে—

: সি বেংগলীহে।

: বেংগলী? আমি ঘোচ আৰু চৰকাৰকহে বেংগলী বুলি জানিছিলোঁ। (অশ্লীল) ৰায়কো বেংগলী বুলিহে ভাবিছিলোঁ। সি বোলে (অশ্লীল) আকৌ সৰভোগ নে বিজনীৰ হে মানুহ।

আদিৰামৰ কথাত কোনো মন্তব্য নিদি মাষ্টৰে পুনৰ আৰম্ভ কৰিলে। কিদৰে সুভাষ বসুৱে ফৌজ গঠন কৰি চিপাহী লৈ আমাৰ দেশখন গোৰা চাহাবৰ হাতৰ পৰা উদ্ধাৰ কৰিব সেই সম্ভাৱনাবোৰ নিজৰ জ্ঞান বিবেচনাৰে বিশ্লেষণ কৰি গৈছিল। অৱশেষে ফৌজটোৰ নামটো পোষ্ট মাষ্টৰৰ মনত পৰা নাছিল—

: জানো ঘণ্টা আই এ না এম এ কিবা আছিল নাম?

সি হঠাৎ মাষ্টৰক নামটো মনত পেলাই দিবলৈ লওতেই যবলাৰ ঘৈণীয়েকে দোভাগীক ফুচফুচাই কোৱা শুনিলে—

সি যে ছাঁয়াতে তেনেকে লুকাই থাকিব কোনে জানে? আমি তিৰোতামখাই অলপ মনখুলি কথা পাতিছোঁ। তাকনো বহি শুনি থাকিবলৈ কিহে পাইছে? আঁতৰিওতো যাব পাৰে!

কথাষাৰ কৈয়ে সি যে ইমান মাৰাত্মক ভুল এটা কৰিব ভবাই নাছিল। তাৰ কাণমূৰ গৰম হৈ গৈছিল যবলাৰ ঘৈণীয়েকৰ কথাকিটা কাণত পৰাত। সি অলপ লৰি চৰি বহিল আৰু পোষ্টমাষ্টৰ বহাৰ পিনে অলপ গাটো হলাই গাৰ একাংশত পোহৰ পৰাকৈ বহি ললে আৰু এনে এটা ভাব অনাৰ চেষ্টা কৰিলে যেন পেহাকৰ কথাতে সি মগ্ন হৈ আছে।

দাচুৰ ভায়েক বিনাৰামে বৰ কম কথা কয়। চৰ কথাতে মনে মনে থকাই তাৰ স্বভাৱ। সিও সেইদিনা অলপ উল্লসিত হৈ পৰিছিল। সি মাষ্টৰৰ কথাৰ মাজতে আগ কাটি সুধিলে—

: পূর্ণ ভলণ্টিয়াৰহঁতক এৰি দিয়নে বাজাই ?
মাষ্টৰে খেঙেট্‌কৰে কিবা এষাৰ কৈছিল কিন্তু শুনাত তাৰ গোলমাল লাগি গ'ল। সি ধৰমীয়ে কোৱা শুনিলে—

: মাতিছে যা না পাগলী।

: সি মাতিলে নগৈ কোনে মাতিলে যাবি অ' হতচিৰি যাতী। ফুংফুংাই কলেও কথাবোৰ যে দোভাগীক লক্ষ্য কৰি কোৱা তাৰ বুজিবলৈ বাকী নাথাকিল। কিয়নো খন্তেক পাচতে মহেশ্বৰক সি চকোৱাখনৰ বাহিৰ পিনেদি এন্ধাৰৰ পৰা ওলাই অহা দেখিলে। আৰু অলপ প চতে দোভাগীও ওৰনিখন টানি লৈ ছোৱালীজকৰ মাজৰ পৰা উঠি মহেশ্বৰৰ পিচ ললেগৈ।

: থক দে কৰবাত বাহিৰতে পাহৰি থৈ অহা ধানৰ টোমটো ৰাতিৰ চোৰ গৰুৱে খাই পেলাব পাৰে।

: ফুচ্‌টো! ছোকৰাৰ নাচ দেখি গা ছাতিফুটি কৰিছে।
কথাবোৰ মনে মনে কোৱাৰ চেষ্টা কৰিলেও ধৰমী আৰু যবলাৰ খৈণী:য়কৰ কথা শুনি ছোৱালীহঁতে হাঁহি ধৰি ৰাখিব নোৱাৰিলে। গোটেই জাকেই খিলখিলাই হাঁহি উঠিল। সি ইমান পৰে মনেই কৰা নাছিল; যাত্ৰাৰ প্ৰথমতে ছোকৰাৰ নাচ আছিল। ওচৰতে হাঁহিৰ আতিশয্যত অসুবিধা পাই সন্মুখলৈ চাওতেহে মন কৰিলে যে, নাচ শেষেই হ'ল। হাঁহিৰ আতিশয্যত উন্নাদিহ নাপাই মাষ্টৰে কথা বন্ধ কৰিলে। বিনাক ধমক দি উঠিল। আদিৰামে বিৰক্তিৰে ক'লে—

: জনো (মা-অশ্লীল) কি তেল ফাটিছে এই মখাৰ।
মাষ্টৰে তাৰ কথাষাৰ আওকাণ কৰি সুধিলে—

: আজি তহঁতৰ নেতা অহানাই নেকি? বাবাজী নেতা?
গাঁৱৰ শ্ৰোতাকেইজন হঠাৎ নীৰৱ হৈ গলেও সি অনুভৱ কৰিছিল যে, তাৰ পিতাকৰ নেতৃত্ব ক্ৰমে দুৰ্বল হৈ আহিব লাগিছে। মাষ্টৰে বিদ্ৰূপ কৰি সোধা দেখি গাঁৱৰ আন মানুহখিনিয়ে হয়তো বয়স আৰু

সম্পৰ্কৰ কথা ভাবি নিকত্তৰ হৈ ৰ'ল। কিন্তু প্ৰতিবাদ কৰাৰ কথা নাভাবিলে।

দূৰৰ ষ্টেচনটোৰ পৰা কিবা এখন গাড়ী পূবৰ পিনে গৈছিল। খাটাৰামে ক'লে—

: আজিযে দিনত এখন ইমান দীঘল মালগাড়ী গৈছিল? চাৰিটামান ডাবাত মেলেকৃটাৰীও যোৱা দেখিছিলোঁ। ওপৰেদিয়েও দুখন জাহাজ গৈছিল।

: আজিকালিনো গাড়ী জাহাজৰ কি ঠিক ঠিকনা আছে? মঘে এতিয়া মেল বেগটো লগতে লৈ ফুৰোঁ। কাইলৈৰ পৰা খোলা আকৌ মেলখন পুৰাই পুৰাই অহা কৰিব।

: দিনকাল একেবাৰে ঠিক ঠিকনা নাই, ঘণ্টা আজিকালি।

আদিৰামৰ মন্তব্যৰ শুনি কিয়জানো তাৰ মনত পৰিছিল লোহিত চকীদাৰলৈ? সি যে দেহবিচাৰৰ গীত গাইছিল! আদি যামলৰ কথা কৈছিল? কৰবাৰ দুৱেনি মুৱেনি পৰ্বত ভুগ যোৱাৰ কথা, শইচও টুটিব, মইচও টুটিব বুলি এবাৰ পদৰ কথা? গাড়ীৰ শব্দ খুব খৰহৈ ক্ৰমে অস্পষ্ট হৈ পৰিল। তাৰ চকুত ভাহি উঠিল সি সকতে পঢ়া স্কুলখনৰ সম্মুখত থকা প্ৰকাণ্ড আহতজোপাৰ দৰে এজোপা গছ। তাৰে তলত লোহিতৰ দৰে দীঘল চুলি ৰখা বহুতো মানুহে ধনুকাঁড় লৈ গদা ঘূৰাই যুদ্ধ কৰি আছিল। লোহিতৰ দৰে দেখা এজনৰ ধনুৰ পৰা এপাত অগ্নিবাণে প্ৰচণ্ড টংকাৰ কৰি আকাশ জ্বলাই উৰি গৈ থাকিল। সি ঘপ্‌কৰে চকুহটা জোৰ কৈ মেলি লৰি চৰি ৰহিল। কোনোবা ৰজা নে বীৰ দুটাৰ মাজত ভয়াময়া ৰণ হৈ আছিল ৰভাৰ তলত। ঢোলোকৰ চাপৰত তাৰ তন্দ্ৰা ভাগিছিল। পেট্ৰমাক্স লাইটটো তাৰ মুখখন পোহৰাই ৰত্‌ ৰত্‌ কৰে জ্বলি আছিল। ঢোলোকত তেহাই মৰাৰ লগে লগে এখজনে চাপৰজন বীৰক খেদি লৈ গৈছিল উত্থত তৰোৱাল লৈ। শুধুনাই জানো ইমান পৰে কি কৰি আছিল হঠাৎ চিঞৰি উঠিল—

: হেই এংকৰ এংকৰ।

খন্তেক অপেক্ষা কৰি থকাৰ পাচতে বীৰ দুজন ঘুৰি নহা দেখি এইবাৰ খঙেৰে ক'লে—

: হেই এংকৰেই (অশ্লীল), আমি তেতিয়াৰ পৰাই এংকৰদি আছোঁ (অশ্লীল) শুনা নাই নেকি? নে (অশ্লীল) কাণত বান্দীয়ে মুতিছে তহঁতৰ?

অলপ পাচতে সঁচাসঁচি দপদপাই দৌৰি বীৰদুজন পুনৰ মঞ্চত সোমাই নিমিষতে ঢোলোকৰ তালে তালে যুদ্ধত প্ৰবৃত্ত হ'ল। চাপৰজনৰ তৰোৱাল ঘুৰোৱাৰ কৌশলত চমৎকৃত হৈ দৰ্শকে হাততালি দিলে আৰু সাধিয়ে পাতল মন্তব্য কৰিলে—

: আচলতে খেদি নিয়া পাটটো (চু-অশ্লীল) গাঠিয়াটোকহে দিব লাগিছিল।

সি এই যুদ্ধৰ হুলস্থুলত পেহাকে নো কি কৰিছে কৌতূহলী হৈ চালে। পেহাক কেতিয়াবাই তাৰ পৰা উঠি গৈছিল। সি অনুমান কৰিলে, নিশ্চয় ওঁৰালৰ জুহালত বহি কাৰোবাৰ সতে কথা চোবাই আছে। নতুবা নাকৰ ওপৰত সিহঁতৰ মৃত ককাকৰ চশমাযোৰ লগাই লৈ পঢ়া বাতৰিখনকে আকৌ এবাৰ পঢ়িছে।

সি এইবাৰ ইটোকোষে মনযোগ দিলে। যবলাৰ ঘৈণীয়েকে মুঠিৰ মাজত লুকুৱাই বিৰী এটা খাই আছিল। প্ৰতিটো হোপাত হাতৰ মুঠিটো ৰঙা হৈ জ্বলি উঠিছিল। ধৰমীহঁতে হতবাক হৈ সম্মুখৰ পিনে চাই আছিল।

পালাখনত তাৰো মন বহা নাছিল। লাহে লাহে পেহাকৰ সান্নিধ্যৰ প্ৰতি তাৰ এটা দুৰ্বাৰ হেপাহ হ'ল। সি পেহাকক বিচাৰি ওঁৰালৰ পিনেই পোনালে।

তিনি সপ্তাহ মানৰ আগতে সিহঁতৰ ঘৰত এটা মৰ্মন্তুদ ঘটনা ঘটিছিল। সৰু দদায়েকৰ একমাত্র সন্তানটি তেজে বমি কৰি এদিনৰ অসুখতে মৰিল। ডুতিবামে কৃমিৰ কিবাকিবি দৰব দিছিল কিন্তু দৰৱে কাম নিদিলে।

সৰু খুৰীয়েকৰ চকুপানী দেখি সিও চকুপানী ৰাখিব পৰা নাছিল। শিমলুগুৰিৰ শ্মশানত মৰাশটো পুতি থৈ অহাৰ পাচত সি সৰু দদায়েকৰ চকুতো চকুপানী দেখিছিল। সমগ্ৰ ঘৰখন ম্রিয়মান হৈ পৰিছিল। সিও ভাবি ভাবি একোটা মুহূৰ্ত্তত অস্থিৰ হৈ পৰিছিল। সি নিজেই তাৰ নাম দিছিল, এটা আধুনিক নাম। চুবেন। সি ঘৰত থকাৰ দিন কেইটা চুবেনে তাৰ ছঁটোৰ দৰে তাক সংগদান কৰিছিল। নতুনকৈ ফুটা মাত কথাবোৰ শুনি শুনি কেতিয়াবা তাৰ আমনি লাগি গৈছিল অথচ কৰবাৰ পৰা আহি তাক নেদেখিলেই মনটো তাৰ অশান্ত হৈ পৰিছিল।

সেইদিনা এটা পৰিণতিয়ে তাক বাৰে বাৰে অস্থিৰ কৰি তুলিছিল। এটা অৱশ্যম্ভাৱী পৰিণতি। যে সি আৰু সেই মুহূৰ্ত্তৰ পৰা কোনোদিন তাক লগ নেপাব, তাৰ মুখৰ আধাফুটা মাত শুনিব আৰু তাৰ সংসৰ্গৰ পৰা চিৰদিনৰ কাৰণে বঞ্চিত হৈ পৰিব। যোৱা তিনিটা সপ্তাহ যে কি অসহ্য, অবৰ্ণনীয় অশান্তিত কটাইছিল আজি তাৰ মনত পৰিলেই কিবা এক ঘোৰ দুঃস্বপ্ন দুঃস্বপ্ন যেন লাগে।

আইতাকৰ অৱশ্যে এটা ক্ষোভ থাকি গৈছিল। চুবেনৰ গাত দৰাচলতে কুবেৰৰ লেঠা লাগিছিল। পুৰণি পানী খোৱা খালটোৰ পাৰত মজ গছ-জোপাৰ তলত থকা কুবেৰটোৰ কোপদৃষ্টিত সি পৰিছিল। নহলে হঠাৎ তেজে বমি কৰি ল'বা এটা এনেদৰে এদিনতে হানি নহয়। দাচুক কোৱা হলেও হয়তো ল'ৰাটো বচাব আশা আছিল।

কথাটো লাহে লাহে ওলাই পৰিল। তিনি সপ্তাহৰ পাচক গঞ্জাক মাতিছিল। তালৈকে পোষ্টমাষ্টৰতো আহিছিলেই আৰু আহিছিল সৰু খুৰীয়েকৰ ককায়েক পুৰন্দৰ। সিহঁতৰ অঞ্চলৰ সেই সময়ৰ প্ৰসিদ্ধ চিকাৰী। সিয়েই উলিয়াইছিল কেইমাহমানৰ আগতে সিহঁতৰ অঞ্চলত ঘটিযোৱা এটা পৰম চাঞ্চল্যকৰ ঘটনাৰ কথা।

যৱলাৰ খৈণীয়েকৰ ঘৰ যি গাঁৱত তাতে এখন বহল বাৰি আছে। তালৈকে এদিন কথা নাই বতৰা নাই বত্ৰিছটা হাতী আহিল। সিহঁতৰ পাঁচমাইল পশ্চিমে থকা নদীখন পাৰ হৈ কৰবাৰ দূৰৰ পৰা। প্ৰতিটো হাতী আছিল সুসজ্জিত। প্ৰথম দহটাত আছিল হাওদা, ধুনীয়া ৰঙীন কাপোৰেৰে আবৃত।

হাতীবোৰ আহি পোৱাৰ লগে লগে পাচৰ হাতীবোৰৰ পৰা মানুহবোৰ নামিল আৰু অলপ সময়ৰ ভিতৰতে বাকৰিখনৰ চাৰিওকাষে ষ্টেচনত মিলিটাৰীয়ে তৰাৰ দৰে তম্বুৰ ঘৰ কিছুমান তৰি দিয়া হ'ল।

ক'ৰপৰা বিছনা আহিল, চকী আহিল, ইমানবোৰ মানুহৰ সমাগম হ'ল, ওচৰৰ গাঁৱৰ মজা চাবলৈ অহাবোৰে গমেই ধৰিব নোৱাৰিলে। পাচত সিহঁতে শুনিলে যে, কোনোবা ৰজা চিকাৰ চফৰীলৈ আহিছে।

পুৰন্দৰৰ ঘৰ তাৰ পৰা কেবা মাইলো দূৰ। সেই বহল বাকৰি থকা বৰি গাঁৱৰপৰা পুবলৈ তিনি চাৰি মাইল আহি সিহঁতৰ গাঁওখন পাবহৈ আৰু তিনিমাইল পূবে পুৰন্দৰৰ গাওঁ। বৃহস্পতিবাৰে হাটলৈ আহি সি খবৰটো শুনিলে। সি আৰু ঘৰলৈ ঘূৰি নগ'ল। সিহঁতৰ ঘৰলৈ আহিল। তাতে এদিন থাকি পাচদিনা ৰজা চিকাৰীহঁতৰ আলেখ-লেখ চাই আহিল গৈ।

মতাই মাইকীয়ে একে ধৰণৰ পোছাক পিন্ধি কিদৰে চিকাৰলৈ যায়, কিদৰে চিকাৰত দিনটোৰ কাৰণে এজন চিকাৰী নিৰ্বাচন কৰে, যিজনে প্ৰথম গুলীটো মাৰিব দিনটোৰ প্ৰথমটো চিকাৰত, কিদৰে এদিন খেদি খেদি ওঠৰ জ'াই গুলী মাৰি এটা ঢেকিয়াপতীয়া বাঘ মাৰিছিল, এনে ধৰণৰ শেষ নোহোৱা বাতৰি দি গৈছিল পুৰন্দৰে।

এটা অসতৰ্ক মুহূৰ্ত্তত পুৰন্দৰে লাজ লাজ কৰি ক'লে যে, বজাৰ জীয়েক নে বোৱাৰীয়েকেই হয় এজনীয়ে তাক আঁতৰত চানমাৰী কৰা চাই থকা দেখি হাতবাউল দি মাতিলে। সি ভয়ে ভয়ে ওচৰ চাপি গ'ল। তাই হেনো ক'লে

: এই তই ৰাইফল মাৰি চাবি ?

: মই কোনোদিন মাৰি পোৱা নাই।

: এয়া এনেকে ধৰ, এনেকে গুলীটো সুমাই এনেকে দি দিলেই গুলী ছুটিব।

তাক তাই হাতত ধৰি চব দেখুৱাই দিলে। নিচান কেনেকৈ কৰিব লাগে তাকো বুজাই দিলে। দূৰৰ কাঠ বকলাত অঁকা এটা মানুহৰ ঠিক কপালখনত মাৰিবলৈ দিলে। তাৰ মানুহৰ ছবিটোলৈ ৰাইফলটো টোৱাঁবলৈকেই মনটো কেনেবা কেনেবা লাগিছিল। কোনোমতে মনটো বান্ধি দিলে এৰি ৰাইফল। বৰ জোৰ লাগে বুলি সেইদিনাহে জানিলে। কুন্দাটোৱে তাৰ বুকুত ভাল খুন্দা এটা দিলে। আৰু গুলীগৈ কপালত পৰক ছাৰি কাঠ বকলাখনতেই নালাগিল।

মাইকী মানুহজনীয়ে খিলখিলাই হাঁহি দিলে আৰু তাক তাই মৰা চাবলৈ বৈ থাকিবলৈ দিলে। তাই সঁচাকে কপালতে লগাইছিল। সি দেখি মনে মনে তাজ্জব মানিছিল। কিন্তু সেইদিনা কথাষাৰ ভুলতে ওলাল যদিও সি নিজকে কোৱাৰ দৰে ক'লে—

: চালা ইহঁত চব হ'ল উমনিৰ হাঁহ মৰা চিকাৰী। ইহঁতে বন্দুক মাৰিবলৈহে আহে। চিকাৰ কৰিবলৈ নাহে নহয়। জধে মধে বন্দুক মাৰি ফুৰে। চালা এটা বাঘতে যদি ওঠৰ জাই ল'গে—আমি পাব ল গিছিল তেনে অভাবকে গুলী। দেখুৱালে হেঁতেন চিকাৰ কেনেকৈ কৰে। ধুত্ মাকৰ মূৰটো। কাঠ বাকলা এখন বান্ধি থৈ দি গুলীয়াই থাক ( অশ্লীল )। সিটো চিকাৰ নেকি ?

: চিকাৰ নকৰাকে একেবাৰে ঘৰ্কে ঘৰ ভৰাই পছুৰ ছাল, বাঘৰ

ছাল, পহুৰ শিং, মেথোনৰ শিং, মৈৰাৰ পাখি—এইবোৰ মাঁগ্‌নাই পালে নেকি ?

দাচুৰ কথাত পুৰন্দৰ অলপ উত্তেজিত হৈ ক'লে—

: নহয় অ' ভিনিহি, চিকাৰ মানে নিকাৰ, চিকাৰ মানে বিকাৰ। সিহঁতৰ বিকাৰটো আছে কিন্তু নিকাৰ ভুঞ্জা নাই। চাওতালী নাচ চাই, নিতউ হাত পোনাবলৈ চানমাৰী কৰি, পালে পালে হাতী, ডাক্তৰ-কম্পাউণ্ডাৰ, তিৰী মানুহ লৈ চিকাৰ হয়নে ? যিমান মথাহে মানুহ আহিছে, বাঘক খেদি খেদি টঙনিয়ায়েই মাৰিব পাৰে।

বাকৰিত কিন্তু সিহঁতে থকা গোটেই মাহটো দলে দলে অঞ্চলৰ মানুহে এইবোৰকে চাইছিল। সি তেতিয়া সেই সৰু চহৰখনত আছিল। ঘৰলৈ তাৰ মাজতে এবাৰ আহিছিল। কিন্তু নতুনকৈ আহৰণ কৰা এটা বিশ্লেষণাতীত সম্মানবোধৰ কাৰণে সি চাবলৈ নগল। সি পিচে পুৰন্দৰৰ কথাবাৰ শুনি ঠিক তেনে এটা উপলব্ধিৰেই ভাবিছিল তাৰ অৱস্থাটো আৰু সেই পৰিৱেশটোৰ বিষয়ে। আৰু এনেহে হব লাগেনে ? ঠিক সেই মুহূৰ্ত্তে মাষ্টৰে যেন তাৰ মনৰ কথাকে কলে। পুৰন্দৰৰ পিনে মুখকৰি বিৰীটো হুপি হুপি ক'লে—

: তইনো কিয় যাব লাগে তাত ? সিহঁতে তোক কিবা মানুহ বুলি ভাবি মাতিছিল নেকি ? .

: মাতাতনো কি মানুহ অমানুহ আছে ?

: ঔচ ঔচ বুলি হাত বাউল দি কুকুৰক মাতে। তোৰ তাত যোৱাৰ কি দৰকাৰ আছিল ?

: নহয় অ' মোৰ সেই ৰাইফলটো মাৰি চোৱাৰ লোভটো সামৰিব নোৱাৰিলোঁ। নহলে নগলোঁহেঁতেন। মইনো বুজা নাই নে ?

পুৰন্দৰৰ আহত স্বীকাৰোক্তি শুনি বিতৃষ্ণাৰ বিকৃত হাঁহি এটা মাৰি পোষ্টমাষ্টৰে কৈছিল—

: কুকুৰচবৰ পৃথিবীত ক'ত কি ঘটিছে তাৰ খবৰ নাই। কূপমণ্ডুক এই চব। কূপ মণ্ডুকৰ দল।

খাটাই এনে এটা সুযোগৰ কাৰণেই ইমান পৰে বাট চাই আছিল। সি খপ্ কৰে সুধিলে—

: আজি কিবা ভাল খবৰ আছে নেকি ?

খাটাৰ প্ৰশ্নত সি নীৰৱে বিৰীটো ছুপি ছুপি সম্মুখৰ মাটিলৈ একেথৰে চাই থাকিল। বোধকৰোঁ ভাবিছিল কোনটো আগেয়ে কব। মূৰত যে খবৰে কিলবিলাই আছিল।

সিও চাইছিল পোষ্টমাষ্টৰে একেথৰে চাই থকা মাটি ডোখৰলৈ। লেমৰ পোহৰত সি লক্ষ্য কৰিছিল এটা অকমান কেৰেলুৱাই তাৰ অসংখ্য ঠেংবোৰ লৰাই লৰাই লেমটোৰ পিনে ওচৰ চাপি গৈ আছিল। ওচৰতে বহি থকা খাটাই তামোলৰ বটাটো তাৰ কাষলৈ টানি নিওতে কেৰেলুৱাটোৰ ওপৰেদিয়ে লৈ গ'ল। বটাখন গাৰ কাষ পাওঁতেই কেৰেলুৱাটোৱে পাকখাই এটা অকমান চকাৰ দৰে হৈ নিতত হৈ পৰি থাকিল। বটাখন নি খাটাই তামোল এখন মুখত ভৰাই মাষ্টৰৰ মুখলৈ উৎসুক দৃষ্টিৰে চালে। সি দেখিলে তেতিয়া কেৰেলুৱাটোৱে পাকবোৰ খুলি আকৌ আগৰ দৰে যাবলৈ লাগিল।

তাৰ হঠাৎ মনত পৰিছিল পিতাকৰ মুখখনৰ কথা। পাক খাই নিথৰ হৈ পৰা কেৰেলুৱাটোৰ লগত পিতাকৰ কৰবাত সাদৃশ্য থকা যেন অনুভৱ হ'ল। সি অৱশ্যে ভাবি উলিয়াব পৰা নাছিল ঠিক কি কাৰণত সেই সাদৃশ্যটো সি অনুভৱ কৰিছিল।

এনেতে কিষ্ণ কিষ্ণ নাম লৈ কৰবাৰ পৰা চন্দ্ৰ বকৰা ওলাইছিলহি। এই মানুহজনক আগতে সি দেখিছিল। সমন্ধত পেহা বুলি মাতিছিল। কিন্তু ইমান ঘনিষ্ঠ বুলি সেইদিনাহে জানিছিল। আহি পোৱাৰ লগে লগেই খাটা আদিহঁতে হুলস্থুল লগাই দিলে—

: ভইনো ইমান ৰাতি কৰিব পাৰনে ?

: এহ্ কিহে খাব মোক ! এতিয়াতো আগৰ দিন নাই ; চাৰিও-পিনে মানুহ।

: এঃ মানুহ চিনি পোৱা নাই হবলা ? এতিয়া মানুহ দেখি সাহ

কৰিছ ? কিন্তু আৰু বেছি দিন নাই. মানুহ দেখিলেই ভয় কৰা হ'ব। তেতিয়া বাঘৰ ভয়, ভূতৰ ভয় নাথাকিব। মানুহেই ভয়ৰ কাৰণ হ'ব। মানুহৰ ভয়ত মানুহৰ পৰা আঁতৰি ফুৰিবলৈ ৰক্ষা নোপোৱা হ'ব। চাবি ৰহ্‌।

দুতিৰামৰ কথা শুনি চন্দ্ৰ বকৰাই খোনাখুনিকৈ ক'লে···

: জানো শালপতিয়ে কি মানুহ ভয় কৰাৰ কথা কৈছ, মই একো ধৰিবই পৰা নাই। না আজিৰ কিবা বিশেষ খবৰ আছে ?

: খবৰ খবৰেই, তাৰ কি বিশেষ চিশেষ আছে। ইপিনে চুভাচ বচু আহি আছে, ঠেলা দি আছে; আৰু বাৰ্মাৰপৰা ধামধুম ৰিফিউজী আহিব ধৰিছে। কিযে বিলাই মানুহৰ। ল'ৰা-ছোৱালীৰ কিযে আলাই আথানি।

নলবাৰীৰ ওচৰৰ ক'ৰ ঠিকাদাৰ এজনে বাটে বাটে লাখ লাখ টকাৰ বস্তু-বাহানি দলিয়াই থৈ আহিল অনাৰ কষ্টত। কত পৰিয়াল আহিল অনাহাৰক্লিষ্ট মুমূৰ্ষু কেচুৱাক চলন্ত গাড়ীৰ খিৰিকীয়েদি পেলাই দি মুক্ত হৈ।

: উস্ ( অশ্লীল ) এনে নিৰ্দয়া হ'ব পাৰেনে ? ভগবানে এনে কথা সহ্য কৰিব বুলি ভাবানে শালপতি ?

: থ অ' তোৰ ভগবান। সি সহ্য নকৰে, তাকনো কোনে সহ্য কৰিছে। মন্দিৰৰ শালগ্ৰাম পেলাই থৈ আহিছে।

: তথাপি কেচুৱা—মানুহ বোলা বস্তু এটা। আন জীৱধাৰী বস্তু হলেও দোচোৰা কথা।

: বাদ দে অ' আন জীৱধাৰী বস্তু আৰু মানুহৰ মাজত আজি কিবা প্ৰভেদ আছেনে ? এইমাত্ৰনো মই কলোঁ কি তোক ? চালা কাৰ ঘৈণীয়েকক কোনে নিলে, কাৰ কেচুৱা ক'ত পৰি থাকিল, কাৰ ঘৰৰ গাভৰু ছোৱালীক জাক-লৰা গৰুৱে ধৰা দি মান ইজ্জৎ নষ্ট কৰিলে—আজিকালি তাৰ ঠিকনাই নোহোৱা হ'ল। তই আকৌ মানুহ আৰু আন জীৱধাৰী বস্তুৰ মাজত ভেদাভেদ কৰ! বোলো

সেই দিন গ'ল। হেৰৌ তাকেতো কৈছোঁ, এই জমিদাৰ মথা, সিহঁতে আকৌ চিকাৰ কৰিবলৈ আহে। হেৰৌ গকহঁত। এতিয়া জন্তু চিকাৰ কৰাৰ দিন উকলিল। আজিকালি মানুহেই চিকাৰ হৈছে। সক চহৰখনলৈ আহি তাৰ অনুৰূপ এটা মৰ্মন্তুদ অভিজ্ঞতা হৈছিল। ৰাতিপুৱা কলৰ পাৰত বাল্টিটো ঘঁহি ঘঁহি সেই অভিজ্ঞতাটোৰ কথা চিন্তা কৰোতে মনত পৰিছিল তাৰ চুবেনৰ মৃত্যুৰ কথা, আৰু পেহাকৰ সেই কথাবোৰ। পেহাকৰ কথাবোৰ যিমানে মনত পৰিছিল সিমানে সতৰ্ক হৈ পৰিছিল বাল্টি আৰু এলুমিনিয়ামৰ গিলাচটো চাফা কৰাত। সি অন্ততঃ সেই দুৰ্গত সন্দেহী মানুহবোৰৰ এটা সন্দেহ দূৰ কৰাৰ কাৰণে বদ্ধ পৰিকৰ। সিহঁতে যেন পৰিচ্ছন্নতা সম্পৰ্কে তাক সন্দেহ নকৰে।

সি ধুতিখন আৰু গাৰু তলত ভাজ কৰি থোৱা কামিজটো পিন্ধি ললে আৰু হাতত বাল্টি আৰু গিলাচটো লৈ গৈ থাকিল। ষ্টেচনৰ প্লেটফৰ্মত থিয় হৈ দূৰত যেতিয়া গাড়ীখন আহি থকা দেখিলে, তাৰ আনদিনাৰ দৰে অথিৰ অবিৰ অনুভূতি এটা হোৱা নাছিল। সি নিৰ্লিপ্ত হৈ অপেক্ষা কৰি আছিল। গাড়ীখন প্লেটফৰ্মত সোমোৱাৰ আগে আগে চকামকাকৈ কৰবাত শইনা পকেট-মাৰক সি দেখিছিল। চকুৰ নিমিষতে সি বতাহৰ দৰে কৰবাত নাইকীয়া হৈ গৈছিল। তাৰ উপস্থিতিৰ কথা জানি সি পুলক অনুভৱ কৰিলে।

সি গাড়ীখন থমালৈকে নিৰ্লিপ্ত হৈয়ে চাই ৰ'ল। ৰেলৰ ডবাৰ কাষত, ওপৰত ইমান মানুহ যে, ডবাবোৰ মানুহে নেদেখা কৰি ৰাখিছিল। গাড়ীখন ৰখাৰ লগে লগে সিহঁতৰ ক্লাচৰ কেপ্তেন যাদবে হুইচেল বজাই দিয়াত সিহঁতে নিজৰ নিজৰ বাল্টি লৈ আগ বাঢ়িছিল। সি গৈ ডবা এটাৰ কাষ পোৱাৰ লগে লগেই শকত মাইকী মানুহ এজনীয়ে সি বুবুজা ভাষাতে কিবা কিবি কৈ পানীৰ পাত্ৰটোলৈ দেখুৱাই দিলে। সি এগিলাচ পানী আগবঢ়াই দিয়াৰ

লগে লগে থিৰিকীৰে অজস্ৰ কোমল কোমল অথচ শুকান লিৰিকা লিৰিকি হাতবোৰ প্ৰসাৰিত হৈ ওলাই আহিল। হাতবোৰে তাৰ হাতৰ পৰা পূৰ্ণ গিলাচ ভিতৰলৈ নি খালী গিলাচটো পেলাই দিছিল। সি বাৰে বাৰে অথালি পানীৰে গিলাচটো ভৰাই দিছিল। শেষত যেতিয়া শকত মাইকী মানুহজনীৰ পানী খোৱাৰ পাল পৰিল গিলাচটো মুখৰ ওচৰলৈ নি তাই হুকহুকাই কান্দি পেলালে। তাইৰ কন্দা মুখখনত সি কাৰুণ্যতকৈ বেছি অনুভৱ কৰিছিল কদৰ্যতা। সি গিলাচটো তাই পানী নোখোৱাকৈয়ে কাঢ়ি লৈ আহিল আৰু বেলেগ এটা ডবাৰ কাষ পালেগৈ।

সি প্ৰত্যাশাই কৰা নাছিল যে, সেইখন গাড়ীত সি বুজাকৈ কব পৰা মানুহ এজন থাকিব পাৰে। এজন হুটঙা, ছাগলীৰ শিঙৰ দৰে গোঁফ থকা মানুহ। তাক দেখি মাতিলে—

: অ-ৰি, ইপিনে উঠি আহকচোন। অ-ৰি আপোনাক কৈছোঁ হে ?

তাক ? ইমান বয়সস্থ বাবু যেন দেখা মানুহ এজনে আপুনি বুলি সম্বোধন কৰিব ? সি সঁচাকে প্ৰথমে বুজাই নাছিল। দ্বিতীয় বাৰ দোহাৰি কোৱাতহে সি আধাখালী হোৱা বাল্‌টিটো লৈ ডবাটোত উঠিল। সি উঠি লৈয়েই ডবাত ঠাহখাই থকা মানুহবোৰৰ মুখবোৰ চাবলৈ চেষ্টা কৰিলে। কিন্তু চাৰি পাঁচখন মুখত বাদে বাকীবোৰ মুখ আঁৰ হৈ আছিল। মানুহজনে হাত এখন উথহি লবাব নোৱাৰা হোৱা মুখ চাই বয়স ধৰিব নোৱাৰা ত্ৰিছ ষাঠি বছৰৰ ভিতৰৰ মানুহ এজনক কিবা সুধিলে। সি মূৰ তুপিয়াই সন্মতি দিয়াত মানুহজনে ক'লে—

: দিয়কহে তাক একগিলাচ পানী।

সি পানী দি সুধিলে—

: হাতখনত কি হ'ল বাৰু তাৰ ?

: মাৰ খাইছে। কালি ৰাতি সেই ছোৱালীটোক সি বেইজ্জতি কৰিব খুজিছিল। মই পিতি দিলোঁ। মানুহজনৰ মুখৰ সি বুজা

মাতষাৰ শুনি যিমান সাহসেৰে সুধিছিল কথাষাৰ শুনাৰ পাচত তাৰ সিমানে ভয় হ'ল—মানুহজনক ছুনাই আৰু কিবা সুধিবলৈ। সি সন্তৰ্পণে ছোৱালীজনীৰ পিনে চালে। মুখখনত ইমান উদাস নিৰ্লিপ্ত ভাব এটা আছিল যে, সি ছোৱালীজনীৰ মনত নিৰানন্দ, হতাশা, নে আতংক কি আছিল একোকে বুজিব পৰা নাছিল। মানুহজনে সৰু সাত আঠ বছৰীয়া ল'ৰা এটাৰ কাষলৈ পৰি থকা মানুহবোৰ চেৰাই গ'ল আৰু কিবা এষাৰ সুধিলে—

: দিয়কহে তাকো এক গিলাচ পানী। বাছা, সিতো মাক বাপেক দুয়োটাকে বাটত হেৰুৱাই আহিছে।

: তাৰ লগত কোন আছে?

: কোনো নাই। বৰপেটা ৰোডক লাগি মই চাম অৱশ্যে। তাৰ পাচত যি হয় হৈ থাকক। এই ছোৱালীটোৰো বুঢ়া বাপেকটো বাটতে মৰিল। লগত এতিয়া কোনো নাই। কালি ৰাতিতো সি ধৰিছিলেই। মই বোলো ভাই মই জীয়াই থাকোতে মোৰ আগত সেইবোৰ ঘটনা হব নোৱাৰে। মই কাটি ছুচেও কৰি দিম।

: আপুনিতো বৰপেটা ৰোডত নামি যাব?

: যামতো।

: ছোৱালীজনীৰ কি হব?

: যি হয় হব, মোৰ কি? সেই কুকুৰটোৱে বোধকৰোঁ আকৌ বলাংকাৰ কৰিব তাইক?

: কিন্তু ডবাততো আন মানুহ থাকিব?

মানুহজনে কুৎসিৎ মুখখন মেলি বহুদিন চাফা নকৰা ময়লা দাঁত কেইটা উলিয়াই ডাঙৰকৈ হাঁহি দিলে।

: এই কেইটা মানুহ জানো? জীয়াই আছে জানো ইহঁত। সেই ছুটা, সেইয়া পায়খানাৰ ওচৰত টানি থৈ দিছোঁ, তাৰে এটাই পানী নাপাই, খাবলৈ একো দিব নোৱাৰাত মৰোঁ মৰোঁ হোৱা কেচুৱা এটা বাটতে পেলাই থৈ আহিছে। সিহঁত দুটা বৰপেটা ৰোডো নাপাবগৈ।

সি মানুহবোৰৰ নিশ্চল নিৰ্জীৱ দেহবোৰৰ মাজেদি মূৰটো সুমাই চাই পঠালে। পায়খানাৰ ওচৰত মুদি থকা চকুৰে, বিশৃঙ্খল দাড়ি-গোঁফৰ মাজত শীৰ্ণ মুখ এখন পৰি থকা দেখিলে। নাকৰ পাহিবোৰ লেৰেলি যোৱা, কোৱাবিৰ একাষে শুকান লেলাৱতিৰ চিন লাগি থকা মুখখন দেখিয়ে সি মূৰটো পিছুৱাই লৈ আহিল। আনটোক চাবলৈ তাৰ ভয় লাগি গ'ল।

: সৌটোক দেখিছেনে নাই ?

মানুহজনে ইমান দুৰ্গতিৰ মাজতো কথাবোৰ ইমান ৰসিকতা ক'ৰি কৈছিল যে, অলপ আগতে অনুভৱ কৰা আড়ষ্টতা তাৰ নাইকীয়া হ'ল।

: কোনটো ?

: সেইটো, মূৰত যে নীলা টুপী এটা লৈ আছে মজিয়াত বহি। এটা আজব চীজ।

: মানে ?

: মহা কঞ্জুচ্ চালা। সি যে এই যন্ত্ৰণাৰ মাজতো টকা কিছুমান লগত লৈ আহিব পাৰে, দেখিলে ভাবিব পাৰেনে ? অলপ আগতে তাৰ চব টকা পকেট মাৰি লৈ গ'ল বাপ্পেকে ! তাক অলপ পানী যাচক না।

সি পানী এগিলাচ তাৰ পিনে আগুৱাই দিয়াত সি মূৰ জোকাৰি হাতেৰে আঁতৰাই পঠালে—

: সি নাখায়। যাৰে তাৰে হাতে পানী খালে তাৰ জাত যাব। সি গুৱাহাটীত এবাৰ খাইছে ; পানী দিয়া মানুহজনক সুধি যেতিয়া জানিলে যে, তাৰ মতে ভাল জাতৰ তেতিয়াহে সি পানী খাইছে।

তাৰ কাণত পিচে মানুহজনৰ কথাবোৰ সোমাইছিলহে, সি হ'লে মনযোগ দিব পৰা নাছিল। সি যিমান পাৰে ডবাটোৰ চাৰিওপিনে মানুহবোৰৰ মুখলৈ চাইছিল। হাড়ে ছালে লগা মানুহ. মুখলৈ

চাবৰ বাবে অসহ্য লগা মৃতপ্ৰায় মানুহ, মলিয়ন সাজত অকলশৰে ধুনীয়া গাভৰু ছোৱালীজনী, সৰু অসহায় ল'ৰা-ছোৱালী। পিতৃ-মাতৃহীন শিশু; ক্ষতাংগ, বিকলাংগ হয়তো কোনোবাজন তাৰ মাজতে। মুখত কাৰোবাৰ নীৰৱ খং, কাৰোবাৰ আকৌ ধাৰাসাৰ চকুপানী, কাৰোবাৰ গালত চকুলোৰ শুকান দাগ অথচ মুখত উপশান্তিৰ আভাস। সেই ছোৱালীজনীত বাদে সকলোৰে চকুত সি অনুভৱ কৰে এক চৰম বিবুদ্ধিৰ ভাব।

ডবাত সোমাই সি পানী যাচে। কোনোবাই আগ্ৰহেৰে নোপোৱাই পোৱাদি খায়; কোনোবাই আকৌ মূৰ জোকাৰি প্ৰত্যাখ্যান কৰে।

ডবাটোৰ ভিতৰৰ উৎকট পৰিৱেশটোৰ কথা সি অনুভৱ কৰে আৰু সি অন্তৰেৰে বিশ্বাস কৰে যে, এই মানুহবোৰক, এই অসহায় দুৰ্গত মানুহবোৰক বহুত পানীৰ প্ৰয়োজন। সি সিহঁতৰ ভাষা বুজি নাপায়, কিন্তু যেতিয়া কিছুমান মানুহে সি আগবঢ়োৱা গিলাচটোলৈ নীৰৱ উদাস দৃষ্টিৰে চায়, তাৰ ভয় লাগি যায়। যেতিয়া ল'ৰা-ছোৱালীয়ে ইতস্ততঃ কৰে মনে মনে তাৰ অপৰিসীম ক্ষোভ হয়। গাভৰু ছোৱালীয়ে যেতিয়া গিলাচটো লবলৈ কুণ্ঠাবোধ কৰে তাৰ কান্দি দিবলৈ মন যায়। সি যদি বুজাই দিব পাৰিলেহেঁতেন যে তাৰ এই সহায়ৰ বিনিময়ত সি কোনোদিন সিহঁতৰ পৰা একো নিবিচাৰে, এই সহায় সি এনেয়ে মৰমতে কৰিছে।

সি ষ্টেচনটোৰে সোমাই ঘূৰি আহোতে বাৰে বাৰে কামনা কৰিছিল এজাক বৰষুণ। দীঘল, দবাপিতা বৰষুণ। যি বৰষুণে ব'দৰ অসহ্য উত্তাপ শেষ কৰি আনি দিব ৰমণীয় শীতলতা, ডবাৰ ভিতৰৰ ঘাম, মলি আৰু মৃত্যুৰ সেমেকা গোন্ধ শেষ কৰি আনি দিব তিতা বতাহৰ স্নিগ্ধ সুবাস আৰু মনৰ কোহত গলিত ঘাৰ তেজপুঁজৰ চেকুৰাবোৰ ধুই মচি আনি দিব জীয়াই থকাৰ এক প্ৰত্যাশাৰ উষ্মা।

হৰিবৰহঁতক বাহিৰত বাণ্টিবোৰ থৈ এখন চাহ দোকানত সোমোৱা দেখি সিও সোমাব খুজিছিল। কিন্তু শইনাক তাৰ পৰা ওলাই যোৱা দেখি মনৰ আগ্ৰহ তাৰ হঠাৎ নাইকিয়া হ'ল। বাৰে বাৰে মনত পৰিল নীলা টুপী পিন্ধা মানুহজনৰ অসহায় মুখখন। বাৰে বাৰে মনত পৰিছিল পেহাকে সেইদিনা চন্দ্ৰ বকৰা আৰু পুৰন্দৰহঁতৰ আগত কোৱা কথাবোৰ।

কৃষ্ণচূড়াৰ ফুলবোৰে এন্ধাৰৰ অশেষ নির্যাতন সহ্য কৰি যিমান গধূলিলৈ পাৰে বঙা হৈয়ে থাকে। এসময়ত পাত ফুল তাৰ বৰ্ণহীন হৈ পৰে। অদূৰৰ গুমগছ ছুজোপাৰ পাতবোৰো মুজুৰা পৰি এন্ধাৰ ঘন কৰি তোলে। ঠিক তেনে সময়তে আজি কিছুদিনৰ পৰা নিজকে তাৰ বৰ অকলশৰীয়া অকলশৰীয়া লাগি পৰিছে। বিশেষকৈ ধৰ্মাৰ ভগনীয়াক নিতউ বেল ষ্টেচনত পানী দিয়া কামটো অন্ত পৰাৰ পাচত তাৰ গধূৰ বিষণ্ণভাব এটা নামি আহিছে। এই বিষণ্ণতাই গধূলি তাক একেবাৰে নিসংগ কৰি তোলে।

এই নিসংগ ভাবটো কটাবলৈকেই এদিন আবেলি সি ওচৰৰে নবীন-হঁতৰ ঘৰলৈ গৈছিল। বয়সস্থ বিধবা মাক আৰু ছুটা সৰু সৰু ভায়েকেৰে সিহঁতৰ ঘৰখন হয়তো একেবাৰেই নিজম লগা হ'লহেঁতেন। কিন্তু বৈকুণ্ঠ, মাখিৰামহঁত তাত আছিল। তাৰ দৰেই ভিতৰুৱা গাঁৱৰ, সেইখন ঘৰত আশ্রয় লৈ পঢ়া ছাত্র বৈকুণ্ঠ আৰু মাখিৰামে কেৱল ঘৰখনকেই নহয়, গোটেই অঞ্চলটোকে সবর সজীর কৰি ৰাখিছিল। সি মাখিৰামক বিচাৰি গৈছিল আচলতে। তাৰ বহাটোত তাক নাপাই সি উভতি আহিব খুজিছিল এনেতে ঘৰৰ সৰু ল'ৰা এটাই তাক সুধিলে কাক লাগে বুলি। সি কোৱাত তাক বাৰীৰ পিনে কৰবাত আছে বুলি কলে। সি মাখিৰামক লগ ধৰাই ভাল হব বুলি ভাবি, নবীনহঁতৰ চোতালেদি নগৈ বাহিৰে বাহিৰে মাখিৰাম-হঁতৰ বহাৰ কাষেদি থকা এটা বাটেৰে বাৰীৰ পিনে গ'ল।

বাৰীৰ মাজত থিয়দি তাৰ কিন্তু কেনেবা কেনেবা লাগিল। কাৰোবাৰ অনুচ্চ কণ্ঠত কথা শুনিছিল, অথচ সি দেখা নাছিল কোনে কথা কৈছিল। সি ভেতিয়া অলপ নিকপায়ত অলপ ভয়ত চিঞৰি দিলে—মাখিৰাম আছ নেকি বুলি।

তাৰ চিঞৰৰ পাচতে হঠাৎ কথা বন্ধ হৈ গ'ল। আৰু কিছু পৰৰ পাচত মাখিৰাম বৰ ধীৰ স্থিৰ হবৰ যত্ন কৰি কলগছ কেইজোপামানৰ আঁৰৰ পৰা ওলাই আহিল।

: তই তাত কি কৰিছিলি? কাৰোবাৰ লগত কথা কৈ থকা যেন শুনিছিলোঁ?

: কেলেই নো চিঞৰি মৰিছ?

: এনেয়ে আহিলোঁ আকৌ। ব'ল না নদীৰ পাৰৰ পিনে অকমান ওলাই যাওঁ।

মাখিৰামৰ অপ্ৰত্যাশিত বিৰক্তিত সি তলে তলে বিস্মিত হৈছিল অথচ কিবা এটা সোধাৰ বাবেও সংকোচ বোধ কৰি একোকে নকৈ বাটটোৰ পিনে আহি থাকিল। সিও ওলাই আহিল তাৰ বহাৰ পিনে পোনাই। বাৰীৰ মাজৰ পৰা তিনিটা বাট আছিল। এটা চোতালৰ মাজেদি, এটা পশ্চিমেদি মাখিহঁতৰ বহাৰ কাষেদি; আনটো পূবেদি ঘৰৰ কাষেদি গৈ একেবাৰে আলিবাট পায়হি। সি মাখিৰামৰ আগে আগে যোৱা বাটটোৰেই ওলাই আহিছিল। মাখিৰাম আহিছেনে নাই পিচপিনে সি ঘূৰি চোৱা নাছিল। তাৰ মন অজস্ৰ কৌতূহলেৰে ভাৰাক্ৰান্ত হৈ পৰিছিল। সি মাত্ৰ এবাৰ চকুতুলি সোঁফালে চাইছিল হঠাৎ এটা শব্দ শুনি। তাৰ চকুত ছাটকৰে মাইকী মানুহ এজনীৰ আচল এখন ঘৰটোৰ আঁৰ হৈ পৰিল। সেই আচলৰ গৰাকীজনী গৈছিল পূব ফালৰ বাটটোৰে সন্তৰ্পণে।

সি তাৰ মুখত অসতৰ্ক মুহূৰ্ত্তত কিবা কৌতূহল বা বিস্ময়ৰ ভাব প্ৰকাশ হৈ পৰাৰ ভয়তে আকৌ তলমূৰ কৰিলে। তাৰ মনত অতি অসহনীয় সন্দেহৰ উদয় হৈছিল। কিন্তু বাৰে বাৰে সি মনক বুজাবলৈ চেষ্টা কৰিছিল যে, তেনে এটা ঘটনা অসম্ভৱ, হবই নোৱাৰে। তাৰ মনত তেনে এটা জঘন্য সন্দেহৰ উদয় হৈছিল। একমাত্ৰ তাৰ মনৰ দুৰ্বলতাৰ বাবে। নিজকে প্ৰবোধ দিবৰ সি যত্ন কৰিলে মনে মনে।

কিন্তু তাৰ ওচৰত সি যি শুনিছিল বা দেখিছিল তাৰ উপযুক্ত ব্যাখ্যাও

নাছিল। মনটো তাৰ আৰু বেছি ভাৱাক্ৰান্ত হৈ পৰিছিল। ভাৰিবৰ ইচ্ছা নকৰা সত্বেও ভাৱবোৰে জুমুৰি দি ধৰিছিলহি।

মাখিৰামে নিশ্চয় বুজিছিল আৰু সেইবাবেই হয়তো সি কৈছিল—

: চালা ( অশ্লীল ) তাকে ভাবি আছে ? তই মাজতে ওলাই চব ভেস্তাই দিলি।

সি ধৰা পৰা কাৰণেই সি যে তেনে একো ভৰা নাই তাকে প্ৰতিপন্ন কৰিবৰ দুৰ্বল চেষ্টা এটা দি ক'লে—

: যা অ' (অশ্লীল) তোৰ কথাই ফাকি দিলেও মুখখনে ফাকি দিয় নোৱাৰে নহয় ? সেই মাইকীজনী দেখিলে তোৰো মুৰ ঘুৰি যাব ?

তাৰ কাণমুৰ গৰম হৈ গ'ল মাখিৰ কথাষাৰ শুনি। আলিবাটেদি অহাযোৱা কৰি আছিল গৰু গাড়ী, মানুহ লেখ কৰিব নোৱাৰা সংখ্যাৰ। মাখিৰামে কিন্তু কিবা এটা বিজয়ৰ উল্লাস অনুভৱ কৰাৰ দৰে তাৰ নীৰৱতা বা সহাঁৰি লৈ পৰোৱা নকৰি তাৰ ভাগে কৈ গ'ল—

: কালিলৈ চব ঠিক হৈ যাব। মই ক'লা পেন্ট-চোলা এযোৰ কৰিছোঁ নহয় ? তই দেখা নাই ? চালা ক'লা পোছাকযোৰ পিন্ধিম, নেপালী খুকুৰীখন লম, ৰাতি গৈ থাকিম, কুছ পৰোৱা নাই।

মাখিৰামে জনবহুল আলিবাটটোত কথাবোৰ এনেকে কৈছিল, মানুহে বন্ধ ঘৰতো এনেবোৰ কথা ইমান উচ্চস্বৰে নেপাতে।

: অই বান্দৰ। কোনোবাই কৰবাত শুনিব চাবি !

তাৰ সাবধান বাণীষাৰ শুনি মাখিৰামে হাত ভৰি জোকাৰি হাঁহি মুঠাতো হাঁহিবৰ চেষ্টা কৰি ক'লে—

: চু (অশ্লীল) এই মানুহচবৰ নিজৰ কাম নাই নহয়, আমাৰ কথাকে অনাই ফুৰিব ! তাহাঁতৰ নিজৰে বা কত লেঠা মা-( অশ্লীল ) !

সি সন্তৰ্পণে মাখিৰামৰ পিনে চালে। সি সঁচাকে অবিশ্বাস্যভাৱে মুক্ত হৈ পৰিছিল। বাটত গৈ থাকোতে মাখিৰামক তাৰ ইমান সহজ নিৰংকুশ যেন লাগিল যে তাক একেবাৰে অচিনাকি অচিনাকি যেন অনুভৱ হ'ল।

সি তাৰ পাচতো তালৈ গৈছিল। এদিন আকস্মিকভাৱে মাখিৰামৰ মাইকী মানুহজনীৰ মুখামুখি হৈছিল। মাখিৰামে জানো কি অৰ্থত কৈছিল, তাৰ হলে সঁচাকে মূৰ ঘুৰি গৈছিল মানুহজনীক দেখি। মাইকী মানুহ যে ইমান ধুনীয়া হব পাৰে সেইদিনাই তাৰ প্ৰথম অভিজ্ঞতা হৈছিল। কিন্তু তাইক দেখি তাৰ লোভ কামনা এনেবোৰ ভাবৰ উদ্ৰেক হোৱা নাছিল। হৈছিল ভয় আৰু অবদমনৰ। সেই মুহূৰ্ত্তৰ পৰা মাখিৰামৰ সান্নিধ্যই তাক যুগপৎ মনত পেলাই দিছিল দুটা বস্তু, নেপালী খুকুৰী আৰু এই মানুহজনীৰ নিপোটল ভৰি-পটা দুখন। সি অকলে বহুত চেষ্টা কৰিও তাইৰ দেহৰ আৰু কোনো অংগৰ অস্তিত্বকে ভাবি তুলিব পৰা নাছিল।

লাহে লাহে চহৰখন, আলিবাটবোৰ, গধূলি পাত মুজুৰা পৰা গুম গছ কেইজোপা, কৃষ্ণচূড়া, চনবাৰীৰ চবকাচবকি জংঘলবোৰ, মাখিৰামৰ সান্নিধ্য, মাইকী মানুহজনীৰ চিন্তা, দুবুলৰ ওৰ নপৰা কথা এই সকলোবোৰ বিৰক্তিকৰ হৈ পৰিছিল। সি মনে মনে স্থিৰ কৰিছিল যে টেষ্ট পৰীক্ষাৰ খবৰ পোৱাৰ লগে লগেই সি ঘৰলৈ গুচি আহিব। টেষ্ট পৰীক্ষা দি শেষ কৰি সেইবাবেই প্ৰতিদিন সি খবৰৰ কাৰণে উন্মুখ হৈ থাকিল।

সেইদিনা হৰেশ্বৰ নামৰ কোনোবা ডাঙৰ মানুহ এজনে বিলাতৰ পৰা ঘুৰি আহি সিহঁতৰ স্কুলত বক্তৃতা দিয়াৰ কথা। একেবাৰে অনিচ্ছা সত্বেও যেহেতু হাতত তাৰ প্ৰচুৰ আমনিলগাকৈ অৱসৰ আছিল সি ওলাই গৈছিল স্কুলৰ পিনে। বজাৰৰ মাজ পোৱাৰ আগতে এজোপা গছৰ তলত বন্ধু কেনভাছাৰক দেখিলে। বহুত মানুহে ঘেৰি আছিল আৰু সি কিহবাৰ অকণ অকণ বটল কেটামান হাতত দাঙি ধৰি কিবা কিবি কথাৰে মানুহবোৰক মুগ্ধ কৰি ৰাখিছিল। সি বৈ গ'ল। সি বন্ধুৰ এনে খেলা সুদীৰ্ঘ চাৰি বছৰে দেখি আহিছে কিন্তু সাধাৰণ মানুহে বন্ধুৰ বিষয়ে কোৱা কথা এটা ইমান চেষ্টা কৰিও সি প্ৰতিপন্ন কৰিব পৰা নাছিল। বন্ধুৱে হেনো গাঁৱৰ অজলা মানুহক ঠগে।

সিদিনা সি ঘূৰি ঘূৰি মানুহবোৰৰ মুখলৈ চালে। কাকো পিচে তাৰ গাঁৱৰ অজলা যেন নালাগিল। তথাপি সি সেই প্ৰচাৰিত সত্যটো আৱিষ্কাৰ কৰাৰ আশাতে বৈ চাই থাকিল। দেখিলে মানুহবোৰে তাৰ কথা শুনি থপিয়া থপি কৰি তাৰ হাতত থকা দৰবৰ বটলবোৰ লৈ গ'ল। বটল মাত্ৰ দহটামান আছিল। বটলবোৰ আছিল বিন পইচাৰ বন্ধুৱে কোৱা মতে। ইপিনে মানুহ জুমৰ মাজতে দৰবৰ বটল পাবলৈ আশা কৰা বেছি ভাগ মানুহেই বঞ্চিত হ'ল। বন্ধুৱে নিজৰ নিসহায় অৱস্থাৰ কথা কৈ যি সকলে বটলবোৰ লৈছিল সেই সকলক কলে যে, সেই সকলৰ নিশ্চয় দৰবটো ইমান জৰুৰী নহয়, গতিকে দৰব যিসকলে নিছে ঘূৰাই দিয়ক, যাতে যাৰ বেছি জৰুৰী সেইসকলে নিব পাৰে। কথাষাৰ কৈয়ে বন্ধু খন্তেক বৈ চাৰিওপিনে চালে। কোনেও ঘূৰাই নিদিলে। তেতিয়া বন্ধুৱে মিচিকি হাঁহি এটা মাৰি ক'লে—

ঃ তেনেহলে আপোনালোকে বেয়া নাপাব। মই কাৰ কিমান জৰুৰী পৰীক্ষা কৰিম। দিয়ক বটলটোৰ কাৰণে মোক এটা এট আধলি। মই তেতিয়া বুজিম যে, বটলটোৰ কাৰণে আধলি এটা খৰচ কৰিবলৈও আপোনালোক ৰাজী। কবলৈহে পালে। বন্ধুৰ কথা শেষ হোৱাৰ আগতেই চাৰিওপিনৰ পৰা আধলিবোৰ আহি তেওঁৰ ভৰিৰ তলৰ থৈলাখনত পৰিল। বন্ধুৱে তেতিয়া নিৰুপায় যেন হৈ আধলি কেইটা সামৰি কলে যে, তেওঁৰ আৰু উপায় নাই। নোপোৱা ৰাইজসকলে যাতে কোনো দায় দোষ নধৰে। মুহূৰ্ত্তৰ পাচতে গোটেই মানুহজুমক বিবুদ্ধিত পেলাই থৈ বন্ধুৱে পৰাজিত নিৰুপায় এজনৰ দৰে ওলাই গৈ এটা গলিত সোমাই অদৃশ্য হৈ গ'ল। সি স্কুললৈকে গোটেই ডোখৰ বাট দৃশ্যটো বাৰে বাৰে প্ৰথমৰ পৰা সজাই লৈ ভাবিবৰ চেষ্টা কৰিছিল। স্কুলতো নীৰৱ শ্ৰোতাবৃন্দৰ পাচফালে সন্তৰ্পণে বহি এটা মাত্ৰ কথা সি বুজিছিল যে হৰেশৰ বোলা বিলাতফেৰত ভদ্ৰলোকজনে উত্তমাশা অন্তৰীপ হৈ আছিছিল।

উত্তমাশা অন্তৰীপৰ উল্লেখে ভূগোলৰ আফ্ৰিকাৰ মেপখনৰ প্ৰতি মুহূৰ্ত্তৰ কাৰণে তাৰ মনযোগ আকৰ্ষণ কৰাত বাদে বিশেষ কোনো ৰেখাপাত পেলাব পৰা নাছিল। কিয়নো বহুত কথাকে সি হৃদয়ংগম কৰিব পৰা নাছিল।

এসময়ত নিতান্ত বিৰক্ত হৈ বক্তৃতা শেষ কৰাৰ আগতেই সি উঠি আহিছিল। কতো তাৰ ভাল নলগা হৈ পৰিছিল। সি অকলেই নদীৰ পাৰৰ পিনে যোৱাৰ কথা চিন্তা কৰিলে। নদীৰ শান্তস্ৰোতা পানীবোৰ দেখিলে মনটো তাৰ পাতল পাতল যেন লাগি যায় প্ৰায়ে। সিহঁতৰ গাঁৱৰ ওচৰত নদী নাছিল। সেইবাবে নদী দেখিলেই সি অনুভৱ কৰিছিল অভিনৱ এটা গতিৰ আশ্বাস। যিটো গতিৰ উষ্মা সি জীৱনৰ প্ৰতি পদে পদে অনুভৱ কৰিব বিচাৰি প্ৰায়ে হতাশ হৈছিল। সি নদীটোৰ পাৰত বহি নীৰৱে বৈ থকা পানীবোৰলৈকেই চাই আছিল। ওচৰেদি ইপাৰ সিপাৰ কৰি থকা মাৰ নাওখন, তাৰ যাত্ৰীৰ আনাগোনা, সিফালে ৰেলৰ দলঙৰ ওপৰেদি কাণফলা শব্দ কৰি পাৰ হৈ যোৱা গাড়ীবোৰ একোৱে তাৰ মনযোগ আকৰ্ষণ কৰিব পৰা নাছিল। সি ভাবিছিল, সিহঁতৰ গাঁৱৰ ওচৰেদি বৈ অহা সৰু সৰু জুৰি দুখনৰ কথা। সোনাদোঙৰ কাঠৰ দলঙত লগ লাগি ঠিক তাৰ সম্মুখেদি বৈ যোৱা পানীবোৰৰ দৰেই কলৈ যাব একোকে নাজানি গৈ থাকে সম্মুখৰ পিনে। এই পানীবোৰৰ বৈ যোৱাটোৱেই যেন একমাত্ৰ লক্ষ্য। সোনাদোঙ জুৰিখনো বৈ গৈ ক'ত বা পৰিছে, হয়তো কৰবাৰ দুৰ্গম বিলৰ মেটেকা নলনিৰ গেজেপনিত নতুবা কোনোবা গৰ্বিত নদীৰ প্ৰশস্ততাত নীৰৱ নিশ্চিহ্ন হৈ হেৰাই পৰিছে। এই নদীখনৰো এই নিসহায় পানীবোৰৰো উৎস হয়তো সেইপিনেই কৰবাত য'ৰ কাষতে সোনাদোঙৰ উদ্ভৱ হৈছে। পাহাৰৰ তলে তলে, মাটিয়ে মাটিয়ে কৰবাত দুয়োখিনি পানীৰ উৎস হয়তো একাকাৰ হৈ পৰিছে। আৰু এই নদীৰ সোঁতবোৰো হয়তো বৈ বৈ কৰবাত ক্লান্ত হৈ সোনাদোঙৰ দৰেই নীৰৱ নিশ্চিহ্ন হৈ হেৰাই পৰিছে।

পানীবোৰ চাই চাই মনে মনে ইমান একাত্মবোধ হ'ল যে, সি হঠাৎ সোনাদোঙৰ পাৰত বহি থকা বুলি ভুল কৰিছিল। সি ঘণকৰে থিয় হৈ চাৰিওকালৰ পৰিৱেশটোৰ প্ৰতি সজাগ হবলৈ যত্ন কৰিলে।
যাওতে বাটত লগ পালে বন্ধুক। সি হয়তো দিনটোৰ পাট সামৰি উভতি আহিছিল। মুখত পৃথিবীৰ হতাশাৰ ছাই সানি অৱশ ক্লান্ত খোজত আহি থকা শীৰ্ণ মানুহটোৰ মুখলৈ চাই তাৰ কিবা এষাৰ কবৰ মন গৈছিল। কিন্তু তাৰ কাষ পোৱাৰ আগতে বন্ধু ৰাওঁপিনে চহৰৰ উপকণ্ঠৰ এটা বাটেদি সোমাই গ'ল।
চহৰখন তাৰ সঁচাকে আমনি লাগি গৈছিল। অনাত্মীয়তাৰ কৌতূহলৰ অৱকাশ তাৰ শেষ হৈছিল। সেইবাবে টেষ্টৰ খবৰ ওলোৱাৰ অব্যৱহিত পাচতেই সি ঘৰলৈ ঘূৰি অহাৰ কথা চিন্তা কৰিছিল। কিন্তু এটা অভাৱনীয় ঘটনাই তাক চহৰখন এৰি অহাৰ বাবে অতীষ্ঠ কৰি তুলিছিল।
সেই চহৰখনত সেইবাৰেই প্ৰথম ৰাস পূজা পাতিছিল। তালৈ দৰ্শকৰ আপ্যায়নৰ হেতু গন্ধৰ দিনা আমন্ত্ৰিত হৈছিল অঞ্চলৰ শ্ৰেষ্ঠ ঢুলীয়াৰ দল। ৰাতি দৰ্শকে মহানন্দে উপভোগ কৰিছিল ঢুলীয়াৰ মনোৰম আলেখ্যসমূহ এটাৰ পাচত এটাকৈ। সেই ৰাতিৰ আটাইতকৈ আকৰ্ষণীয় আলেখ্যটো আৰম্ভ হৈছিল মাজনিশা, দলৰ শ্ৰেষ্ঠ বিদূষক গোপী ভাৱৰীয়াৰ নেতৃত্বত। গোপী ভাৱৰীয়া হ'ল এনে এজন ব্যক্তি, যিয়ে মঞ্চত অৱতীৰ্ণ হলেই হাজাৰ হাজাৰ দৰ্শক হাঁহিত বাগৰি পৰে। মহাত্মা গান্ধী, মহম্মদ আলি আৰু চাৰ্চিলৰ দৃশ্য অভিনীত হৈছিল হাস্যমধুৰ এটা পৰিৱেশৰ মাজত। সেয়া আছিল হাঁহি কৌতুকৰ অভিনয় মাত্ৰ। সহস্ৰ সহস্ৰ দৰ্শকৰ হাঁহিত দিন-ৰাতিৰ প্ৰভেদ পাহৰি গৈছিল মানুহে। ঠিক এনে এটা মুহূৰ্ত্তত ৰসিকতাৰ উচ্ছাসত মহাত্মা গান্ধীৰূপী গোপী ভাৱৰীয়াই লগৰে চাৰ্চিলৰূপী ভাৱৰীয়াজনৰ বৰপেটটো লক্ষ্য কৰি শোধালে এটা গোৰ।
এই সামান্য গুৰুত্বহীন দৃশ্যটোৰ পৰিণতি হিচাপে গোপী ভাৱৰীয়াক

তৎমুহূৰ্ত্তে হামফ্ৰে নে কি নামৰ চাহাব এজনৰ আদেশত গ্ৰেপ্তাৰ কৰা হ'ল। তাৰ এদিনৰ পাচত ৰাইজ গৈ চাহাবক হাতে ভৰিয়ে ধৰিহে গোপী ভাৰৰীয়াক কোনোমতে মোকলাই আনিলে।

টেষ্ট পৰীক্ষাৰ খবৰৰ কাৰণে অপেক্ষা কৰিবলৈ তাৰ ধৈৰ্য নহল। সেই ঘটনাৰ পিচদিনাই সি ঘৰলৈ ঘুৰি আহিল।

ফাইনেল পৰীক্ষাৰ দিন ওচৰ চপাৰ লগে লগে তাৰ মন আৰু বেছি হতাশ হৈ পৰিছিল। পৰীক্ষাতকৈও গুৱাহাটীলৈ গৈ যে পৰীক্ষা দিব লাগিব সেই কথা ভাবি সি সঁচাকৈ মনত অকণো উৎসাহ পোৱা নাছিল। তাতো সি শুনিছে, বাটে বাটে দেখা যাব মাত্ৰ মিলিটাৰী আৰু ভুগনীয়াৰ দল। কোন ক'ত আওমৰণে মৰিছে। কাৰ ক'ত কি অথন্তৰ ঘটিছে, খবৰ কৰাৰ কাৰো আহৰি নাই।

ঘৰতো তাৰ মন বহা নাছিল। বিশেষকৈ এদিন ছুপৰীয়া ভাত খোৱাৰ সময়ত মাক বাপেকৰ কথা-বতৰা শুনাৰ পাচত যিকণ মনোবল আছিল সেইকণো শেষ হৈ গৈছিল।

মাকে সুধিছিল—

: খৰচ জানো আছে তাৰ কাৰণে?

: হব মই ৰামচন্দ্ৰক কৈ থৈছো। আজি আবেলি গৈ লৈ আহিম।

: ইপিনে খাজানা খিনিওতো দিয়ানাই হবলা? ইমান কষ্ট কৰি মহাজনৰ বুকুৰ পৰা উলিয়াই আকৌ ৰাজ খাজানাৰ দায়ত যাবলগীয়া হলে—

: মই তেনে হবলৈ নিদিওঁ নহয়।

: হেৰিঅ' চক্ষা বোলে আকো আহে? অনাই ভাল নেকি? নহলেনো মঠৰে অকলে কিমান চম্ভালিব! কানিয়া ছুটাৰ ওপৰত তো একেবাৰে ভাবসা কৰিব নোৱাৰি! আৰু নিজৰ দেহাটোৰ পিনেওতো চাব লাগিব।

পিতাকে উত্তৰ নিদিলে। হয়তো তাৰ উত্তৰ মাক বাপেক ছয়োৰে

কাৰণে ইমান স্পষ্ট আছিল যে, মাকেও ছুনাই সোধাৰ প্ৰয়োজন বোধ নকৰিলে। পিতাকৰ বোধকৰোঁ খোৱাবোৰ হঠাৎ বিস্বাদ লাগিল। চৰিয়াটোত হাত মুখ ধুই মুখমছা খনত হাত মচি মচি পিতাকক কোৱা শুনিছিল তাক চহৰখনলৈ প্ৰথম লৈ যোৱাৰ দিনা কোৱা কথাষাৰ—

: তাক কোনোমতে হাইস্কুলৰ পৰীক্ষাটো পাচ কৰাই দিব পাৰিলেই মই ৰক্ষা পাওঁ। তাৰ পাচত সি নিজ বাহুবলে যি পাৰে কৰিব।

কথাবোৰ সি মনে মনে শুনি আছিল বিছনাৰ পৰা। বিছনাৰ বাঁহৰ চঁছালিত কৰবাত শব্দ হয় বুলি সি নিথৰ হৈ বহি থাকিল। তাৰ মনত পৰিল বহুত দিন আগৰ এটা ঘটনা; যিটো ঘটনাৰ বাবে তাৰ এটা একেবাৰে নতুন অভিজ্ঞতা হৈছিল। গোটেই ঘটনাটো তাৰ আদিৰ পৰা অন্তলৈকে চকুৰ আগতে ঘটি থকাৰ দৰে মনত পৰি গৈছিল।

তেতিয়া যুদ্ধৰ কাৰণে নতুনকৈ গাড়ীবোৰত মানুহৰ ভীৰ হৈছিল। সেইদিনা সি পিতাকৰ লগত খোজ কাঢ়ি আহিছিল ঘৰৰ পৰা মাজৰ জংছনটোলৈ দহমাইল বাট। পিতাকৰ কথা আছিল জংছনটোতে গুৱাহাটীৰ পৰা অহা যিকোনো এখন পেছেঞ্জাৰ গাড়ীত উঠি লব। দুয়ো ষ্টেচনত বৈ বৈ পথৰ ক্লান্তি পলুৱাই ললে। তাৰ পিচতো বহুত পৰ বৈছিল; ইমান পৰ ৰবলগীয়াত পৰিছিল যে, অপেক্ষাই তাক ক্লান্ত কৰি তুলিছিল। সিহঁতৰ নাকৰ আগেদি মিলিটাৰীৰে ভৰ্ত্তি কেবাখনো পেছেঞ্জাৰ গাড়ী বিদ্বাশগুদে পাৰ হৈ গ'ল। অৱশেষত আবেলি আবেলি পৰত এখন পেছেঞ্জাৰ গাড়ী আহি সোমালহি।

হঠাৎ মৌবাহত খোচ খোৱাৰ দৰে ইমানপৰে নিশ্চল হৈ থকা মানুহবোৰ জাণ্ডুৰ খাই উঠিল বেলখন আহি পোৱাৰ লগে লগেই। কোনে কোনপিনে গৈছে, কাৰ গাই গাই খেকেচা লাগিছে সেইবোৰ ঘুৰি চোৱাৰ অৱসৰ হঠাৎ নাইকীয়া হৈ পৰিল প্লেটফৰ্মত ইমানপৰে বৈ থকা

যাত্ৰীবোৰৰ মাজত। সিও পিতাকৰ পিচে পিচে ইফালে, অ'ত ইটো ডবাত প্ৰত্যাখিত হৈ, সিটো ডবাত মানুহৰ ঠেলাত সোমাব নোৱাৰি দৌৰি ফুৰিছিল। শেষত যেনিবা এটা ডবাত ঠেলি হেচি পিতাক সোমাল আৰু তাকো হাতত ধৰি টানি লৈ গ'ল।

হাতত ধৰি লৈ টানি নিয়াৰ সময়ত তাৰ অলপ ভয় ভয় লাগিছিল। এদিন সি এনে ঠেলাহেচাৰ মাজতে ডবা এটাত দেখিছিল, বেচ ভদ্ৰ নেপালী কথা কোৱা ডেকা ল'ৰা এটাই বাংকত ওলমি লৈ দুয়োটা ভৰিৰে যাকে য'তে পাইছিল গুৰিয়াইছিল। কি কথা কি বতৰা কোনেও বুজা নাছিল। কেইটামানক গোৰ মাৰি এটা পৰিস্থিতিৰ সৃষ্টি কৰি সি গহীন হৈ চিটৰ পৰা মজিয়াত বাকচ এটা নমাই থৈ বহা বয়সস্থ মানুহজনক হাতত ধৰি টানি ওফৰাই পঠালে হতভম্ব হৈ চাই থকা মানুহবোৰৰ মাজলৈ আৰু বাকচটো চিটত তুলি থৈ পুনৰ বাংকত উঠি পৰম নিৰ্লিপ্তভাৱে শুই পৰিল।

সেইদিনাও ডবাটোত দহ বাৰজনতকৈ বেছি নতুন মানুহ উঠা নাছিল! সি উঠিয়েই মানুহবোৰৰ কৰঙনৰ মাজেদি দেখিছিল মজিয়াত মহা আয়মেৰে বহি চাৰিজনমান ডেকাল'ৰাই তাচ খেলি থকা। সিহঁতৰ এজনৰ অলপ মনোভংগ ঘটিল। মানে নতুন মানুহবোৰৰ হেঁচাত ডেকা চাৰিজনে মুকলি কৰি ৰখা ঠাইখিনিৰ কাষত থিয়দি থকা যাত্ৰী এজন হঠাৎ পৰি যাব ধৰিছিল, আৰু সি ভাৰসাম্য ৰাখিব নোৱাৰি ঘটনাক্ৰমে তাৰ কাষতে বহি তাচ খেলি থকাজনৰ পিঠিত হাতখনেৰে ভেঁজা দিবলৈ বাধ্য হ'ল। তাতে ডেকাজন ক্ষিপ্ত হৈ ঘোচা দাঙি মাৰিবৰ কাৰণে ঠেলা মাৰি খেদি আহিল নতুন মানুহবোৰক। ঠেলাৰ কোবত আটায়ে বাট এৰি দিয়াত ঘোচা আহি একেবাৰে তাৰ পিতাকৰ মুখৰ ওচৰত ৰ'লহি। পিতাকে হাতযোৰ কৰি তাৰ পিনে দেখুৱাই কি কৈছিল তাৰ কাণতে নোসোমাল। সি মাথোন আতংকত হতবাক হৈ চাইছিল মানুহজনৰ উদ্যত ঘোচাটোলৈ আৰু মুখখনলৈ।

সেইদিনাই সি প্ৰথম উপলব্ধি কৰিছিল পিতাকৰ সহায়হীন এটা মুহূৰ্ত্তৰ হতাশা। যি হতাশা সি অনুভৱ কৰিছিল আৰু এদিন সিহঁতৰ নামঘৰত, বাইজে যিদিনা পিতাকৰ প্ৰকাশ্য ইচ্ছাৰ বিৰুদ্ধে এটা চিৰাচৰিত প্ৰথা পৰিহাৰ কৰিছিল। আৰু এইমাত্ৰ পিতাকৰ আৰু মাকৰ কথোপকথন শুনিও সি অনুভৱ কৰিছে সেই একে হতাশা।

মনে মনে সি পিতাকৰ সেই অসহায় মুখৰ ছবিখন কল্পনা কৰিলে। পিতাকৰ কথাবাৰ শুনি তাৰ মনটোৱে একেলগে বহুতো বাট বিচাৰি বিমূঢ় হৈ পৰিল।

তাৰ মনত পৰিছিল প্ৰায় পাঁচবছৰৰ আগৰ সেই পাহৰিব নোৱাৰা দিনটোলৈ। যিদিনা পিতাকে তাক সেই সৰু চহৰখনত অকলশৰে এৰি থৈ আহিছিল। সেইদিনা সি পিতাকক নিষ্ঠুৰতাৰ অভিযোগত অভিযুক্ত কৰিছিল। আৰু আজি পিতাকে পৰীক্ষা পাচ কৰাৰ পাচত তাৰ দায়িত্ব এৰি দিয়াৰ বাবে যি ইচ্ছা প্ৰকাশ কৰিছে তাত অনুভৱ কৰিলে সি বিশ্লেষণ কৰিব নোৱাৰা এক অপৰাধবোধ।

মেট্ৰিক পাচ কৰিলে সি কি হব বাৰু? সি নিজকে প্ৰশ্ন কৰি চালে। ভূগোলৰ পাতত পোৱা পাৰাগুৱে, নিকাৰাগুৱা, গুৱাটেমালা, পাৰামাৰিবো, ইন্টানানাৰিবো এই নামবোৰ মুখস্থ কৰাৰ পৰা ভৱিষ্যতে তাৰ বাৰু কি লাভ হব? নৰ্মাণ্ডিৰ ডিউকে ক'ত কি কৰিলে, বাবৰে পুত্ৰ লাভ কৰি সুগন্ধ কস্তুৰিয়ে বিলালে নে আতৰেই বিলালে, সি মেট্ৰিক পাচ কৰি এনেবোৰ কথাৰে কি কৰিব বাৰু? তাৰ সমগ্ৰ চেষ্টা, সমস্ত আয়োজন হঠাৎ নিৰৰ্থক যেন লাগিল তাৰ মনত।

সি কিতাপৰ পৰা দৃষ্টি আঁতৰাই নিজৰ দেহটোকে চালে বুকুৰ পৰা ভৰিৰ পটালৈ। হাতৰ আঙুলি, তলুৱা, নখ পৰ্যন্ত নিৰিখি নিৰিখি। লগে লগে ভাবিলে সি গুখুনাৰ কথা। মনে মনে তাৰ দেহৰ লগত তাৰ নিজৰ দেহৰ বিজনি কৰি চালে। ভৰিৰ সমান চিলচিলীয়া তলুৱাখন চাই গুখুনাৰ চাজনি সৰকা থকা ভৰিৰ তলুৱাখনৰ কথা

ভাবি নিজকে তাৰ অনন্য যেন লাগিল। সি লাহে লাহে উপলব্ধি কৰিলে এটা দুৰ্বল হেতু তাৰ ইমানদিনৰ একে কৃচ্ছ্ৰ সাধনাৰ।

ঘৰৰ মুধচেদি কটা একমাত্ৰ খিৰিকীখনৰ কাষিত আৰিথোৱা পিতাকৰ দাড়ি খুৰোৱা আয়নাখনত সি তাৰ মুখ, দাঁত, চুলিবোৰ নিৰিখি নিৰিখি চাই ললে। হঠাৎ মাকৰ কথাষাৰ তাৰ মনত পৰিল। পিতাকৰ দেহটো সি মনত পেলাবলৈ যত্ন কৰিলে। ভৰি কেইটা, হাতৰ আঙুলিবোৰ আগতকৈ বহুত খহটা দেখা হৈ পৰিছে। গাল দুখনো অকণ কক্ষ হৈ পৰিছিল আগতকৈ। বুকুৰ অৰুণ খিনি আগৰ দৰে স্পষ্ট নহয়। গাৰ ৰঙৰ সতে মিলি পৰিছিল বহু পৰিমাণে। দেহটো হয়তো আগৰ দৰে সুস্থ সবল হৈ থকা নাই। কিন্তু মাকৰ দৰে আশংকা কৰিবলগীয়া হোৱা বুলিও সি নাভাবে। কথাবোৰ ভাবি ভাবি সি অস্থিৰ হৈ পৰিল। মনটো চঞ্চল, অশান্ত হ'ল।

সি ঘৰৰ পৰা ওলাই এবাৰ দোকানৰ পৰা অহাৰ কথা চিন্তা কৰিলে। দোকানৰ ওচৰতে বেৱতীহঁতৰ ঘৰ। বেৱতী গুৱাহাটীত থাকি পঢ়িছিল। তালৈ পিতাকে কোৱা মতে মৌজাদাৰৰ মহৰীৰ হাতত খবৰ দি পঠাইছিল। মহৰী নিশ্চয় ইমান দিনে ঘূৰি আহিছে। বেৱতীৰ পিতাকক কথাটো সুধিলেই নিশ্চয় খবৰটো পোৱা যাব। নে মহৰীক সুধিলেই ভাল হয়? সি নিজকেই প্ৰশ্ন কৰি দ্বিধাবে ওলাই আহি আলিবাট পালেহি।

আলিবাটৰ চাৰিওপিনে আবেলিৰ বিষণ্ণ ছায়াবোৰ নামি আহিছিল। সি অলপ আগবাঢ়ি দেখিলে পুৰণি জুৰলোৱা আলিবাটৰ সেই ঠাইখিনি বহুদিন পৰিত্যক্ত হৈ থকাৰ ফলত শুকান গছৰ পাতেৰে ঢাক খাই পৰিছিল। তাৰ ঠাইখিনিত ভৰি দিয়েই বহুত পুৰণি কথা কিছুমান মনত পৰিল। সেই তহচীলদাৰৰ কথা, খাটা, আদিবাসীহঁতৰ ৰসমধুৰ হাঁহি-ধেমালিবোৰৰ কথা। মনটো স্মৃতিকাতৰতাৰে ভাবাক্ৰান্ত হৈ পৰিল।

তাৰ আৰু দূৰলৈ যোৱাৰ মন নগ'ল। এক বিশ্লেষণাতীত ক্লান্তিত তাৰ

দেহ-মন জঠৰ হৈ পৰা যেন লাগিল। সি আহতগুৰিৰ খালটোক পাৰতে বহি ললে আৰু মাক-পিতাকৰ কথাবোৰ ভাবিবৰ চেষ্টা কৰিলে। আহত গছৰ ছাঁটো দীঘল হৈ খালটো পাৰ হৈ গৈছিল। সম্মুখৰ পথাৰখন আবেলিৰ ম্লান ৰ'দে উজ্জ্বল কৰি তুলিবৰ কাৰণে বৃথা চেষ্টা কৰিছিল। আহতজোপাৰ পাতবোৰ মাকি হালধীয়া হৈ গৈছিল। খালৰ বুকুৰ শুকান বালিবোৰ ঢাকি ধৰিছিল অজস্ৰ পাতে। অথচ গছজোপা লঠঙা হোৱা নাছিল। পাতবোৰ সেৰেঙা হৈছিল, বতাহত পাতবোৰে ঠাৰিত কোবাই কিৰ্ কিৰ্ শব্দ কৰি আছিল। সি কব নোৱাৰাকৈ তাৰ মনত পৰিছিল খখন্দা পাঠকৰ সুৱদি কণ্ঠত শুনা নামৰ সেই পদটো—

কালিন্দিৰ তীৰে তীৰে যদুৰায়।
জগতৰ ঈশ্বৰে ধেনু চৰায়॥

কোনোবা কালিন্দি নৈৰ পাৰত মহানন্দে ধেনুচাৰণৰত যদুৰায় কৃষ্ণ। কোনো চিন্তা নাই। ভাবনা নাই, বাধাহীন একেবাৰে সহজ, উন্মুক্ত এটা জীৱন। য'ত তাৰ দৰে পৰীক্ষাৰ বাবে প্ৰস্তুতিৰ প্ৰশ্ন নাছিল। য'ত মাক পিতাকৰ নিঃসহায় মলিন মুখে অন্তৰ ব্যথিত কৰাৰ প্ৰশ্ন নাছিল। সিও যদি তেনেদৰেই সমগ্ৰ জীৱন পাগলীজান-সোনাদোঙৰ পাৰত— হঠাৎ তাৰ কল্পনা উৰুলি গ'ল বাস্তৱৰ আঘাতত। দোকানলৈ যোৱা পথকৰা বাটটোৰে মূৰত ছাতিলৈ কোনোবা এজন আহি থকা তাৰ চকুত পৰিল। সি প্ৰথমে ভাবিছিল সেইজন লক্ষীয়েই হব। কিন্তু যেতিয়া দেখিলে সি মেলি অহা ছাতিটো লক্ষীৰ ছাতি নহয় তেতিয়া মনে মনে সি বিৰক্ত হৈ পৰিল। সি খোজতেই ধৰিব পাৰিছিল যে সেইজন লক্ষী নহয় যেতিয়া কমলেশ্বৰ ঠাকুৰেই হব। সিহঁতৰ কুল পুৰোহিত। সি জানিছিল ঠাকুৰে তাক লগ পালেই কিবা কিবি বহুত উপদেশ দিব আৰু কোনবাৰে যাত্ৰা কৰাটো মংগল, কোনবাৰে নিষেধ এইবোৰ বিষয় লৈ এটা সুদীৰ্ঘ বকলা মেলিব। ভয়তে সি খপ্‌কৰে উঠি নামঘৰৰ সিপাৰৰ বাটটোৰে গুচি গ'ল। যিপিনেদি পশ্চিমে যায়

ক'লামগুল, শশী, মহী, ভোলা হঁতৰ তালৈ। আৰু এই বাটৰ পৰাই সিহঁতৰ বাৰীৰ পাচফালে উত্তৰলৈ ফালি গৈছে ফাগুনা, খখন্দা, দেবা হঁতৰ বৈৰাগীপাৰা চুবুৰীলৈ যোৱা বাটটো। সি ঠাকুৰে লগ পোৱাৰ ভয়তে আঁতৰি আহি আহি সিহঁতৰ বাৰীৰ পাচৰ আলিৰ চকটো পালেহি। বৈৰাগীপাৰাৰ পিনৰপৰা শুথুনাক ব্যস্ত হৈ আন এজন অচিনাকি মানুহৰ লগত আহি থকা দেখিলে। তাক দেখিয়েই মনটো তাৰ পাতল লাগি গ'ল। সি কিবা এটা সুধিব পৰাৰ আগতে শুথুনাই ক'লে—

: ই আমাৰ নতুন মাষ্টৰ হৰিচৰণ ; সেই চেওঁনী বঙাল চুবাৰ।

ক'লা ওখকৈ মানুহজন। সি কেতিয়াও আগতে দেখা নাছিল। নাক, চকু, চুলি এইবোৰ দেখিলে সিহঁতৰ অঞ্চলৰ নহয় যেন লাগে। তাৰ গাটো আছিল লনী, হাত-ভৰি কেইটা দীঘল দীঘল অথচ পাহুৱাল নহয়। নাক ওখ জোঙা, চকু ডাঙৰ, বৈ পৰা ; চুলিবোৰ পাচফালে ঢৌ খেলি লিপিত খাই পৰা। সি মনে মনে চিন্তা কৰিছিল ইমান ওচৰতে মানুহজন ক'ত বাৰু লুকাই আছিল সি নেদেখাকৈ ইমান-দিনে !

সি কথাখিনি চিন্তা কৰি থমকি বৈ গৈছিল। নীৰৱে থমকি বৈ ইমান পৰে একো নোকোৱাত পৰিস্থিতিটো নিশ্চয় অশোভন হৈ পৰিছিল। শুথুনাই পুনৰ ক'লে—

: গান গোৱাত একেবাৰে তোৰ দৰে—

: মইনো আকৌ কি গাওঁ ?

: তইযে গাৱ, 'কাৰ অধৰৰে হেঙুলেৰে বোলালি অ' তোৰ সেই গানটো, ইও বৰ বঢ়িয়াকৈ গাব পাৰে।

একে উশাহে কথাকিটা কৈ সি হৰিচৰণ মাষ্টৰক লৈ আগবাঢ়ি গ'ল। তাৰ মনলৈ আহিছিল সেই গানটোৰ কথা। সি সেই গানটো প্ৰথম হাৰ্মোনিয়মত তুলিছিল। সক দদায়েক তেতিয়া যাত্ৰাৰ দলত আছিল। সক দদায়েকেই শিকাইছিল তাক। আৰু শিকাইছিল

লক্ষীৰ পুতেকটোৱে। সক পুতেকটোৱে যিটোৰ অদিষ্টাৰ কোপ দৃষ্টিত পৰি সম্প্ৰতি বেমাৰ হৈ আছিল। সি সুৰটো কঁপাই কঁপাই যাত্ৰাত বিবেকৰ গান গাই বহুতো মেদেল পাইছিল।

সেই সময়ত এনেকুৱা দিনত তাৰ সন্মুখৰ পথাৰখনত সৰিয়হতলীত সৰিয়হ বিচাৰি পথাৰ ক'লা কৰি জাক জাক কপৌ পৰিছিল। হাবিয়া কপৌ, মণিপুৰী কপৌ জাকে জাকে পৰিছিল সিহঁতৰ বাৰীৰ চৌহদৰ কোটোহা বাঁহৰ চোৰত। দূৰত চলবাৰীত আৰু সিহঁতৰ বাৰীৰ কৈৰা আৰু মজুগছৰ ডালত আবেলি ৰঙা ৰ'দ পুৱাই যোৰে যোৰে হাইঠা চৰাই পৰি আছিল আৰু সিহঁতৰ সুহুৰিত সিহঁতে মাজে মাজে ঘোৰ বিপদ মাতি আনিছিল। কিয়নো তাহাঁতৰ সুহুৰিৰ শব্দ অনুসৰণ কৰি নতুনকৈ চিকাৰ শিকা পুৰন্দৰ চিকাৰীয়ে সিহঁতৰ তাত আলহী খাবলৈ আহি, সিহঁতৰে বন্দুক লৈ চিকাৰ বিচাৰি ফুৰিছিল।

কথাবোৰ চিন্তা কৰোতেই সঁচাসঁচি কৰবাৰ পৰা হাইঠাৰ সুহুৰি তাৰ কাণত পৰিল। আৰু তাকে সিঞাৰি সিহঁতৰ বাৰীৰপৰা কোনোবাই সুহুৰি মৰাও সি শুনিলে। বাৰীৰ পিনে সি সোমাই গ'ল। কোটোহাবাঁহৰ হালিপৰা আগবোৰ ঢাকি শাৰী শাৰী কেবাজনীও কপৌ চৰাই পৰি আছিল। তলৰ সৰিয়হতলীত সৰিয়হ তোলাৰ পাচত চেই ফাটি সৰি পৰা সৰিয়হ খাবলৈ এজাক কপৌ পৰি আছিল। সি সোমাই যোৱাৰ লগে লগে কপৌজাক চঞ্চল হৈ পৰিল। বাটৰ কাষৰ কেবাজনীও কপৌ উৰি গৈ হালি থকা বাঁহৰ আগত বহিবৰ চেষ্টা কৰি আগৰ পৰাই বহি থকা কপৌজাকৰ মাজত চাঞ্চল্যৰ সৃষ্টি কৰিলে। কেইজনীমান তাৰ মূৰৰ ওপৰেদিয়েই উৰি গৈ সন্মুখৰ কৈৰা গছজোপাত বহি শংকাৰে তাৰ বেহ-ৰূপ চাই থাকিল। সি বাৰীৰ মাজ পাই দেখিলে মঠৰে বাৰীৰ ভিতৰত সুহুৰিয়াই সুহুৰিয়াই পাণ পাৰি আছিল। তামোল গছৰ সমান ওখ জখলা ডালৰ পিচপিনে ডাঙৰ টোং এটা বান্ধি লৈ, যেন আলিবাটত গা ঘেলাই হে ফুৰিছে,

এনে আয়মেৰে ওপৰৰ পৰা নামি নামি পাণ ছিঙি আহিছিল। এসময়ত য'ত খুৰীয়েকহঁতৰ তাঁতশালবোৰ আছিল তাৰ ওচৰৰ ৰৰাব গছবোৰৰ পৰা ফুলৰ তীব্ৰ গোন্ধে চৌদিশ আমোল মোলাই আছিল। তাৰ মনত পৰিল পশ্চিম পিনে আটিয়াত পিতাকে ভোলা আৰু মহীক লৈ নতুনকৈ মাটি তোলাত ব্যস্ত হৈ থকা সি এইমাত্ৰ দেখি আহিছে। মঠৰক দেখি তাৰো চিঞৰি সুহুৰিয়াই হাইঠাবোৰক সিঞ্চা দিবলৈ খুব হেপাহ হৈছিল। কিন্তু পিতাকে কৰবাত শুনিব পাৰিব বুলি মনৰ হেপাহ সি মনতেই সামৰি থৈ মঠৰক ক'লে—

: মঠৰ কাই, মই কালিলৈ চুলি কটাবলৈ যাম দেই।

: কেতিয়া ?

: পুৱাতে।

: সোনকালে যাবি আকৌ। নহলে কালিলৈ আকৌ তোৰ কাৰণে গোসাই ঘৰত নাম কৈ থোৱা আছে। দেৰী হলে দদায়ে মোক হে খং কৰিব।

সি মঠৰৰ কথা শুনি মনে মনে কৌতুক অনুভৱ কৰিলে। তাৰ বাবেই ইমান আয়োজন অথচ সি নিজেই নেজানে। তাৰ আইতাক আৰু মাকৰ ওপৰত অলপ অভিমানে হল ; আনে নহলেও অন্তত তাহাঁতৰ এজনীয়ে তাক আগধৰি খবৰটো নিশ্চয় দিব পাৰিলেহেঁতেন। তাক লৈ ইমান গুৰুত্বপূৰ্ণ কথা এটাত তাক অকণো গুৰুত্ব নিদিয়াৰ বাবে তাৰ খং উঠিল। সি মাক বা আইতাক কাৰোবাক পালে প্ৰতিবাদ কৰাৰ কথা ভাবি গৈছিল। কিন্তু চোতালত মাকৰ উত্তপ্ত কথা শুনি সি থমকি ৰল। আগবাঢ়ি যাব নে নেযাব ভাবি স্থিৰ কৰাৰ আগতেই ককায়েকক খঙেৰে বাটৰ ফালে ওলাই যোৱা দেখিলে। মাকে তেতিয়া হতাশ হৈ সমস্ত জলাঞ্জলি দি ককায়েকক বকি আছিল।

তাৰ তো পঢ়া-চঢ়া একো নহলেই। সি তো অন্তত বুঢ়া বাপেক টোকে সহায় কৰিব পাৰে। কাম নাই, কাজ নাই, দিনৰ দিনটো

টৌ টৌ কৈ ঘুৰি ফুৰিব আৰু এতিয়া হেনো যাত্ৰা খুলিব। মাকে খঙৰ আতিশয্যত চিঞৰি ক'লে—

: হেৰৌ, যাত্ৰা খুলি ৰজাৰ পাৰ্ট লৈ কেইজনে ৰজা হৈছে অ'? ৰচোন আজি পিতাৰ আহক; মই আজি কৈ দিওঁনে নিদিওঁ চা।

: কৈ দিলে মোৰ হব কিটো? গালি পাৰিব তোৰ দৰে? পাৰক। সেইবুলি গাঁৱে চাট বান্ধি এটা ভাল কাম কৰিব খুজিছে, তাত মই যোগ নিদিমনে?

: দেগৈ, দেগৈ। কিন্তু যাত্ৰাই পেট ভৰাব জানো মোৰ সোণামুৱা। ৰ চোন গেৰেলী মাৰই চকুদুটা মুদো, দিনতে কাউৰী-শগুণে খাবহি তইঁতক। বাপেকটোৱে দিনৰ দিনটো এই বয়সতে জলৌ-জপৌকৈ মৰিছে সিহঁতৰ কাৰণে, সি নো ইমান ডাঙৰ ল'ৰা এটাই তাকো বুজিব নালাগেনে?

যা গৈ যা ক'ত মৰ মৰগৈ। ইটোৰ বা আকৌ কি ভৰসা! আগৰ গৰু যিপিনে যাব পাচৰ গৰুও সেইপিনেই যাব।

মাকৰ চকুত পৰাকৈ যাবৰ বাবে তাৰ সাহস নহ'ল। সি আলেঙে আলেঙে খুৰীয়েকহঁতৰ ঘৰৰ পাচফালেদি চোতালত সোমোৱাৰ কথা ভাবিলে। সি ৰবাৰ গছৰ গুৰিত থিয় হৈ পুৰণি পানীখোৱা খালটোৰ পাৰেদি চাই পঠালে। হঠাৎ সি ভয় খাই গৈছিল। মনাকুচিয়াৰ পুতেক কেৰেপাই থৈলা এটাত কিবা লৈ খালৰ পাৰেদি আহি আছিল। সি একো নোসোধাকৈয়ে যেন সিহঁতৰ বাৰীৰ মাজেদি অহাৰ কৈফিয়ৎ প্ৰদৰ্শন কৰিবলগীয়াত পৰিল এনে এটা ভাব লৈ ক'লে—

: এই বুৰাটো চালা (অশ্লীল) মৰিও নাযায়; নিজৰো কষ্ট, আমাৰো কষ্ট। চাচোন এয়া চনবাৰীৰপৰা কাঠ লৈ আহিলোঁ। ৰাতি ইপিনে তুঁহৰ জুইতো অনবৰত আছেই। তথাপি তাৰ ঘুণ্ডুৰ নাথামেহে নাথামে!

কেৰেপাই পাৰ হৈ যোৱাৰ পাচতো সি তাতে স্তম্ভিত হৈ ৰৈ থাকিল। তাৰ লগত একেলগেই ডাঙৰ হোৱা কেৰেপা, মণ্ডলু, গুধুনা ইহঁত।

কেবেপাইঁতে গৰু চৰায়। আৰু কালিন্দিৰ তীৰৰ দৰেই জীৱন সিহঁতৰ বাধকতাহীন।

সঁচাকৈ নিজৰ কথা ভাবি তাৰ অপৰিসীম ক্ষোভ হ'ল। পিতাকে তাক সেই দূৰৰ সৰু চহৰখনত স্কুলত নাম লেখি দি এৰিথৈ নহা হলে সিও আজি সিহঁতৰ দৰেই মুক্ত বিহংগ হৈ থাকিব পাৰিলেহেঁতেন।

সি মনে মনে আহি ঘৰত সোমাল। বিছনাত দীঘল দি বহুত পৰ নিতাল মাৰি পৰি থাকিল। চুক এটাত পলুৰ দাঁড় আছিল। তাত পলুৱে পাতখোৱা আৰু লাদবোৰ পৰি থকা অবিৰত শব্দ এটা হৈ আছিল। আমৰ শুকান পাতেৰে ভৰাই পাচি এটা ওচৰতে থৈ দিয়া তাৰ মনত পৰিছিল। সি ভাবিলে পলুবোৰৰ দৰেই সিও যদি কৰবাত খোল এটা সাজি সোমাই থাকিব পাৰিলেহেঁতেন? কাৰো মাত নুশুনাকৈ, কাৰো মুখ নেদেখাকৈ চকু কাণ বন্ধ কৰি যদি সময়বোৰ কটাব পাৰিলেহেঁতেন।

থান খেৰৰ উমত কম্বল এখন ঘুম মাৰি লৈ আলিবাটৰ খলাবমাত থেকেচা খাই খাই যেতিয়া সি দিক্ বিদিক্ জ্ঞান হেৰুৱাই গৈ আছিল তেতিয়াও তাৰ তেনে এটা অনুভূতিয়েই হৈছিল। সিহঁতৰ মোজা থাকোতে হাতীৰ পিঠিত টকা ভৰাই নিয়া বাকচটোতে তাৰ কিতাপ কাগজ আৰু এসাজ কাপোৰ এৰী চাদৰখনেৰে সতে ভৰাই আনিছিল। বালি মহৰীয়ে মোজাৰ সাধনি দিবলৈ অনা টকাৰ মোনাখনো তাৰ বাকচটোৰ কাষতে খেৰৰ মাজত থৈ দিছিল। বাকচটোৱে তাৰ আৰু মহৰীৰ মাজত ব্যৱধান ৰক্ষা কৰি আগৰ পিনে গাৰোৱানৰ কাষত বালি মহৰীয়ে চৈত ভেজা দি শুই গৈছিল। মূৰৰ বান্দৰ টুপীটোৰে তাক বা কেনে দেখা হৈছিল তাৰ বৰ জানিবৰ মন গৈছিল। কিন্তু ধূঁৱলী আকাশত নিস্তেজ হৈ জ্বলি থকা কৃষ্ণ পঞ্চমীৰ জোনটোৰ পোহৰ চৈৰ ভিতৰত সোমাব পৰা নাছিল। লেম এটা আছিল, কিন্তু সেইটো আছিল চৈৰ বাহিৰৰ শলখা এডালত ওলোমাই থোৱা। গাড়ীৰ অবিৰাম কেৰকেৰ শব্দটোৱে ৰাতিৰ পৰিৱেশটো একেবাৰে সহায়হীন যেন লগা কৰি তুলিছিল। কম্বলখন মূৰে গাই জাপি লৈ ভৰিকিটা কোচাই সি টোপনি যোৱাৰ চেষ্টা কৰিছিল। টোপনি হলে অহা নাছিল। বাৰে বাৰে মনত পৰিছিল মাকৰ সেই গালিখাৰ আৰু মন গৈছিল এৰী বাহত সোমাই থকা পলুটোৰ দৰে হোৱাৰ। চৈৰ ভিতৰৰ ঘোপমৰা এন্ধাৰত, কম্বলখনৰ তলত সুমাই একেবাৰে অচিন পৰিৱেশৰ মাজেৰে চলি থকা ম'হৰ গাড়ীখনৰ যাত্ৰী হৈ হঠাৎ একো একোবাৰ তাৰ তেনে অনুভূতিয়ে হৈছিল।

ম'হগালে ৰাতিৰ শীতলতা পূৰা উপভোগ কৰি কোনো আমনি নকৰাকৈ একেটা গতিত গৈ আছিল। সন্ধিয়াৰ প্ৰথম তিনিমাইল মান যাত্ৰা সৰৱ কৰি অহা গাৰোৱানৰ মাজে মাজে আৰামত মন্থৰ হৈ পৰিব

খোজা ম'হহালৰ প্ৰতি দিয়া অশ্লীল দাবী ধমকিবোৰ লাহে লাহে শাম কাটি এসময়ত নোহোৱা হৈ পৰিছিল। বোধকৰোঁ গাবোৱানো একটানা গতি আৰু শব্দৰ আমেজত ম'হহালৰ ওপৰতে সমস্ত ভাৰসা এৰি দি তন্দ্ৰাৱিষ্ট হৈ পৰিল।

তাৰ মনত পৰিল আগদিনা গোসাঁই ঘৰত সি সেৱা লওতে পোষ্ট মাষ্টৰে কোৱা কথা কেইটা। গোসাঁইঘৰৰ চোতালত আচলতে সি মাহ-প্ৰসাদৰ ভাগ লবলৈহে আহিছিল। আবেলি পৰত ডাকৰ মোনা খন লৈ, দীঘল হলো চোলাটোৰ ওপৰত কান্ধত ছাতিৰ বেকা নালডাল লগাই পিঠিৰ পিনে ওলোমাই নাম কীৰ্ত্তন শেষ হোৱাৰ আগে আগে পাইছিলহি গোসাঁইঘৰ। ফাগুনা পাঠকে তেতিয়া নাম দিছিল— কৃষ্ণৰাম নাৰায়ণ গোবিন্দ জয় ৰাম বুলি। মাষ্টৰে স্বগতোক্তিৰ দৰে মন্তব্য কৰিছিল —

: কৃষ্ণৰাম নাৰায়ণে মাতোতেই অহা হলেতো কথাই নাছিল!

নামৰ শেষত সি সেৱা লওতে আকৌ কৈছিল—

: ভগবানৰ ওপৰত নিৰ্ভৰ কৰা মানে গাবোৱান নোহোৱা ম'হগাড়ী খনৰ দৰে। কেতিয়াবা কাচিৎ ঠিকে লৈ যাব, কিন্তু প্ৰায়ে খালত পেলোৱাৰ ভয় থাকে। চব কথা তোৰ মগজৰ ওপৰতহে। তোৰ মগজ বেয়া হলে, ভগবানেঁতো তোৰ লগত পৰীক্ষাত নবহেগৈ নহয়! তাৰ অৱশ্যে পৰীক্ষাৰ আশংকাতকৈও বাটৰ আশংকাতহে মন বেছি অভিভূত হৈ পৰিল। গাবোৱান যিদৰে নীৰৱ নিমাত হৈ পৰিছে সি কৰবাত কিবা এটা শব্দ কৰি তাক সাৰ পোৱাই দিয়াৰ কথা চিন্তা কৰিলে। কিন্তু কি কৰিব কি নকৰিব ভাবি ভাবি সিও নীৰৱ নিতত হৈ গৈ থাকিল।

মাজে মাজে গাঁৱৰ চোকা কুকুৰৰ ভুকভুকনি, লগ মতা দীঘল ৰাউচি, শিয়ালৰ দূৰ আৰু ওচৰৰ বিননি মিলি হঠাতে সৃষ্টি হোৱা হাহাকাৰ আৰু সময়ে সময়ে নীৰৱতা ভেদ কৰি ভাহি অহা ফেঁচাৰ নানান সুৰীয়া মাত শুনি শুনি তাৰ মনলৈ আহিছিল সকতে ৰাতিৰ বিছনাত

কেতিয়াবা সাৰ পাই অনুভৱ হোৱা এক অসহায় ভাব। লাহে লাহে সি পৰিৱেশটোৰ প্ৰতি সজাগ হবলৈ যত্ন কৰিলে। তাৰ বাটৰ আশংকা আৰু বেছি হ'ল। সি কিবা এটা উপায়ে গাৰোৱানটোক সচেতন কৰি দিয়াৰ কথা ভাবিলে। এনেতে ওচৰৰ জাবলিৰ কৰবাত কৰ্কৰীয়া হুতু এটাই চিঞৰি উঠিল। তাৰ কৰ্কশ চিঞৰবোৰ গাড়ীখনৰ ভিতৰৰ কৰবাৰ পৰা ওলোৱা যেন বোধ হ'ল। সি সোধোনে নোসোধোকৈ মহৰীক সুধিলে—। ঠিক মহৰীক নহয়। যেয়ে শুনে সিয়েই উত্তৰ দিব পৰাকৈ মাজতে সুধিলে কথাষাৰ—

: আমি কিমান পালে ̐াহি বাৰু ?

মহৰীবো নিশ্চয় টোপনি অহা নাছিল। তাৰ দৰেই বহুত কিবাকিবি চিন্তাত নিমগ্ন হৈ আছিল। তাৰ কথাষাৰ শুনি টপৰাই উত্তৰ দিছিল মহৰীয়ে—

: জানো ? মুক্তাপুৰ মান পাৰ হলোঁ নেকি ? অ' নহয়, বিহদিয়াও পাৰ হলোঁ। এয়া নহয় পুখুৰীটো ?

মহৰীয়ে গাৰোৱানৰ পিচপিনেদি চাই পঠিয়ালে।

: পাৰঘাট পাবলৈ আৰু চাগে' বহুত আছে ?

: অঁ। আমি এক ভাগমানহে আহিলোঁ ; আৰু এনে দুই জোখা মান আছেই বাট। অই গাৰোৱান, তই দেখোন একেবাৰে ঢেলপুঙা দিলি। ( অশ্লীল ) গাড়ী গৈ কৰবাত খালে চালে নেপেলালেহে ৰক্ষা।

সি ইমান পৰ অবদমিত হৈ থকা চেতনাত অলপ সৰৱ উষ্মা আনি লোৱাৰ চেষ্টা কৰি এনেয়ে ডাণ্ডৰকৈ হাঁহি দিলে। দুটামান ডাণ্ডৰ কাহো মাৰিলে আৰু পিচপিনে আঁৰি দিয়া সতৰঞ্চিখন গুচাই বাহিৰলৈ চাই পঠিয়ালে। পুখুৰী নে কিহবাৰ ওখ পাৰ এটা তাৰ চকুত পৰিল। সিটো পাৰে বাঁহনিৰ ছাঁত জোনাকী পৰুৱাবোৰে জাকি মাৰি জ্বলিছিল। কুমতী, উইচিৰিঙাৰ অবিৰত চিঞৰত জোনাকৰ ম্লানিকা আৰু বেছি ম্লান হৈ পৰিছিল। এজোপা

ওখ বননিত নিয়ৰত তিতি থকা মকৰাৰ জালবোৰ জোনাকত ৰকফক দৰে দেখা হৈ পৰিছিল। তাৰ দেহটো শিয়ৰি উঠিল। সি মূৰটো সুমাই আকৌ কম্বলখন ঘুম মাৰি শুই পৰিল। তাৰ মনত অকণ খোকোজা লাগি ৰ'ল মুক্তাপুৰখন নেদেখাকৈয়ে পাৰ হৈয়ে অহা শুনি। অন্তত তাক এম. ভি. স্কুলখন চাব পৰা হলে য'ত বহুদিন আগতে বহুতদূৰ বাটকুৰি বাই তাৰ পিতাকে পঢ়িছিলহি আৰু য'ৰ পৰা হৰিচৰণে পাচ কৰি সিহঁতৰ স্কুললৈ গৈছিল।
জানো হৰিচৰণ বা আহিল নে নাহিল পৰীক্ষাৰ বাবে। সি ভাবিলে। শাস্তি তো নাহিলেই। জেলৰ পৰা গৈ খৰচৰ অভাৱত সি পঢ়'কেই বাদ দিবলগীয়াত পৰিল। শশী আকৌ জেলৰ পৰা গৈয়েই মৰিল কিবা এক অচিন ৰোগত জীয়াতু ভুগি। পূৰ্ণ ভলন্টিয়াৰ আৰু পুস্তক, নবীন, পদ্ম ইহঁতো চোন জেলৰ পৰা ঘূৰি আহি নীৰৱ হৈ পৰিল। হৰিচৰণে বা আকৌ কি কৰিলে! দেশখন চোন চাহাবৰ হাততেই আছে। এইয়া ওচৰত কৰবাত এফালত চাহাবে ৰবৰৰ বাগিছা খুলিছিল। এই বিহুদিয়াৰ ওচৰতেই কৰবাত নিশ্চয় হব লাগিব। হঠাৎ ৰবৰৰ বাগিছাৰ কথা মনত পৰাত সোনমহৰীয়াৰ পিতাকৰ কাহিনীটো মনত পৰিল।
সেই যে গাঁওত একধৰণৰ ডেকা ল'ৰা থাকে যাৰ ঘৰত সকলো থাকিলেও মন নবহে। সোনমহৰীয়াৰ পিতাক আছিল ঠিক তেনেধৰণৰ ডেকা ল'ৰা। অৱস্থা ভালেই আছিল। কিন্তু ঘৰত মন বহা নাছিল। আৰু সেই বাবেই এদিন ঘৰৰ পৰা ওলাই লক্ষ্যহীন হৈ যিপিনেই চকু যায় সেই পিনেই গৈ গৈ এই বিহুদিয়াৰ ওচৰৰ য'ত তাৰ ফুট আইতাকৰ মাকৰ ঘৰ সেই সচং গাঁওতেই এঘৰত আশ্ৰয় ললে। তাতে এবছৰ মান চাকৰ থাকি, ঘৰৰ গাভৰু ছোৱালী জনীৰ পাণিগ্ৰহণ কৰি বেলেগ হৈ গাঁওৰে এঠাইত পঁজা এটা সাজি ললে আৰু ভাগ্যৰ চিকাৰত ওলাই গ'ল। আৰু বিহুদিয়াৰ কাষৰ সেই ৰবৰৰ বাগিছা পাৰ হৈ এঠাইত জংঘল ভাঙি জীবিকাৰ পথ

উ'লিওৱাৰ চেষ্টা কৰিলে। আৰু এদিন সেই ঠাইলৈকে নিজৰ ঘৰ সংসাৰখন উঠাই লৈ আহিল।

তাৰ ওচৰতে ৰবৰৰ বাগিছা। মাজত চাহাবৰ বিয়াগোম বঙলা। আৰু দাঁতিয়েদি সেইটো অঞ্চলৰ অহা-যোৱা বাট। এদিন সেই বাটেদিয়েই সোনমহৰীয়াৰ পিতাকে ছাতি মেলি গৈ আছিল। সি জানিছিল যে চাহাবৰ বঙলাৰ সম্মুখেদি ক'লা চামৰাৰ মানুহে ছাতি মেলি যোৱা নিষেধ। সেইদিনা সেই মুহূৰ্ত্তত সি কিবা চিন্তাত অন্যমনস্ক হৈ পৰিছিল আৰু কথাষাৰ পাহৰি গৈছিল। তাৰ পৰিণতি স্বৰূপে সি খাইছিল চাহাবৰ বেতৰ কোব। আৰু হেৰুৱাইছিল বহুত কষ্টেৰে বহুত হাকুটি লগাই ৰঙিয়াৰ বজাৰৰ পৰা কিনি অনা তাৰ সেই অমূল্য ছাতিটো।

ৰবৰৰ বাগিছা নাথাকিব পাৰে। কিন্তু চাহাবৰ প্ৰতাপতো কমা নাই! পূৰ্ণ ভলন্টিয়াৰহঁতে এই বুঢ়া বয়সত পুলিচৰ হাতকেৰেয়া খাই ফাটেক খাটি কিনো উপকাৰ সাধিলে দেশৰ! সিহঁতে নিজৰ লাভৰ কাৰণে যুদ্ধ কৰিছে। অথচ কত সহস্ৰ নিৰপৰাধ শিশু, নিৰীহ মানুহ নিতৌ মৰিব লাগিছে যুদ্ধৰ পৰিণতি হিচাপে। তাৰ চকামকাকৈ মনত পৰিল চিপাহীৰ গুলীত মৃত্যুবৰণ কৰা বাগডোবাৰ গঙাৰামৰ কথা, বৰ্মাৰ পৰা অহা ভগনীয়া সেই অকলশৰীয়া নিঃসহায় ছোৱালীজনীৰ কথা আৰু নিঠৰুৱা অনাথ শিশুটিৰ কথা।

কম্বলৰ ঘুমত তাৰ হঠাৎ উশাহ নিশাহ বন্ধ হৈ যোৱা যেন লাগিল। সি হঠাৎ মূৰৰ পৰা কম্বলখন গুচাই মূৰটো উদঙাই ললে আৰু গাড়ী-খনৰ ভিতৰৰ পৰিৱেশটোৰ প্ৰতি সজাগ হবৰ চেষ্টা কৰিলে। গাড়ীখন একে গতিত গৈ আছিল। বাকি মহৰী আৰু দাৰোৱান দুয়ো নিতাল মাৰি বহি আছিল। বোধকৰোঁ দুয়ো তন্দ্ৰাবিষ্ট হৈ পৰিছিল। ওচৰৰ গাঁওখনৰপৰা কুকুৰৰ ভুকভুকনি আৰু দূৰৰ পৰা শিয়ালৰ মাতে ৰাতিৰ নিজমতা আৰু বেছি গাঢ় কৰি তুলিছিল। সি আকৌ এবাৰ পিচপিনৰ সতৰঞ্চিখন গুচাই বাহিৰলৈ চালে। ভিতৰত সি নিৰ্জন-

তাৰ মাজে মাজে গৈ থকা যেন অনুভৱ কৰিছিল। কিন্তু বাহিৰলৈ চাই দেখিলে আলিবাটৰ কাষে কাষে সৰু সৰু অসংখ্য ঘৰ জোনৰ ম্লান জোনাকত নিবিড় ঘনিষ্ঠ হৈ ওলাই পৰিছিল। মাজে মাজে অস্পষ্ট কাষ দুই এটা, সৰু সৰু শিশুৰ অমুচ্চ ক্রন্দনধ্বনিও শুনা গৈছিল। তাৰ মনটো আকৌ অলেখ স্মৃতিৰ কোলাহলেৰে চঞ্চল হৈ পৰিল।

সৰু এখন নঙলাৰ ওচৰত এজোপা নাৰিকলৰ তলেদি অকণমান দুটা জুপুৰীৰ এখন ঘৰ দেখি তাৰ মনত পৰিছিল হৰিচৰণৰ ঘৰখন। তাৰো ঘৰখনত ঠিক এনেদৰে এখন সৰু নঙলা আৰু নাৰিকল গছ, পিচপিনে এখন অকণমান আটোমটোকাৰী বাৰী আৰু দু হালিচা খেতিৰ মাটি। ঘৰত পৰিয়াল বুলিবলৈ আছিল মাত্র বিধবা মাকজনী। যিজনী মাকে ঘৰতে সুতা কাটি তাৰ কাপোৰৰ যোগান ধৰিছিল। বাৰীৰ আপদাল কৰিছিল আৰু তাৰ আলপৈচান ধৰিছিল।

হৰিচৰণৰ কথা ভাবিলেই তাৰ মনত পৰে সেই যে ঋষিৰ লেম্পটো চাবলৈ মাৰি এডাল ব্যৱহাৰ কৰিছিল আৰু অদ্ভুত এটা আয়াসত মাৰিডালত লেম্পটো লগাই তাৰ ওপৰেদি দাঙি লৈ আহিছিল! সেই কথাটো। প্রথম যেতিয়া চিনাকি হৈছিল পৰিচয়ৰ গাঢ়তাত সেই মুহূর্ত্তটোৰ গুৰুত্ব তাৰ চেতনাত হেৰাই গৈছিল। কিন্তু হৰিচৰণৰ কথা মনত পৰিলেই সিও নাজানে কিয় সেই দৃশ্যটোৱে তাৰ প্রথমে মনত পৰে। তাৰ কাপোৰ-কানি, পিন্ধা-উৰা, চলন-ফুৰন সকলোতে এটা বিশেষ ধৰণৰ শালীনতা আছিল। যাৰ বাবে তাক অনন্য যেন লাগিছিল। তাৰ সংসৰ্গত কেৱল সিয়ে নহয় প্রায় প্রত্যেকেই কিবা এটা বিশ্লেষণাতীত নির্মলতা অনুভৱ কৰিছিল। গুৱাহাটীত কেনেবাকৈ তাক লগ পোৱা হলে—তাৰ বৰ আগ্রহ হৈছিল হৰিচৰণক এবাৰ অন্তত লগ পোৱাৰ—

: হেই, গাবোৱান কাই ভই শুইয়ে পৰিলি যেন পাওঁ। খা, এটা বিৰী খা, ল।

মহৰীৰ কথাষাৰ তাৰ কাণত বৰ ভাঙৰকৈ কোৱা যেন অনুভৱ হ'ল। সি চক খাই উঠিল। আৰু সহজ হবৰ চেষ্টা কৰি ক'লে—

: জানো সাৰে পোৱা নাই নেকি ?

: নাই মহৰী বাবু অলপ চিলমিলকৈ আহিছিল। সাৰে আছো।

: চাবি আৰু চাবি আলিৰ পৰা সোঁৱে বাৱেঁ এফালে ঘূৰিলেহে হৰ মজাটো।

: নাই মহৰীবাবু, ইহঁতে ৰামচন্দ্ৰৰ মাল আনিবলৈ গৈয়ে থাকে নহয় পাৰঘাটলৈ। ৰাস্তা চিনে।

: ৰাতি মাজামাজি মান হ'লনে ?

: আজি জোনটো পাঁচৰাতি নহয় জানো ? চাৰিআলি আৰু কৰবাৰ মাজতে আছোঁ আমি এতিয়া। মাজনিশা হোৱা নাই এতিয়াও। দেওচুৱাৰ পাওঁ পাওঁ হলেহে মাজৰাতি হব।

: পাহাৰৰ কাষ পালেই···

: অ মহৰীবাবুয়ে ঠিক ধৰিব পাৰিছ। ঠিক পাহাৰখনৰ কাষ পালেই মাজৰাতি হব।—হেই একেবাৰে দেখোন কইনাবুলন দিবলৈ ধৰিলি ; অলপ বেগাই ব'ল ; পুৱাতে আকৌ জাহাজ নাপালে মহৰীবাবুৰ পিনে আধ্যা পৰিব। গোটেই দিনটো পাৰঘাটতে পৰি থাকিব লাগিব।

গাড়ীৰ শলখা এডালৰ চুঙাত থিয়কৈ ভৰাই থোৱা এচাৰিডাল উলিয়াই লৈ আলফুলকৈ ম'হছুটাৰ টিকাত কোবাই দিলে। আচলতে বোধকৰোঁ সিহঁত দুটাক সজাগ কৰি দিলে। সিহঁতে খন্তেকৰ বাবে হোচোকালি এটা দি আকৌ আগৰদৰে একে গতিত গৈ থাকিল—। গাৰোৱানে কলে যে, সিহঁত হালৰো কম কষ্ট নহয়।

: আমি আয়ম কৰি গাড়ীত বহি যাম আৰু সিহঁত হালে গুৰে ৰাতিটো টানি মৰিব। বেচ কষ্ট হয় সিহঁতৰ। বল বল, পাহাৰৰ কাষ পালে অকণ জিৰাবি বল।

গাৰোৱানৰ কথাষাৰ শুনি সি পুলক অনুভৱ কৰিলে। পাহাৰৰ

কাষত গাড়ীখন ৰখে সি পাহাৰখন চাই লব পাৰিব। সকতে পিতাকৰ লগত গুৱাহাটীলৈ যাওঁতে প্ৰথম পাহাৰ দেখিছিল সি। আৰু ইমান দিনৰ মূৰত আজি দেখা পাব। তাৰ মন তলে তলে চঞ্চল হৈ উঠিল। সি হয়তো ভবা কথাবোৰকে ডাঙৰকৈ কৈছিল—। গাড়োৱানে ক'লে—

: পাহাৰতনো কি চাব লগা আছে! মাটিৰ ডাঙৰ ঢিপ একোটা। আমাৰ যে খালুংবৰিৰ ওচৰত কোবোকানিখিনি আছে মহৰীবাবু, পাহাৰ নো তাতকৈ কি বেলেগ। অলপ ওখ আৰু; এইমানেহে। তাতনো কি (অশ্লীল) চাব লগা আছে।

সি বিষম লাজ পালে। নিজৰ অসাবধানতাৰ কাৰণে নিজকে ধিক্কাৰ দি একেবাৰে নিতত হৈ পৰি থাকিল। দূৰৰ কৰবাত মেঘৰ গাজনি যেন শুনিছিল। মহৰীয়ে ক'লে—

: বৰষুণ হয় নেকি?

: কেনেকে' জানিলি বাবুৰে?

: মেঘে গাজা যেন শুনিলো চোন?

: ধুৰ্ বাবুও যে! সেয়া পুথিমাৰী দলঙত গাড়ীৰ শব্দ। চাৰিআলিৰ অলপ দক্ষিণ-পশ্চিমেই বেল আলি গৈছে নহয়? চাৰিআলি পামেই নহয়; তাৰ পৰা অলপ ভাল আলি পাম।

খন্তেক পাচতে চাৰিওপিনে পুনৰ নীৰৱ হৈ পৰিল। গাড়ীচকাৰ চেপাত বাটৰ শিলগুটিত শব্দ হোৱাত বাদে আন একো শব্দই সজীৱ হৈ থকা নাছিল। সেই শব্দটোও শুনি শুনি এসময়ত অনুভৱাতীত হৈ পৰিছিল। কিমান দূৰ বা কিমান সময় গৈছিল সি একো উমান কৰিব পৰা নাছিল। এবাৰ গাড়োৱানটো হঠাৎ সজাগ হৈ উঠিল আৰু ম'হহালক ক'লে—

: ৰহ্ ৰহ্ ৰবি! এইখিনিতে অকণ জিৰাই ল। আমাৰ দৰে তহঁতৰো তেজ মঙহৰ হে দেহা তেও। হ'ল বুলি কিমান টানিবি!

গাড়ী বৈ গ'ল।  সি উঠি বহি ললে। মহৰীও উঠিবৰ যো-জা কৰিলে।
গাবোৱানে গাড়ীৰ পৰা নামি তাক উদ্দেশ্য কৰি ক'লে—

: বাপা, মূত যদি ইয়াতে মূতি চুতি ল'। ইয়াত একো ভয় নাই। আলিৰ কাষৰ পৰাই মুকলি পথাৰ।

সি অৰণ্যে ভয়ৰ কথা ভবাই নাছিল। পিচপিনেদি জাপমাৰি নামি ললে। গাবোৱানে মহৰীৰ পৰা খুজি বিৰী এটা জলাই লৈ ম'হহালক অলপ সময়ৰ কাৰণে খুলি দি খেৰ খাবলৈ দিলে।

: বাহিৰত বৰ ঠাণ্ডা, ভিতৰত গমেই পোৱা নাযায়।

: চ'তৰ আজি কিমান দিন গ'ল ?

: মহৰী বাবুও যে, ফাগুনৰ আজি একুৰি আঠ দিনহে ; এই ৰাতি পুৱালেই দোমাহী পৰিবহে। এতিয়াই চ'ত পাৱনে তই ?

দূৰত জোনৰ পোহৰত এটা অতিকায় প্ৰাক-ঐতিহাসিক জন্তুৰ দৰে পৰি থকা পাহাৰটোলৈ চাই গাবোৱানে ক'লে—

: আগে আমি সক সকতে মা হঁতে কোৱা শুনিছিলোঁ—ইহঁতৰ আতায়েকহঁতে ডেকা কালত গুৱাহাটীলৈ আহিবলগীয়া হলে ঘৰখনত কন্দাকটা হুৱাহুৱা লাগে। ঘৰৰ তিৰোতাজনীয়ে হাতৰ কাণৰ সোলোকায়। আজিকালি আকৌ ৰাস্তাত শিয়ালো এটা লগ নোপোৱা দিন হ'ল।

তাৰ কথাষাৰ প্ৰতিপন্ন কৰাৰ উদ্দেশ্যেৰেই সি আৰম্ভ কৰিছিল এটা নিজস্ব অভিজ্ঞতাৰ লোমহৰ্ষক কাহিনী। প্ৰথম যেতিয়া সি নেৱাজ আৰু নন্দলাল কেঞাৰ মাল অনা-নিয়া কৰিছিল তেতিয়া অকলে অহাৰ কাৰো সাধ্য নাছিল। সেইদিনত সিহঁত পাঁচ ছখন গাড়ী একে লগে ওলায়। পুৱাতে। লগত দা, জোং-জাঠি এনেবোৰ অস্ত্ৰ থাকে। আলিৰ দুয়োপাৰে অটব্য হাবি। কাষত বিৰিণা-বৰতাই গালে মুখে কোবাই যায়। সেইদিনা সিহঁতে নেৱাজত মৰাপাট লৈ পালঘাটৰ পিনে আহি আছিল। পুৱতি নিশাৰে পৰা গোমাল আকাশ, কিন-কিনিয়া বৰষুণ। মুক্তাপুৰ পোৱাৰ আগৰে পৰা ভালেখিনি বাট

কাঠনিৰ মাজে মাজে। মুক্তাপুৰ পাৰ হৈ আকৌ কাঠনি। সিপিনে পূবৰ শলিকাঝাৰ, বনমাঝাৰ এইবোৰৰ পৰা হাতিৰ সাহাৰ চলাচল কৰে। পশ্চিমে একেবাৰে সেই কুৰিবাৰীৰ, মধুকুচিৰ, পুথিমাৰীৰ নদীৰ জংঘললৈ পৰিত্যক্ত বগল চাহাবৰ আলিটোৰেদি সিহঁত নামে বিহদিয়াৰ পশ্চিম-দক্ষিণেদি। সি আঙুলি টোৱাই এন্ধাৰৰ মাজতে এচাৰিদি এনেদৰে দেখুৱাইছিল যেন হাতিবোৰৰ চলাচল তাৰ নখদৰ্পণত হে আছিল। সেইদিনা সিহঁতে মুক্তাপুৰ পাৰ হৈ যেতিয়া কাঠনিখন পাইছিল তেতিয়াও আকাশ গোমাল হৈ আছিল আৰু পুৱতি নিশাৰ পৰা লাগি থকা কিনকিনিয়া বৰষুণজাক এৰা নাছিল। সিহঁতে কাঠনিখন সোমাইছেহে এনেতে সন্মুখত দেখিলে বাটটো আগচি দাঁতিৰ বাঁহৰ পাত খাই আছিল প্ৰকাণ্ড অকলশৰীয়া মখনা এটা। সেইখন আহি থকা দেখিও সি গ্ৰাহ্যই কৰা নাছিল। মণিৰামৰ গাড়ীখন আছিল একেবাৰে পাচত। তাৰ ম'হহাল আছিল ভাটি বয়সৰ। কিন্তু দুৰ্দ্ধৰ্ষ সাহসী। সি হাতীটো দেখাই নাছিল প্ৰথমতে। আগৰ গাড়ীবোৰ বৈ যোৱাতহে সি পৰম বিৰক্তিৰে সন্মুখলৈ চাই পঠিয়াইছিল। সি হাতীটো দেখি তৎক্ষণাৎ এটা উপায় চিন্তা কৰিলে কিন্তু কাৰ্য্যত খটোৱাৰ আগতে তাৰ দ্বিধা হ'ল। কিয়নো অকলশৰীয়া গোনা ম'হ আৰু অকলশৰীয়া মখনা হাতী বৰ ভয় লগা প্ৰাণী। ম'হহালে খেদি যাওতে যদি পলাই নগৈ মখনাও ফেৰ পাতি ধৰে! যদি গোৰ মাৰি ওফৰাই পঠায়! কৰবাত ঠেং চেং ভাঙি বৈ গলে ইকুলো নহব সিকুলো নহব।

: বিশ্বাস কৰিবিনে মহৰীবাবু; প্ৰায় দুখনমান তামোল খোৱাৰ পৰ, সিও নাযায়। আমিও নাযাওঁ। মোৰ গাড়ীখন মাজতে। মই বাৰে বাৰে মণিৰামৰ মুখলৈ আৰু ম'হহাললৈ চাইছোঁ। হঠাৎ দেখোন আমাৰ গাড়ীৰ কাষেদি মণিৰামৰ ম'হহালে ফোৰোহনি মাৰি আগবাঢ়ি গ'ল। ক'ত কি হ'ল ভৰ্কিবই নোৱাৰিলোঁ। হঠাৎ দেখিলোঁ হাতীটোৱে দেখোন শুড়দাল কোচাই ক্ৰেং কৰে চিঞৰ এটা মাৰি বাঁহৰ

তলৰ খাৰৈত লুকাই পৰিল। ক'ৰ হাতী কলৈ গ'ল ( অশ্লীল ) একে-বাৰে ঠিকনা নোহোৱা হ'ল।

গাবোৱানৰ হাঁহিত ৰাতিৰ নিস্তব্ধতা সাৰ পাই উঠা যেন লাগিল। সি কথাবোৰ শুনিছিলহে, কিন্তু চাইছিল অদূৰৰ প্ৰকাণ্ড পাহাৰটোলৈ। জোনৰ অনুজ্জ্বল পোহৰত বিয়াগোম গছবোৰ, বিৰাট বিৰাট শিলবোৰ ভয়লগা সাধুকথাৰ দৈত্য যেন লগা হৈছিল। ইপাৰে আলিৰ দাঁতিত থকা শাৰী শাৰী সৰু সৰু ঘৰবোৰৰ মাটিৰে মচা বেৰত জোনাক পৰি অদ্ভুত ৰহস্যময় কৰি তুলিছিল। তাৰ মনলৈ আহিছিল আইতাকে কোৱা নীলকুমাৰৰ সাধুৰ কাউৰীৰ কা নোহোৱা, পক্ষীৰ ৰা নোহোৱা দৈত্যপুৰীৰ সেই দৃশ্যটো। য'ৰ নিজম বাটে বাটে নীলকুমাৰে ভয়ে ভয়ে আগবাঢ়ি গৈ আছিল। অদূৰৰ পাহাৰটোতো সি তেনে এটা আতংকই অনুভৱ কৰিছিল। তাৰ এই পৰে এই পৰে যেন লগা প্ৰকাণ্ড শিলৰ তলত ছাঁবোৰ গাঢ় ক'লা হৈ পৰিছিল। তালৈ চাই সি অনুভৱ কৰিছিল অটল গহ্বৰত চোপ লৈ থকা এক ভয়াবহ বিপদৰ আতংক। নিয়ঁৰত পাহাৰটোৰ চাৰিওকাষে অস্পষ্ট ধূৰঁলী এটা আৱৰণৰ সৃষ্টি হৈছিল। সি ইমূৰৰ পৰা লাহে লাহে সিটো মূৰৰ নেদেখালৈকে দৃষ্টি বুলাই নিয়াৰ চেষ্টা কৰিলে। যেন পাহাৰটোৰ প্ৰতিটো অংশৰ লগত তাৰ চিনাকি হোৱাৰ প্ৰয়োজন। চকুত পৰা প্ৰতিটো অংশতে সি কল্পনা কৰি চালে এক লুক্কায়িত বিপদৰ, এক গোপন জিঘাংসাৰ অস্তিত্ব। চাই চাই তাৰ জাৰ জাৰ লাগিল। কিবা এটা বিশ্লেষণাতীত চেতনাত তাৰ গাৰ নোম ডাল ডাল হৈ উঠিল। সি গাড়ীত উঠি লোৱাৰ কথা ভাবিলে। এনেতে কুকুৰৰ দৰে কৰ্কশ মাত এটা শুনি সি চকখাই উঠিল। এবাৰ দুবাৰ বহুবাৰ, সি লৰালৰিকৈ গাড়ীখনত বহি ললেহি।

: ইচ্ শুগৰীটো একেবাৰে দাঁতিতে আছিলহি। পথাৰলৈ নামি-ছিল বোধকৰোঁ। ম'হহাল দেখি ভয় খালে।

তাৰ ইতিমধ্যে কৰা আলোচনাৰ লগত মিলি পৰা এটা বিষয় পাই

এইবাৰ ক'ত কি চিকাৰ আছিল সেই বিষয়েই বকলা মেলিলে। মানুহটোৱে কথা কৈছিল, কিন্তু নিজৰ কৰ্তব্যও পাহৰা নাছিল। বকলাৰ মাজতেই কেতিয়া ম'হ আনি জুৰিলে, কেতিয়া গাড়ীত বহিলৈ ম'হ খেদাবলৈ লাগিল, গাড়ীখন গৈ এটা খালত থেকেচা খাওঁতেহে সি গম পাইছিল যে গাড়ীখন ইতিমধ্যে চলিছিল।

একেবাৰে কাহিলি কাহিলি পোহৰত গাড়ী গৈ পাৰঘাট পাইছিলগৈ। জাহাজ ঘাটতেই আছিল। গাবোৱানৰ লগত ধৰাধৰি কৰি তাৰ বাকচটো জাহাজত তুলি দিয়া হ'ল। সি ভাবিলে গাবোৱান চাগে পাৰঘাটতে ৰৈ থাকিব আৰু আবেলি এইখন জাহাজতে মহৰী ঘূৰি আহিব। আৰু তাৰ পাচত ৰাতিয়ে ৰাতিয়ে উভতি ঘৰ পাবগৈ।

সি জাহাজত বিভিন্ন অচিনাকি মানুহৰ মাজত বেঞ্চি এখনত বহি ললে। মহৰীৰ লগত। গাবোৱান সিপাৰলৈ যদিহে নাযায় বাকচটো বাৰু কাৰ লগত নমাব? সি বিমোৰত পৰিল। কিতাপ কাগজৰ বাবেই বাকচটো সি বলে নোৱাৰা গধুৰ হৈ পৰিছিল। সি মহৰীক সুধিব নেকি বুলি ভাবিও মনে মনে থাকিল। কিন্তু ইমানবোৰ অচিনাকি মানুহৰ মাজত কথা কবলৈ তাৰ ভাল নালাগিল। সি জাহাজৰ ভিতৰত মুকলিভাৱে চাবলৈ সাহস নকৰিলে। পানীখিনিৰ পিনে আৰু মাজে মাজে এৰি অহা পাৰটোৰ পিনে য'ত মানুহৰ চকুৱে চকুৱে পৰাৰ আশংকা নাছিল সেই ফালে চাই থাকিল। মনটো তাৰ অৱশ্যে সক্ৰিয় হৈ পৰিল। পাৰত তাৰ দৃষ্টিয়ে এনে এটা বিন্দু আৱিষ্কাৰ কৰাৰ বাবে চেষ্টা কৰিলে য'ত সেই মুহূৰ্ত্তলৈকে কোনো মানুহৰ স্পৰ্শ পৰা নাছিল। কিন্তু প্ৰত্যাশিত প্ৰতিটো বিন্দুতে সি হতাশ হবলগীয়াত পৰিছিল। চাই চাই এসময়ত তাৰ বহুত হাঁহি জমা হৈ গ'ল। ইমান হাঁহি যে এবাৰ তাৰ মুখ ফালি হাঁহিবোৰ ওলাই আহিব খুজিছিল। হঠাৎ দৃষ্টি ঘূৰাই জাহাজৰ ভিতৰলৈ অনাৰ লগে লগে তাৰ হাঁহিৰ উথলি অহা উচ্ছ্বাস স্তিমিত হৈ পৰিল। মানুহবোৰ চাকে যে কি। নিৰ্জ্জৰ

দবে অকণো লুকঢাক নোহোৱাকৈ নদীৰ পাৰে পাৰে বহি গৈছিল প্ৰাতঃ কৰ্মত।
যি এটা নতুন বিন্দুকে সি আৱিষ্কাৰ কৰাৰ আশা কৰিছিল সেই বিন্দুক সিহঁতে ইতিমধ্যে অধিকাৰ কৰি গৈছিল। ওচৰতে আকৌম পৰ নিৰ্ভাৱনাৰে মাইকী মানুহ কিছুমানে সিহঁতৰ জাহাজখনত থকা ইমান-বোৰ যাত্ৰীক আৰু ওচৰতে থকা সেই মানুহবোৰক কাঠ শিলৰ টুকুৰাৰ দৰে জ্ঞান কৰি গা ধুই আছিল। যেন দোভাগীহঁতে সিহঁতৰ গাঁৱৰ দলঙৰ কাষৰ সেই ঘাটটোত মতা মানুহ সচৰাচৰ নোযোৱা সময়ত্তহে পৰম নিশ্চিন্তে গা ধুই আছে।
কথাটো ভাবি ভাবি সি মনে মনে কৌতুক অনুভৱ কৰিছিল। হঠাৎ অন্যমনস্ক হৈ পৰাত জাহাজৰ কৰ্কশ উঁকিত সি চক খাই উঠিছিল। আৰু কোনোবাই তাৰ্লৈ মন কৰিছে নেকি চাৰিওফালে মুহূৰ্ত্ততে চাই লৈছিল। সি অলপ আশ্বস্ত হ'ল যে সকলোৱে নিজৰ নিজৰ ধাওাত ব্যস্ত হৈ আছে।
জাহাজখন চলা প্ৰথমতে সি ধৰিবই পৰা নাছিল। কিন্তু যেতিয়া নদীৰ পাৰত ঘৰ, গছ, বালিৰ চপৰাবোৰ আপোনা আপুনি যোৱা যেন দেখিছিল তেতিয়াই সি গম পাইছিল জাহ'জ চলাৰ। আৰু লগে লগে নিজকে তাৰ নিতান্ত নিসহায় যেন লাগিছিল।
মাজে মাজে মহৰীয়ে দেখুৱাই গৈছিল উমানন্দ, উৰ্ব্বশী, অশ্বক্লান্ত, কামাখ্যা আদি ঠাইবোৰ। সি এনেয়ে সহাঁৰি দিছিল, কিন্তু মনোযোগ দিব পৰা নাছিল। বাহিৰলৈ খন্তেক চালেই তাৰ মূৰ ঘূৰা ঘূৰা লাগি-ছিল আৰু বুকুখনৰ কোনোবাখিনিত তেজবোৰ শুকাই যোৱা যেন অনুভৱ হৈছিল। তাৰ লাজো লাগিছিল মানুহবোৰে তাক একো নজনা বুলি ভাবিব পাৰে বুলি।
বেৰতীক সিটো পাৰে বৈ থকা মানুহৰ মাজত দেখি সি উল্লসিত হৈ পৰিল। মহৰীৰ দৰে ইমান বয়সস্থ মানুহ এজনৰ লগত আহি তাৰ দম বন্ধ হৈ যোৱা যেন লাগিছিল। তদুপৰি মহৰীৰ দৰে কালেভদ্ৰে

আহি থকা এজন মানুহতকৈ গুৱাহাটীত প্ৰায় নিগাজিকৈ থকা বেৱতীক লগ পাই সি নিৰ্ভয় পালে। আৰু সি সমবয়সৰ হেতুকে মনটো তাৰ মুকলি মুকলি লাগিল।

কিন্তু গুৱাহাটীৰ বাটেদি বেৱতীৰ লগত খোজ কাঢ়ি কিছুদূৰ যোৱাৰ পিচতেই মনৰ সকলো উৎসাহ সি হেৰুৱাই পেলালে। বেৱতীয়ে বোধকৰোঁ তাৰ মনৰ অৱস্থাটো বুজিব পাৰিয়েই অলপ বেছি বেছি কৰি দেখুৱাইছিল। বাকচটো আৰু কম্বলখন কঢ়িয়াই নিয়া মানুহটো অকণ আঁতৰ হলেই বেৱতীয়ে ধমক দি উঠিছিল। কৰবাত ফিল্ড যেন পালে সি বাটেৰে নগৈ ফিল্ডৰ মাজেদি পোনাই দিছিল। দীঘলী পুখুৰী পাই সি পুখুৰীৰ পাৰলৈ নামি গৈ পানী কাউৰীবোৰক শিলগুটি দলিয়াইছিল।

সি কিন্তু উৎসাহিত হোৱা নাছিল। ইমান মানুহ আলিবাটত! ইমান ঘৰ চাৰিওপিনে আৰু ইমান শব্দ! আৰু ইমান গোন্ধ!

আলিবাটৰ দাঁতিত থকা বুঢ়া গছবোৰৰ পৰা কিযে উৎকট গোন্ধ তাৰ নাকত সোমালহি। মনে মনে নিজকে ধিক্কাৰ দিছিল, এই নৰকলৈ সি বাৰু কিয় আহিছিল! সিহঁতৰ হাঁহৰ গৰালতো ইমান গোন্ধ নোলায়। তাক নাক সিকটাই ঘৃণা প্ৰকাশ কৰা দেখি বেৱতীয়ে কৈছিল —

: আমাৰ তাত ইমান পানী কাউৰী একেলগে নাথাকে। বৰ বেয়া গোন্ধ ইহঁতৰ।

: মানুহো ইয়াত মাক ( অশ্লীল ) ইমান বেছি!

: হেই, ইয়াত বেয়া কথা নকবি, টাউন জাগা, বহুত ভাল-বেয়া মানুহ থাকে। শুনিলে গাঁৱলীয়া ভূত বুলি কব।

সি পিচে বেৱতীৰ সতৰ্ক বাণীলৈ মন কৰা নাছিল। প্ৰচণ্ড শব্দ কৰি মোটৰ চাইকেল চলাই যোৱা মিলিটাৰী কেইটামানলৈ কাণত হাতেৰে সোপা দি চাই আছিল।

ইমান শব্দ ইয়াত! চব মিলিটাৰী থাকে নহয়?

: ইয়াতো থাকিবই, আহ, তেনেকৈ চাই নাথাকিবি।

আহি আহি বেল আলি এটাই য'ত সিহঁতৰ আলিবাটটো পাৰ হৈ গৈছে তাতে অকণ থিয় দি ৰ'ল। তাৰ পৰিচিত শব্দবোৰ কাৰণে নল-তৰা-বেতনিৰে থিহিবা মাৰি থকা খালটোত শুনি তাৰ ভাল লাগি গৈছিল। জাকে জাকে বগলী, শালিকা আৰু পানী কাউৰীয়ে এনেয়ে কোঢ়াল কৰি আছিল নল-তৰাণিৰ আগে আগে অ'ত ত'ত উৰি উৰি।

: ব'ল ব'ল, খাই বৈ আকৌ হল চাবলৈ আহিব লাগিব।

: হল চোৱা মানে ?

: আৰে, পৰীক্ষাৰ হল। তোৰ চিট বা ক'ত মাৰিছে ? তোৰ এড্‌মিট কাৰ্ডখন আনিছ নহয় ? যি বিৰাট ঘৰ! কটন কলেজ জান ? দেখিবি ব'ল।

ঘৰটোৰ কথা শুনি সি তলে তলে শংকিত হৈ পৰিছিল। হালধীয়া হাফচাৰ্টটোৰ বুকুৰ জেপত এড্‌মিট কাৰ্ডখন চুই চালে। বেৱতীলৈ মনে মনে লক্ষ্য কৰিলে। অকণ সকাহ পোৱা যেন লাগিল। কৰবাত খন্তেক বৈ জিৰণি লোৱাৰ কথা। আৰু বা কিমান দূৰ আছে বেৱতীৰ বহালৈ, সি ভাবিলে। সম্মুখত পৰি থকা বাটটোৰে দূৰলৈ চাই পঠালে। দেখিলে, সেই বাটটোৰ পৰা সোঁফালে আন এটা বাট ফালি গৈছে কৰবালৈ।

ছুপৰীয়া ব'দজাক বেচ উজ্জ্বল হৈ পৰিছিল। কৰবাৰ পৰা সক বা-মাৰলি এছাটিয়ে সিহঁতৰ অদূৰত সেই সোঁফালে থকা বাটটোৰ বুকুত ধূলিৰে ধূৰঁলী কৰি ওচৰ চাপি আহিছিল আৰু আহি আহি সিহঁতৰ বাটটো পোৱাৰ লগে লগে নিশ্চিহ্ন হৈ পৰিছিল। তেতিয়াহে সি গছকি থকা বাটটোলৈ চালে। কিছুপৰ নিথৰ হৈ সি চায়ে থাকিল আৰু বিস্ময়ত সি অভিভূত হ'ল।

: আৰে, মইচোন দেখাই নাছিলোঁ। এয়াচোন ক'লা ক'লা শিলৰ বাট, একেবাৰে ফুমাৰি ভাত খাব পৰা।

: শিল নহয়। আলকেতেৰাহে।

: আজিহে প্ৰথম মন কৰিছোঁ এই বাটটোৰ কথা। সকতে পিতাৰ লগত মামাহঁতৰ তালৈ কোনদিনে গৈছিলোঁ, মাক ( অশ্লীল ) মনতে নাই।

: এহ্, লেতেৰা কথা নকৰি। চহৰত কত বাবুভায়া থাকে। শুনিব লাগিলে অসভ্য বুলি কব।

কথাবাৰ শুনি সন্ত্ৰস্ত হৈ চাৰিওদিনে সি চালে। চহৰখনৰ আলিবাটত এই বাধ্যবাধকতাটোত সি মনে মনে পচন্দ নকৰিলে। সি চেষ্টা কৰিলে, পিতাকৰ লগত গুৱাহাটীলৈ অহা তাৰ সপোন সপোন লগা কথাবোৰ মনত পেলাবলৈ। কিন্তু বাৰে বাৰে তাৰ মনলৈ আহিছিল সি এৰি অহা সক চহৰখনৰ কথা। য'ত এই বাধাবোৰ সি অনুভৱ কৰা নাছিল আৰু য'ৰ আলিবাট আছিল খৰালি ছমাহ সক গাঁঠি পোত যোৱা উৰ্বো উৰ্বো কৰি থকা ধূলিৰে ভৰা আৰু বাৰিষা ছমাহ ধান কৰ পৰা আঠুৱনীয়া বোকাৰে দুৰ্গম।

পৰীক্ষা হলত প্ৰথম সোমোৱাৰ দিনা তাৰ যি বুকুৰ কঁপনি আৰম্ভ হৈছিল সেই কঁপনি তাৰ শেষৰ দিনাও মাৰ যোৱা নাছিল। সি নীৰৱে বেৰতীৰে বিচাৰি দিয়া চীটটোত বহিছিল আৰু প্ৰশ্ন কাকত পোৱাৰ লগে লগে তলমূৰকৈ যি আৰম্ভ কৰিছিল, পৰাখিনি একেবহাতে শেষ কৰি সি উঠি আহিছিল। এবাৰ বুৰঞ্জী নে সাহিত্যৰ দিনা তাৰ পাতৰ দৰকাৰ হৈছিল। কিন্তু কাক খুজিব, কেনেকৈ খুজিব, খুজিলে বা কোনে কি কয়। তাৰ মাতটোৱে বা আকৌ নীৰৱ পৰিৱেশটোত কি এটা অবাঞ্ছনীয় প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰে। এনেবোৰ অলেখ কুণ্ঠাৰ হেঁচাত সি নিশ্চেষ্ট হৈ বহি থাকিল। তেহে যেনিবা মনে আনি পৰীক্ষাৰ গাৰ্ড এজনে উপযাচি কাগজ কেইখিলা মান আনি দিলেহি। নহলে হয়তো অলপ পাচত নিৰুপায় হৈ সিমানতে পৰীক্ষালৈ নমস্কাৰ জনাই গুচি আহিলহেঁতেন।

গুৱাহাটীখন সঁচাকৈ তাৰ অসহ্য লাগিছিল। তাৰ আকাশ বতাহ

অজস্ৰ কুঠাৰে বিষাক্ত হৈ পৰা যেন অনুভৱ কৰিছিল। পৰীক্ষা দিয়াৰ পাচত সি ভাত এদিনো নবল। উন্মুক্তিৰ স্বাদ বিচাৰি ঘৰলৈ ঢাপলি মেলিলে। সেইদিনা সি কল্পনাও কৰিব পৰা নাছিল যে এনে কদৰ্য গুৱাহাটীখনৰ মোহত পৰিয়েই এদিন সি জীৱনৰ সমস্ত জলাঞ্জলি দিব লগীয়াত পৰিব। সেয়া অৱশ্যে এক সম্পূৰ্ণ স্বকীয়া কাহিনী।

সি বিৰক্ত হলেই এটা প্ৰশ্নই তাক সদায় ব্যতিব্যস্ত কৰি তুলিছিল। তাৰ মাকে উনৈছ্ শ চৈধ্য নে কিমান চনত এম. ভিত প্ৰথম হৈ মেডেল পাইছিল। মাকৰ বাপেক আছিল চহৰৰ সেই কালৰ এগৰাকী চৰকাৰী বিষয়া। তাৰ বাপেক চাৰ্ভে পাচ, ঘোকোট গাঁৱৰ আৰু ইতিমধ্যে দুজনী তিৰোতাৰ মূৰ খোৱা বৰলা। মাকৰ ওপৰত বিৰক্ত হলেই এই প্ৰশ্নটোৱে তাক জুমুৰি দি ধৰেহি। আৰু তাৰ উত্তৰ কাৰ ওপৰত পাব ভাবি নেপাই নিজেই বিভিন্ন কল্পনা কৰে।

সেইদিনাও মাকৰ গালিত সি বিৰক্ত হৈছিল। মেট্ৰিক পৰীক্ষা দি সি ভো ভো পণ্ডিতটো হয়তো নহব পাৰে কিন্তু কি যুক্তিত সি পিতাকক পথাৰত সহায় কৰিব। আৰু যদি পথাৰৰ কামেই কৰিব লাগে তেন্তে ইমান কষ্ট কৰি বিদেশত থৈ তাক পঢ়োৱাৰ যুক্তি কি আছিল।

মাকৰ গালিত অতীষ্ঠ হৈ এনে গুণৱতী মানুহজনীক এনে এজন পিতাকে তাৰ পিতাকৰ দৰে ইমান অধইচ এটালৈ কিয় বিয়া দিছিল সেই প্ৰশ্নৰ সম্ভাব্য উত্তৰ কিছুমান মনতে সাজি সাজি খণ্ডত সি ওলাই আহিছিল। বাটলৈ আহি তাৰ বিৰক্তি তীব্ৰতৰ হৈ পৰিল। সি দেখিলে, বাটৰ জৰিগছজোপাৰ তললৈ কামি হাড় লেখিব পৰা কুঁজা দেহটো লৈ মনাকুচিয়া ওলাই আহিছে আৰু তালৈকেই কিবা কাৰণত বাট চাই আছে। সি সেইপিনে নোচোৱা ভাও জুৰি পাৰ হৈ যাব খুজিছিল। এনেতে মনাকুচিয়াই কিবা এষাৰ কৈ কাহি কাহি থৰ পৰি গ'ল। তথাপি অৱশ্যে কথাষাৰ শেষ কৰাৰ চেষ্টা সি এৰা নাছিল। অগত্যা সি থমাকি ৰ'ল আৰু সপ্ৰশ্ন দৃষ্টিৰে তালৈ চালে—

: কিবা বোলেচোন তই পৰীক্ষা দিলি? আৰু পঢ়িব যাবি নেকি?

কাহৰ মাজৰ পৰা কথাবাৰ সি উলিয়াই ললে আৰু ক'লে—

: জানো, পিতাই হে পঠায় নে নপঠায়।

: গলে আমাৰ কেৰেপাইকো লৈ যাবি, সি ভাত বান্ধি দিব তোৰ।

: কিয় ? সি হাল নাবাব জানো ?

: উহ্ হাল্‌নো ক'ৰ মাকৰ ( অশ্লীল ) খনত বাব ? মাটি হলেহে মাক ( অশ্লীল )।

সি আৰু কিবা কবলগীয়া আছিল বুলি নাভাবিলে। আগবাঢ়ি গৈ থাকিল। মনাকুচিয়াই কাহি কাহি থৰ হৈ বহি পৰিল। তাৰ কথাবাৰ শুনি মনে মনে সি কৌতুক অনুভৱ কৰিলে। যোৱা নোযোৱাৰ কথা লৈ সি নিজেই নিশ্চিত নহয়। অথচ মনাকুচিয়াই তাৰ ওপৰতে নিৰ্ভৰ কৰি বহি আছে পুতেকক কিবা এটা গতি লগোৱাৰ বাবে। সি পৰীক্ষা দিছেহে, আগে পাচ কৰকচোন ! পাচ কৰিলেইবা, পিতাকে বা আকৌ পঢ়ায় নে নপঢ়ায়। পিতাকেতো কৈছেই, মেট্রিকটো পাচ কৰাৰ পাচত তাৰ দায়িত্ব তাৰ নিজৰ। তাৰ চিধাচিধি মানে হ'ল— তাৰ পঢ়া বন্ধ।

জুৰলোৱা ঠাইখিনি পাৰ হৈ গোসাঁই ঘৰৰ মুকলিখিনি দেখি তাৰ মনটোও অলপ মুকলি লাগিল। আহত জোপাত পাতলকৈ কোমলপাত ধৰিছিল। গোসাঁইঘৰৰ সন্মুখৰ বুঢ়া অৰ্জুন জোপাত বাদে প্ৰায় সকলোবোৰ গছেই নতুন পাত ধৰিছিল। সি চাৰিওপিনে দৃষ্টি ঘূৰাই আৰু কৰবাত অৰ্জুনজোপাৰ দৰে পোৰাকপলীয়া গছ আছে নেকি চালে। তেনেদৰে চাওতেই পিচপিনে কলৌ জপৌ কৰে আহি থকা দোভাগীৰ ওপৰত তাৰ চকু পৰিল। তাঁতশালৰ দীঘল পীৰা এখনত ফটাচিটা মলিয়ন কাপোৰ কিছুমান লৈ আহি আছিল। বোধকৰোঁ আহতগুৰি খালটোতে ধুবলৈ বুলি। সি হতবাক হৈছিল তাইৰ চেহেৰা দেখি। সিৰলা সিৰলি হাত-ভৰি কেইটাৰে বুকুখনত বাদে আগৰ বাংঢালীজনীৰ অৱশেষ কতো নথকা,

পাখীসবা কুকুৰাজনীৰ দৰে দেখিলেই বিতৃষ্ণা হোৱা দোভাগীজনীক দেখি তাৰ মনটো কেনেবা কেনেবা লাগিল। দেহটো কোনোমতে ঠেলি ঠেলি লৈ আহি থকা যেন লাগিল তাইক। সি চাই থকা দেখি দোভাগীয়ে দুৰ্বল স্বৰেৰে ক'লে—

: কিনো চাই আছ মোকে ?

: তোৰ কিবা অসুখ হৈছিল নেকি, বাই ?

: অ', তোৰ ভাগিন এটা জন্মিছিল নহয়; এদিন থাকিয়ে মৰিল। তাক পাৰ হৈ খালৰ দাঁতিলৈ নামি পীৰাখন মাটিত থোৱালৈকে তাইলৈ সি চায়ে থাকিল। মধু'ৰআমৰ পাতেৰে বোলাই অনা মেখেলাখনত তেতিয়াও যেনি তেনি পাতৰ টুকুৰাবোৰ লাগি আছিল। একমাত্ৰ বুকুৰ কাচলিতহে যেন মানুহজনীৰ পুৰণি চিনাকিটো লুকাই আছিল। হাতৰ বাউসীত ক'লা সূতাৰ জাপ; কাণৰ লতিত ক'লা সূতাৰে আঁৰা এৰী বাহৰ তাবিজ। তাইৰ অৱস্থা দেখি সচাঁকে তাৰ দুখ লাগিল।

জানো কি বাৰ আছিল সেইদিনা ? তাৰ জনাৰ যেন হঠাৎ প্ৰয়োজন হৈ পৰিল। সি ভাবি উলিয়াবলৈ যত্ন কৰিলে। আজিকালি বাৰবোৰ তাৰ মনত একাকাৰ হৈ পৰিছে। প্ৰতিটো বাৰকে দেওবাৰ বুলি ভুল কৰি পেলায়। জানোচা হাটবাৰ ? হাটবাৰ হলেতো দেখৰ মানুহ এই বাটেদিয়ে হাটলৈ যাব। সিহঁতে দোভাগীক এই অৱস্থাত নেদেখিলেই তাৰ ভাল লাগিব। দোভাগীয়ে নিশকতীয়া হাত দুটাৰে লাহে লাহে মেখেলাখন থুকুচি থকা দেখি মনটো তাৰ উচপিচাই আছিল।

তেনেদৰে চিন্তা কৰি থাকোতেই শব্দ কৰি মণিৰামৰ ম'হৰ গাড়ী তাৰ আগেদিয়ে নামি গৈছিল দোকানৰ পিনে। গোসাঁইঘৰৰ চকোৱাৰ মাজেদি সি মহেশ্বৰক দেখিছিল টিকা চেলাই সিকাষৰ বাটটোৱেদি আহতগুৰিৰ পিনে আহি থকা। গাঁৱৰ পিনৰ পৰা যৰলা ওলাই আহিছিল হাতত কিহবাৰ টোপোলা এটা লৈ। মহেশ্বৰে কিবা কিবি

বলকি অহা দেখি উৎসুক হৈ ষবলা আহতৰ শুনিবলৈ বৈ গ'ল। ষবলায়ে প্ৰথমে সুধিলে—

: কি হ'ল অ' দদাই ?

: এহ্ নকবি বহ্! আমাৰ ধুনীয়া ধান ভৰা কৰোহাৰ বাধে-খাতী কাঢ়লা এজনীয়ে দগবি দিলে। আক চাচোন, ই মণিৰাম কাই তাৰ কাষেদিয়ে গাড়ী লৈ আহিল, সিনো অকণ নামি খেদাই দিব নোৱাৰিলেহেঁতেন নে ? একেবাৰে নেদেখা ভাও জুৰি গুচি আহিল। মই গৈ পাওঁ মানে ভাল এক আতৰ মান শেষেই কৰিলে।

: তাৰ আজি হাটৰ লৰালৰি, সি ক'ত কৰিব সেইবোৰ।

সি মহেশ্বৰলৈ চালে। ভৰি কিটাত বোকাত লিপিত খাই ধৰি আছিল যেনি তেনি বনৰ আগবোৰ। কলাফুল পৰ্যন্ত তিতা। ষবলাই যাব খুজিও মহেশ্বৰৰ প্ৰশ্নবাৰত থমকি ৰ'ল—

: তই হাটলৈ যাবই নে ?

: হাতত কাৰ ঘন্টাডাল লৈ হাটলৈ যাবি। সেই যে, লেস আলিৰ সিপাৰে নতুনকে' ডাক্তৰ এটা বহিছে। তাৰ তালৈ যাওঁ। সি ডিমাৰ কথা কৈছিল। তাকে বোলো দি আহোগৈ।

: ঘৰত কাৰোবাৰ কিবা অসুখ নেকি ?

: ছলিটোৰ বৰ অসুখ নহয় ; একেবাৰে মৰি মৰি গৈছিল অৰতে। হাত ভৰি চেঁচা হৈ একো একোবাৰ মাক (অশ্লীল) মৰা হেনেই লাগে। আক' এখান মান তামোল খোৱা পৰৰ পাচত লাহেকে' জীউটো আহে। এতিয়া সেই মৰি মৰি যোৱাটো ভাল পাইছে তাৰ দৰৱতে।

দীঘল হলো চোলাটো পিন্ধি হাতত ডাকৰ মোনাখন ওলোমাই পোষ্টমাষ্টৰ যে ইতিমধ্যে আহি সিহঁতৰ কথা শুনি আছিল কোনেও মনেই কৰা নাছিল। প্ৰথমে মহেশ্বৰে গম পালে। সি মাষ্টৰৰ পিনে চোৱাত সপ্ৰশ্ন দৃষ্টিৰে মুৰ দুপিয়াই মাষ্টৰে সুধিলে নীৰৱে, কি হ'ল এনে এটা অৰ্থত—

: এই ইয়াৰ ছলিটোৰ অসুখ।

: অসুখ নহৈ হব কিটো! ল'ৰা-ছোৱালী তুলিবহে পাৰে পালে পালে আপডাল লয় জানো! কি অসুখ?

যবলাই কুঠাৰে ক'লে—

: এতিয়া ভাল হৈছে। জ্বৰ উঠি মৰি মৰি আছিল।

: পেলু হৈছে। কাৰ দাৰু খুৱাইছ?

: গোলক ডাক্তৰৰ।

: গোলক ডাক্তৰ? ক'ৰ গোলক ডাক্তৰ? নে সেই বেল আলিৰ সিপাৰৰ টো? চাবি দেই। মূৰ্খ বৈদ্য যম সম। তই হেৰি কৰ। মাটিকঠাল যে আছে, তাৰ কুঁহি পাত, শেৱালিৰ কোমল পাত অলপ থেতেলিয়াই তাৰ ৰসৰ লগত অকণ মৌৰস মিহলাই খালী পেটত আৰু ৰাতি শোৱাৰ আগে আগে খুৱাই দিবি। ভাল হৈ যাব।

মহেশ্বৰে মূৰ খজুৱাই খজুৱাই ক'লে—

: আমাৰো ঘৰত ভিনিহি ৰাতি একেবাৰে ঘুমতি নহয় বোলে। কি খুৱালি ভাল হব জানো ঘণ্টা!

মাষ্টৰে ইমান পৰে দোভাগীক মনেই কৰা নাছিল। তাই ইতিমধ্যে কাপোৰ ধোৱা শেষ কৰি উঠি আহিছিল। মাষ্টৰৰ চকুত পৰিল। সি তাইৰ মূৰৰ পৰা ভৰিলৈ চালে আৰু পৰম বিতৃষ্ণাৰে মহেশ্বৰলৈ চাই ক'লে—

: তই তাইক কিবা খুৱাইছিলি নে নাই?

: নাই খুওৱা।

: গোল নেমু খাবলৈ দিবি; আৰু ৰাতি শুবৰ সময়ত তাৰে ৰস ভৰি তলুৱাত ঘহি শুব। ডিমা আৰু পাৰৰ মাংস খুৱাবি।

: টেঙা খুৱালে ভিতৰৰ ঘা বিলাক পকি যায় বা আকৌ।

মহেশ্বৰৰ সন্দেহী প্ৰশ্নবাৰত মাষ্টৰ জাঙুৰ খাই উঠিল। অশ্লীল গালি এষাৰ পাৰি ক'লে—

: বৰ ডাক্তৰটো ওলাইছ! যদি জানই মোক সুধিছ কেলেই? ছলি তোলাৰ সময়ত মোক সুধি তুলিছিলি নেকি? এতিয়াহে মোক সুধিছহি! তাইক ভালদৰে শুখুৱালে তাইৰ দেহা জাগি পৰিব। তেতিয়া তোৰ ছলি তোলাৰে ভিকাচন মৰিব মাকোপোহা।
যৰলাই দোকানৰ পিনে বুলি খালৰ পিনে নামিব খোজোতেই মাষ্টৰে ক'লে—

: তই তেনে ডাক্তৰৰ তালৈ যাবিয়েই?

: অসুখটো তাৰ দাকতে অলপ লৰিছেতো। আৰু একৰটল খালে বোলে একেবাৰে নিছিদ্ৰ হৈ ভাল হব। আনিয়ে চাওঁচোন।

: হেৰ' তোৰ পিতাৰেযে ইমানদিনে ভৰিৰ আঙুলি এটা তপত নোহোৱাকৈ বাচি আছে, ইহঁতৰ আতাকে যে চাৰি কুৰি বছৰ পৰমায়ু লৈ নিৰোগী নিযুনী হৈ বাচি আছিল সিহঁতে কিবা ডাক্তৰৰ খাইছিল নোক? মই দিয়াৰ দৰে, কিবা হলে শাক-পাতৰ দাককে খাইছিল। মাষ্টৰে হতাশ হৈ নিজকে কোৱাৰ দৰে ক'লে—

: যা যাগৈ যা। পইচা থবৰ জাগা নাইন্তা তইঁতৰ। পাচত টানত পৰি আকৌ মোৰ তালৈ নাহিবি হলে

: দিন বদলিছে নহয় অ' ভিনিহি।
মহেশ্বৰৰ মন্তব্যষাৰ শুনি অৱজ্ঞাৰে বাওঁহাতৰ লেঠুটো দেখুৱাই মাষ্টৰে ক'লে—

: মোৰ এইটো বদলিছে। এই সময়তে আগতে গছত নতুন পাত ধৰা নাছিল নহয়—এইবাৰহে ধৰিছে! চ'ত-বহাগত আগতে কুলি চৰায়ে মতা নাছিল নহয়, এইবাৰ হে মাতিছে!
সঁচাকে লঠঙা অৰ্জুন জোপাৰ ডালত বহি কুলি চৰাই এজনীয়ে মাতি আছিল। দুৰৰ কৰবাৰ পৰা পানী পিয়া চৰাইৰ পানী পিও পিও মাত ভাহি আহিছিল। পথাৰৰ মাজেদি দোকানৰ পিনে গৈ থকা মাষ্টৰৰ কান্ধত ওলোমাই লোৱা ছাতিটো বিবৰ্ণ হলৌ চোলাটোৰ পিঠিৰ পিনে জিলিকি পৰিছিল। কান্ধত সৰিয়হ, মাটিমাহ বা চাউলৰ

গধুৰ ভাবলৈ দুপ্‌ দুপ্‌ খোজেৰে মাটিখিনি লবাই মাথি যোৱা অচিনাকি মানুহ এজনক হাতত টিলিং টালাং শব্দ কৰি থালী বটল লৈ যোৱা লক্ষীৰ পুতেক ক'লাবামে সুধিছিল আবেলিকৈ ৰৰষুণ অহা নহাৰ কথা। ফোপনিৰ মাজতে 'জানো দিয়ে নেকি, পানী পিয়লি চৰায়ে চোন মাত্তি আছে' বুলি কৈ ভাৰ লোৱা মানুহজনে ক'লাবামক পাৰ হৈ গৈছিল।

সম্মুখৰ জনহীন পথাৰখন হাটলৈ যোৱা অহা কৰা মানুহৰ মাতকথাৰে চাওতে চাওতে মুখৰ হৈ পৰিল। সিও এনেয়ে বহি থকাতকৈ' কিবা এটা কৰাৰ কথা ভাবিলে। কিন্তু ভাবি ভাবিও উপায় এটা উলিয়াব নোৱাৰি সি বিৰক্ত হৈ ঘৰৰ পিনে ঘূৰি অহাৰ কথা চিন্তা কৰিলে। দেহটোও কিবা বাইজাই লাগি আছিল। উঠিবলৈকে এলাহ লাগিছিল। বোধকৰোঁ অলপ আগতে খাই অহা পইতা ভাতৰ আমেজেই হব— সি ভাবিলে।

গাঁৱৰ পিনে ঘুৰি দুখোজ পেলাওতেই খিলখিল হাঁহিৰ শব্দত সি বাওঁপিনে ঘূৰি চালে। কলাপাতত কিবা চেলেকি চেলেকি হালধীয়া, ক'লা ৰঙৰ মেখেলা পিন্ধি টেমাহঁত দোঙৰ পাৰে পাৰে আহি আছিল। বোধকৰোঁ আহতগুৰিয়েদি হাটলৈ যোৱাৰ উদ্দেশ্যে। তাৰ মনোযোগ আকৰ্ষণ কৰাৰ উদ্দেশ্যেই নিশ্চয় তাহাঁতে হাঁহিছিল—

: অ' আতা হাটলৈ নাযায় ?

: যাগৈ যা তইঁতেই।

সি সহজ হবৰ চেষ্টা কৰিও সহজ হব পৰা নাছিল। ইচ্ছা নকৰা সত্ত্বেও কথাবাৰত তাৰ তৰলতা ধৰা পৰিল। পিচে তাৰ সম্ভ্ৰমৰ দেৱাল ভাঙি দি টেমাই তাক জোকোৱাৰ উদ্দেশ্যেই নিশ্চয় আজল মঠালি কৰি কৈছিল—

: বল না তইও আমাৰ লগত। নহলে আমাৰ বৰ ভয় লাগে।

সি টেমাজনীলৈ চালে। তাই সঁচাকৈ ৰূপহী এজনী হৈ উঠিছিল। সোতৰ ওঠৰ বছৰীয়া দেহটো য'ত যিদৰে পূৰ হৈ পৰিব লাগে

তেনেদৰেই পৰিছিল। গাল মুখৰ মিহি চিকোণ আভা বিৰিঙি উঠিছিল।

: মোৰ কপতে মজিলি যেন পালোঁ আতাই। মোকে দেখোন ভেবা লাগি চাই আছ।

তাই ঠিক তাৰ কাষেদি গৈছিল। সি খপ কৰে খুৰি তাইক সাৱট মাৰি ধৰি ক'লে—

: ব'ল তেনে যাওঁগৈ।

উজাল মাৰি তাৰ বাহুবন্ধনৰ পৰা মুক্ত হৈ দৌৰি গৈ তাই আনকিজনীৰ আঁৰত লুকাই পৰিল। সি তাইৰ মুখত দেখিছিল বিহ্বলতাৰ ছবি। আন কেইজনীও খন্তেক হতভম্ব হৈ গ'ল। সিও বিমূঢ় হৈ পৰিছিল হঠাৎ। নকৰিবলগীয়া ঘটনা এটা কৰি পেলোৱাৰ দৰে তাৰ অপৰাধ বোধ হ'ল আৰু নিজৰ দোষ স্খলনৰ বাবেই ক'লে—

: ক'তা নিনিয় মোক লগত ?

: চালা নিধক কৰবাৰ! ছোৱালীৰ গাত হাত দিবলৈ তোৰ লাজ নালাগে ?

কাহ বোলা ছোৱালীজনীৰ গালিত তাৰ সমস্ত চেতনা আওৰ খাই উঠিল।

: নিধক মই নে তহঁত ? বাটৰ চোৰাত গাত ঘঁহি মই লৈছিলোঁ নে তহঁতে লৈছিলি ? বাটৰ মতাক জোকাই লবলৈ তহঁতৰ কি লাজ নাই নেকি ?

তাৰ খং উঠা যেন দেখি ছোৱালী কেইজনীয়ে নীৰৱে আৰু কোনো প্ৰত্যুত্তৰ নিদি বেগাই আঁতৰি গৈছিল। ঘৰ পায়েই কিন্তু তাৰ মন ব্যথিত হৈ পৰিল টেমাজনীৰ ভয়াৰ্ত মুখখন মনত পৰাত। দেহটোৰো সিৰাই সিৰাই সি অনুভৱ কৰিলে অভিনৱ এক উন্মাদনা। সি এতিয়াহে সচেতন হ'ল ছোৱালীজনীক তেনেদৰে সাৱটি ধৰা ঘটনাটোৰ প্ৰতি। তাৰ হাত দুখনেৰে ইমান বাঢ়ন্ত ছোৱালীজনী যে সি এনেদৰে আকোৱালি পাব সি ভবাই নাছিল। ভাবোতে ভাবোতে

এসময়ত সি টেমাজনীৰ প্ৰতি অদ্ভুত আকৰ্ষণ অনুভৱ কৰিলে। তাইৰ দেহৰ প্ৰতিটো অংগত প্ৰস্ফুটিত হোৱা যৌৱনৰ মাদকতাই তাৰ সমগ্ৰ চেতনাক অধীৰ কৰি তুলিলে।

সি শুনাই নাছিল আইতাকে তাক ইমান পৰে মাতি থকা—

: আয়াও, তইনো বুঢ়া মানুহৰ দৰে কি চিন্তাত পৰিছ? নে ঘৰ-সংসাৰৰ চিন্তা?

সি আইতাকৰ বিদ্ৰুপষাৰত অপ্ৰস্তুত হৈ পৰিছিল, কিন্তু মনৰ ভাবটো গোপনে ৰাখি স্বাভাৱিক হবৰ চেষ্টা কৰি সুধিলে—

: কিয়, কি হ'ল?

: একো হোৱা নাই। পিচে পিন্ধি থকা চোলা-কাপোৰ যোৰা খুলি দে, উতলাই দিওঁ।

সি ঘৰৰ ভিতৰলৈ সোমাই গ'ল। মনটো তলে তলে অশান্ত হৈ পৰিছে। কিবা খাবই নেকি? সান্দহ তান্দহকে অলপ। মাকক কবলৈ তাৰ মন নগল। সৰু খুৰীয়েকক কবৰ সত নগল। ল'ৰাটো মৰাৰ পৰা তাই প্ৰায়ে মন মাৰি থাকে। বিহু পূজা আদিৰ সময়ত মনটো একেবাৰে বিমৰ্ষ হৈ পৰে। ডাঙৰ খুৰীয়েকতো নগৰজিলিকী। মাকে তাইৰ নতুন নাম দিছে। কিয়নো আজিকালি তাইৰ সান্দহ খালে পেট গুৰগুৰায়, গতিকে ঘোষৰ দোকানৰ পৰা চিৰা আনি খায়। গুৰ নেখায়; কেতিয়াবা কৰবাত খালেও পেট অভোক কৰে; চেনি খায় সেইবাবে। কাপোৰ খাৰ বা চোডাৰে উতলালে গোন্ধায়। গতিকে চাবোনেৰে ধোৱে। গাঁৱৰ অভ্যাসবোৰ এৰি এতিয়া নগৰীয়া অভ্যাস লৈছে, সেইবাবে মাকে নাম ঠিকেই দিছে নগৰজিলিকী। ডাঙৰ দদায়েকে বেপাৰ কৰাৰ পৰা এই সলনিবোৰ ঘটিছে সেইখন ঘৰত।

সি গলে হয়তো চিৰা পাবও পাবে; কিন্তু মাকে শুনিলেই টিঙিৰি তুলা হৈ উঠিব। হয়তো খুৰীয়েকৰ সতে অশ্লীল সম্বন্ধৰ ইংগিত দি গালিবকে পাৰিব এদিন পাবাৰ দৰে। মাকৰ যিহে লাওপাত কচুপাত মুখ।

সি বেলেগ চোলা কাপোৰ এসাজ পিন্ধি দোকানৰ পিনেই ওলাই গ'ল। মনৰ কোনোবাখিনিত চেপি ৰখা এটা হেপাহেও সন্তৰ্পণে উকি দিলে।

ভগা ছিগা খেৰীঘৰ এটাৰ বহল খিৰিকী এখনেদি বাতৰি এখন মেলি লৈ মগ্ন হৈ থকা মাষ্টৰ পেহাকক তাৰ চকুত পৰিল ডাকঘৰটো পাৰ হৈ যোৱাৰ সময়ত। ওচৰৰ টেবুলখনত কিবাকিবি কৰি ব্যস্ত হৈ আছিল মাষ্টৰৰ একমাত্ৰ সহকাৰী কেইমাহমানৰ আগতে মকৰল হোৱা নিধন বোলা ল'ৰাজন।

সি তাতে আলবাটৰ দাঁতিৰ গছ এজোপাৰ দাঁতিত থিয় হৈ বাটেদি অহা-যোৱা কৰা মানুহবোৰ চাই থাকিল। এসময়ত নিধনে এখন মোনাত ডাক লৈ বিলাবলৈ বুলি ওলাই গ'ল। মাষ্টৰ বোধকৰোঁ অলপ শংকিত হৈ পৰিল ডাক ঘৰটোৰ যাৱতীয় কামবোৰৰ কাৰণে একমাত্ৰ সহায় হাত নিধন ওলাই যোৱাত। বোধকৰোঁ ভয় হ'ল, কোনোবাই আহি হয়তো পোষ্টকাৰ্ড বা মণিঅৰ্ডাৰৰ ফৰ্ম খুজি তাৰ বাতৰি পঢ়াত ব্যাঘাত জন্মাব পাৰে। মাষ্টৰে খিৰিকীৰে নাকৰ আগত কোনোমতে লাগি থকা চশমাযোৰৰ ওপৰেদি চাই গৈ থকা নিধনক ক'লে—

: এই, সোনকালে আহিবি দেই। চিঠি দিবলৈ গৈ কৰবাত চাহ তাহ খাই আড্ডা মাৰি নাথাকিবি।

আলিবাটটো ধূলিৰে ধোৱাঁময় হৈ পৰিছিল। গৰুগাড়ী, ম'হৰগাড়ী, মানুহ অহা আহিছিল, যোৱা গৈছিল। কোনো কোনোৱে আকৌ ডাকঘৰৰ খিৰিকীমুখত থিয় হৈ আহিবলগীয়া চিঠিৰ খবৰ লৈছিল। মাষ্টৰে অৱশ্যে কাকো ভাল মুখেৰে উত্তৰ দিয়া নাছিল। প্ৰত্যেকৰ প্ৰশ্নৰ উত্তৰ পৰম বিৰক্তিৰে দিছিল। মুখত অনবৰত আছিল তীব্ৰ অৱজ্ঞাৰ ভাব। এবাৰ এষাৰ উত্তপ্ত মাত শুনি সি উৎকৰ্ণ হৈ ৰ'ল—

: সেইটো আমাৰ কথাৰ ধাচে দিয়ক ; জানিছে মাষ্টৰ বাবু।

: তই যে 'এটা পোষ্টকার্ড নেমে কিয়' বুলি কলি, মই বাক তোক কেতিয়া নিদিওঁ বুলি কলো ?

মানুহজনৰ উত্তপ্ত প্ৰত্যুত্তৰ শুনি মাষ্টৰে অলপ পাতল কৰাৰ চেষ্টা কৰি কৈছিল বোধকৰোঁ। পোষ্টকাৰ্ড কিন্তু নাই বুলি কলে। পিচদিনা খবৰ লবলৈ কলে। এই মানুহজন ওলাই যোৱাৰ অব্যৱহিত পাচতে আহিছিল পদ্ম। ভলন্টিয়াৰ নবীন ভাগৱতীৰ ভায়েক পদ্ম। পোষ্ট-মাষ্টৰে তাক দেখিয়েই টেবুলত তুলি থোৱা ভৰিকেইটা নমাই চকী খনত পোন হৈ বহি ললে আৰু বাতৰি কাকতখন থৈ দি হাঁহি হাঁহি ভিতৰলৈ মাতিলে। ইমান সময়ৰ ভিতৰত সি এইবাৰেই প্ৰথম মাষ্টৰৰ মুখত হাঁহি দেখিলে।

কিছু সময়ৰ পাচতে পদ্মই হাতত বাতৰি কাকত আৰু কেটামান পোষ্ট কাৰ্ড লৈ ওলাই গৈছিল। সি ভয়তে অলপ আগতে ডাকঘৰৰ পৰা ওলাই যোৱা মানুহজন কিমান দূৰ পালেগৈ চাই পঠিয়ালে। বেল-আলিৰ ইপাৰে তাক কতো নেদেখি সি অলপ আশ্বস্ত হ'ল। খিৰিকীৰে নিৰ্বিকাৰ মাষ্টৰৰ মুখখন দেখি সি তলে তলে এটা উত্তেজনা অনুভৱ কৰিছিল। ঠিক সেই মুহূৰ্ত্ততে গাঁৱৰ ছোৱালীজাক তাৰ আগেদি পাৰ হৈ গৈছিল। হঠাৎ বুকুৰ কোনোবাখিনিত কিহবাই ঢকা এটা মাৰি দিয়া যেন অনুভৱ হ'ল। ছোৱালীজাকে তাক অৱশ্যে লক্ষ্য নকৰিলে। অলপ দূৰ যোৱাৰ পাচতে সি কিন্তু যি দেখিলে বিস্ময়ত সি হতবাক হৈ গ'ল। পাঁচফালে তাহাঁতৰ চুলিত বিবিধ ৰঙৰ ফিটা আৰু পিনবোৰলৈ সি বস্তিৰে চাই আছিল। অলপ দূৰ যোৱাৰ পাচত হঠাৎ টেমাজনীয়ে তালৈ ঘূৰি চালে। একেবাৰে চকুৱে চকুৱে। আৰু অপ্ৰত্যাশিতভাৱে সি তাইৰ চকুত কোনো বিদ্বেষৰ আভাস দেখা নাছিল; দেখিছিল পৰম আশ্বাসৰ আকুতি। সি বিস্ময়ত হতবাক হৈ পৰিৱেশ পাহৰি গৈছিল।

সি হয়তো একাধিকবাৰ মাতিছিল। সি সহঁাখি নিদিয়া দেখি তাৰ পিঠিত মৃদু চাপৰ এটা দি তাক সচেতন কৰি তুলিছিল হৰিচৰণে—

: তুমি কি হাটলৈ যোৱা নেকি ?
হৰিচৰণক দেখি সি প্ৰশ্নবাবৰ উত্তৰ দিবলৈকেই পাহৰি গ'ল। ইমান দিনৰ মূৰত তাক দেখি সি বিমূঢ় দৃষ্টিৰে তালৈ চাই থাকিল।
: আহা চুবেনৰ তাতে অকণ চাহ খাই লওঁ।
: মোৰ পইচা নাই লগত।
: পইচা হব আহাচোন।
পিঠিত হাতদি তাক একৰকম হেচুকি নৈ গ'ল চুবেনৰ দোকানৰ পিনে। হৰিচৰণে সুধিলে তাৰ পৰীক্ষা কেনে হ'ল। তাৰ তেতিয়াহে কথা ওলাল—
: গুৱাহাটীত আপোনাক কৰবাত দেখিম বুলি ভাবিছিলোঁ।
: মইও নেদেখিলোঁ তোমাক। গুৱাহাটীখন ইমান ডাঙৰ। পিচে পৰীক্ষা কেনে হ'ল ?
: দিলোঁ আৰু। জানো কেনে হয়। বৰ এটা ভাল হোৱা নাই।
: পাচ কৰিলে পঢ়িবা তো ?
: জানো, পিতাই হে কি কৰে ?
: মই পঢ়িম। তুমিও পঢ়া যদি একেলগে মেচ কৰি থাকিব পাৰিম। নহলেতো এতিয়া কলেজৰ ঘৰ-দুৱাৰ চব মিলিটাৰীয়ে দখল কৰিছে। কলেজৰ বোর্ডিঙত মিলিটাৰী হাস্পাতাল।
সি পিচে হৰিচৰণৰ কথা শুনা নাছিল। দোকানৰ ভিতৰত পৰম তৃপ্তিৰে চাহ আৰু নিমকি খাই থকা মঠবৰ ককায়েক আৰু খাম্পাৰ পুতেকলৈ চাই আছিল। সি দেখিছিল এসময়ত এটা বিৰী খাবলৈ দি ৰামচন্দ্ৰইঁতে ইহঁতৰ হতুৱাই একোখন ম'হৰগাড়ী লাদি লৈছিল। আজিকালি এখন গাড়ী লাদিলে এটা সিকি আৰু নিমকিৰে চাহ এৰাব। সিহঁতৰ ক্লান্ত মুখত তৃপ্তিৰ বহণ চৰাত সি মনে মনে কৌতুক অনুভৱ কৰিছিল। সি হৰিচৰণক সিহঁতৰ বিষয়েই কিবা এটা কৰ খুজিছিল এনেতে সিহঁতৰ গাঁৱৰ টোকোনা ঘুনুচাৰ পুতেকেও দোকানত সোমাই বহি ললেহি। সিও চাহ আৰু নিমকি খাব। কিছু সময়ৰ

আগতে সি তাৰ আগেদিয়েই খৰি এবোজা বেচিবলৈ লৈ গৈছিল। সি তাক নেদেখা ভাও জুৰি চাহখোৱাত ব্যস্ত হৈ পৰিল।

: এই ল'ৰাবোৰ বাৰু তোমালোকৰ গাঁৱৰ নহয়নে ?

: হয়।

: চাবা, তোমালোকৰ গাঁওখন থানবান হবলৈ আৰু বেছিদিন নাই।

কথাবাৰ কৈয়ে হঠাৎ কিবা এটা মনত পৰাৰ দৰে হৰিচৰণ ঘপ্ কৰে উঠি চাহদিয়া ল'ৰাটোক সুধিলে পইচা কিমান হ'ল বুলি। আৰু পইচা দি এখন্তেকো পলম নকৰি সি ওলাই আহিল। সিও হৰিচৰণৰ পিচে পিচে ওলাই আহিল। মনে মনে তাৰ ভয়ো লাগিছিল আৰু যিমান সোনকালে পাৰে হৰিচৰণৰ সতে দোকানৰ পৰা ওলাই অহাৰ কথা ভাবিছিল। কিয়নো দোকানৰ ভিতৰত সি ককায়েকৰ মাত শুনা যেন পাইছিল। সি নিশ্চিত হৈছিল যে, ককায়েকে নিশ্চয় কাবোবাৰ লগত ডাঙৰ আড্ডাত ব্যস্ত। ওলাই আহি আলিবাট পাই সি স্বস্তিৰ নিশ্বাস কাঢ়িলে।

: এতিয়া কোৱাচোন তোমাৰ খবৰ ?

: মোৰ খবৰ একো নাই।

: একো নাই মানে ?

: একোৱেই নাই। খাইছোঁ আৰু শুইছোঁ।

হৰিচৰণৰ কি প্ৰতিক্ৰিয়া হ'ল তাৰ কথাবাৰত সি ধৰিব নোৱাৰিলে। কিয়নো আলিবাটত তাক দেখি মাষ্টৰ উল্লাসত চিঞৰি উঠিল।

: আহচোন বোপাই খবৰ বাতৰি সোধোঁ।

মাষ্টৰৰ এনে উল্লাস তাৰ কাৰণে একেবাৰে অভিনৱ এটা অভিজ্ঞতা। তাৰ অলপ অসুবিধা অসুবিধা লাগিল। মাষ্টৰে ইমান আন্তৰিকত যে কাৰো খবৰ বাতৰি লোৱা তাৰ মনত নপৰে। হৰিচৰণৰ পৰীক্ষাৰ, ঘৰৰ, মাকৰ স্বাস্থ্যৰ এনেবোৰ কথাৰ সকলো খুটিনাটি খবৰ লৈছিল মাষ্টৰে একান্ত আগ্ৰহেৰে।

: ৰজত আলি গৈছিল নে ?

: চাব গৈছিল ; কেবাদিনো গৈ আমাক খোৱাবস্তু, কাপোৰ-কানি দি আহিছিল জেলত। অৱশ্যে তেজপুৰলৈ নিয়াৰ পাচত যাব পৰা নাছিল।

মাষ্টৰে অনুযোগ কৰি কলে যে, জেলৰ পৰা অহাৰ পাচত ভালদৰে খন্তেক বহি কাৰো খবৰ লব পৰা নাই সি। মৰাশত শগুণ পৰা দি সি আহি ডাকঘৰটো খুলি বহিলেই জগতৰ মানুহে আগুৰি ধৰেহি। অকণ শান্তিৰে যে কাৰোবাৰ লগত দুই চাইটা ভাল বেয়া কথা পাতিব তাৰ উপায় নাই।

ৰজত মাষ্টৰে হেনো তাকেই সুধিছিলহি কিদৰে জেলত গৈ হৰিচৰণ-হঁতক দেখা কৰিব পাৰি। সিহঁতক পুলিচে ধৰি নিয়াৰ দিন ধৰি চিন্তাত ৰজত আলি মাষ্টৰৰ চকুত টোপনি অহা নাছিল।

মাষ্টৰে তাক অকলে মাতি লৈ যোৱাত সি বাটতে হতবুদ্ধি হৈ থিয়দি থাকিল। তাৰ অৱস্থা দেখি হৰিচৰণেও বোধকৰোঁ অসুবিধা অনুভৱ কৰিছিল। এবাৰ কোনোবা এটা আহি মণিঅৰ্ডাৰ নে কিহবাৰ বিষয়ে সোধাৰ চেগতে সি বিদায় লৈ ওলাই আহিল।

: পূৰ্ণ মামাকো বহুদিন দেখা নাই। পদ্মক এইমাত্ৰ দেখিছিলোঁ। আজিকালি বা কি কৰিছে ?

: এয়া বিৰতিৰ সময়। সাময়িক বিৰতি। কামতো শেষেই হোৱা নাই। এয়া যেনিবা স্কুলৰ লেজাৰ।

সি কথাষাৰত বিশ্বাস কৰিবলগীয়া কিবা থকা বুলি নাভাবিলে। তাৰ পিতাকে সিহঁতৰ ওচৰৰ ৰামচা নামৰ গাঁও এখনৰ ইতিবৃত্ত বিচাৰি যে, ৰামচন্দ্ৰক টানিলৈ আহে ইও তেনেই এটা কষ্টকল্পিত শান্তনা মাত্ৰ বুলি সি ভাবিলে। সেইবাবে প্ৰসংগটো বাদ দিয়াৰ উদ্দেশ্যে সুধিলে—

: আপুনি আমাৰ পিনে যাবনে ?

: এতিয়া নাযাওঁ দিয়া। শৰীৰ বোলে কিবা অসুখ হৈ আছে।

জেলতে হৈ আছিছিল অসুখটো। খবৰটো লৈ আহোঁ। যাবা নেকি তুমি ?

: নাযাওঁ ককাইদেউ, পিতাই কিবা কব পাৰে।

হৰিচৰণে আৰু পেৰাপেৰি নকৰিলে। তুয়ো পথাৰৰ বাটটোৰে আহতগুৰি পোনকৰি গৈ থাকিল। হৰিচৰণৰ কাষে কাষে গৈ তাৰ নিজকে খুব সৰু সৰু যেন লাগিল। শশীহঁতৰ তালৈ নোযোৱাৰ কাৰণ হঠাৎ কৈ দি তাৰ লাজো লাগিল। তাৰ মনত পৰিল আজি কেবাবছৰবো আগতে এনে এটা বজাৰৰ দিনতে সিহঁতক পুলিচে ধৰি নিয়াৰ কথা আৰু তাৰ ভয়তে পলোৱাৰ কথা। ভাবি ভাবি অনুশোচনাৰ তীব্ৰ দহন সি· অনুভৱ কৰিলে।

ধোৱাঁৰ ভাঠ দীঘল ডবা এটা পশ্চিমপিনৰ গাঁওখনৰ ইমূৰ সিমূৰ ছানি গছৰ আগবোৰ চুই বৈ আছিল। সেইখনে শশীহঁতৰ গাঁও। গধূলি গধূলি সি বাৰীৰ পিচফালে ওলাই আহিছিল। হৰিচৰণ ঘূৰি অহাৰ সময়ত কৰবাত মুখামুখি হৈ পৰে বুলি আশংকা কৰি ঘৰৰ পৰা দেৰিকৈ ওলাই আহিছিল। শশীৰ তালৈ যাবলৈ অস্বীকাৰ কৰি তাৰ খেদৰ অন্ত নাছিল।

গাঁওখনৰ ওপৰেদি ফহৰাবাৰী জাৰণিৰ পিনে দীঘল এজাক বগলী উৰি গৈছিল। মনটো তাৰ উদাস উদাস লাগিছিল। এনেতে বৈৰাগীপাৰা চুবুৰীৰ পৰা কোনোবা কেইটামানক কথাপাতি আহি থকা দেখিলে। তাৰ নিজৰ নিষ্ক্ৰিয় মনটোৱে সলনিৰ আশা পালি বৈ থাকিল। সি দেখিলে শুথুনা, হৰিচৰণ মাষ্টৰ আৰু চন্দালহঁত ব্যস্ত হৈ আহি আছে। শুথুনাই তাক দেখি উল্লসিত হৈ কলে যে, অলপতে সিহঁতে এখন পালা ৰাখিছে। অলপ দূৰৰ কিবা এখন পূজা উপলক্ষে। নামঘৰত ৰাতি পুৰা তালিম চলিব।

সি ভাবিছিল ৰাতি তালিম চাব পৰা হলে ভালেই আছিল। অন্ততঃ কেইটামান প্ৰহৰ তাৰ চেতনা সৰগৰম হৈ থাকিলহেঁতেন। কিন্তু যোৱাৰ কথা শুনিলেই পিতাকে হয়তো কব—

: সি শিক্ষিত ল'ৰা এটা, নিজেই বুজি বাজি চলিব লাগে।

মাকে হয়তো বহুত কিবাকিবি বলকি ভীষণ অশান্তিৰ সৃষ্টি কৰিব। আইতাকে তাৰ মাজতে হয়তো পুৰণি কথা টানি আনি নৰমকৈ কব—

: তহঁতৰ পিতাৰে খোল বজোৱাৰলৈয়ে আতায়েৰে এদিন যি গালি গালাজ কৰিছিল। বংশৰ এটা নাম আছেতোন!

সি এইবোৰকে চিন্তা কৰি যোৱাৰ মতলবটো বাদ দিলে। কিন্তু ঘৰলৈ ঘূৰি আহিবলৈকো তাৰ মন নগ'ল। সি আহতৰ গুৰিত থাকৰ পাৰৰ

চুবৰিত বহি ললে আৰু নামঘৰৰপৰা ভাহি অহা হৰিচৰণ মাষ্টৰৰ গান উপভোগ কৰাত ব্যস্ত হৈ পৰিল। হৰিচৰণৰ গানৰ কলিবোৰ মনোমুগ্ধকৰ সুৰ হৈ ভাহি ভাহি আহিছিল—গগনে গৰজে ঘন বাদল ঘন নীল—

তাৰ মনত পৰিছিল সি এৰি অহা সেই সৰু চহৰখনত শুনা সনাতন মাষ্টৰ, উদয় শৰ্মাৰ বিবেক গানৰ পাহৰিব নোৱাৰা লালিত্যৰ কথা। যেতিয়া তাৰ সৌভাগ্য হৈছিল যোগে ঠাকুৰ, সৰ্বেশ্বৰ গোস্বামী, ফণি শৰ্মা, কৃষ্ণ শৰ্মা, অম্বু ঠাকুৰ আদি অগ্ৰণীসকলৰ অনবদ্য অভিনয় উপভোগ কৰাৰ।

হৰিচৰণ মাষ্টৰৰ মাতটোও পিচে বেয়া নহয়। গেংমেন চৰ্দাৰৰ পুতেক, সি হ'ব লাগিছিল পইণ্টমেন, হলহি গান মাষ্টৰ। তাৰ গান শুনিবলৈ পোষ্টমাষ্টৰো বৈ গৈছিল আৰু মন্তব্য কৰিছিল বংশৰ কথা কৈ। লাহে লাহে আহতগুৰিত খাটো-আদি এনেকে বয়সস্থ মানুহ কিছুমান গোট খাইছিলহি। সি মনে মনে বৈ থাকিল খাটো আৰু আদিয়ে কি মন্তব্য দিয়ে তাৰে অপেক্ষাত। সিহঁতৰ দিনত খাটো আৰু আদিয়েও শ শ শ্ৰোতা জনতাক মুগ্ধ কৰিছিল ; সেইবাবে সিহঁতৰ মন্তব্য নিশ্চয় অকণ শ্লেষজড়িত হব। সি প্ৰত্যাশাৰে বৈ থাকিল। গানটো শেষ হলত খাটোই ক'লে—

: ইয়াৰ মাতটো চালা মুকুণ্ড দাসৰ দৰে।

খাটোৰ মন্তব্যত চুতিৰাম পোষ্টমাষ্টৰ সন্তুষ্ট নহৈ ক'লে—

: থ' ক'ত তোৰ জোনৰ পোহৰ আৰু ক'ত জোনাকী পৰুৱাৰ পোহৰ। মুকুণ্ড দাসৰ মাত পোৱা হলে সি একঠা খাবই পাৰিলেহেঁতেন।

: জানো, মোৰো হলে একেবাৰে তেনে যেন লাগিছে।

আদিয়ে সমৰ্থন কৰা দেখি মাষ্টৰে চুনাই প্ৰতিবাদ নকৰিলে। আন কথালৈ আহিল। যিটো কথা সাধাৰণতে মাষ্টৰে নাপাড়ে—

: এইবাৰ বিহুৰ আগতে বৰষুণ নহবই কিজানি।

: জানো ঘণ্টা! মোৰ দোকানৰ কাষৰ মাটিভৰা মাক ( অশ্লীল ) একেবাৰে শিল যেন হৈ আছে। নাঙল লগাবই নোৱাৰি।

: বান্ধটোচোন ভালেই আছে।

খাটাৰ কথাত আদি বিৰক্ত হৈ অশ্লীল মাত কেইযাৰ মান মাত্তি ক'লে যে, গুৰিত বৰযুণ নহলে আগত বান্ধ দি কি হব। ব্ৰহ্মতালুত সাপে খুটিলে ভৰিৰ কলাফুলত ধৰণী বান্ধ দি হব কিটো? তাৰ কথাষাৰ শুনি মাষ্টৰে মুখৰোচক কাহিনী এটা কোৱাৰ সুচল পাই আৰম্ভ কৰিলে কিদৰে আগৰ দিনৰ অঁকৰা বৈদ এটাই কাণত সাপে খোটা মানুহ এজনক বচাবলৈ গলত ধৰণী বান্ধ দিছিল। বিষহীন সাপেই হয়তো কামুৰিছিল মানুহজনক, কিন্তু বেচেৰাক গলত ধৰণী বান্ধ দি উশাহ নিশাহ লব নোৱাৰা কৰিছে মাৰি পেলোৱা হ'ল। অঁকৰা বৈদ্যৰ চিন্তা আছিল কল্যাণকৰ। কাণৰ পৰা যাতে বিষটো নামি দেহত বিয়পি পৰিব নোৱাৰে। কিন্তু আই ধৰতকৈ বাই ধৰ ছাব হ'ল আৰু কলত সাপৰ বিষত নহলেও ধৰণীৰ কোবতে মানুহটো হানি হ'ল।

মাষ্টৰৰ কাহিনীটো শুনি আদিয়ে মন্তব্য কৰিলে—

: দিনকালেই কিবা হল অ'। একদম বদলি হৈ গ'ল বুজিছ?

: কিনো দিনকালক দোষ দিয় অ', বদলি দিনকাল হোৱা নাই, মানুহ হৈছে।

: মাষ্টৰেও যে, একো একোটা উপৰি ভটং কথা কয়? ( অশ্লীল )। তইনো দেখা নাছিলিনে? এনেদিনত পাগলীজানৰ পাৰত, নামঘৰৰ এইখিনিতে আমি জালেদি কিমান বটা চৰাই ধৰিছিলোঁ। এই খালটোতে এনে দিনত মাছ, চালা পুঁঠি খলিহনা পেলাই দিওঁ। ইহঁতৰ পিতাকে এই খালুংবৰিত, সোনাদোঙৰ সিপাৰে বিজাপথনত কম পহু মাৰিছিলনে? চালা ঘৰত আলহী বহুৱাই থৈ পহু মাৰি আনিছিল গৈ? সৌ দ পথাৰখনতে বাজহাঁহ, শৰালি, পানীহাঁহ কত বিধে বিধে চৰায়ে কোঢ়াল লগাই আছিল - !

: আছিল, পিচে কি হ'ল?

আদিৰ এইবাৰ সঁচাকে খং উঠি গ'ল মাষ্টৰৰ ওলোটা ওলোটা প্ৰশ্নত। উভত মাত মাতি ক'লে

: হেৰ' তোৰ চকুত কুকুৰে মুতিলে নেকি? তই দেখা নাই কি হ'ল!

: নহয়, কোনে কৰিলে এনেকুৱা? কোনোবা দেৱতাই, নে তইঁতৰ কৃষ্ণ গোসায়ে?

: কব নোৱাৰোঁ; কোনে কৰিলে আমি কি জানো?

: হেইয়া! তাকেতো কৈছোঁ, কথাৰ নাপায় আলুতালু চোবাই মৰ মৌ আলু। আচল কথাটো গমি নাপায়, ওপৰতে দপদপাই উঠ।

আৰু কিবা কলেহেঁতেন হয়তো। এনেতে খাম্পাই গাত এখন জাল মেৰিয়াই লৈ মদৰ ৰাগীত কিবাকিবি অশ্লীল লালিলাং গীত চিঞৰি চিঞৰি গাই আহিছিল। খাটাই নিজকে নিজে কোৱাৰ দৰে ক'লে—

: ই দেখোন (অশ্লীল)-ৰ মুখখন গৰখীয়া ল'ৰাতকৈও সাত ছাৰ হ'ল।

ছুতিৰাম তৎক্ষণাৎ ফুটিলে। খাম্পাৰ অশ্লীলামি সি একদম সহ্য কৰিব নোৱাৰে। তাৰ কিন্তু মনত পৰিছিল পুৰণি কথা কিছুমান। ভাদ-মাহৰ নিজম দুপৰীয়া বাকৰিত গৰু এৰি দি দলে দলে গৰখীয়াই গছত উঠি লৈ লালিলাং গাইছিল—

ওপৰে উৰি যায় বৌমণি বৰিষায়
পাতালে পেলালে ফিছা।

একেবাৰে অশ্লীল অশ্ৰাব্য কথা থাকে শেষৰ পদটোত। ইদলে গায়, সিদলে কাটে, সিদলে গায়, ইদলে কাটে। সুৰটো যে ইমান ভাল লাগে তাৰ, শুনিলেই মন উদাস উদাস লাগি যায়।

খাটাইঁতৰ উপস্থিতিৰ সহাঁৰি পাই খাম্পাই লালিলাং বন্ধ কৰিছিল। ফটাজাল এখন গাত মেৰিয়াই মদৰ ৰাগীত কিবাকিবিখন গাই সি

আহি আছিল। তাৰ লালিলাংবোৰ কোনোবা ছুগুনিৰলগীয়া মানুহে শুনিলে নেকি সেই সম্বন্ধে নিশ্চিত হবলৈ বুলি সি খাটা আৰু আদিক ওচৰত আহি মণিব নোৱাৰা এন্ধাৰত চোৱাৰ দৰে চালেহি।

: অ' তইঁতেহে? হেইটো আকৌ কোন?

সি এইবাৰ তাৰ ওচৰলৈ যোৱাৰ বাবে চলং পলংকৰে খোজ আগবঢ়ালে। সি তাক কিন্তু নিৰস্ত কৰাৰ মনেৰে ক'লে—

: মই খুৰা।

সি খাম্পাইঁতক এনেয়ে খুৰা খুৰা বুলি মাতিছিল। খাম্পাই তাৰ মাতটো বুজি পাই পুনৰ সুধিলে নিশ্চিত হোৱাৰ বাবে—

: বাবাজী আতাইঁতৰ খুৰা নেকি?

: অঁ।

আদিয়ে কিন্তু খাম্পাক জোকোৱাৰ মনে ক'লে—

: আয়াও ( অশ্লীল ) তোৰনো গাত বিহু এতিয়াই চৰিলনে?

: অ' চৰিবতো, মই কিবা কাৰোবাৰ ভাত খুজি খাইছোঁনে? চালা নিজৰ—একদম নিজৰ বুৰাৰ নামৰ মাটি বন্ধক দি পইচা আনিছোঁ। সেই পইচাইদি খাইছোঁ। কিয় নাখাম, বিহুৰ মই সাতদিন আগৰ পৰা খাম, তাত লোকৰ কি?

: হেৰ' আমাৰ একো নাই দেচোন, তই সাতদিন আগৰ পৰা খাৱ বা এমাহ আগৰ পৰা খাৱ তাত আমাৰ কি? পিচে মাটিটো বন্ধক থলি কাৰ তাত?

: হেই ঘোচবাবুৰ তাত।

: কিমানত থলি!

: তিনি কুৰিত থলোঁ, সেই বেল আলিৰ কাষৰ দাগটো।

: পিচে এতিয়া গেবা কানিয়াৰ লগত কেনে?

: ভালেই। সি আহি থাকেই নহয়?

সি তলে তলে অনুমান কৰিছিল আদিৰ প্ৰশ্নবোৰ শুনি লাহে লাহে

তাৰ বাগীপ্ৰস্ত ভাৱটো আঁতৰি গৈছিল। খাম্পা লাহে লাহে সংযত হৈ পৰা দেখি সি মনে মনে বিৰক্ত হৈ পৰিল।

গাঁৱৰ আনবোৰ মানুহৰ দৰেই সিও খাম্পাৰ সংসাৰৰ খবৰ জানে। কিদৰে সিহঁতৰ ককাক মৌজাদাৰ থাকোতে খাম্পাহঁতৰ পৈত্ৰিক ভেটিটো হস্তগত কৰি লৈও ক্ষান্ত নাথাকি চম্ফা, লাম্ফা এইদৰে খাম্পাৰ ভাইকেইটাক সিহঁতৰ ঘৰত চাকৰ থাকিবলগীয়া কৰিছিল। সি সেই কাহিনী বহুবাৰ বহুজনৰ মুখত শুনিছিল।

খাম্পাৰ সম্প্ৰতি যি দুৰৱস্থা হৈছে, যাৰ বাবে সি ঘোচ দোকানীৰ তাত মাটি বন্ধক থবলগীয়াত পৰিছে তাৰ অন্তৰালৰ কাহিনীও সি জানে। সেইবাবেই আদিয়ে গেৰা কানিয়াৰ কথা সোধাত খাম্পাই কিবা নতুন খবৰ দিয়ে নেকি বুলি সি উৎকৰ্ণ হৈ বৈ আছিল। নিদিয়াত সি হতাশ হ'ল। খাম্পা গুচি যোৱাত খাটাইঁতে সেই কাহিনীৰ পুনৰালোচনা কৰিছিল।

খাম্পা হঠাৎ এটা অচিন ৰোগত পৰিছিল। পেটটো ঢোল যেন হৈছিল আৰু হাত-ভৰিবোৰ চিয়াঁ চিয়াঁ হৈ পৰিছিল। দাচুৱে জান প্ৰাণ দি খাটিছিল; আটায়ে অৱশ্যে বিশ্বাস কৰিছিল যে, দাচুৱে বেমাৰীতকৈও চিকিৎসাৰ মানলিৰ লোভতহে সেইদৰে খাটিছিল। কিয়নো মাননিত পইচা পাতি দিয়া হোৱা নাছিল, দিয়া হৈছিল লাওপানী। হাতত, ডিঙিত, কঁকালত, ভৰিৰ সকু গাঁঠিত জাপৰ কোবত জেগা নোহোৱা হৈছিল কিন্তু বেমাৰটো হলে একেঠাইতে অলৰ অচৰ হৈ আছিল।

শেষত চৰকাৰী ডাক্তৰ সত্য কাকতিৰ ওচৰ চাপিল পোষ্টমাষ্টৰৰ ধমকনিত। ইপিনে গাঁৱত এটা কথা আটায়ে লক্ষ্য কৰিছিল যে, প্ৰায়ে আহি আতিথ্য গ্ৰহণ কৰা গেৰা কানিয়াই হঠাৎ খাম্পাহঁতৰ ঘৰলৈ অহাটো একেবাৰে বন্ধ কৰি দিছিল। গাঁৱৰ বহুতৰে ধাৰণা, এই গেৰা কানিয়াই যেত কুটৰ ঘাই। সিহঁতে এই খবৰো সংগ্ৰহ কৰিছিল যে, গেৰা কানিয়াই পুৱা নিতউ গৰম ভাত খায়। এদিন

হঠাৎ কিবা এটা অসুবিধাত তাক পইতা ভাত যচা হ'ল। সি খাব নোখোজাত বিৰক্তিতে খাম্পাৰ ঘৈণীয়েকে কিবা এবাৰ খচা মাত কৈছিল। সেইদিন ধৰি গেৰা কানিয়া সেইখন ঘৰলৈ অহা নাছিল আৰু খাম্পাৰ বেমাৰটো আৰম্ভ হৈছিল। গেৰা কানিয়া আছিল কুট মন্ত্ৰৰ ভৰাঁল। কাজেই সাতে পাঁচে বাব কৰি মানুহে স্বাভাৱিক ধাৰণা এটা কৰি লৈছিল।

খাম্পাৰ হাত ভৰি কেইটা সিৰলা সিৰলি হৈ পৰা দেখি আৰু পেটটো গেৰেলা ঢোল যেন হৈ পৰা দেখি বিশেষকৈ খাটা আৰু আদিৰ দুখ লাগিছিল। কাজেই দুয়ো পৰামৰ্শ কৰি সিহঁতৰ ডাঙৰ দদায়েকক কথাটো জনালে গেৰা কানিয়াক অকণ ভয় খুৱাই দিবলৈ। ডাঙৰ দদায়েকে দোকানৰ আলিবাটত এদিন গেৰা কানিয়াক পাই সুধিলে—

: তইনো বাৰু ইমান সামান্য কথাটো মানুহটো নষ্ট কৰিব লাগেনে!

: মই নহয়অ' দদাই, মই কিয় তেনে কাম কৰিম? চব তাৰ নিজৰ কৰ্মফল।

সি কথাবোৰ ইমান ৰহস্যময় কৰি কোৱা ডাঙৰ দদায়েকে সহ্য নকৰি তাক কলে যে, সি যদি খাম্পাক ভাল কৰি নিদিয়ে সেই বাটেৰে গলেই তাক ধৰি ভাল শিক্ষা দিয়া হব।

তাৰ তিনিমাহমানৰ পাচত খাম্পা সুস্থ হৈ উঠিছিল। আৰু মানুহে বিশ্বাস কৰিছিল যে, গেৰা কানিয়া প্ৰসন্ন হোৱাৰ ফলতহে তাৰ বেমাৰ ভাল হৈছিল। খাম্পাই স্বাস্থ্য ঘূৰাই পালে সঁচা কিন্তু তাৰ সংসাৰখনৰ স্বাস্থ্য আৰু নুঘূৰিল। বৈদ, ডাক্তৰ আদি কৰোতে আৰু ইপিনে মানুহটোও পৰি থকাৰ ফলত ঘৰখনৰ খোৱাৰ টান হৈ পৰিল আৰু এদিন জোৰা মিলাব নোৱাৰি খাম্পাই ঘোষ দোকানীৰ তাত মাটি বন্ধক দিয়াৰ কথাকে থিৰ কৰিলে।

কথাবাৰ ভাবোতে ভাবোতে কেতিয়াবা খাটাইত গৈছিল, কেতিয়াবা এজাৰ হৈ আহিছিল তাৰ গমেই নাছিল। খালৰ পাৰত কৰবাৰ

কল এজোপাত নিশ্চয় ববৰাহুলী এজনী পৰিছিলহি। পাখীৰ শব্দত সি চক খাই উঠিছিল। গাঁৱৰ বাটটোৰ ছুয়োকাষে কাষৰ বিৰিণাত জোনাকী পৰুৱাৰ জাক জ্বলি জ্বলি উৰিছিল। জুৰ লোৱা ঠাই ডোখৰ গছৰ আহনিয়ে গাঢ় ক'লা এন্ধাৰ বিয়পাই ৰাখিছিল। সি লাহে লাহে নামঘৰটোৰ কাষ চাপি গৈছিল। তালিমৰ বীৰৰ উত্তপ্ত বচনত ঠাইডোখৰ ৰজন জনাই আছিল। গৈ থাকোতে মুখত মকৰাৰ জালৰ সুতা এডাল লাগি ধৰাত সি পিচুৱাই আহিল আৰু বিৰিণা এডাল চিঙি লৈ আন্দাজতে অনুমান কৰি গুচাই লৈ আগবাঢ়িল। সি মনেই কৰা নাছিল ইমান পৰে যে, নামঘৰৰ কাষৰ বাকৰিখনত জোনাকী পৰুৱাই তৰা ভৰা আকাশ এখন নমাই আনিছিল। সি বাটতে থমকি ৰৈ ঘূৰি চালে। অদূৰত আহতজোপা এটা প্ৰকাণ্ড ছায়ামূৰ্ত্তিৰ দৰে থিয় হৈ আছিল। খালৰ পানীত প্ৰতিবিম্বিত তৰাবোৰে তাৰ মনত বুজিব নোৱাৰা এটা উল্লাসৰ সৃষ্টি কৰিলে। হঠাৎ বীৰৰ বচন শেষ হ'ল ; কুমতি, কেচু, ফৰিঙৰ মিশ্ৰিত বিননিত ঠাইখন গহীন হৈ পৰিল। বৈৰাগীপাৰাত কেইখনমান ঘৰৰপৰা ৰঙা ৰঙা পোহৰৰ ৰেখা তাৰ চকুত পৰিল ; দক্ষিণে ষ্টেচনত, পূবৰ দোকানত ছুই এটা লেমৰ পোহৰ জিলিকি উঠিল। নামঘৰৰ ভঁৰালটোৰ পৰাও গুধুনা-হঁতৰ লেমৰ পোহৰ সৰকি আহিছিল। চাৰিওপিনৰ এই পোহৰবোৰৰ মাজত তাৰ ওচৰে পাজৰে থকা চাৰিওকাষৰ এন্ধাৰখিনিত সি কিবা এটা বুজাব নোৱাৰা নিৰাপত্তা অনুভৱ কৰিছিল।

সি চাৰিওপিনৰ এন্ধাৰবোৰৰ মাজত উদ্দেশ্যহীনভাৱে নিৰিখি নিৰিখি চালে। হঠাৎ এটা দৃশ্য চকুত পৰাত সি চক খাই উঠিল। খালৰ পাৰৰ চুবুৰীটোৰ পৰা আহতগুৰি অহা আলিটোৰ মূৰত আহত জোপাৰ সিটোকাষেই কোনোবা এটা ৰৈ আছিল। এক অদম্য কৌতুহলত সি মন্ত্ৰমুগ্ধৰ দৰে আহতজোপাৰ কাষলৈ আহিল। আহতজোপাত ধৰি সি সেই ছায়ামূৰ্ত্তিটোক ভালদৰে ভৰিৰ পৰা মূৰলৈ চালে—

: মোক যেন সি আগতে দেখা নাই ! কেনেকে চাইছে আকৌ ! তিবোতা মানুহ ! কাৰ জানো ইমান অমুচ্চ মাত ?

: কোন বাক ?

: কোন আকৌ, মই। তই মোক তেতিয়াৰে পৰা দেখাই নাই নেকি ? মইচোন তোক দেখিয়ে আছোঁ।

: অঁ টেমা ;

মূৰত কৰবাত দপ কৰে এচলু তেজে হঠাৎ তগবগাই উঠা যেন অনুভৱ হ'ল মানুহজনীক চিনিপোৱাৰ লগে লগে। সমগ্ৰ দেহত অদ্ভুত এটা কঁপনি উঠা যেন লাগিল তাৰ। সি থৰক বৰক কৰে গছ জোপাৰ সিটো কাষে গৈ তাইৰ ওচৰ চাপিল।

: তইনো তেতিয়া সিহঁত কেইজনীৰ আগতে কেলেই তেনে কৰিলি ? যদি সিহঁতে কাৰোবাক কৈ দিয়ে ?

কথাষাৰ শুনাৰ লগে লগে এটা অভূতপূৰ্ব উন্মাদনাত সকলো ইন্দ্ৰিয় তাৰ জঠৰ হৈ পৰা যেন লাগিল। সি এটা যন্ত্ৰৰ দৰে তাইৰ পিনে আগুৱাই গ'ল। তাই তাৰ গাত হাতেৰে মৃদু এটা ঠেলা মাৰি আঁতৰ হৈ ক'লে—

: যাঃ নিলাজটো কৰবাৰ ! আকৌ আহিছে ধৰিবলৈ ; কৰবাত কোনোবাই দেখক তেহে !

কথাষাৰ কৈয়ে তাত নৰল তাই। বেগেৰে ঘৰৰ পিনে উভতি গ'ল। সিও বহুত কিবাকিবিৰ ভয়ত আগবাঢ়িবলৈ সাহস নকৰিলে। কিন্তু মনটো তাৰ অনাগত বহুত সম্ভাৱনাৰে উদ্দীপ্ত হৈ উঠিল। সি অৱশ্যে তেতিয়াই ঘূৰি নাহিল। সি আশা কৰিছিল, টেমাজনীয়ে হয়তো আকৌ আহি যাবও পাৰে।

সি তাতে বৈ থাকিল। বুকুৰ খৰ হৈ পৰা ধপধপনিটোও তাৰ শুনা শুনা যেন লাগিছিল ইমান নিস্তব্ধ হৈ পৰিছিল তাৰ চৌদিশৰ পৰিবেশ। এনেতে হঠাৎ পাগলীজানৰ দলঙত শুনিলে কৰোবাৰ খোজৰ শব্দ। খোজৰ শব্দ মাৰ যোৱাৰ লগে লগেই স্পষ্ট হৈ পৰিল

পিতাকৰ কাহটো। ভৰিৰ পৰা মূৰলৈকে কঁপনিত সি আলোড়িত হৈ পৰিল। আৰু অলপ দেৰিকৈ হোৱা হলেই সি যে কি এক ভীষণ পৰিস্থিতিত পৰিলহেঁতেন ভাবি তাৰ হৃৎকম্প হ'ল। ঘৰলৈ কেনি আহিল তাৰ মনতে নাছিল। আনকি উত্তেজনাত সি ভাতকে ভালদৰে খাব নোৱাৰিলে সেইদিনা ৰাতি।

বিছনাত পৰাৰ লগে লগে অৱশ্যে ভয় তাৰ অন্তৰ্হিত হৈছিল। আৰু ভয়ৰ ঠাই আগুৰি লৈছিল এটা দুৰ্বাৰ উন্মাদনাই। সি ভাবি ভাবি ঠিক কৰিছিল এটা উপায়। এটা সুদূৰ প্ৰসাৰী উপায়। তাৰ কিন্তু ধাৰণাই নাছিল যে সেই উপায়ৰ ফলশ্ৰুতি তাৰ বাবে কেৱল যে চৰম হতাশাই আছিল এনে নহয়; সেয়া তাৰ বাবে আছিল অত্যন্ত ক্ষতিকৰো।

দাচুৰ খাটাৰামহঁতে অষ্টাৰ নাম দিছে। অষ্টাৰ মানে ওস্তাদ। গান ইমান বেসুৰা গায় যে, কলৰ গানৰ চাবি কমি গলে যি সুৰ শুনা যায় তাতোকৈ বেসুৰা। সি কিন্তু সেই সমন্ধে একেবাৰে বেপৰোৱা। বিশেষকৈ পেটত যেতিয়া কিছু পৰে।

সেইদিনাও সি খাম্পাহঁতৰ ঘৰৰ পিনৰ পৰা ওলাই আহিছিল; বোধকৰোঁ কাৰোবাৰ ঘৰত বেজালি কৰি মাননি পাই আহিছিল। বাটে বাটে পদ এটাকে গাই আহিছিল—একেবাৰে অশ্ৰাব্য সুৰত—

: নিচিনা স্বামীক পাছে
ভলুকা বাঁহৰ কামী চাচে—

আনদিনা হোৱাহেঁতেন সি হয়তো তাক উচটাই দি ৰঙ চালেহেঁতেন। সিদিনা কিন্তু কাৰো লগত লেঠা লগাই লোৱাৰ পৰা সযত্নে বিৰত থাকিব। তাক সেইদিনা একান্ত নিৰিবিলিৰ প্ৰয়োজন আছিল। সি গৈ গৈ অকলশৰে সোনাদোঙৰ দলঙত বহি ললে। আৰু সন্ধিয়াৰ অপেক্ষাত বৈ থাকিল। অন্তৰত বিভিন্ন আকাংক্ষিত সম্ভাৱনাই দলদোপ লগালেহি।

গৰুগাড়ী এখনে ধূলি উৰাই উৰাই দোকানৰ পিনে গৈ আছিল। সিপাৰৰ বিজ্ঞাপৰপৰা দুটা ম'হগৰখীয়াই ম'হৰ পিঠিত উঠি দুহাল ম'হ নদীখন পাৰ কৰাই বৈৰাগীপাৰাৰ পিনে পথাৰেৰে পোনাই লৈ গৈছিল।

বিজ্ঞাপত অথনিৰে পৰা মাতি থকা তিতৰ চৰাইজনী অলপ আগতে নীৰৱ হৈ গৈছিল। তাৰ সন্মুখৰ পিনে পানীত হালি পৰা ইকৰা এডালত ইমান পৰে চোপ লৈ থকা মাছৰোকাজনী কেতিয়া কোনপিনে উৰি গ'ল সি গমকে নেপালে। দোঙটোৰ পাৰত শোৱা গছজোপাত

জপিয়াই চিঞৰি কিবা বিচাৰি ব্যস্ত হৈ থকা দহিকতৰাজনীত বাদে সকলো নিথৰ হৈ পৰিছিল।
সি অনুক্ষণ টেমাজনীৰ কথাই ভাবি আছিল। অকণ বিমূঢ়ও হৈছিল, কিয়নো সেই ঘটনাৰ পিচৰ পৰা টেমাজনীক সি কতো দেখা নাছিল। তাৰ মনত পৰিছিল। দোভাগীৰ সেই ঘটনাটো। মিলিটাৰীয়ে খেদাৰ পাচত মাকে যে তাক মাৰিছিল আৰু কলৈকো আহিবলৈ দিয়া নাছিল! টেমাজনীৰ ক্ষেত্ৰতো সেইটোৱে হোৱা নাই তো? সি মনে মনে প্ৰশ্ন কৰি তাৰ উত্তৰ বিচাৰি চিন্তিত হৈ পৰিল।

: আজি নো মাক (অশ্লীল) আকৌ বৰষুণ আহে নেকি? বতৰৰ মায়া চ.লা বুজাই টান।

খাম্পাৰ কথাযাৰত সি পৰিৱেশৰ প্ৰতি সচেতন হ'ল। উত্তৰ-পশ্চিম চুকত এডৰা মেঘ উঠি আহিছিল লগত বিজুলীৰ টিপ চাকি লৈ। লগৰ ভেলেকেও সহাঁৰি দিলে –

: সৌৱা চোন উত্তৰ-পশ্চিমৰ পৰা থাক জিলিকাই উঠি আহিছে মেঘ।

সিহঁত দোকানৰ পিনৰ পৰা আহি সোনাদোঙৰ কাঠৰ দলঙত উঠিছিলহি। হুহু নে ফেচা এটা বহি থকা বাঁহৰ দলঙখনৰ সিটোমূৰে খুটি এটাত পৰিছিল। নিথৰ নিতত হৈ থকা দেখি বোধকৰোঁ তাক জীৱন্ত মানুহ বুলি চৰাইটোৱে ভবা নাছিল। দহিকতৰাজনীৰ মাতবোৰ একেবাৰে পাতল হৈ পৰিছিল। পানীত দুই এটা মাছৰ শব্দ শুনা গৈছিল। ওচৰৰ বাকৰিখনৰ পৰা লোহাৰ জইষ্টত জোৰকৈ ভৰিপতা পেলালে হোৱা শব্দৰ দৰে দিনকণা চৰাইৰ মাত ভাহি আহিছিল। নদীৰ পানীত তৰাৰ প্ৰতিবিম্ব স্পষ্ট হৈ উঠিছিল। এন্ধাৰ গাঢ় হৈছিল।

: হুহু এইটো কোন অ'?

: অ' খুৰাহে। কি কৰিছ এন্ধাৰত? নে ভেলেকৰ নিচিনা কোনোবা জীয়াক মনে খাইছ? সেইদেখি মন বেয়া কৰি বহি আছ!

: ধেত্‌ পগলা ! কি যিহকে তিহকে বলকিছ !

ভেলেকৰ বাধা পাই থাম্পা আৰু বেছি উল্লসিত হৈ ক'লে—

: অ' এতিয়া মইহে পগলা হলোঁ ; মাকৰি মাহেইৰ বাবে কোন বা পগলা হ'ল, এতিয়া আকৌ মইহে পগলা ?

ভেলেকে অনুচ্চ ধমক দি থাম্পাক কিবা এষাৰ কৈছিল। কিন্তু আঁতৰি যোৱা দেখি সি মুগুনিলে। তাৰ মন হঠাৎ বিক্ষিপ্ত হৈ পৰিল থাম্পাৰ সন্দেহষাৰ যিমানেই নৈমিত্তিক বা নিৰীহ নহওক লাগিলে, কিন্তু সত্যৰ একেবাৰে কাষ চাপি যোৱা দেখি তলে তলে সি বিষম ভয়ো খালে। মনৰ একাগ্ৰতা তাৰ হঠাৎ দীৰ্ণ বিদীৰ্ণ হৈ পৰিল। পৰম বিৰক্তিত সি ঘৰলৈ কোবাকুবিকৈ উভতিল। নামঘৰৰ মুধচৰ বাটটোৱেদি আহতগু'ৰলৈ আহি থাকোতে এন্ধাৰত এটা দৃশ্য দেখি বুকুখন তাৰ হমৎ কৰে উঠিল। কোনোবা এটা আহতৰ গুৰিত নিশ্চল হৈ বৈ আছে। সি চাই কিবা এটা ঠাৱৰ কৰাৰ আগতে সমস্ত শৰীৰ এটা আকাংক্ষিত সম্ভাৱনাৰ আশাত তাৰ ৰোমাঞ্চিত হৈ উঠিল।

সি সন্তৰ্পণে আগবাঢ়ি গৈছিল। আহতগুৰিৰ ওচৰ পাই দেখিলে যে, মানুহগৰাকী তাত নাছিল। অলপদূৰ আগত সি এটা ছাঁ গৈ থকা যেন দেখি আগবাঢ়ি গ'ল। এনেতে পিছফালৰ পৰা এটা কাহ শুনিলে আৰু হঠাৎ তাৰ দেহৰ পৰা নিমিষতে সমগ্ৰ চেতনা নিঃশেষিত হৈ যোৱা যেন অনুভৱ হ'ল। কি কৰিব কি নকৰিব ভাবি সি হতবুদ্ধি হৈ পৰিল।

পিতাক পাৰ হৈ যোৱাৰ পাচতে বহুত পৰ সি একেঠাইতে থিয় হৈ থাকিল। ঘৰলৈ ঘূৰি আহি কাৰোবাৰ মুখামুখি হোৱাৰ ভয়ত সি কাকো একো নোকোৱাকৈ বিছনাত শুই পৰিল। মাকে সি ভাত চাত নোখোৱাকৈ শুই থকাৰ কথা কোৱাত পিতাক কলে যে, সি চোন দোঙ পাৰলৈ গৈছিল।

পিতাকৰ কথাষাৰ শুনি তাৰ ভীষণ ভয় লাগি গ'ল। সি মূৰে গায়ে কম্বলখন ঘুম মাৰি লৈ নিতত হৈ পৰি থাকিল। সি ভাবিছিল পিতাক

আহোতে তাক লক্ষ্য কৰা নাছিল। কিন্তু পিতাকৰ কথাৰ পৰা সি নিশ্চিত হ'ল যে, পিতাকে তাক সেই ছায়ামূৰ্ত্তিটোক অনুসৰণ কৰা দেখিছিল।

: তাৰো পৰীক্ষাৰ খবৰটো চোন ইমানদিনে নোলালেই।

স্বগতোক্তি কৰাৰ দৰে শুনা গৈছিল পিতাকৰ কথাষাৰ। তাৰ কিন্তু পৰীক্ষাৰ খবৰৰ বিষয়ে চিন্তা কৰাৰ অৱকাশ নাছিল। তাৰ একমাত্ৰ দুশ্চিন্তা হৈছিল, পিতাকে সেই ছায়ামূৰ্ত্তিটোকো দেখিছিল নেকি, সেই লৈহে। গোটেই ৰাতিটো তাৰ ভালদৰে টোপনি নহ'ল।

খাম্পাই তাৰ ভুল ভাঙি দিছিল কেইদিনমানৰ পাচত। খাম্পাও তাক দেখিছিল এন্ধাৰত সিহঁতৰ দোঙপাৰ চুবুৰীৰ পিনে আহি থকা। সি সন্দেহ কৰিছিল সিও হয়তো দাচুৰ দৰে দোঙপাৰলৈ যোৱা আৰম্ভ কৰিছে। আচলতে তাৰ আগে আগে খাম্পাইহে গৈ আছিল।

সি অৱশ্যে ইতিমধ্যে সতৰ্ক হৈ পৰিছিল। আৰু যেতিয়া শুনিলে টেমাৰ বিয়াৰ ঠিক হৈ গৈছে, সি যিমান হতাশ হব লাগিছিল সিমান নহল। ব্যথাও অনুভৱ নকৰিলে, যিমান কৰিব বুলি সি এদিন ভাবিছিল। বহুদিন ভুগি থকা কষ্ট এটাৰ যেন অৱসান ঘটিল, বহুদিন অসুখত মৃতপ্ৰায় হৈ থকা দুৰাৰোগ্য ব্যাধিৰ যন্ত্ৰণাত তিলে তিলে ক্ষয় হৈ যোৱা এটা শিশুৰ যেন মৃত্যু হ'ল এনে এটা মিশ্ৰ অনুভূতি হ'ল অন্তৰত।

বাটত গৈ থাকোতে মনক একেবাৰে চিন্তামুক্ত কৰিবৰ চেষ্টাৰে সি তলমূৰকৈ গৈ আছিল। কিন্তু চিন্তাবোৰ যেন আবেলিৰ আকাশৰ তৰাহে। বেলি ডুবাৰ পাচত তৰামুক্ত আকাশখনত দৃষ্টিৰে বিচৰণ কৰি হঠাৎ এটা তৰা আৱিষ্কাৰ কৰা হয়। ভবা হয় সেইটোৱে একমাত্ৰ তৰা যিটো আকাশত চকুৰে দেখা হৈ পৰিছে। কিন্তু নিমিষটোৰ পাচতে চালে তাৰ অদূৰত আকৌ এটা তৰা দেখা যায়; আকৌ এটা, আকৌ এটা আৰু এসময়ত তৰাবোৰ লেখি লেখি লেখিব নোৱাৰা হৈ পৰে। অথচ মাটিৰ পৰা দৃষ্টি ঘুৰাই হঠাৎ চালে আকাশ

পুন তেতিয়াও নক্ষত্রহীন হৈ থকা যেন লাগি যায়। তাৰ মনৰ অৱস্থাও তেনেই হ'ল। ভাবিব নোখোজাতো চিন্তাবোৰ বাটৰ দুয়োকাষৰ ঘঁাহনিবোৰৰ পৰা উৰি আহি মনত লাগি আছিল। পৰীক্ষা, টেমা, পিতাক, হৰিচৰণ আৰু যুদ্ধ এনে এশ এবুৰি চিন্তা।

যুদ্ধ কিন্তু ভালদৰেই লাগি পৰিছিল। সিহঁতৰ ৰেল আলিটোত প্ৰায় ঘণ্টাই ঘণ্টাই গাড়ী চলিছিল। আকাশত উৰা-জাহাজো বেলাটোত অন্ততঃ এখন যাবই। তদুপৰি দোকানলৈ বিশেষকৈ নেৱাজ আৰু ৰামচন্দ্ৰৰ তালৈ গুৱাহাটীৰ পিনৰ দুই এখন লৰীও আহে আজি-কালি। ৰেলৰ আলিত বন্দুকধাৰী মিলিটাৰী এতিয়াও ঘূৰি ফুৰে। সেয়েতো সি অলপ সকাহ পাইছে মনত, পৰীক্ষাৰ খবৰ সোনকালে নোলোৱা দেখি। পিতাকৰ মনৰ ভাবটোও সি মাজে মাজে শুনা আলোচনাবোৰত স্পষ্ট হৈ পৰিছে। তাক পাচ কৰিলে কলেজলৈ পঠাবই। আৰু গুৱাহাটীত যুদ্ধৰ এনে ধামখুমীয়াত তাৰ যোৱাৰ একেবাৰে মন নাই।

তাৰ সেইদিনা দোকানলৈ অহাৰ এটা মতলবো আছিল। গধূলি সময়ত হয় ঘোষ নহয় প্ৰসন্নৰ দোকানত বহিলেই যুদ্ধৰ খবৰ পোৱা যায়। সি তাকে লবলৈ আহিছে। অন্ততঃ গুৱাহাটীৰ পৰিস্থিতিৰ আভাস লব পৰা হব। গুৱাহাটীৰ টাট্‌কা খবৰবোৰ পিচে মাজে মাজে পোৱা যায় নেৱাজ বা ৰামচন্দ্ৰৰ গোলাত। লৰীৱালাকেইটাই দুই এটা খবৰ আনে কিন্তু সবিশেষ খবৰ আনে নেৱাজৰ গোলাত নতুনকৈ গাদী খোলা কেঞাজনৰ ডেকা ভায়েকটোৱে; সি বেপাৰৰ কামত প্ৰায় গুৱাহাটীলৈ গৈ থাকে।

সিহঁতৰ গোলাত বিশ্বামিত্ৰ এখনো ৰাখে। ঘোষে ৰাখে এখন আনন্দ-বাজাৰ। নবীনেও কিবা এখন বাতৰি ৰাখে। গুৱাহাটীৰ অসমীয়া সাপ্তাহিক বাতৰি এখন পূৰ্ণই ৰাখে। প্ৰায়ে তিনি চাৰি সপ্তাহৰ কাকত একেলগে আহে। বিশ্বামিত্ৰ আৰু আনন্দবাজাৰ পিচে বণ্ডিয়াৰ পৰা ৰেলত এদিন পিচতে আহি পায়।

বিশ্বামিত্রত বাদে বাকী কাকতবোৰ পোষ্টমাষ্টৰেই পঢ়ে; আৰু মাৰোৱাৰী গোলাৰ খবৰবোৰো সিয়েই সংগ্ৰহ কৰে। তাৰ পাচত নিতউ গধূলি হয় প্ৰসন্ন, নহয় ঘোষৰ দোকানত জমা আড্ডাত মাষ্টৰেই মধ্যমণি হৈ আপামৰ জনসাধাৰণৰ কাৰণে বাতৰি, সমালোচনা, মতামত আদি পৰিৱেশন কৰে।

সেইদিনা ঘোষৰ দোকানৰ সমুখত মুকলিখিনিত নিতউ বহাৰ দৰে আড্ডা বহিছিল। প্ৰসন্ন, ৰবি, ঘোষ এনেকে দোকানৰ প্ৰায় কাম নথকা দহ পোন্ধৰজন মানুহৰ মাজত হাতত কাকত, নাকত চশমা আৰু মুখত তুফানি বিৰী এটা জ্বলাই লৈ মাষ্টৰে ব্যস্ত হৈ পৰিছিল মুখৰোচক খবৰ পৰিৱেশন কৰাত।

সি ওচৰতে আলিৰ দাঁতিত থিয় হৈ শুনি আছিল যুদ্ধৰ আলোচনা। খবৰবোৰ কৈ কৈ হঠাৎ হিটলাৰৰ ওপৰত মাষ্টৰৰ প্ৰচণ্ড খং উঠি গৈছিল—

: সেই গৰুটোৱে যে, কি কৰি আছে? হেঁচা মাৰি একেবাৰে কাবুলৰ ইপিনেদি সোমাই আহিলেই হল। আমাৰ ইফালে গফৰ খানতো আছেই। আৰু তাত পাঠান মখাহে আছে। তাতনো ক'ৰ এডাল গোৰা চিপাহী আছেগৈ সি যে তাকে ভাবি আছে!

প্ৰসন্নই হিচাব এটা কৰি মন্তব্য দিলে—

: হেৰি অ' মাষ্টৰ; মই কি ভাবিছো জান! লোকক লোকে কথা সিও নিজৰ লাভ লোকচান বুজিহে কাম কৰিব। আমি বিচাৰিলেই সি সোমাই আহিব জানো?

পোষ্টমাষ্টৰ খন্তেক নিৰুত্তৰ হৈ ৰ'ল। বোধকৰো প্ৰসন্নৰ যুক্তিযাৰ হিটলাৰৰ ক্ষেপত প্ৰযোজ্য হয়নে নহয় তাক চিন্তা কৰিলে। অলপ পাচত বৰ চিন্তাক্লিষ্ট হৈ ক'লে—

: তহঁতে এটা কথা মন কৰিছনে?

কোনোবাই কিবা সোধে নেকি বুলি অলপ বৈ কোনেও একো নোকোৱা দেখি মাষ্টৰে আকৌ ক'লে।

: চুভাচ বচুৰ খবৰ নাই আজি কিছুদিনৰ পৰা।

: সেই বেংগলী মানুহজনৰ নে ?

ৰবি মহাজনৰ প্ৰশ্নবাৰৰ উত্তৰত চকুৰে মুখে বিতৃষ্ণা প্ৰকাশ কৰিলে মাত্ৰ। একো নকলে। সি থিয় হৈ থকাৰ পৰাই ঘোষ দোকানীৰ মুখলৈ চাইছিল। অৱশ্যে কোনো প্ৰতিক্ৰিয়া তাৰ চকুত নপৰিল।

: মোৰ মনটো বৰ বেয়া লাগি আছে। আমাৰ আচামত সোমোৱা খবৰটোও পালোঁ ; তাৰ পাচত আৰু খবৰ নাপাওঁ। আজি দুপৰীয়া সেই মাৰোৱাৰী ল'ৰাটোৱে ক'লে—এই নেৱাজৰ ভাত বহা কেঞাটোৰ ভায়েক যে, কি বা আছিল নামটো ?

: জানো মাক ( অশ্লীল ) চিউকৰণ না চিবকৰণ, চিউকৰণো বোলে চিবকৰণো বোলে, তাহাঁতৰ নামবিলাক মনত ৰখাই টান।

ৰবি মহাজনৰ খবৰটো আওকাণ কৰি মাষ্টৰে কলে যে সিয়েই কলে, সিহঁতৰ গাড়ী এখন হেনো কিবা বেত নে কি দিবলৈ উজনিলৈ গৈছিল। আচামৰ উজানত হেনো ইংৰাজৰ ৰাজ নায়েই আজিকালি। সি আকৌ কেনেকে জানিলে—মাষ্টৰে হাঁহি হাঁহি প্ৰশ্নটো তুলি নিজেই ৰহস্যময় কৰি কাহিনীটো কৈ গ'ল।

ড্ৰাইভাৰটোক হেনো এটা গেটত যাবলৈ বন্ধ কৰা হ'ল আৰু তাতে বেতখিনি থৈ যাবলৈ কোৱা হ'ল। আৰু মিলিটাৰীৰ কথা। নানামিওতো উপাই নাই। সি বেতখিনি তাতে পেলাই থৈ গুচি আহিল। বাটত আহোতে তাৰ চিনাকি ড্ৰাইভাৰ এটা পাই সুধিলে, ঘটনাটো কি ?

সি বোলে তাক কাণে কাণে কলে, গেটটোৰ অলপ আঁতৰত নদী এটা আছে। তাৰ সিপাৰে একেবাৰে আজাদ হিন্দ ফৌজৰ সেনা আৰু জাপানী সৈন্যই ঠাহ খাই আছে। মাষ্টৰে কৈ কৈ আত্মসন্তুষ্টিত আত্মহাৰা হৈ এইবাৰ তজো খোৰাৰ চালাকীৰ ভাবিক্ কৰি ক'লে—

: জাপানৰ তজো খোৰা কিন্তু কম নহয় বেটা। চালা কণা, কুজা, লেঙুৰ, ভেঙুৰ ; এই চাবি জাতি হাৰামৰ নেগুৰ। এনেয়ে আগৰ

বুৰাবিলাকে কোৱা নাছিল। মণিপুৰৰ সিফালে গোটেইখন পৰ্বত; ইপিনে পাটকাই, নগাপৰ্বত—আমাৰ পূবপিনে পৰ্বতে পৰ্বত। জাপানত নো সাগৰৰ মাজত ক'ত এডাল পৰ্বত আছেগৈ? জাপানী-বোৰে আচলতে পৰ্বতত তেনেকৈ সুবিধা কৰিব নোৱাৰে। সেইবাবে সি এটা বুদ্ধি উলিয়ালে। আমাৰ চুভাচ বচুৰ লগত মিত্ৰতা কৰি দিলে আমাৰ আজাদ হিন্দ ফৌজক লগাই।

তজোৰ আচৰণ সম্পৰ্কে মাষ্টৰক আশ্বস্ত হোৱা যেন লাগিল আলাপ আলোচনাবোৰ শুনি। কিন্তু সি সন্দিহান হৈ পৰিল চাৰ্চিলৰ সততা সম্পৰ্কে। সি হঠাৎ তজোৰ প্ৰসংগ বাদ দি ক'লে—

: এই চাৰ্চিলটোও পিছে বৰ বদমাছ। যুদ্ধৰ পাচত ই বা আকৌ কি খেলা দেখুৱায়?

: জানো আৰু, সিহে জানিব কি খেলা দেখুৱায়?

ৰবিৰ মন্তব্যত মাষ্টৰ জাঙুৰ খাই উঠিল—

: সি জানিলেই হবনে? এটা জাতিৰ জীৱন মৰণৰ কথা, সি অকলে জানি লৈ বহি থাকিলেই হবনে? আমাৰো জনাৰ দস্তুৰমত অধিকাৰ আছে?

মাষ্টৰৰ কথাৰ থুনুপাক খোল খাই পৰিছিল। এনেতে আলিবাটৰ পৰা পূৰ্ণ ভলন্টিয়াৰে চিঞৰি সুধিলে—

: কি অধিকাৰহে মাষ্টৰ? কি অধিকাৰৰ কথা কৈছা?

পূৰ্ণ ভলন্টিয়াৰক মাষ্টৰ আৰু ঘোষে আগবাঢ়ি গৈ বাটৰ পৰা লৈ আহিল আৰু বিভিন্ন প্ৰশ্নেৰে মাষ্টৰে তাক মুখ মেলিবলৈকেই সুযোগ নিদিলে। কিয়নো প্ৰশ্ন ভলন্টিয়াৰক কৰেহে, তাৰ উত্তৰটোও মাষ্টৰে নিজেই দি যায়। শেষত এবাৰ সুযোগ পাই ভলন্টিয়াৰে কলে যে, সি আৰু নবীনে গাঁৱে গাঁৱে ঘুৰি বাইজৰ ভাব গতি বুজি আছে। সকলো আগৰ দৰেই আছে। মাত্ৰ মহাত্মাই কোৱা গুণে যুদ্ধৰ সময়ত একো কৰা নাই। কিন্তু লাগ বুলি কলেই এই মুহূৰ্তে মাৰি বান্ধি লাগি যাব।

পূৰ্ণ অহাৰ পাচত কথা নজমিল। পোষ্টমাষ্টৰো এসময়ত পাম যোৱা চাইকেলৰ টিউবটোৰ দৰে লেউসেউ হৈ চকীত আউজি চকুহুটা মুদি দিলে। সি তাৰ পৰা ঘৰলৈ ঘূৰি আহিল। অলপ পাচতে ঘোষে চকী-বেঞ্চিবোৰ ভিতৰত থকাৰ কাৰণে কামকৰা মানুহটোক চিঞৰি মাতিলে। মাষ্টৰে সজাগ হৈ উঠি আহিল। লগে লগে বৈৰাগীপাৰাৰ ভেলেকো আহি আছিল।

মাষ্টৰক উৎসাহিত কৰিবৰ উদ্দেশ্যেই ভেলেকে হয়তো কৈছিল—

ঃ চালা হিটলাৰ নে কি সেইটো হনুমান হব লাগিছিল একেবাৰে কিযে নকৰিলেহেঁতেন! নহয়নে পেহা?

তাৰ কথাত মাষ্টৰে ভেকাহি মাৰি ক'লে—

ঃ হিটলাৰ এনেই ভালে আছে। হিটলাৰৰ বোমা এটা মাৰিলে তোৰ সেই বীৰ হনুমান ছাই উঠি যাব।

ভেলেকে ক্ষীণ প্ৰতিবাদ কৰি কলে যে, হনুমানেতো মায়া জানিছিল। বোধকৰোঁ নিদাৰুণ ঘৃণাত মাষ্টৰ মনে মনে থাকিল। আনকি ভেলেকে বৈৰাগীপাৰা চুবুৰীৰ পিনে যোৱা চকটোত যেতিয়া মাষ্টৰৰ সতে এৰাএৰি হ'ল, তেতিয়াও এষাৰ মাত নিদিলে।

মাষ্টৰৰ এই স্বভাৱটোকে গাঁৱৰ মানুহে পচন্দ নকৰিছিল। তাৰ লাইনৰ কথাত পৰিলে যাকে যি পায় তাকে ব্যৱহাৰ কৰে। ডাঙৰ সৰু বাচবিচাৰ নকৰে। ঠিক এনে এটা কাৰণতে এদিন মাষ্টৰে গাঁৱৰ মানুহবোৰক তাৰ ঘৰলৈ মাতি আনিব নোৱাৰি একৰকম হতাশ হৈ পৰিছিল। আৰু ফলত আটাইতকৈ সি যাক অৱজ্ঞা কৰিছিল তাৰেই শৰণাপন্ন হবলৈ বাধ্য হৈছিল।

ঘটনাটো দিনতেই ঘটিছিল। নহলে হয়তো কথা বিষমেই হ'লহেঁতেন। ৰাতি হোৱাহেঁতেন ল'ৰা-ছোৱালীয়ে ঘৰখনৰ যে কি গতি হ'লহেঁতেন ভাবিবই নোৱাৰি। যাৰ পিচে এনে চিন্তা হোৱাটো স্বাভাৱিক আছিল, তাৰ মনত তেনেবোৰ দুৰ্বলতাৰ বাবে হয়তো অৱকাশেই নাছিল।

ছবিৰাম মাষ্টৰে গোটেই বহাগ মাহটো গাঁওত আৰু ওচৰে পাজৰে তাৰ অঞ্চলত, পুৰণা জাপবোৰ সলাই ঘৰৰ ল'ৰা ছোৱালীবোৰক নতুন মন্ত্ৰপুত জাপ দি নিমন্ত্ৰণ খাই ফুৰিছিল; যিটো প্ৰতিজন বৈদ প্ৰতি নতুন বছৰৰ লগে লগে কৰে। সেইদিনাও কাৰোবাৰ তাত তাৰ নিমন্ত্ৰণ আছিল। ঘৈণীয়েকে সৰু সৰু ল'ৰা দুটা লৈ কাষৰ মাকৰ ঘৰত আছিল। হাঠিমুদ্রি বুৰী আছিল বিধবা; জীয়েকৰ কষ্ট চাই থাকিব নোৱাৰি একেবাৰে অনিচ্ছাসত্বেও অঘৰী জোৱায়েকক বুঢ়ীয়ে নিজৰ ভেটিতে আশ্ৰয় দিছিল।

সেইদিনা বহাগৰ শেষ। আবেলি। হঠাৎ ক'ৰ পৰা যে, ধুমুহা এজাক আহিল। কেইটামান মুহূৰ্ত্ত মাত্ৰ। তাতে সিহঁতৰ বাৰীৰ পিচপিনৰ চেৰাগছ জোপাৰ ডাঙৰ ডাল এটা ভাঙিলে, বৈৰাগীপাৰাৰ ভেলেকহঁতৰ পথাৰত অকলশৰে থকা বাঁহৰ চোবটো বগৰাই দিলে আৰু পোষ্টমাষ্টৰৰ একমাত্ৰ ঘৰটো শুৱাই থৈ গ'ল।

ধুমুহাৰ সময়ত সি ঘৰতে আছিল। আইতাকে বায়েকক কৈ পীৰা, কাকৈ যতনাই থৈছিল চোতালত। বৰদৈচিলাজনী আহি একো বিশেষ লৈ নগল, সেই চেৰা গছৰ ডালটো লৈয়ে সন্তুষ্ট হৈ গ'ল। আইতাকৰ মতে সেয়া আছিল পীৰা কাকৈ দি মান ধৰাৰ গুণ।

গাঁৱত ঘটা অনৰ্থবোৰৰ বিষয়ে সি পিচে অলপ পাচতে গম পাইছিল। ধুমুহা যোৱাৰ অলপ পাচতে বতৰটো একেবাৰে জলমল কৰি উঠিছিল। সি দোকানলৈ যোৱা ডাঙৰ আলিৰ কাঠৰ দলঙত বহি বৰষুণৰ পাচত

মানুহবোৰৰ খেলা চাই আছিল সোনাদোঙ আৰু পাগলাজান যত মিলিছেহি, তাত।

তাৰ সন্মুখত দুয়োটা জান মিলি কোবেৰে গৈ এটা বাক্সৰ ওপৰেদি যিটো কুৰত পৰিছে তাৰ বামৰ পিনে দুৰ্গাপূজাৰ প্ৰতিমাৰ পৰ্বতখনৰ বাঁহৰ কামীবোৰ বিশৃংখল হৈ ওলাই থকা দেখি পুৰণি বহুত কথা তাৰ মনত পৰিছিল। সি সকুকালৰ কিবাকিবি চিন্তাত বিভোৰ হৈ থাকোতেই মণিৰামৰ গাড়ীখনে কাঠৰ দলঙত শব্দ কৰি কঁপাই পাৰ হৈ গৈছিল। তাৰ কাষ পাওতেই চলিথকা গাড়ীখনৰ পৰা জাপ মাৰি শুখুনা নামিল আৰু তাৰ কাষ চাপি আহি বহি ললেহি।

সি সুধিবলৈ একো মনত নপৰাত ক'লে—

: তইঁতৰ পালা আৰু ক'ত আছে ?

: পালা নাই। জেঠ আহিলেই নহয়, পালাৰ বতৰ গ'ল। মাত্ৰ শিঙিমাৰীত গোসাইঘৰত এৰাতি আছে জেঠৰ পাঁচদিন যোৱাত।

: শিঙিমাৰী মানে সেই শিঙিমাৰীতো ?

: অঁ অঁ, আমি যে সৰুতে ভাবিছিলোঁ। তাতকে আৰু দূৰ ঠাই নাই বুলি ?

শুখুনাই ডাঙৰকৈ হাঁহি দিয়াত, তাৰো হাঁহি উঠিল।

: আমিও যে সৰুতে আছিলোঁ! তেনে নহৈনো হ'ম কি ? চালা মাক ( অশ্লীল ) দোকানখনকে আমাৰ গাঁৱৰ পৰা ভালদৰে নেদেখোঁ। ইফালে হাবি, সিফালে হাবি। এটা দূৰৰ বস্তু দেখা নাপাওঁ। আকাশক লাগি চালেও সিফালে জাৰণি ইফালে জাৰণি। আমি তেনে নহৈ কোন হব ?

শুখুনাৰ কথাত সমৰ্থন জনাই সি ক'লে—

: আমাৰ মাষ্টৰ পেহাই অলপ দেশ দেখিছিল।

: সি এটা দলাৰ বগৰী। মস্ত অহংকাৰী পিচে। আজি তাৰ ঘৰটো বতাহত ভাঙিছে ৰ ; চাওচোন কেনেকে ভাল কৰি লয়। গাঁৱৰ মানুহকতো সি মানুহ যেনেই নাপায়!

সি পিচে অন্তৰেৰে শুখুনাৰ কথাখিনি মানি লবলৈ টান পালে। কিন্তু প্ৰতিবাদ কৰিবলৈও তাৰ সাহস নহ'ল। কিয়নো প্ৰতিবাদ কৰাৰ বাবে যি মানসিক প্ৰস্তুতিৰ প্ৰয়োজন সেয়া তাৰ নাছিল। সি মনে মনে কিছুদিনৰ পৰা ভীষণ ক্লান্তি অনুভৱ কৰিছিল। সেই বাবে কথাৰ মোৰ ঘুৰোৱাৰ মনে সুধিলে—

: তই কলৈ যাব বাৰু ?

: বুঢ়াৰ অসুখ হৈ আছে অ'। অস্তাৰে কিবাকিবি দাৰু দিছিল, জাপজৰীও দিছিল। ভাল নহ'ল। ৰোগীৰ অৱস্থা দিনে দিনে বেয়াহে। তাকে আজি গোলক ডাক্তৰৰ তালৈ যাওঁ। মণি দাদাৰ গাড়ীত বেহাৰ এক পাল্লা দি পঠাইছোঁ।

: কিনো অসুখ ?

: জানো কি ? কোনোবাই কৈছে হান্ মাৰা ফুটনি, কোনোবাই কৈছে কিবা গুটিজ্বৰ নে কি ? জানো মাক (অশ্লীল) কি হৈ আছে ? বয়সো হ'ল নহয় ! ইপিনে বেহাৰত বা কি দাম পায় ঘণ্টা ! ডাক্তৰ বিলাকৰ তাত চোন যাবই নোৱাৰি দুই চাৰি অনা পইচা লৈ।

কথাষাৰ শেষকৰি সি লাহেকৈ যাবৰ বাবে সাজু হ'ল। সি যোৱা বুলিয়ে ভাবিছিল কিন্তু হঠাৎ তাৰ সহাঁৰি পাই ঘূৰি চালে। সি দেখিলে শুখুনাৰ চকুৱে মুখে এটা তীব্ৰ অনুভূতিৰ ছাপ। মুখৰ ভাবাবেগ বা দৃষ্টিৰ দিক সলনি নকৰাকৈ শুখুনাই ক'লে—

: বুজিছ, মই শুনা কথা বুলি বৰ গুৰুত্ব দিয়া নাছিলোঁ; আজি নিজ চকুৰে দেখিলোঁ।

: কি বাৰু ?

: সৌ ভেলেক আৰু মাকৰি বাইক চাচোন।

এইবাৰহে তাৰ চকুত পৰিল, ভেলেকে পাগলীজানৰ পাৰত ৰক্তা এভাৰ লৈ জংঘলৰপৰা ওলাই আহিছিল আৰু অলপ দূৰত মাকৰিয়ে কৰ্কালত খালৈ এটা বান্ধিলৈ জানৰ পাৰলৈ উঠিছিল। তাৰ মনত

পৰিছিল এদিন গধূলি সোনাদোঙৰ দলঙত খাম্পাই কোৱা কথাবাৰ। তথাপি আজল মঠালি কৰি সুধিলে—

: দেখিলোঁ, তাৰে কি হ'ল আকৌ।

: দুয়ো বৰতানিডৰাৰ পৰা দুফালে ওলাই গ'ল।

কথাবাৰৰ তাৎপৰ্য দুয়োৰে মনত ইমান প্ৰকট হৈ পৰিল যে, কোনেও কাকো একো নকলে। শুখুনাই শেষত হতাশ হৈ ক'লে—

: য'কদে, যাৰ যি মন যায় তাকে কৰি য'ক। আমাৰনো কি? জলকীয়া যিমানে খাবি, নিজৰে কটি পুৰিব। তাত আমাৰ কি?

শুখুনা যোৱাৰ পাচত সি মাকৰিৰ কথাকে ভাবিলে। বিধবা মাকৰ একমাত্ৰ ছোৱালী তাই। তাৰ সমন্ধীয়া বাই। শুখুনাৰো। টেমাইঁতৰ বয়সৰে ছোৱালীজনী। কিন্তু তাইঁতকৈ দেইটো লনী; চকুহালো ডাঙৰ ডাঙৰ। মুখখন চুচিকটা নহলেও বহল নাছিল টেমাইঁতৰ দৰে। টেমাইঁতৰ খোজবোৰ আছিল গদপাগদপ; মতামানুহৰ দৰে। তাইৰ খোজবোৰ আকৌ হাবিৰ উত্তেজিত নোহোৱা বাঘিনীজনীৰ দৰে। খোজেপতি নিশব্দে ককাঁলটো যেন এই ভাগি পৰে।

সি পুনৰ ঘূৰি চালে মাকৰিৰ পিনে। তাই জানটোৰ পাৰে পাৰে গৈ দলঙৰ ঘাটত ৰ'ল। ভেলেকে পোনাই দিছিল আহতগুৰিলৈ। মাকৰিক যেন সি লক্ষ্যাই কৰানাই এনে এটা ভাবত।

তাৰ দুদিন পাচতে শুখুনাও যে ভেলেকৰ লগত ইমান স্বাভাৱিক আচৰণ কৰিব পাৰিব সি ভবাই নাছিল। পোষ্টমাষ্টৰৰ ঘৰত শুখুনাৰ আচৰণ দেখি সঁচাকে সি আচৰিত হৈছিল।

শুখুনাই সেইদিনা ঠিকেই ইংগিত দিছিল। পোষ্টমাষ্টৰে দুদিন মতাতো তাৰ ঘৰ ভাল কৰিবলৈ মানুহবোৰ অহা নাছিল। কিন্তু নিজৰ ল'ৰা-ছোৱালী হ'ল বুলি কিমানদিন শাহুৱেকৰ ঘৰত ৰাখিব আৰু কিমান-দিন নিজেও গালি শপনি খাই খাই শাহুৱেকৰ চৰুৰ ভাত খাব! মাষ্টৰে ভাবিলে মানুহ মাতি ঘৰটো ঠিক কৰাই লব লাগিব। কিন্তু

ছুদিন মতাতো যেতিয়া কোনো নাহিল নিরুপায় হৈ আটাইতকৈ যাক অৱহেলা কৰে সেই হাঠিমুম্লি বুঢ়ীৰ শৰণাপন্ন হবলগাত পৰিল।
বুঢ়ী জাঙুৰ খাই উঠিল প্ৰথমে—

: চালা হাত নোহোৱা কোঙা কৰবাৰ! তোক দেখিছেই নিষ্কৰ্মা; তোক কোনে সহায় কৰিব। মুখখন হলে ফক্ ফক্, একেবাৰে ভাৰস্তৰ কথা কিমান শুনিবি! হাত দুখন হলে কোঙা!

হাঠিমুম্লি বুৰীৰ খণ্ড উঠাৰ কাৰণো আছে। গাঁৱৰ মানুহেও তেনে সন্দেহকে কৰে। দুতিৰামক কোনেও আজিলৈকে চকোৱাৰ গাঁথি এটাকে দিয়া দেখা নাই। ঘৰটোও সেই বতাহত যি পৰিল, তেনেকৈয়ে পৰি থাকিল। বা অকণ বেৰকেইখনকে উঠাই থব, বা এটা খুটাকেঁ তুলি থব, সেইবোৰ নাই। আনকি ঘৰৰ লাম-লাকটুখিনিও য'ত যিদৰে পৰি আছিল সেইদৰেই পৰি আছে।

বুঢ়ীয়ে মতাত মানুহ দহজনমান গোট খাইছিল। মাষ্টৰে মানুহক খুৱাবলৈ, ঘোষৰ দোকানৰ পৰা চেনি, চাহপাত আৰু চুৰেনৰ তাৰ পৰা নিমকি অনাইছিল।

পৰীক্ষাৰ খবৰ দুই এদিনতে ওলাব বুলি জানি মনটো তাৰ উগুল থুগুল লাগি আছিল। মনৰ অস্থিৰতাবোৰ পাহৰি থাকিবলৈ বুলি সেইদিনা সিও ওলাই গৈছিল মাষ্টৰহঁতৰ ঘৰৰ পিনে। অন্ততঃ খাটা অষ্টাৰহঁতৰ কথাকে শুনিব পৰা যাব। আদিৰতো বেমাৰেই।

মাষ্টৰৰ কেচুৱা দুটা লৈ হাঠিমুম্লি বুঢ়ীয়ে চোতালৰ মাটিতে ভৰি-চৰি মেলি বহি আছিল। ল'ৰাদুটাৰ হাতে মুখে লালতিত চেনিৰ দানাবোৰ লাগি আছিল। সি বুঢ়ীৰ কাষলৈ আহি মাত লগালে—

: আবু কেনে আছ?

: উহ্ উহ্ উহ্ কিযে পিশাচ পিশাচ গোন্ধাইছে। বাপৰে বাপ মোৰ ওকটি আহিব। যা পিশাচটো কৰবাৰ মোৰ ওচৰৰ পৰা। কি যে এসোপা ঘঁহি আহিছে!

বুঢ়ীয়ে নাকত ধৰি যেনি তেনি থুৱাই যি এটা কাণ্ড কৰিলে, সি একে-

জাপে দুইহাতমান পিছুৱাই গ'ল আৰু ঘৰৰ পিৰালিত বহি ললে।
চুলিত সি মনোহৰ চৰকাৰৰ দোকানত নতুনকৈ অনা গোল্ডেন আম্‌লা ঘঁহি আহিছিল। ইমান সুন্দৰ গোন্ধটো যে বুঢ়ীৰ বাবে ইমান অসহ্য হ'ব, সি কল্পনাও কৰা নাছিল।
শুথুনাই কামৰ মাজৰ পৰা ওলাই আহি বুঢ়ীৰ মুখৰ ওচৰলৈ মুখখন আনি সুধিলে—

: আঠুৱা তৰিলে উশাহ নোপোৱা, গোন্ধতেলৰ গোন্ধ সহ্য কৰিব নোৱাৰা কোন দেচৰ মান্‌চি ৰে তই ?

: চালা চুৱাখোৱাৰ পুতেক, তই কাম কৰা মানুহ কাম কৰগৈ, মই যি দেচৰে মানুহ নহওঁ লাগিলে, তোক কেলেই ?

: মই যে বিয়াৰ প্ৰস্তাব লৈ আহিছোঁ।

: তোৰ দৰে এলাই বাচু এটাক বিয়ানে ? আহ্ কিবাহে ওলাই আহিছিল মুখেদি।
বোধকৰোঁ ভীষণ অশ্ৰাব্য কিবা এষাৰ কব খুজিছিল, কিন্তু খাটা-দাচু-হঁতে শুনিব বুলি হঠাৎ নিৰস্ত হ'ল। খাটা, দাচু, আদি, তাৰ পিতাক এই তৰপৰ মানুহখিনি বুঢ়ীৰ ভতিজাক।
শুথুনাই আঁতৰি কাম কৰা মানুহবোৰৰ লগ লোৱাত বুঢ়ীয়ে তাৰ পিনে উদ্দেশ্য কৰি ক'লে—

: ইমান কাল সেইবোৰ নঘঁহাকে গ'ল। নাহিবি মোৰ ওচৰত সেইবোৰ ঘঁহি। তইনো আৰু কেতিয়া যাবি ?
সি বুঢ়ীৰ প্ৰশ্নলৈ মন দিয়া নাছিল। সি অবাক বিস্ময়ে লক্ষ্য কৰিছিল শুথুনা আৰু ভেলেকৰ পিনে। বুঢ়ীৰ কথা লৈ দুয়ো হাঁহিত খলক লগাইছে। শুথুনাই যে ভেলেকৰ প্ৰতি ইমান স্বাভাৱিক আচৰণ দেখুৱাব সি কল্পনাই কৰিব পৰা নাছিল।

: হয়, তোক কৈছোঁ ঐ। আকৌ কেতিয়া যাবি।
বুঢ়ীৰ চিঞৰত সি সজাগ হ'ল। সি কলে যে, পৰীক্ষাৰ খবৰ ওলালেহে ! কিবা হয় ! আৰু এইবাৰ গলে সি গুৱাহাটীলৈকেহে যাব।

: আগতেনো গুৱাহাটীত নাথাকি ক'ত আছিলি ?

: গুৱাহাটী হ'ল এই ফালে দক্ষিণে, মই আছিলোঁ সৌ পিনে, পশ্চিমে।

: সিফালেচোন বেলি ডুব যায়। সেইফালেই পচিম নে ? আমাৰ ৰঙিয়াওচোন সেইপিনেই কৰবাত আছে বোলে ? আমাৰ হাঠিমূৰাৰ পৰা ভালেমান বাট যাব লাগে বোলে চোন ! আমি দেখা নাই সেই-বোৰ জাগা। ক'ত হব আমাৰ কপালত !

বুঢ়ীয়ে হুমুনিয়াহ এৰি কলে। হঠাৎ বোধকৰোঁ হাঠীমূৰাৰ মাকৰ ঘৰত কটোৱা শৈশৱৰ দুই এটা স্মৃতিয়ে মনটোক কাতৰ কৰি তুলিছিল। কাতৰতাক প্ৰশ্ৰয় নিদি মূৰ তুলোতেই মাষ্টৰৰ চোতালত দৃষ্টি পৰিল। বুঢ়ীৰ মুখভাব হঠাৎ কঠোৰ হৈ পৰিল।

কাম শেষ হৈছিল। ভেটিত ঘৰটো উঠিল। বেৰবোৰো বান্ধি-চাটি দিয়া হ'ল। লাম-লাকটুবোৰো মানুহবোৰেই ঠিক ভাগ লগাই থলে। চাহ খোৱাও হৈ গ'ল। কিন্তু মানুহবোৰে নিশ্চল হৈ মাষ্টৰৰ কথা শুনি আছে। দাচুৱে হঠাৎ প্ৰশ্ন কৰিলে—

: স্বাধীন হলে খাজনা দিব নলগীয়া হবনে ?

পোষ্টমাষ্টৰে নিজেই হয়তো তাৰ উত্তৰ জনা নাছিল। মাত্ৰ খাজনা বন্ধ আন্দোলন ভলণ্টিয়াৰহঁতে যে এসময়ত চলাইছিল সেই কথা তাৰ মনত আছে। সি খুব চিন্তা কৰাৰ দৰে এটা এটাকৈ ক'লে—

: দিব নলগীয়াও হব পাৰে ; পিচে দিলেও আমি নিজকেহে দিম।

: থঃ খাজানা দিবলগীয়া হলে আকৌ কিহৰ ঘণ্টাৰ স্বাধীন। স্বাধীন মানে একেবাৰে স্বাধীন হব লাগে। ৰাজা নাই, ৰাজাৰ ৰাজ-দায় নাই। খাবৰ কাৰণেও কষ্ট কৰিব নালাগে। এনেয়ে দুখ নকৰাকৈ খাব পাব লাগিব তেহে স্বাধীন। স্বাধীন পালেও যদি (অশ্লীল) এতিয়াৰ দৰেই ৰাজা থাকে, খাজনা দিবলগীয়া হয়, খোৱা মুঠিৰ কাৰণে ৰ'দে বৰষুণে খাটিবলগীয়া হয়, সি আকৌ কিহৰ স্বাধীন !

মাষ্টৰে নিৰুত্তৰ হৈ ইমুখ সিমুখ কৰা দেখি হাঠিমুম্নি বুঢ়ীয়ে মুখ ভেঙু চালি কৰি ঘৃণাত পিচ দি বহি ললে আৰু সি শুনাকৈ ক'লে—

: বৰচোন মেল্‌কী ওলাইছিলি! এতিয়া নাকাট কেলেই বাপেৰৰ কথাযাৰ? মোৰ দুই চকু পাৰি দেখিবৰ মন নাযায় এনে মুখেন মাৰিতং মানুহবোৰক।

হাঠিমুম্নি আইতাকৰ কথা তাৰ কাণত পৰিছিল যদিও সি উৎকৰ্ণ হৈ আছিল দাচুৰ প্ৰশ্নৰ উত্তৰত মাষ্টৰে কি কয় তালৈকেহে। মাষ্টৰে নীৰৱ হৈ থকা দেখি শুখুনাই ক'লে—

: পেহাইচোন ভলন্টিয়াৰহঁতে জেললৈ যাওতে আমাৰ বুৰাহঁতকো যাবলৈ কৈছিলি? সিহঁত গৈনো কি কৰিলে?

: ৰহ্ ঔ (অশ্লীল) ডাঙৰে কথা কলে তহঁতেহে তেলেত্ কৰে মাত দিয় কথাৰ মাজতে।

দাচুৰ ধমকত শুখুনাই প্ৰতিবাদ কৰি ক'লে—

: কিয় মাত নিদিম? মই কিবা মিছাকে কলোঁ নে বেয়াকে কলোঁ। মই যে মাত দিব নালাগে?

শুখুনাৰ গৰম প্ৰতিবাদত দাচুৱে সেমেনা সেমেনি কৰি ক'লে—

: ৰ চোন মাষ্টৰে কি কয় শুনো।

: ময়োতো তাকে শুনিব খুজিছোঁ।

শুখুনাই নেৰানেপেৰাকৈ লগাত এইবাৰ খাটাৰামে ক'লে—

: তহঁতে আকৌ কি গোলমালখন লগালি। ৰ চোন মাষ্টৰে কি কয় শুনো।

শুখুনাই পিতাকৰ অভিন্নহৃদয় বন্ধু খাটাৰামৰ কথাত প্ৰতিবাদ জনাবলৈ ভাল নাপালে। মনে মনে থাকিল।

হাঠিমুম্নি বুঢ়ীয়ে উভতি চালে। এটা হুমুনিয়াহ কাঢ়ি ক'লে—

: অই শুখুনা, তইনো বাৰু তোৰ পিতৃসমনীয়া মানুহটোক তেনে-দৰে ওভোতাই ওভোতাই ধৰিব লাগেনে?

: নাই অ' মামী, মই বেয়া পোৱা নাই নহয়।

দাচুৰ কথাবাৰ অন্তুতঃ এজনৰ স্বগতোক্তিৰ দৰে শুনা গৈছিল। তাত প্ৰকাশ হোৱা নিৰুপায় হতাশাই মানুহজুমৰ আলোচনাৰ উম্মাকে স্তিমিত কৰি পেলালে। কথা আৰু নজমিল। বটাৰ পৰা তামোল একোখন মুখত ভৰাই লৈ আটায়ে দিহাদিহি গুচি গৈছিল।

সি বায়েকক বাটত তালৈ চাই থকাৰ ধৰণটো দেখিয়ে বুজিছিল যে কিবা, বিশেষ খবৰ আছে। সি গৈ পোৱাৰ আগতেই কলে যে, তাৰ পৰীক্ষাৰ খবৰ ওলাইছে। সৰু দদায়েকে দোকানত বাতৰি পাই ঘৰত দিছেহি যে সি পাচ কৰিছে। আচলতে বেৱতীৰ ঘৰৰ পৰা সবিশেষ বাতৰিটো পাইছে।

পিতাকেও বেলেগে খবৰটো পাইছিল। সি পাচ কৰা খবৰটো জানিও পিতাকৰ মুখত আনন্দৰ আভাস সি নেদেখিলে। মাক কৈছিল—

: তই মোৰ ল'ৰাৰ দৰে ফল কৰিব নোৱাৰিলি। মই আচাম ভেলিত প্ৰথম হৈছিলোঁ।

মাকৰ কথাবাৰ শুনি তাৰ মনত পৰিছিল সেই সৰু চহৰখনৰ কথাবোৰ, তাৰ স্কুলীয়া জীৱনৰ পুৰণি পুৰণি লগা দিনবোৰ। যিবোৰ দিনৰ এটা দিনো তাৰ ভালদৰে পঢ়া মনত নপৰে। আৰু শ্ৰেণীতো শিক্ষকৰ বহুত কথাই সি বুজা নাছিল। তথাপি যে সি পাচ কৰিছে আচলতে সি নিৰংকুশ প্ৰশংসাৰ পাত্ৰ।

পোষ্টমাষ্টৰে শুনি ক'লে : আজিকালি যিহে শিক্ষা। অলপতে স্কুলৰ বড়বাবুৱে হেনো স্কুল চাবলৈ আহিছিল। আহি সোমালহি এখন পাঠশালা স্কুলত। মাষ্টৰতো স্কুলত নাথাকেই। আজি বোলে কেন্দ্ৰ মিটিং, কালি বোলে অফিচ মানে মাহত দহদিনো স্কুলত থাকেনে নাথাকে সন্দেহ। সিদিনা ভাগ্য আছিল। পঢ়াইছিল ভূগোল। বড়বাবুৱে কলে তেজপুৰখন দেখুৱাবলৈ মেপত। ল'ৰাই নোৱাৰাত মাষ্টৰকে দেখুৱাবলৈ দিলে বাপেকে। সিও কামৰূপ গোৱালপাৰা খেপিয়াই খেপিয়াই ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰটো প্ৰথমতে এপিনৰ পৰা চাই গ'ল। বড়বাবুৱে অধৈৰ্য্য হৈ হেনো সুধিলে—

: তেজপুৰ ক'ত বাক ?

: দৰঙৰ সদৰ ঠাই।

: তেন্তে মেপত ক'ত হব ?

: তাকেতো বিচাৰি আছোঁ চাৰ। এবাৰতো মই এইখিনিতে দেখা যেন পাইছিলোঁ, বুলি নগাঁৱৰ হোজাইৰ কাষত দেখুৱাই দিলে।

মাষ্টৰৰ কথাবোৰ তাৰ পিচে কাণত সোমোৱা নাছিল। তাৰ চিন্তা আছিল, গুৱাহাটীলৈ যোৱাটোৰ বিষয়ে পিতাকে কি সিদ্ধান্ত লয় তাকে লৈহে।

পিতাকে অৱশ্যে ইতিমধ্যেই সিদ্ধান্ত লৈ থৈছিল। আৰু বোধকৰোঁ সেই সিদ্ধান্তৰ ওপৰতে নিৰ্ভৰ কৰিছিল তাৰ জীৱন আৰু সমগ্ৰ ভৱিষ্যত।

পিতাক গহীন হৈছিল। মাকে সহজভাৱেই কলে। আইতাকে চকুপানী টুকিলে। সৰু খুৰীয়েকে ঘৰৰ পৰা ওলায়ে নাহিল। ডাঙৰ খুৰীয়েকে চকুযোৰ চলচলীয়া কৰি ঘৰৰ আৰবোৰৰ ফাকেদি চাই থাকিল। ঘৰৰ পৰা সি অকলে ওলাল গুৱাহাটীলৈ। হৰিচৰণো আহিছিল। গাঁৱৰ পৰা ষ্টেচনলৈ। সিও যাব। হৰিচৰণক দেখিয়েই মনত সি এটা অদ্ভুত সাহস পাইছিল।

গুৱাহাটী ষ্টেচনত নামি দুয়ো এখন ঘোৰাৰ বাগীত উঠি বেৰতীৰ বহাৰ অভিমুখে যাত্রা কৰিলে। তাৰ কিন্তু প্রতিটো আলিবাট, প্রতিটো ঘৰ একেযেন লাগিছিল। তাৰ মনত অনুভূত হ'ল সেই আগৰ বন্ধ বন্ধ ভাব। চাৰিওপিনে যেন অচিনাকি পানীৰ দোঙা। পাচদিনা হৰিচৰণহঁতৰ সতে যেতিয়া কলেজত নাম লিখিবলৈ বুলি ওলাই গল তাৰ মনলৈ আহিছিল বহুদিন আগতে পিতাকে তাক সেই সৰু চহৰ-খনত পঢ়িবলৈ লৈ যোৱাৰ কথা আৰু ভয়লগাকৈ' গহীন হেড্ মাষ্টৰজনৰ কোঠালৈ নি নাম লেখাই দিয়াৰ কথা। সেইদিনা তাৰ ভয় লাগিছিল কিন্তু পিতাকৰ উপস্থিতিয়ে, পিতাকৰ সাহচর্যই তাক দিছিল অপৰিসীম নির্ভয়।

সি সেই দিনাৰ অনুভূতি এই মুহূর্ত্তৰ সতে বিজাই চালে। বাৰে বাৰে তাৰ মনত পৰিল পিতাকে তাক নিজ বাহুবলে সাতুৰিবলৈ দিয়া কথাষাৰ। ভবাৰ লগে লগে তাৰ নিজকে একেবাৰে নিঃসহায় নিঃসহায় লাগিল।

তেতিয়া কলেজৰ ঘৰ-দুৱাৰবোৰ আছিল মিলিটাৰীৰ অধীনত। কেৱল কলেজৰেই নহয়। গুৱাহাটীৰ প্রায়বোৰ এলেকাৰেই। সিহঁতে বিচাৰি বিচাৰি সৰু ঘৰ এটা যোগাৰ কৰি ললে। এটা নিতান্ত সৰু একোঠালীৰ ঘৰ। মুধচত পাকঘৰ কৰিব পৰা এখন চালি। সমুখত

এখন বাৰান্দা। তাতে সিহঁত দুয়োৰে মেচ আৰম্ভ কৰিলে। আচলতে সিহঁতে নহয়। হৰিচৰণে। আৰু তাতে সি সোমাই পৰিল। তাৰলৈকে তাহি আছিল কৰবাৰ নিনাও গলিৰ পৰা ছিন্নমূল মহিমদা', অকলশৰে নিৰাশ্রয়ে থাকি আমনি পোৱা বৈকুণ্ঠ এনেকে আৰু দুই তিনিজন। মেচ এদিন ধনে-জনে নহলেও জনেৰে সমাকীর্ণ হৈ পৰিল।

দিনবোৰ সিহঁতৰ ভালে ভালেই গৈছিল। গুৱাহাটীখনৰ নৈকট্য সি অনুভৱ কৰিবলৈ আৰম্ভ কৰিছিল। মেচটোৱে তাক নিৰাপত্তাৰ অনুভূতিও দিব পাৰিছিল। লাহে লাহে আইতাক, পৰিয়াল-পৰিজন আৰু তাৰ গাঁওখনৰ পিছটান শিথিল হৈ আহিছিল।

এনেতে এটা সমস্যা আহি পৰিল। সিহঁতৰ মেচটোত চব সুবিধাই আছিল—পানী-পাকঘৰ-বাৰান্দা-আলিবাটৰ কাষ ইত্যাদি। কিন্তু যিটো আটাইতকৈ অপৰিহার্য সেই সুবিধাটোৱেই নাছিল। তাত পায়খানা নাছিল। বন্দোৱস্ত আছিল, একে মালিকৰ কাষতে থকা ডাঙৰ ঘৰটোৰ পায়খানাকে সিহঁতেও ব্যৱহাৰ কৰিব। আৰু সেই বন্দোৱস্তই কিছুদিন বাহাল থাকিল। আৰু সিহঁতে নিৰ্বিঘ্ন শান্তিত বাস কৰিছিল।

এদিন হঠাৎ জানো কি হ'ল,—ডাঙৰ ঘৰটোৰ ভাৰাতীয়া কেইজনে সেই সুবিধাটো বন্ধ কৰি দিলে। সিহঁতক আগতেই কৈ থোৱা হৈছিল যে, তাত প্রফেচাৰ, লেখক এনেধৰণৰ নামজ্বলা লোক কেইজনমানে বাস কৰে। ভয়তে কথাষাৰ কোনেও কাকো কোৱা নাছিল অথচ প্রতিজনেই ধমক খাই নিৰুপায় হৈ বহি আছিলহি।

ভাৰাতীয়া কেইজন কামে কামে ওলাই যোৱালৈকে সিহঁত সেইদিনা অপেক্ষা কৰিবলগীয়াত পৰিছিল। গোটেই ঘটনাটোৱে তাক বিবুদ্ধিত পেলালে। আনৰ কথা সি নাজানে কিন্তু সি নিজে তালৈ আৰু নোযোৱাটোকে ঠিক কৰিলে। লোকৰ কোনো প্রতিবোধৰে সি সম্মুখীন হব নোখোজে। লোকে ভাল নাপায় যেতিয়া কি দৰ্কাৰ, লোকৰ মনত দুখ দি তালৈ যোৱাৰ। সি মনে মনে ভাবিলে।

কথাষাৰ উলিয়াবলৈ কিন্তু সি সংকোচ বোধ কৰিলে। এনেকুৱা এষোৰ কথা প্ৰথমে যে কি বুলি উলিয়াব তাকেই ভাবি সি বিমোৰত পৰিল। এনেতে কৰবাৰ পৰা সোমাই আহিল বৈকুণ্ঠ। সিও বোধকৰোঁ সেই কথাষাৰকে ভাবি আহিছিল। বৈকুণ্ঠই তাৰ পিনে চাই তাৰ মনৰ ভাব ধৰিব পাৰি ক'লে—

: পালি বাছা—আজি বাপেৰহঁতৰ ভাত···

: ধেত্ বাদদে তাত হঁ হিবলৈ কিটো আছে ?

কথাষাৰ শেষ কৰিবলৈ নিদি সি বিৰক্তিতে ধমক দি উঠিল। কথাষাৰ কবলৈকে তাৰ লাজ লাজ লাগিছিল; আনহাতে বিষয়টো ইমান গুৰুতৰ যে, কিবা এটা উপায় নুলিয়ালেও নহয়। দুদিন হয়তো নোখোৱাকৈও থাকিব পাৰি। কিন্তু এইটো বৰ জৰুৰী বিষয়।

বৈকুণ্ঠই একে তৰলতাৰেই ক'লে—

: কালি মই যাম প্ৰথমতে। কাঁহৰ ঘটি এটা দিবিচোন কাৰ আছে। চালা (অশ্লীল) হয় মোৰ একদিন নহয়তো সিহঁতৰ একদিন। ধেমালি নেকি ? মালিকে আমাক বন্দোবস্ত কৰি থৈ গৈছে। আমি সিহঁতৰ ৰঙ'চকুলৈ কিয় ভয় কৰিম।

হাঁহি হাঁহি কলেও বৈকুণ্ঠৰ মুখত সেই সৰু চহৰখনত স্কুলত হোৱা সৰস্বতী পূজাৰ দিনা প্ৰতিমাৰ ডিঙি মুচৰিব খোজা ঘটনাটোৰ সময়ত দেখা পোৱা হিংস্ৰ দৃঢ়তাৰ আভাস দেখি সি মনে মনে শংকিত হৈ পৰিছিল। হৰিচৰণেও হয়তো তাৰ মনোভাব বুজিব পাৰিছিল। সি ক'লে—

: সেইবোৰ গোলমাল নলগাব। আমাৰ দৰে মানুহক সহায় কৰিবলৈ চহৰত মানুহ পোৱা টান। গতিকে সেইবোৰ লেঠা লগাই নোলোৱাই ভাল হব নেকি ?

বৈকুণ্ঠই হৰিচৰণৰ মনোভাব উপলব্ধি কৰিছিল। আৰু অলপ গহীন হৈ চিন্তা কৰাৰ চেষ্টা কৰিছিল। তাৰ পাচত চিন্তা-ভিন্তাবোৰ যেন আৰি জোকাৰি মনটো চাফ কৰি লৈছিল এনেকুৱা এটা উলাহেৰে

কেৰমবোৰ্ডখন নি বাৰান্দাত পাতি লৈছিল। বোৰ্ডখন নিয়াৰ পাচতে যেন কোনো সমস্যাই সমাধান কৰিবলগীয়া হৈ থকা নাই এনেধৰে সিহঁত আটায়ে বোৰ্ডখনৰ চাৰিওপিনে থিয় হৈ লগে।
সি অৱশ্যে খেলৰ মাজতে অন্যমনস্ক হৈ পৰিছিল মাজে মাজে। সমস্যাটোৰ চিন্তাই তাক এসময়ত সঘনে ব্যতিব্যস্ত কৰি তুলিছিল। ঠিক তেনে এটা সময়তে সেই নিঃসংগ বুঢ়া মানুহজন আহি পৰিছিল আৰু সি তাৰ ঠাই এৰি দিবলগীয়াত পৰিছিল। সিহঁতে শ্ৰদ্ধাৰে খেলত যোগ দিবলৈ আহ্বান জনাইছিল বুঢ়া মানুহজনক।
সমস্যাবোৰ কেতিয়াবা নিতান্ত দুৰূহ যেন বোধ হয় অথচ তাৰ সমাধানৰ উপায় মুক্তভাৱে চকুৰ আগতে ভাহি থাকে। মাত্ৰ সমস্যাটোৰ সতে উপায়টোৰ সাযুজ্য স্পষ্টৰূপে প্ৰতিভাত হৈ নপৰে। সেইদিনাও আবেলি খেলৰ মাজতে বৈকুণ্ঠই বৰ অবাঞ্ছনীয় কাণ্ড এটা কৰিছিল আৰু তাৰ মাজতে ওলাই পৰিছিল সেই উপায়টো একেবাৰে অভাৱনীয়ভাবে।
ইহঁত কোনেও লক্ষ্য কৰা নাছিল মানুহটো। সৰু চুটি চাপৰ কৰে মানুহ এটা! সেই মানুহটোৱে প্ৰায় নিতউ গৈছিল সিহঁতৰ ঘৰৰ আগেদি ওচৰৰে আন এখন ঘৰলৈ, য'ত সন্তানহীন এগৰাকী যক্ষ্মা ৰোগীয়ে হতাশ হৈ মৃত্যুৰ ক্ষণ গণি আছিল। আৰু যিখন ঘৰত সেই মুমূৰ্ষুজনৰ আশ্ৰয় বুলিবলৈ আছিল অকলশৰীয়া স্বৰূপা ঘৈণীয়েক জনী। সি নিতউ দেখে প্ৰায়, এই মানুহজন আবেলি সিহঁতৰ ঘৰৰ আগেদিয়ে তালৈ যায়।
সেইদিনাও মানুহজন গৈছিল। সি ভাবিছিল, অকল সিহে দেখিছিল তাক। কিন্তু অলপ পাচতে বৈকুণ্ঠৰ খুক্‌খুক হাঁহিৰ শব্দ শুনি সি ঘূৰি চালে।
: হৈ বলিয়া, মাৰ আকৌ; কি হাঁহি আছ অকলে অকলে।
বুঢ়াৰ কথাত বৈকুণ্ঠই এইবাৰ হাঁহি ৰাখিব নোৱাৰা হৈ পৰিল। ষ্ট্ৰাই-কাৰটো হাতত লৈ খেলখন বন্ধ কৰি ৰখা দেখি বুঢ়াই আকৌ ক'লে—

: কি হ'ল ঐ এই পাতৰ! সঁচাকে বলিয়া হলি নেকি?

: নহয় অ' পেহা, চা না সৈটোক!

বুঢ়াই চালে। লগতে আনবোৰেও চালে। চৰেই অবাক সপ্রশ্ন দৃষ্টিৰে পুনৰ তাৰ পিনে চালে।

: সি নিতউ ক'ত যায় বাৰু?

: য'ক দে য'ত যায়। কিছুমান মানুহৰ বুজিছ বাটত শৌচ কৰাৰ অভ্যাস। তাক ঘৰত চাফা পায়খানা এটা কৰি দিলেও সি বাটলৈ-কেহে যাব।

বুঢ়াৰ হেঁয়ালি কথাষাৰ সি বুজিবলৈ টান পালে। বৈকুণ্ঠই কিন্তু বুঢ়াৰ মন্তব্যলৈ পৰোৱা নকৰি আকৌ সুধিলে—

: সি নিতউ সেইখন ঘৰলৈ কিয় যায় বাৰু?

: তোক কলোৱেই নহয় মই। মানুহৰ স্বভাৱলৈ কথা।

ৰেৱতীয়ে বৈকুণ্ঠৰ হাতৰ পৰা ষ্টাইকাৰটো লৈ গুটিবোৰৰ ওপৰত যেনি তেনি মাৰি বিশৃংখল কৰি দিলে। বুঢ়াই হাহাকাৰ কৰি উঠিল। হৰিচৰণ আৰু মহিমে হাঁহিলে। বুঢ়াই কিন্তু ত্যক্ত বিৰক্ত হৈ তাৰ পৰা গুচি গ'ল। ল'ৰাবোৰৰ লগত যে খেলাই ভুল আৰু আবেলিটো যে এনেয়ে মাটি কৰি লৈ সেই লৈ ক্ষোভ প্ৰকাশ কৰি কৰি।

বুঢ়া যোৱাৰ পাচতে বিৰাট ধাক্কা এটা দি ৰেৱতীয়ে বৈকুণ্ঠৰ মনযোগ আকৰ্ষণ কৰিলে।

: তই বাৰু বুঢ়াক এইবোৰ কলি কেলেই?

: কলোঁ, তাবে কি হ'ল?

: চালা, নাজান নেকি, বুঢ়া যে সেই বেমাৰীজনৰ বাপেক। এই মানুহজন যে বুঢ়াইঁতৰ ঘৰলৈকে যায়।

: ধেত্, সঁচা?

: অ তোন আকৌ।

কেউজনে হঠাৎ স্তব্ধ হৈ পৰিল। কথা যে তলে তলে ইমান দূৰ

শিপাবলৈ কোনে জানে? আটায়ে বৈকুণ্ঠক কিবাকিবি কলে। বৈকুণ্ঠ মৰ্যাদাহত হৈ জাঙুৰ খাই উঠিল।

: মই মাক্ (অশ্লীল) জানো নেকি অ' তইঁতেযে মোক তেনেকৈ' কৈছ। মই বাক কলোৱেই, বাক জানিয়েই কলোঁ, মই (অশ্লীল) কিবা মিছা কথা কলোঁ নেকি?

বৈকুণ্ঠৰ অৰ্গল খোল খাই গ'ল। নিজকে কোৱাৰ দৰে উচ্চ স্বৰত কলে যে, ৰোগী নিঃসন্তান, গাভৰু ৰূপহী ঘৈণীয়েক, ৰোগী শয্যাশায়ী, ঘৰত থকা অকলশৰীয়া বুঢ়া বাপেকে আড্ডা মাৰি ফুৰে। কিয়নো ঘৰৰ বিষয়ে চিন্তা কৰি লাভ নাই আৰ্থিক অৱস্থা যেতিয়া সিমান ভাল নহয়। আৰু যক্ষ্মাৰোগ মানে নিশ্চিত মৰণ।

কাজেই স্বচ্ছল অৱস্থাৰ এই ডেকা বন্ধুজন আছে। নিৰাশ্ৰয়ৰ আশ্ৰয়, অনাথৰ নাথ, অপুত্ৰক পুত্ৰদান দিওঁতা বিধাতা হৈ সি ওচৰ চাপিছেহি। বেয়াতো নহয় একো।

কথাখিনি শেষ কৰি সি অদ্ভুত অশ্লীল ইংগিত এটা দি হাঁহি হাঁহি থৰ পৰি গৈছিল। সি বিমূঢ় হৈ তাৰ পিনে চাইছিল। বেৱতীয়ে তাৰ হাঁহিত উজান দিবলৈ বৃথা চেষ্টা কৰি তাক সাৰট মাৰি নিবৃত্ত কৰিবৰ চেষ্টা কৰিছিল।

পিচদিনা পুৱা উঠি বৈকুণ্ঠই আটাইকে জগাই দি কলে: ব'ল ওলা। আটাইবে সপ্ৰশ্ন দৃষ্টিলৈ অৱজ্ঞা কৰি হাতত পোটোকা পৰা এলুমিনিয়ামৰ ঘটিটো লৈ ওলাই আহি বাৰান্দা পালেহি। হৰিচৰণেই সুধিলে প্ৰথমে—

: কোন পিনে যাব বাৰু?

: (অশ্লীল) বলকচোন মোৰ পিচে পিচে। পৃথিবীত (অশ্লীল) জাগাৰ আকাল লাগিছে নেকি?

প্ৰথম দিনা তাৰ খুব লাজ লাগিছিল। বেল আলিৰ কাষৰ কোনোমতে চকুযোৰ আঁৰ কৰা ফুটুকানি একোজোপোহাক আশ্ৰয় কৰি তাৰ প্ৰথমে বেয়া বেয়া লাগিছিল। তাৰ মনত পৰিছিল মেট্ৰিক পৰীক্ষা

দিবলৈ আহোতে পাৰঘাটৰ জাহাজৰ পৰা তাৰ চকুত পৰা সেই দৃশ্যটো। যিটো দৃশ্য দেখি সি তলে তলে হাঁহি ৰাখিব নোৱাৰা হৈ পৰিছিল আৰু আজি যিটো দৃশ্যৰ সি নিজেই অভিনেতা হৈ পৰিছে। সিহঁতৰ ভাত আড্ডা মাৰিবলৈ অহা বুঢ়াজনৰ গালিখাৱৰ মাজতে যে সমস্যা সমাধানৰ সংকেতটো বৈকুণ্ঠই আৱিষ্কাৰ কৰিছিল সেই কথা সি বহুদিনৰ পাচত কৈছিল। আৰু গৰ্বেৰে কৈছিল—

: আৰে আমাক আঁৰহে লাগে। আঁৰ কিহৰ পৰা? মানুহৰ পৰাহে। তোতবাদে আনবোৰক মানুহ বুলি গণ্য নকৰিলেই হ'ল। তেতিয়া হলে ৰেলআলিৰ কাষৰ ফুটুকানিৰ তলত কিয়, প্ৰকাশ্য আলিবাটত বহি যাব পাৰ।

বৈকুণ্ঠৰ এনে বেপৰোৱা কথাবোৰ শুনি সি মাজে মাজে বিস্মিত হৈ তাৰ কথা ভাবিছিল। কিয়নো সি শুনিছিল বৈকুণ্ঠ এনে এখন ঘোকোট গাঁৱৰ পৰা আহিছিল য'ত ক্লাচ ফাইভত পঢ়া এজন ল'ৰাৰ বিষয়ে মদৰ আড্ডাত আলোচনা চলে গাঁৱৰ ডেকা-বুঢ়াৰ মাজত। য'ত ক্লাচ ফাইভত পঢ়া মানে জগতৰ সমস্ত বিদ্যাৰ অধিকাৰী হোৱা, সিহঁতে কল্পনা কৰিব পৰা জ্ঞানৰ পৰিধি অতিক্ৰমণ কৰা। মদৰ খোলাত বহি হেনো কৰঙনত চপৰিয়াই চপৰিয়াই আদহীয়া জনে কয়—

: ই বৈকুণ্ঠটো ইখণ্ডৰ গাঁওৰ ভিতৰত সাংঘাটিক বিদ্বান হৈছে কণাহবা।

ডেকাজনে হেনো ওফাইদাং মাৰি কয়—

: হৈছে হৈছে আমাৰনো কি (অশ্লীল) হব।

বুঢ়াজনে হেনো দাৰ্শনিক গধুৰতা সানি মন্তব্য দিয়ে—

: ৰ চোন বহ, শিক্ষিত হলেহে অঞ্চলৰ উন্নতি হয় আৰু'।

আদহীয়াজনে কণা হবলৈ বুলি শপত খাই জোৰদি কোৱা কথাষাৰত এটা অৱশ্যে সত্যতা আছে। বৈকুণ্ঠ সাংঘাটিক বিদ্বান নহব পাৰে, কিন্তু সাংঘাটিক হলে হয়।

সেইবাবেই সি আৰু হৰিচৰণে সেইদিনা তাকেই আখৰুকৰি লৈ গৈছিল। সিহঁতৰ বুৰঞ্জী বিষয়:টা লোৱাৰ মন। হৰিচৰণে মেট্ৰিকত এই বিষয়টোত লেটাৰ পাইছিল। সি অৱশ্তে পোৱা নাছিল। কিন্তু নম্বৰ তাৰো সত্তৰৰ ওপৰ আছিল। সেই নিৰ্ভৰতে আৰু বৈকুণ্ঠৰ সাহসত তিনিও তিনিখন দৰ্খাস্ত লিখি বুৰঞ্জীৰ চাৰৰ ওচৰ চাপিছিল।

চাৰ নিশ্চয় কোনোবা জিলাৰ ভদ্ৰঘৰৰ সন্তান। হৰিচৰণে পিন্ধিছিল ঘৰত মাকে বৈ দিয়া ধৰধৰীয়া খদ্দৰৰ ধুতী চোলা আৰু সিহঁত দুয়ো পিন্ধিছিল বঙা পাৰিৰ ষ্টেণ্ডাৰ্ড ক্লথৰ ধুতী। আৰু আন কেইটাৰ মুখত কি আছিল সি নাজানে, তাৰ মুখত নিশ্চয় আছিল ভয়ে নিথৰ কৰি তোলা ভাবলেশহীন এখন ছবি।

চাৰে ডিঙিটো কচলাকচলি কৰি টাইডাল ঠিক কৰি ললে আৰু সিহঁতৰ পিনে চকুৰ পিৰিঠি তুলি চালে। অৰ্থাৎ প্ৰশ্ন—কি উদ্দেশ্য? কিবা নাম ধাম? বৈকুণ্ঠই যিমান মোলায়েম হৈ পাৰে সিহঁতৰ উদ্দেশ্যৰ কথা কলে। আগবঢ়াই দিয়া দৰ্খাস্ত কেইখন অৱজ্ঞাৰে টেবুলত থৈ দিলে। এইবাৰ আকৌ টাইডাল ঠিক কৰাত কিছুপৰ মনোনিবেশ কৰিলে আৰু তাৰ পাচত পৰম বিৰক্তিৰে দৰ্খাস্ত এখন তুলি লৈ গহীনভাৱে ক'লে—

: এইখন দৰ্খাস্ত লিখিছা? এয়া ইংৰাজী? কোন স্কুলৰ পৰা পাচ কৰিছিলা?

তিনিও স্কুলৰ নাম কলে প্ৰশ্নৰ উত্তৰ দিয়াৰ দৰে।

: তোমালোকে ইংৰাজীকে নাজানা? বুৰঞ্জী কেনেকৈ লবা। নহব।

নহব শব্দটো শুনাৰ পাচত আৰু দ্বিৰুক্তি নকৰি তিনিও নীৰৱে ওলাই আহিল।

অহাৰ লগে লগে বাৰান্দাৰ পৰা শুনিছিল চাৰৰ কোঠাত সহকৰ্মী সকলৰ মাজত প্ৰচণ্ড হাঁহিৰ ৰোল। সি যেন দৌৰি তাৰ পৰা পলাই

আহিব, এনে এটা ভাব হৈছিল। আলিবাটলৈ আহি সি আকৌ চাইছিল তিনিওৰে সাজ পোছাকলৈ। তাৰ নিজকে আনকি সিহঁত দুটাকো আন কলেজৰ ল'ৰাৰ দৰেই লাগিছিল। সি ধাৰণাই কৰা নাছিল যে সিহঁত এনেদৰে অপদস্থ হবলগীয়াত পৰিব। দৰ্খাস্ত নামঞ্জুৰ হোৱাতকৈও সি বেছি বিস্মিত হৈছিল সিহঁতৰ প্ৰতি আন দহ-জনৰ মনোভাৱ কেনে হব পাৰে তাৰ স্বৰূপ উপলব্ধি কৰি।
তাৰ পিচে খুব যে বেয়া লাগিছিল এনে নহয়। সেই চৰম সত্যটোৰ সতে তাৰ বহুদিনৰ চিনাকি। বৈকুণ্ঠ আৰু হৰিচৰণৰ মুখ দেখিয়ে বুজিছিল যে সিহঁত হতাশ হৈ পৰিছে। আশা, উচ্চাকাংক্ষা এনেবোৰ কথা বৈকুণ্ঠহঁতৰ আছিল, সেইবাবে সিহঁতে আঘাতো পাইছিল। সি তেনেবোৰ দুৰ্বলতাক সেই সৰু চহৰখনত হোৱা ধুমুহাৰ দিন ধৰি প্ৰশ্ৰয় দিয়া নাছিল। আৰু সেইবাবেই সেইদিনাৰ ঘটনাটোৱে তাৰ মনত সামান্য ৰেখাপাতো কৰা নাছিল।

এইবাৰ হয় ৰঙামাটি, নহয় গুৱাহাটী। আই. এ. পৰীক্ষা দি সি ঘৰলৈ উভতিছিল। ষ্টেচনত সি অভূতপূৰ্ব ব্যস্ততা দেখিলে। সিহঁতৰ অঞ্চলটোত তাৰ অচিনাকি বহুত মানুহ ঘনিষ্ঠ হৈ পৰিছিল। ৰেল-আলিৰ সিপাৰে চৰকাৰৰ দোকান, ঘোষৰ দোকান, গোলক ডাক্তৰৰ ঘৰ বিভিন্ন নতুন ঘৰৰ মাজত হঠাৎ চিনিব নোৱাৰা হৈ হেৰাই পৰিল। ইপিনেও ৰামচন্দ্ৰৰ গোলা আৰু নেৱাজৰ গোলাৰ মাজত নতুন গোলা বহিল, সন্মুখত ৰবি, প্ৰসন্নৰ আৰু চুবেনৰ আশে পাশে বহুত সৰু সৰু জুপুৰী ঘৰ উঠিল। এখন কাপোৰৰ দোকানো উঠিল আৰু ৰবিৰ আৰু প্ৰসন্নৰ বাৰান্দাৰ চুকত দুজন মুছলমান দৰ্জিও বহিল। চুবেনৰ দোকানৰ কাম কৰা ল'ৰাটোৱে পাণ-চুৰটৰ গুমটি এটাও দিলে। মুঠতে সিহঁতৰ দোকানখন এইবাৰ স্বয়ং সম্পূৰ্ণ হৈ পৰিল।

সি বাকচটো আৰু বিছনাখন দি মঠৰক আগে আগে পঠাই দিছিল, পথাৰেদি পোন কৰি। সিও আহি আহি দোকান পাৰ হৈ পথাৰত নামিব ধৰোতেই পিছপিনৰ পৰা খাম্পাই তাৰ নিতউ জিভাৰ আগত লাগি থকা কিম্ভুত কিমাকাৰ উচ্চাৰণৰ অশ্লীল শব্দটো উচ্চাৰণ কৰি ক'লে—

: ( অশ্লীল ) খুৰাহে ? কেতিয়ানো আহিলি ?

: এই আহি আছোঁ।

: আজিকালি বা ক'ত আছা ? গহাটীত না ?

: অঁ।

: ইস্কুল বন্ধ হব পায় ?

: অঁ।

সি আচলতে অলপ অন্যমনস্ক হৈ পৰিছিল ; খাম্পাৰ দৰে পেটুৱা কলেজৰ তাতকৈ ওপৰ শ্ৰেণীত পঢ়া নিলাজ মুখৰ ছাত্ৰ এজনলৈ মনত

পৰিছিল তাৰ কথা শুনি। সি হঠাৎ এটা প্ৰভেদ উপলব্ধি কৰিলে। ধাম্পাৰ নিলাজ মাতষাৰ সমন্ধে সি নিজে একেবাৰে সচেতন নহয় অথচ সেই কলেজীয়া ছাত্ৰজনৰ প্ৰতিবাৰ নিলাজ মাতৰ প্ৰতি কৰ্তৃপক্ষজনৰ সচেষ্ট সজাগতাৰ সি উমান পাইছিল।

প্ৰথম দিনাৰ তাৰ আচহুৱা অভিজ্ঞতাটোৰ কথা মনলৈ আহিল। বেৱতীৰ সতৰ্কতাই, সি যিদিনা পৰীক্ষা দিবলৈ আহিছিল সেইদিনা বেৱতীৰ যি সতৰ্কবাণী সি শুনিছিল, তাৰ্ক পাহৰা নাছিল; আৰু হৰিচৰণৰ সান্নিধ্যই তাক অশ্লীল কথা কোৱাৰ পৰা বিৰত কৰিছিল। কৰবাত হঠাৎ ভুলাই পৰিব পাৰে বুলি প্ৰতি মুহূৰ্ত্তে আছিল তাৰ অন্তহীন সতৰ্কতা।

সেইদিনা সি কিবা এটা ক্লাচ কৰিবলৈ কলেজৰ মূল বিল্ডিংটোৰ পৰা প্ৰায় ডেৰ ফাৰ্লংমান দূৰৰ আন এটা হললৈ গৈ আছিল সহপাঠী জনদিয়েকৰ সতে। আগে আগে গৈ আছিল সেই পেটুৱা ভদ্ৰলোক তেখেতৰ সহপাঠীৰ সতে। লগত এগৰাকী মহিলাও আছিল। পেটুৱাই কৈ গৈছিল বেপৰোৱাভাৱে নাৰী-পুৰুষৰ সম্পৰ্ক সমন্ধে তাৰ নিজস্ব অভিজ্ঞতাৰ পৰা বিচ্ছিন্ন কিছুমান কাহিনী। লুক ঢাক নকৰাকৈ বিশেষ খুটিনাটি সহ। হঠাৎ দেখোন আটাইকে স্তম্ভিত কৰি সেই পেহী পেহী যেন লগা মহিলা গৰাকী সিহঁতৰ বাট আগচি কাহিনীকাৰ জনৰ প্ৰতি প্ৰত্যাহ্বান জনালে এটা বিশেষ তথ্যৰ যথাৰ্থতা লৈ।

দৃশ্যটো দেখি চকু কাণে তাৰ হঠাৎ কাম নকৰা হৈ গৈছিল খন্তেকৰ বাবে। পাচলৈ কিন্তু সিও বল্গাহীনভাৱে অশ্লীল কথা কোৱা হৈছিল। প্ৰথমে তাৰ অত্যন্ত সংকোচবোধ হৈ'ছিল। সি সযত্নে অভ্যাস কৰি কৰি পাচলৈ তাৰ সংকোচ নোহোৱা হৈছিল। এতিয়াহে সি ভাবি পায় যে, সেয়ে আছিল তাৰ জীৱনত নগৰীয়া উন্মুক্তিৰ প্ৰথম আস্বাদ। অৱশ্যে সি আচৰিত হৈছিল যে এই উন্মুক্তি তাৰ গাঁৱৰ পৰিৱেশত কেৱল অৰ্থহীন হৈ পৰাই নহয় সেয়ে বাধকতাবো সৃষ্টি কৰিছিল।

সেইদিনাও খাম্পাৰ সেই অশ্লীল কথাবাৰ তাৰ কাণত খটুকে লাগিছিল। খাম্পাই অৱশ্যে কথা নবঢ়ালে। তাক পাৰ হৈ ব্যস্ততাকে গুচি গল। খাম্পাই অলপ আড়ষ্টতা বোধ কৰা যেন সি অনুভৱ কৰিলে। সি সন্তৰ্পণে নিজৰ ভবিৰ পৰা যিমান পাৰে ওপৰলৈ চালে। আৰু হঠাৎ এটা দীঘল হুমুনিয়াহ ওলাই আহিল।

আহতগুৰিত থিয়হৈ সি খন্তেক বৈ গ'ল। তাৰ বহুত পুৰণি কথা মনত পৰিল। আৰু সকলো স্মৃতিক তল পেলাই টেমাৰ সেই আহত মুখখনৰ স্মৃতিয়ে তাৰ মনক ভীৰ কৰি ধৰিলেহি। যুগপৎ মনত পৰিল তাৰ ক্লাচত থকা ছোৱালী তিনিজনীৰ কথা। তাইঁতৰ মুখবোৰলৈ সি মাজে মাজে নিষ্পলক দৃষ্টিৰে চাইছিল সম্মুখত বহা ল'ৰাবোৰৰ আঁৰহৈ। কিন্তু ঠিক সেই মুহূৰ্ত্তত সিহঁতৰ মুখবোৰ বৈশিষ্টহীন একাকাৰ হৈ পৰিল। মুখবোৰে নিজস্ব চিনাকি হেৰুৱাই টেমাৰ আহত মুখত বিলীন হৈ গ'ল।

সি গোটেই ক্লাচৰ মুখবোৰ ভাবিবলৈ চেষ্টা কৰিলে। ছোৱালী তিনি-জনীৰ অৱস্থিতি তাৰ মনত নিতান্ত গৌণ হৈ পৰিল। তাৰ মনত পৰিল চুলু বোলা বেপৰোৱা ল'ৰাজনৰ কথা। তাৰ ওচৰতে বহি নিৰ্ভয়ে প্ৰক্সি দিয়া কেশৱ কুমুদহঁতৰ কথা। আৰু বাটৰ পৰা চিঞৰি চিঞৰি কৃত্ৰিম মাতেৰে অসমীয়াৰ ক্লাচত সোমাই থকা চুলুক মাতৃভাষা ঘৰত মাকৰ ভাত শিকিবলৈ উপদেশ দিয়াৰ কথা।

ৰ'দজাক উজ্জ্বল হৈ পৰিছিল গোঁসাই ঘৰৰ বাকৰিখনত। খিৰিণাৰ পাতবোৰ ৰূপালী হৈ পৰিছিল। সি বেগাই খোজ দিছিল ৰ'দৰ পোৰণিৰ পৰা নিজকে বচাবলৈ। সি আগতে বহল যেন দেখা জুৰ লোৱা ঠাইখিনি একেবাৰে ঠেক ঠেক যেন লাগিল। সি কৌতুক বোধ কৰিলে সেই ঠেক জেগাখিনিতে এসময়ত সিহঁতৰ গাঁৱৰ ইমানবোৰ মানুহে বহি জিৰণি লোৱাৰ কথা ভাবি। তাৰ ক্লাচটোতে সিহঁতৰ গাঁৱতকৈও বেছি মানুহ আছিল, বহুত বেছি।

ধৰমী বা এতিয়া ঘৰত আছে নে নাই? বোধকৰোঁ আকৌ

কৰবাত বিয়া হৈ গ'ল। সি ধৰমীহঁতৰ ঘৰলৈ চাওতে সেই প্ৰশ্নটোহে তাৰ মনলৈ আহিছিল। খালটোত হাঁহবোৰ আগৰদৰে উৎফুল্ল যেন নালাগিল। মনাকুচিয়াৰ ঘৰখনো নিমাওমাও হৈ আছিল। সি ইতিমধ্যে মৰা বুলি খবৰ পাইছিল।

আইতাক নওলামুখতে বৈ আছিল। তাৰ চকুত পৰিছিল চেৰা গছৰ তালপাতবোৰে এসময়ত আগুৰি ৰখা শূন্য আকাশখন।

: চেৰাগছজোপা ?

: ভাৱৰীয়াই নিলে নহয়। শগুণ পৰা দেখি কাটি নিবলৈ দিছিল যে ?

: অঁ। গাঁওখন নিমাওমাও লগানাইনে বাৰু ?

: গাঁও এনেকুৱাই।

তাৰ মনলৈ আহিছিল সিহঁতে এদিন ক্লাচত বহি থাকোতে দেখা সাংঘাটিক ঘটনাটোৰ কথা। সেই সময়ত কলেজৰ নিষেধহীন পৰিৱেশটো তাৰ ভাল লাগি আহিছিল। পঢ়া নধৰা, উপস্থিতি সৰ্বস্ব আবহাওৱাটোৰ আস্বাদ সি পুৰামাত্ৰাই উপভোগ কৰিছিল। সেইদিনা জানো লজিক নে কিবা পঢ়ি আছিল প্ৰফেচাৰে ক্লাচত। সি মাজৰ বেঞ্চত বহি লগৰ কেইটামানৰ লগত ক্লাচৰ ছোৱালী এজনীৰ প্ৰতি সম্প্ৰতি আসক্তি দেখুৱা ল'ৰা এজনৰ বিষয়ে আলাপ আলোচনাত ব্যাপৃত হৈ আছিল। আৰু খিৰিকীয়েদি আলিবাটৰ পিনে চাই আছিল।

ঠিক তেনে অৱস্থাতে কাণ্ডটো ঘটিল। আলিবাটৰ মাজত হঠাৎ প্ৰচণ্ড বিস্ফোৰণৰ শব্দ এটা হ'ল আৰু চাৰিওপিনে ধোঁৱাই আগুৰি ধৰিলে। ধোঁৱাৰ মাজৰ পৰা জীপগাড়ী এখন বিদ্যুৎবেগে ওলাই গুচি গ'ল। মন আচলতে সিহঁতৰ আলিবাটত নাছিল। শব্দটোৱেহে আকৰ্ষিত কৰিছিল। লগৰ এজনে বিৰক্তিৰে ক'লে—

: গাড়ীয়ে মিচফায়াৰ কৰোতেই ইমান শব্দ হব লাগিলে

তাৰ পাচত সিহঁতে আলিবাটৰ পৰা মন-দৃষ্টি ঘূৰাই আনি আগৰ

প্ৰসংগটো সজীৱতৰ কৰি তোলাৰ চেষ্টা কৰিলে। আকৌ সিহঁতৰ মনযোগ বিধ্বস্তহৈ পৰিল মানুহৰ কোঢ়ালত।

: কিবা ঘটনা হ'ল হবলা? বিন্নাখন বোধকৰোঁ খুন্দিয়াই থৈ গ'ল।

সিহঁতে কিন্তু ঘটনাটোক যিমানে আওকাণ কৰাৰ চেষ্টা কৰিলে সিমানে মানুহৰ কোঢ়াল বেছি হ'ল। পুলিচ-তুলিচ আহি ঠাইখন বজাৰৰ দৰে হৈ পৰিল। প্ৰফেচাৰ গুলাই যোৱাৰ পাচতে সিহঁতে জানিছিল যে সেয়া আছিল ডকাইতি। হাতবোমা মাৰি ঠাইখন ধোঁৱাৰে নেদেখা কৰি বেংকৰ মানুহৰ পৰা বহুত লাখ টকা লৈ গ'ল।

সি অবাক হৈ গৈছিল প্ৰকৃত ঘটনাটো শুনাৰ পাচত। ইমান প্ৰকাশ্য-ভাৱে ইমান ভীষণ অপৰাধ এটা যে সংঘটিত হব পাৰে আগতে তাৰ ধাৰণাই নাছিল। ঘটনাটোৰ স্মৃতি চকুৰ আগৰ পৰা মোহাৰি সি চাৰিওপিনে চালে। মঠৰহঁতৰ কৰচজোপা এতিয়াও খালৰ মাজলৈ হালি আছে। পিলখানাৰ জংঘলবোৰ সেৰেঙা হৈছে। সঁচাকৈ বৰ নিমাওমাও লাগিছে গাঁওখন। কিন্তু অন্তৰৰ কোনোবা এটা চুকত সি সদাজাগ্ৰত প্ৰহৰীৰ অভয় অনুভৱ কৰিলে। গুৱাহাটী চহৰত কিন্তু ইমানবোৰ মানুহৰ ব্যস্ততাৰ মাজতো যি এক নিঃসহায় নিমাওমাও পৰিস্থিতি সেইদিনা সি দেখিলে তাৰ ভয় লাগি গ'ল।

ৰ'দ বৰ প্ৰখৰ হৈ পৰিছিল। পিলখানাৰ সেৰেঙা জাহনিবোৰৰ পিচ-পিনে জিতৰামহঁতৰ বাঁহনিখনৰ ছাঁবোৰ আকৰ্ষণীয় হৈ পৰিছিল। বহুত প্ৰশ্নই আকৌ তাৰ মন ভাৰাক্ৰান্ত কৰি তুলিলেহি। আইতাকক কিবাকিবি সুধিব নেকি ভাবিছিল কিন্তু নুসুধিলে। কাৰণ বাটচ'ৰাটো, বুললি ঘৰটোৰ ঠাইত মাত্ৰ উকা ভেটি কেইটাহে পৰি আছিল। সি প্ৰথমে মনেই কৰা নাছিল। দেখি তাৰ মনটোৰ কোনোবাখিনিত খালী হৈ পৰা যেন অনুভৱ হ'ল।

: পিতাৰে সময় নাপায় নহয় ঘৰৰ কামবোৰত মন কাণ দিবলৈ।

ই তো বাং বাং কৰি ঘুৰিয়েই ফুৰে। কতদিনীয়া ঘৰ। ভাঙি উঠাল আছিল। পিতাৰে ভাঙি পেলাবলৈ কলে।

তাৰ মনত পৰিল সেই আবেলিটোৰ কথা। বৰ্ষাক্লান্ত সেই আবেলিটো। উকা দেহত বৰষুণৰ কোব খাই খাই দখৰে যে ঘৰলৈ উভতিছিল। সি আৰু পিতাক যে বহি আছিল বুলনি ঘৰৰ বেঞ্চি-খনত। এইখিনিতে চ'ৰাঘৰটো, এইখিনিতে বাটচ'ৰাটো। দখৰে যে বাটচ'ৰাৰ মাজেৰে ধপাত আনিবলৈ সোমাই গৈছিল।

: দখৰ আছেনে আবু?

: জানো, আছেয়েনে মৰিলেই!

আইতাকৰ নিষ্ঠুৰ নিলিপ্ত উত্তৰষাৰ শুনি তাৰ চকুত ভাহি উঠিছিল এদিন সিহঁতৰ ক্লাচত দেখা এটা দৃশ্যৰ কথা। সেইদিনাও ল'জকৰ ক্লাচতে ঘটনাটো। এই বিষয়টো তাৰ মগজুত কোনোমতে নোসোমাইছিল। চিভিক্সৰ দৰেই এই বিষয়টোকো তাৰ বাস্তৱ জীৱনৰ পৰা বিচ্ছিন্ন, কোনো কামত নলগা, পৰীক্ষা পাচ কৰাৰ বাবেই জানিবলগীয়া, এটা বিষয় যেন লাগিছিল। ক্ল'চত সি মনযোগ দিয়া নাছিল।

সেইদিনা অতিপাত গৰম পৰিছিল। গৰমত অলৈ তলৈ ঘূৰি ক্লাচ কৰি ল'ৰা এটাই বোধকৰোঁ অসহ্য কষ্ট অনুভৱ কৰিছিল। অলপ পাচতে ক্লাচ বহি থকা অৱস্থাতে সি বহা জেগাতে ঢলি পৰিল। ওচৰৰ ল'ৰাটোৱে তাক ধৰিবলৈ তত পোৱা নাছিল। কাষৰ বেঞ্চিৰ সিমূৰৰ পৰা ল'ৰা গৈহে তাক ধৰিছিল। হুলস্থূলৰ মাজতে অধ্যাপকে নিজৰ জেগাৰ পৰা নিলিপ্ত কণ্ঠত হুকুম দিহিল, ল'ৰাটোক বাৰান্দালৈ উলিয়াই নিবলৈ। সেইমতে ল'ৰা দুজনে উলিয়াই লৈ বাৰান্দাতে শুৱাই পানী-চানী দিয়াৰ ব্যৱস্থা কৰা হৈছিল। অধ্যাপকে কিন্তু উলিয়াই লৈ যোৱাৰ পাচতেই স্বাভাৱিকভাৱে পঢ়াবলৈ আৰম্ভ কৰি দিছিল।

অধ্যাপকে পঢ়োৱা দেখি তাৰ বুকুত কোনোবাই হেঁচা মাৰি ধৰি উশাহ নিশাহ বন্ধ কৰি দিয়া যেন অনুভৱ হৈছিল। সি হতবাক হৈ অধ্যাপকৰ পিনে চায়ে থাকিল। ক্ৰমে কথাবোৰ তাৰ কাণত

নোলোমোৱা হৈছিল আৰু অৱশেষত এটা বিশ্লেষণ কৰিব নোৱাৰা আতংকত তাৰ সমস্ত সত্তা সংকুচিত হৈ যোৱা যেন লাগিছিল।
আইতাকৰ কথাবাৰত সি অৱশ্যে আতংক অনুভৱ কৰা নাছিল। মাত্র বিস্মিত হৈ পৰিছিল।
সি ঘৰত নোসোমাৱাকৈয়ে ভৰি-হাতকিটা পখালি লবলৈ বুলি পানী খোৱা খালৰ পিনে গৈছিল। ৰবাব গছৰ তলত তাঁতশাল এখনো নাছিল। শুকান কেচুমটা, সক সক গছ-গছনিৰে তলডোখৰ বহুদিন কাৰো গছক নপৰা যেন দেখা হৈ আছিল।
সি পৰিত্যক্ত পুৰণি খালটোলৈ চালে। পাৰৰ বাটটোক দুয়োকাষৰ কচু ঢেঁকীয়াই নিশ্চিহ্ন কৰি থৈছিল। বাঁহৰ তলত নতুন পানী খোৱা খালটোৰ পাৰত থিয় হৈ তাৰ দেহটো শীতল লাগি গ'ল। পানীৰ চাৰিওকাষে ঘেৰদি থোৱা বাঁহৰ গোৰোৱা গোন্ধটো তাৰ চিনাকি চিনাকি লাগিল।
তাৰ গাঁৱৰ মানুহবোৰৰ বিষয়ে জানিবলৈ মন গ'ল। এনেতে মাটিৰ কলহ এটা লৈ লেতেৰা মেখেলা এখন বুকুত মেৰমাৰি মুখৰ তামোলৰ দাগেৰে বঞ্চিত ওৰণিখন নামতহে লৈ সাধিৰ ঢৈণীয়েক খালৰ পাৰ পালেহি।

: কেতিয়া আহিলি ?

: এই মাত্র।

: গাঁৱৰ খবৰ কি অ' বৌ ?

: গাঁৱৰ খবৰনো কি হব ? লক্ষী আতা মৰিল নহয় ?

: কেতিয়া ?

: ছয়মাহমান হলেই হবলা। মনাকুচিয়া জেঠা মৰাতো কবই পাৰ ?

: অঁ।

সি এই দুখৰ খবৰটো শুনি বিমূঢ় হৈ পৰিছিল। তাৰ ছয়ামন্নাকৈ মনত পৰিল লক্ষীয়ে ককাকৰ ওচৰত বহি সুললিত কণ্ঠত মহাভাৰত

পচি থকা মুখৰ ছবি। আৰু এদিন কুন্দত যে খঞ্জৰী সাজিছিল। সিহঁতৰ ঘৰত যে বহুত মানুহ আহিছিল। নন্দ গাওঁবুঢ়া, বাগদোৱাৰ কুষাং বানিয়া এনেকে অপৰ গাঁৱৰো মানুহ।
লক্ষীৰ যে সেই ছাতি যেন জাপিটো। চাগে' শ্মশানত লগত দিছিল। ৰ'দ-বৰষুণত এতিয়ামানে তাতে জহি খহি নিশ্চিহ্ন হৈ গ'ল।
শ্মশানখন বাৰু আগৰ দৰেই আছেনে? ছয়োটা জুবি মাজত, কোট-কৰা আৰু চতিয়না গছৰ তলত? জুবি-দলঙ-শিমলুৰ শাৰী? ষ্টেচনৰ তম্বুটোচোন নেদেখিলে সি?
দোভাগীৰ চাগে আৰু কিবাকিবি হ'ল। এতিয়ামানে চাগে' দেখিবলৈ আৰু কুৎসিৎ হৈ পৰিল। টেমা-ধৰমীহঁত আগৰ দৰে আছেনে চা'গ'? টেমাঁৰতো বিয়া হৈ গৈছিল? চাগে' ল'ৰা-ছোৱালী কিবা হলেই?

: তই দেখোন গাভৰুচৰৰ হে কথা সুধিছ? সিহঁত এতিয়া মোৰ দৰেই বুঢ়ী হৈ গ'ল।

বৌৱেকৰ কথাত বিষম লাজ পাই মুখৰ ভিতৰতে সি এনেয়েহে সুধিছিল বুলি কৈ পানী তোলাত লাগি গ'ল। বৌৱেকৰ কথামতে সি তাইৰ কলহটোও ভৰাই দিলে। বৌৱেকে তাৰ মাজতে কলে—

: আমাৰো উঠি যাবই হবপায়। ককায়েৰে দেখোন কৰবাত মাটি চাই আহিল। বহুত দূৰ-বোলে। এদিনৰ বাট।

: ক'ত?

: জানো, গাঁৱৰ নামটো মনত নাই। আৰু কেইঘৰ মান যোৱাৰ কথা। বৈৰাগীপাৰাৰ এঘৰ গলেই।

সি একো নকলে। মনটো তাৰ হাহাকাৰ কৰি উঠা যেন লাগিল। কিবা এটা বুজাব নোৱাৰা কাৰণত চকুহাল হঠাৎ তাৰ সেমেকি উঠিল। সি বৌৱেকৰ পিনে চালে। শুকান হলিপৰা পিয়াহ দুটাত বুকুৰ মেঠনিটো কোনোমতে লাগি থকা যেন দেখিছিল। হাড়-ভৰি কেইটাত আগৰ লাৱণ্যৰ ঠাইত সি দেখিছিল কষ্টক্লিষ্ট পুৰুষৰ নীৰস কাঠিন্ত।

সি বৌয়েকৰ পিচে পিচে গৈ এটা দুৰ্বাৰ উদ্বেগ অনুভৱ কৰিলে গাঁওখন ঘূৰি ঘূৰি চাই লোৱাৰ। তলে তলে মনৰ নানান সংশয়ে তাক জুমুৰি দি ধৰিলেহি। অশান্ত মন এটা লৈ গাঁৱৰ পিনে সি ওলাই গ'ল। দলঙখন এতিয়াও আগৰদৰে ঘোপমৰা হৈয়ে আছিল। তিতবাময়ৈতৰ বাঁহনিত অৱশ্যে আগৰদৰে বগলীৰ কোঢ়াল নাছিল। তলৰ পানী-খিনিৰ সোঁতো যেন আগৰদৰে কোবাল নাছিল। গৈ গৈ শুখুনাইঁতৰ পদূলিমুখৰ বহলখিনিত শান্ত নিশ্চল হৈ পৰিছিল সোঁতটো। শুখুনা-ইঁতৰ পদূলিমুখখন বেচ পোহৰ আকলি মুকলি যেন লাগিছিল তাৰ। কিন্তু স্বাভাৱিক যেন লগা নাছিল একোতে। সি চিন্তা কৰি চালে, কি কাৰণত তাৰ এই আচহুৱা অনুভূতি হৈছে। ভাবি ভাবি কাৰণটো উলিয়াব পৰাৰ আগতেই শুখুনাৰ মাতত সি ঘূৰি চালে—

: কেতিয়া আহিলি ?

: আজি, অলপ আগতে। হেৰি নহয় কাই, পদূলিটো অলপ মুকলি মুকলি যেন লগা নাইনে বাৰু ?

: লাগিবতো ; বাঁহজোপা কাটি পেলোৱা হ'ল নহয়।

সেই সামান্য কথাটোৱে ইমানপৰে তাৰ মনত পৰা নাছিল ! সি ক্ষুব্ধ হ'ল। এই বাঁহজোপাতে লুকাই থকা শালিকী দুজনীক আৰু বান্দৰটোক কেন্দ্ৰকৰি কতদিন কত ঘটনা ঘটিছিল। এবাৰ যে খাটা ভাৰবীয়াৰ কালু বোলা কুকুৰটোৱে জাতি শালিকীজনীৰ 'নিলে নিলে নিলে ঐ' বুলি সতর্ক বাণী শুনি একে চোচাই হাঁহৰ পোৱালি নিবলৈ চোঁ মৰা চিলনীজনী কামুৰি ধৰি দিছিল। মানুহে শুনিলে বিশ্বাসেই নকৰিব এনেবোৰ কাহিনী।

বাঁহজোপাৰ তলখন ফুঁ মাৰি ভাত খাব পৰা কৰি ৰাখিছিল দোভাগীয়ে, তায়েহে অকল বান্দৰটোৰ কাষলৈ যাব পাৰিছিল ; আন কোনো ছোৱালীয়েই তাৰ কাষ চাপিবলৈ সাহস কৰা নাছিল। আৰু সেই বাঁহৰ তলতে প্ৰায়ে শুখুনাৰ মাকে যে ধান জাৰিছিল।

: ভালনে তোৰ ?

: ভালেই।

: যাবি নেকি আমাৰ তালৈ ? আহ, তামোল এখন খাই যাবি।

: মামাৰ কেনে অ ?

: কেনেনো হব অ' অসুখ গুচাই নাই। আজি দুবছৰমানৰ পৰা বেছি হ'ল। সেই যে তই যোৱাৰ আগতে মোক দলঙত পাইছিলি ; মই যে গোলক ডাক্তৰৰ তাত দাক আনিবলৈ গৈছিলোঁ ; সেই তেতিয়াৰ পৰা লাগিয়েই আছে। (অশ্লীল) চালা মৰিও যাব, মাৰিও যাব যেন পাইছোঁ। সোনকালে কিবা এটা হলেও ৰক্ষা পালোহেঁতেন।

সি কি কব ভাবি পোৱা নাছিল। মাথোন অলক্ষ্যে গুখুনাৰ মুখলৈ চাইছিল। এই দুবছৰতে তাৰ মুখত, চাল-চলনত বয়সৰ ছাপ পৰিছিল। তাৰ চাল-চলনত আগৰ তৰলতাৰ ঠাইত সকলো সময়তে এটা বিৰক্তিৰ আভাস দেখা গৈছিল।

সিহঁত গৈ পদূলিয়েদি সোমাই পৰাৰ লগে লগে হাতত এখন দা লৈ গুখুনাৰ ভায়েকটো ওলাই আহিছিল। তাৰো মুখত গহীন বিৰক্ত ভাব। বয়সীয়াল চিন্তাক্লিষ্ট মানুহৰ দৰে।

: ককায়ে কেতিয়া আহিলি ?

: এই অলপ আগতে।

সি আৰু কিবা এষাৰ কৈ বেগাবেগিকৈ ওলাই গৈছিল। তাৰ কাণত নোসোমাল। তাৰ মন হঠাৎ বিষণ্ণ হৈ পৰিছিল আজি কিছু বছৰৰ আগতে ষ্টেচনত মিলিটাৰী অহাৰ খবৰটো চিঞৰি চিঞৰি গাঁৱত কৈ ফুৰা চঞ্চল বেপৰোৱা ল'ৰাটোৰ কথা মনত পৰি। সি ঘূৰি চালে। লেতেৰা তামোলৰ দাগবোৰ শুকাই বিবৰ্ণ হৈ লাগি থকা পথৰা চিতৰা কাপোৰ এডোখৰ কোনোমতে টিকা ঢাক খোৱাকৈ পিন্ধি ভাক ওলাই যোৱা দেখি সি নিজৰ কাপোৰ সাজলৈ চালে।

: ইয়াক একেবাৰে ডাঙৰ মানুহ যেন লগা হ'ল।

: দুখ পালে হয়েই। সকলো পৰাই পিঠি মাৰি দিয়া হ'লতো। আৰু দুখ নকৰিলে জানো মুখ ভৰিব ?

সি অন্যমনস্ক হৈ পৰিছিল। গুধুনাৰ মাকে চোতালত ধান জাৰি আছিল। তাক কোনোবা বেলেগ বুলি মুখৰ ওৰণিখন খুলি মনত সোমাব খুজিছিল। গুধুনাই ক'লে—

: মায়ে তাকে চিনি পোৱা নাই।

: ভালে আছা মামী ?

মাকে তেতিয়াহে ঘূৰি চালে। সিও সচেতন হৈ পৰিল।

: অ' পুত্‌খা তইহে। মই আকৌ মাকৃচাই কোনোবা বুলিহে ভাবিছিলোঁ। যিহে ধুতীৰ ফেৰ মাৰিছ!

মামীয়েকক দেখিলেই তাৰ মনত পৰে ভাঙৰ দোচালিয়া এপাল হাঁহৰ মাজত বহি থকা এটা দৃশ্য। মতা চীনাহাঁহ আৰু মাইকী পাতিহাঁহৰ পৰা জগা দোচালিয়া হাঁহবোৰৰ চলাফিৰাত এটা বিশেষ আভিজাত্য আছে। সিহঁতৰ গাঁৱৰ ভিতৰত গুধুনাৰ মাকৰ হাততেই এই জাত হাঁহ বৰকৈ হৈছিল।

আগতে সেইপিনে আহিলে সিহঁতে প্ৰায়ে দেখিছিল পদূলিমুখৰ বাঁহ-জোপাত বান্দৰটো বন্ধা, শালিকী চুকনীও মাটিত নামে। মাকে মুখৰ ওৰণিখনেৰে চুলিখিনি টোপোলাই লৈ ধান জাৰিবলৈ বহে নঙলামুখতে। ওচৰতে এডাল এচাৰি থৈ। আৰু এপাল দোচালিয়া হাঁহে দিব-বা-খাম-বা বুলি আশা পালি ঘণ্টাৰ পৰ ঘণ্টা ধৰি জুম বান্ধি মাকৰ চাৰিওপিনে বৈ থাকে।

: তইঁতৰ হাঁহবোৰ কি হ'ল ?

: এ হাঁহ থাকিব দে বোপাই। পিতাকৰ বেমাৰতে আধাআধি বেচা গ'ল। ইপিনে আজিকালি শিয়ালবো যিহে উৎপাত হৈছে হাঁহ ৰাখিবি!

: শিয়াল ?

: অঁ এতিয়া গধূলিতে শিয়ালৰ হোৱাত কাৰো মাত কতো শুনা হয়। তইঁতৰ হিলৈটোৱে কেটামান মাৰিবিচোন তই।

: হিলৈ আৰু ক'ত ? যুদ্ধত জমা কৰি লৈ গৈছিল [illegible]। ঘূৰাই দিয়াই নাই।

: যুদ্ধত নহয়। কংগ্ৰেছৰ কাৰণেহে নিছিল বোলেচোন! মাষ্টৰ পেহাই কৈছে।

গুণুনাই তাৰ কথাবাৰত ভুল ধৰা দেখি আৰু সি নিজৰ ভুলটো ধৰিব পাৰি মনে মনে বিব্ৰত বোধ কৰিলে—। সি স্বাভাৱিক হবৰ চেষ্টা কৰি ক'লে—

: একেই; যুদ্ধৰ সময়তে কংগ্ৰেছৰ আন্দোলন। আৰু আন্দোলনো আমাৰ মাষ্টৰ পেহাৰ মতে যুদ্ধই দেচোন।

: পেহাৰ এই কেইদিন একেবাৰে গাত গোঁসাই নাই। অলপতে আমি হেনো স্বাধীন হ'ম। বাটে বাটে মানুহক চিঞৰি চিঞৰি খবৰ দিয়ে। আহি ওলায়হিহে এতিয়া।

তাৰ-কিন্তু পেহাকৰ কথা মনত পৰা নাছিল। মনত পৰিছিল তাৰ চৰম দুৰ্বলতা ধৰা পৰাৰ এক মৰ্মন্তুদ কাহিনী। আজি গুণুনাৰ আগত যি বিব্ৰততা সি অনুভৱ কৰিছিল সেয়া তাৰ তুলনাত একেৱেই নহয়।

এদিন কলেজৰ পৰা মেচলৈ আহি থকাৰ বাটত সি এটা বিশেষত্ব অনুভৱ কৰিলে। আলিবাটৰ হুলস্থুলবোৰ হঠাৎ শান্ত হৈ পৰিছিল। মিলিটাৰীবোৰ একেবাৰে কমি অহা যেন লাগিছিল।

: হেই বৈকুণ্ঠ, মিলিটাৰীবোৰ কমি অহা নাইনে বাৰু আজি কিছু-দিনৰ পৰা।

বুঢ়া আৰু বৈকুণ্ঠহঁতে কেৰম খেলি থকাৰ মাজতে সি সুধিলে। বৈকুণ্ঠই উত্তৰ দিয়াৰ আগতেই বুঢ়াই অৱজ্ঞাৰে ক'লে—

: যুদ্ধ শেষ হলে সিহঁতে ইয়াত আৰু ঘোঁৰাৰ ঘাঁহ কাটিলেহে হব।

: যুদ্ধ শেষ হলে মানে?

: আৰে তইনো ক'ত আছ? যুদ্ধ শেষ হোৱা পৃথিৱীৰ চৰেই জানে। তই পেপাৰ পঢ়িলেহে জানিবি।

বৈকুণ্ঠই এনে এটা অৱজ্ঞাৰ হাঁহি মাৰি কলে যে, আৰু তাক

কোনোদিন কাকো দুৰ্ব্যৱহাৰ নকৰা হৰিচৰণে এনে এটা হাঁহিৰে যোগ দিলে যে, তাৰ মাটিতে মিলি যাব যেন লাগিছিল।
সিদিনাৰ সেই মৰ্মন্তুদ অভিজ্ঞতাই তাক অৱশ্যে পৰোক্ষ প্ৰেৰণাও যোগাইছিল দেশৰ পৰিস্থিতি সম্বন্ধে সজাগ হোৱাৰ। সেইদিন ধৰি সঁচাকৈ সি পঢ়িছিল কলেজৰ লাইব্ৰেৰীত বহি বহি বিভিন্ন বাতৰি-কাকত। এটা অদ্ভুত জেদে তাৰ মন শিপাই ধৰিছিল। হৰিচৰণ আৰু বৈকুণ্ঠৰ প্ৰতি প্ৰত্যাহ্বান স্বৰূপে সি কি যে কাণ্ড কিছুমান কৰিছিল।
মহাত্মা গান্ধী আহিছিল গুৱাহাটীলৈ। তিনিদিনৰ কাৰণে। প্ৰাৰ্থনা সভাত লক্ষ লক্ষ নৰনাৰী। সি তাত নিতউ যোগ দিছিল। প্ৰাৰ্থনা সভালৈ আহোতে মহাত্মাৰ পদস্পৰ্শৰ কাৰণে হেতাওপৰা লগোৱা হেজাৰ হেজাৰ মানুহৰ ভিতৰত সিও আছিল আৰু শৰণীয়া আশ্ৰমত য'ত মহাত্মা আছিল তাতো সি গৈ লাচনি পাচনি কৰি দিছিল। এই-বোৰ সি কৰিছিল গান্ধীৰ প্ৰতি শ্ৰদ্ধাত নহয়, জেদত; বৈকুণ্ঠ আৰু হৰিচৰণক পৰাভূত কৰাৰ জেদত।
কথাবোৰ চিন্তা কৰোতে আদিৰামে কেতিয়া যে শেহাই শেহাই পিৰালিৰ ঢাৰিখনত শুই ললেহি তাৰ খবৰেই নাছিল। আদিৰামৰ মাতটো ইমান অস্পষ্ট আছিল যে তাৰ কাণতো পৰা নাছিল। শুধুনাই কোৱাত হে সি পিৰালিলৈ চকু ঘূৰালে—
: মই ভাগিনৰ মাতটো এতিয়াহে ধৰিব পাৰিছোঁ। কাণেদি ভালদৰে মুগুনোও নহয় আজিকালি। অই তাক তামোল চালি কিবা দিছ নে নাই। কেতিয়া আহিলি বোপাই?
একে উশাহতে কথাকিটা কৈ আদিৰাম নীৰৱ হৈ পৰিল। শীৰ্ণকায় কংকালসাৰ আদিৰামৰ চেহেৰাটো দেখি তাৰ মনত পৰিছিল সকতে বাইনৰ দলত জোঙা পাগুৰীটো মাৰি হাতত চোঁৱৰ লৈ সুন্দৰ সুললিত সুৰত গীত গাই গাই হেজাৰ হেজাৰ দৰ্শকক মুগ্ধ কৰা সূত্ৰধাৰ আদি-ৰামলৈ। উত্তৰত কি কলে তাৰ মনত নাছিল। কিন্তু সমগ্ৰ পৰিৱেশ

সকলো পাহৰি সি আদিবাসৰ চিনিব নোৱাৰা মৃতপ্ৰায় দেহটোলৈ অবাক বিস্ময়েৰে চাই আছিল।
শুখুনাৰ মাতত সি সজাগ হৈ উঠিল—

: এতিয়া অলপ ভালেই। দুসপ্তাহমানৰ আগতে যি অৱস্থা হৈছিল আমিতো আশা বাদেই দিছিলোঁ।

ভাল যদি এয়ে হয় তেন্তে দুসপ্তাহৰ আগতে কি হবগৈ পাৰে সি কল্পনা কৰিবৰ যত্ন কৰিলে মনে মনে। শুখুনাই নিশ্চিন্তে কোৱা কথাবাৰত সি হলে ধনিষ্ঠামানো আশ্বাস নাপালে।

: কাৰ দৰৱ খুৱাইছ ?

: আগতে গোলক ডাক্তৰৰ খুৱালোঁ ; তাৰ তাতে টকা পাঁচকুৰি-মান ভৰিলোঁ। মাজতে আকৌ চৰকাৰী ডাক্তৰকো ধৰিলোঁ তইঁতৰ জেঠাৰ কথামতে। তাৰতো বেমাৰটোৱে নলৰিল। পাচত যেনিবা সেই হাটখোলাৰ কাষতে বিকিউজী ডাক্তৰ এটা বহিছে, তাৰ পৰা কেইপালিমান আনি খুৱালোঁ। পিচে পইচা লাগে। পইচা নহলে চব মিছা।

: তোক দেখোন মই বেলআজিৰ কাষৰ মাটিখিনি বেচি দিবলৈ কৈছিলোঁ। তইঁতে মিছামিছি ইমান দূৰৰ মাটি আগুৰিবও নোৱাৰ বেচি পেলোৱাই ভাল আছিল।

পিতাকৰ কথাত শুখুনাই ভেকাহি মাৰি উঠিল—

: বহ ঐ ( অশ্লীল ) তই মনে মনে থাক। একো নজনাকে কথা নকবি। সেই মাটি ভৰা হ'ল ( অশ্লীল ) গহাটীৰ কোনোবা উকীলৰ। তাক তই বিক্ৰী কৰ কেনেকৈ ?

: কিয় ? সেই মাটিডোখৰচোন তইঁতে বোধকৰোঁ বহুদিনৰ পৰাই খাই আছ ?

তাৰ কথা শুনি শুখুনাই সহজ হবলৈ চেষ্টা কৰি ক'লে—

: তইও যে আক ? আমাৰ বুবাৰ পিতাকৰ পিতাক বামচিয়া ভেকা বুলি যে কৈছিল, সিয়েই পহিলা ভাণ্ডি উলিয়াইছিল সেইবোৰ

মাটি। তাৰ পাচত আমাৰ বুবাইহঁতৰ দিনতে কেনেবাকে গ'ল। দুই তিনিবছৰৰ মূৰত খাজানা তোলেহি নহয় মালিকৰ মহলদাৰ এটাই। বুবাই পাহৰি গৈছে। এইবোৰ চৰ খাতৰ মাটি।

: খাত চেউনিত সেই চেৰৌ কানিয়াইহঁতৰ গাঁৱতহে থকা শুনিছিলোঁ।

: সেইখন নিস্পিখেৰাজ খাত। পাৰঘাটৰ কোনোবা কেৰেণীৰ। জানো বকৰা নে বৰদলৈ বোলে (অশ্লীল)। সেইবিলাক মাটিও গাঁৱৰ মানুহেই ভাঙি খাই আছিল। কেনেকে মণ্ডলৰ চিঠাত কেৰেণীৰ নামত নিস্পিখেৰাজ হৈ উঠিল কোনে জানে।

শুধুনাই বিজুৰ দৰে মৰা হাঁহিটোত সি অনুভৱ কৰিছিল হতাশা-জড়িত উষ্মা। সি মনে মনে থাকিল। তাৰ চকুত ভাহি উঠিল খাটাবামৰ লগত হাঁহি মাতি আনন্দ কৰি চৰাই চিকাৰলৈ যোৱা আদিৰামৰ হাস্যমুখৰ মুখখনৰ কথা। মনত পৰিল সেই দিনবোৰৰ কথা যেতিয়া বাৰীৰ চুকৰ দলঙখনৰ তলেদি পানী বৈ আছিল আৰু সিহঁতৰ পদুলিমুখৰ খালটোত পল লৈ গাঁৱৰ মানুহৰ সতে খাটা-আদি-হঁতে মাছ মাৰিছিল আৰু দাচু অস্তাৰ, জিতৰামহঁতক জোকাই পৰিৱেশটো হাঁহিমুখৰ কৰি ৰাখিছিল।

তাৰ সৰুতে দেখা মনত আছে, মূৰত বগা ধুনীয়া পাগুৰী মাৰি হাতত চোঁৱৰ লৈ আদিয়ে বাইনৰ সূত্ৰধাৰী নাচিছিল আৰু সুললিত কণ্ঠত পদ গাইছিল। কথাবাৰ মনত পৰাৰ লগে লগে সি সন্তৰ্পণে আদিৰ মুখলৈ চালে। আদিও তাৰ মুখলৈকে চাই আছিল—

: ইহঁতে কলেও মই বিশ্বাস নকৰোঁ। মই নাবাচিম অ' বোপাই। এনেকে আৰু মানুহ বাচেনে? এই লক্ষী মামাকে কতই বাচিব বাচিব বুলি কৈছিল, ক'তা বাচিল।

তাৰ অন্তৰ কিবা এটা বেদনাত তোলপাৰ কৰি উঠিছিল। কিন্তু সি শান্তনা দিবৰ চেষ্টা কৰি ক'লে—

: মামা তই আগতকৈ বহুত ভাল হৈছে। তই ভাল হৈয়েই হবি। আদিয়ে হাঁহিলে—

: কত আশা দিছিল লক্ষী মামাকো। এতিয়া তইঁতে মোকো দিবি। মইনো কিবা কেচুৱা নে ?

: তোৰ বাক বয়স কিমান হ'ল ?

: কোনে লেখি থৈ দিছে বয়স। আমাৰ দিনত ইয়াত গণক নাছিলেই নহয়। ভূমিকম্পত দুই বছৰীয়ানে কি আছিলোঁ বোলে। মায়ে বোলে বোকোচাত লৈ পদোপাৰাৰ বাকৰিত উঠি-ছিল গৈ।

বোধকৰোঁ স্মৃতিৰ ৰোমন্থনত ব্যস্ত হৈ পৰিল খন্তেকৰ বাবে। নীৰৱ হৈ পৰিল আদিৰাম। সি সেই ছেগতে ওলাই আহিল তাৰ পৰা। ওলাই আহিল নহয় পলাই আহিল। মনে মনে সি আতংকিত হৈ পৰিছিল আদিৰ অৱস্থা দেখি। সি শান্তনা দিবলৈও ভাষা বিচাৰি পোৱা নাছিল। নিজেই শান্তনা বিচাৰিছিল, বহুত বেদনা, বহুত ব্যথাৰ জ্বালা অনুভৱ কৰি।

আইতাকে দোষ দিছিল পোষ্টমাষ্টৰৰ কথা নুশুনা বুলি। মাকে কিন্তু দোষ দিছিল শুখুনাক। তাৰ পিতাকে হেনো চৰকাৰী ডাক্তৰ অনাই আদিৰামক ঘৰতে চোৱাই দৰৱ-জাতি দিয়াইছিল। ইমান দিনৰ পুৰণি ৰোগ এটা এদিনতেতো ভাল নহয়। সিহঁতক আকৌ ৰাতাৰাতি ভাল হব লাগে। ইপিনে বেমাৰীও হাঁহৰ মাংস, মাটি দালি, ৰৰা চাউলৰ ভাত খায়ে থাকে। ডাক্তৰে বা কি কৰিব পাৰে, দৰৱেই বা কি গুণ দিব! এদিন শুখুনাই তাৰ পিতাকৰ বিৰুদ্ধেই প্ৰতিবাদ কৰি উঠিল। কাজেই পিতাকেও বাদ দিলে। কপালত যাৰ যি আছে, তাক কোনে খণ্ডাব পাৰে!

ককাঁলত এবোজা এৰাগছৰ পাত লৈ সৰু খুৰীয়েক ক'ৰবাৰ পৰা আহিছিল।

: কাৰ কপালৰ কথা কৈছ অ' বাই ?

মাকে খুৰীয়েকৰ পিনে নোচোৱাকৈয়ে ক'লে—

: এই আদিৰ কথা কৈছোঁ।

: মোৰ পিচে নাবাচিব নাবাচিব যেন লাগিছে ; কাকো নকবি আকৌ ; শুনিলে বেয়া পাব পাবে।

: আমিনো কাক কবলৈ যাম। নিজৰ কৰ্মৰ ফল নিজে ভোগ কৰিব। অনাচাৰ কৰিলে দেহা ক'ত টিকিব। ভাল দেহাই নিটিকে আৰু বোলে ৰুগীয়া দেহা।

: আজিকালিৰ ল'ৰাবোৰো গুচিল বাই। ডাঙৰ সৰু কথা নমনা হ'ল। শুখুনাই বোলে সিদিনা ইহঁতৰ পিতাককে হটহটাই উঠিল। হেৰৌ সাত নহয় পাচ নহয় তোৰ জেঠায়েৰ ; ঘৰখনৰ মংগলৰ বাবেহে কৈছে ; তাতে যদি তই এনেকৈ উঠ। আনক দেখোন তই টাঙোনকে উঠাবি।

: টাঙোন উঠাবলৈ আৰু বাকী থাকিল নে কিবা? ইমান বুঢ়া মানুহ এজনক তই মুখে মুখে উত্তৰ দিলি, তাতকে আৰু কিবা টাঙোন উঠাব লাগেনে? যি হয় হক দে, লোকৰ কথা লোকৰ বতৰা, আমাৰ নো কি?

মাকে নিৰ্লিপ্ত হবলৈ বুলি কথাষাৰ কলেহে কিন্তু বুকু ভেদি ওলাই অহা হুমুনিয়াহটো ৰাখিব নোৱাৰিলে। এনেয়ে সৰু খুৰীয়েকৰ পলুৰ বিষয়ে কৌতুহল প্ৰকাশ কৰিলে। গৰমকালি পৰিবই অলপতে পলু উঠোৱাত বিশেষ দিন নালাগিব তেতিয়া। এই ৰাহ পিছে গৰম পৰাৰ আগতে উঠিব বুলি খুৰীয়েকে আশা কৰিছে।

কথাবোৰ শুনি ইতিমধ্যে বিৰক্ত হৈ পৰিছিল সি। ইতিমধ্যে সি কামিজ-চামিজ খুলি ললে। চেণ্ডেলযোৰো। তাৰ এতিয়াহে গাটো পাতল পাতল লাগিল। সি দোকানলৈ যোৱাৰ কথা ভাবিলে। ৰেৱতীও আহি আছেহি। দুয়ো সিহঁতৰ পুৰণি স্কুলখন থকা গাঁৱলৈ যাব। সি পদূলি মুখলৈ ওলাই আহিল। শুখুনাইহঁতৰ সিমুৰৰ পৰা কৰ্কালত পাচি এটা লৈ হাঠিমুন্নিবুৰী আহি আছিল। ইপিনে দাচুৰ মাক কাণ্ডালী বুঢ়ীয়েও কৰ্কালত মেঠনি মাৰি লাখুটি এডালত ভৰ দি দি সিহঁতৰ ঘৰৰ পিনেই আহি আছিল। মনে মনে তাৰ হাঁহি উঠিল। সিহঁত

একেলগে থাকোতে সক খুৰীয়েকহঁতৰ ভিতৰৰ চোতালখনত জমা আবেলিৰ আড্ডাটোৰ এয়া অৱশেষ এতিয়াও আছে। এতিয়াও চাগে' অভ্যাসটো ৰাখিছে আলৰ বুঢ়া উকীলে গৈ উকীলখানাত মাজে মাজে বহাৰ দৰে। দাচুৰ বায়েক লক্ষীবুঢ়াৰ বিধবা বুঢ়ীজনীও চাগে আহি পায়হিছে লাগে। তাক দেখি হাঠিমুম্নি বৈ গ'ল—

: তই কেতিয়া আহিলি ? এতিয়াহে তোক আচল বঙাল বঙাল লগা হৈছে।

সি ভৰিত পৰি প্ৰণাম জনোৱাত বুঢ়ীয়ে চক খোৱাৰ দৰে কেৰা খোজো পিছুৱাই গ'ল।

: থাক্ থাক্ বাছা। মই হলো এটা মহাপাপী, মোক সেৱা লৰ বাছা !

বুঢ়ীৰ মাতটো হঠাৎ আড়ষ্ট হৈ পৰা যেন শুনিছিল সি। সিমূৰৰ মানুহবোৰৰ খবৰ সোধোতে সি জানিছিল যে, বুঢ়ীৰ একমাত্ৰ পুত্ৰ এতিয়া গাঁৱৰ যাত্ৰাৰ দলত। ঘুনুচাৰ হৈণীয়েক গাদামী মৰিল। সি এজনী বিধবা আনিছে। ডাঙৰ পুতেকক শশীহঁতৰ গাঁৱত এঘৰৰ তাত বন্ধোৱা থৈছে। কাওতালীয়ে শুনি ক'লে—

: গা খাটি গাধন দিব পাৰিব দে, ভালেই হৈছে।

সি বুঢ়ীৰ মুখলৈ চাই থকা দেখি হাঠিমুম্নিয়ে বুজাই কলে যে, যাৰ ঘৰত আছে সিহঁতৰ এজনী ছোৱালীও আছে। বোধকৰো তাকে বিয়া কৰাই দিব এক ডেৰ বছৰৰ পাচত। ছোৱালীৰ তো গা-ধন লাগিব ! ল'ৰাই যে ইমানদিনে ছোৱালীৰ ঘৰত খাটি দিব তাৰ ধন তাতে কটা যাব।

ইমান সক ল'ৰা এটাই বিয়া কৰাব শুনি সি আচৰিত হ'ল।

: তাৰ যাক বয়স কিমান হ'ল ?

: হ'ল ; তইহঁতকে তিনি বছৰ মানহে সক। আমাৰটোৰ লগৰে নহয় জানো ? আক এবছৰ মান হলে ভালকে, বিয়া কৰাব পৰা বয়সেই হব। আমাৰ আতায়েৰেইতেও চোন তেনে বয়সতে বিয়া কৰাইছিল।

সি মনে মনে হিচাব কৰি চালে। যুনুচাৰ পুতেকৰ বয়স বৰ বেছি তেৰ বা চৈধ্য বছৰ হব। তাৰ মনত পৰিল, পুতেকক ওচৰতে বহুৱাই থৈ ঘৰ অলা জুইত যে গাদামীয়ে জুই পুৱাই আছিল সেই সময়ত পুতেকৰ বয়স আছিল ডেৰ দুই বছৰ। সেই হিচাপে চৈধ্যতকৈ কোনোমতেই বেছি হব নোৱাৰে। আৰু সেই হিচাপত সি চোন এতিয়ামানে বাপেকীয়ে হব লাগিছিল। তাৰ তো নাই নাই বুলিও সোতৰ বছৰ হ'ল।

টেমালৈ হঠাৎ মনত পৰিল। তাই চাগে' ইতিমধ্যে ব্যস্ত মাক এজনী হৈ পৰিছে। নতুনকৈ পোৱালি দিয়া গাহবিজনীৰ দৰে।

সি গৈথকা মানুহজনীলৈ চালে। হাত পিঠিৰ ছালবোৰ শোতোৰা শোতোৰ পৰিছে। কলাফুল কেইটা ক্ষীণ, অথচ খোজেপতি এতিয়াও মাংসৰ সক আটিল পেশী এটা উঠা নমা কৰে। বিয়াৰ সময়ত বুঢ়ীৰ বয়স আছিল এঘাৰ বা বাৰ। কেনে আছিল বা সেই সময়ত বগা চুটি চাপৰকৈ মানুহজনী? শুভ ৰাত্ৰিৰ দিনা হয়তো—সি কল্পনা কৰিবৰ চেষ্টা কৰিলে।

ফুট আইতাকলৈ তাৰ মনত পৰিল। তাইও ঠিক হাঠিমুৰি বুঢ়ীৰ দৰেই চুটি চাপৰ আছিল কিন্তু ইমান বগা নাছিল। ফুট আইতাক অৱশ্যে গাভৰুৱেই আছিল সেই ঘটনাটোৰ সময়ত। তাৰ মনলৈ আহিল কচুৱে ফুট আইতাকে খালৰ পানীজিয়েলিত ৰহি কিবা কৰি থাকোতে দলিচপৰা এটা মাৰি দিয়া সেই দৃশ্যটো।

গোঁসাই ঘৰৰ বাকবিথনেদি গাড়ীৰ লিটে লিটে মণিৰামে গাড়ীখন দৌৰাই লৈ আহিছিল। শব্দত তাৰ মনোভংগ হ'ল। সি তেতিয়াহে মন কৰিলে বাকবিথন কিবা শুকান শুকান লগা মুকলি হৈ পৰিছিল। মাজেদি গাড়ীৰ লিট দুটা পৰিছিল। গৈ গৈ লিট দুটা মন্ত্ৰীৰ বাৰীৰ কাষেদি জুৰ লোৱা ঠাইখিনিত আলিত উঠিছিল।

গোঁসাইঘৰৰ উত্তৰ কাষৰ শনীহঁতৰ গাঁৱলৈ যোৱা আলিবাটটো এতিয়া মিৰিকৰ গাঁৱৰ আলিৰ পৰাই স্পষ্টকৈ দেখি। সেৰাই তাৰ পৰাই

চিঞৰি চিঞৰি মণিৰামক কিবা সুধিছিল। গাড়ীখনে ছুবৰিৰ ওপৰতে অকণ ধূলি উকৰাই তাৰ কাষেদি পাৰ হৈ গ'ল শব্দ কৰি। মণিৰামে তাক দেখি চিঞৰি চিঞৰি কিবা সুধিছিল। সি অনুমানতে 'আজি আহিলোঁ' বুলি কৈছিল।

দেৰাই দীঘল মাতেৰে ঘোষাৰ পদ গাই গাই দোকানলৈ যোৱা পথকৰা বাটটোৰ আহতগুৰিয়েদি নামি গৈছিল। সি গৈ গৈ বৈৰাগীপাৰাৰ পৰা আহি থকা সিহঁতৰ গাঁৱৰ যাত্ৰাৰ দলৰ প্ৰবীণ তবলাবাদক চৰতৰ মুখামুখি হ'ল আহতগুৰি পোৱাৰ লগে লগে।

: কেতিয়া আহিলি বোপায়ে ?

: আজি। ক'ত নো যাৱ ?

: এই খাটাৰ বোলে অসুখ। খবৰ লৈ আহোঁ।

: মণিৰাম দাদাক এইমাত্ৰ গাড়ীখন দৌৰাই লৈ যোৱা দেখিলোঁ।

: সিহঁত উঠি আহিছে নহয় পথাৰলৈ। বাহিৰলৈ ওলাই আহিল। তাতেতো অলপ কষ্ট পালে হবলা, বয়সো হ'ল নহয়! কালিৰ পৰা বোলে অলপ জ্বৰ কাহ।

: আমাৰ সাধিকাইহঁতেও চোন যাব বোলে ?

: অঁ; আমাৰ ভেলেকুহঁতো গ'ল। মহেশ্বৰহঁতো যায় নেকি ফাগুণত। গুখুনাও মাটি চাই আহিছিল; পিচে বুৰাই পৰি থাকিল।

: অঁ, দুই বন্ধু একেলগে পৰিছে চোন। সিপিনে আদি মামাৰতো আজি ভালেদিনো হলেই।

: হবই আৰু। লক্ষী, লোহিত চকীদাৰ যেনিবা আগতে পাৰ হ'ল। এতিয়া বা আদি খাটাৰ দিন পৰিছে। আৰু কিছুদিন পাচত আমাৰ দিন আহিব। এনেকে চলি গৈ থাকিব। এয়ে সংসাৰৰ ৰীতি।

: লক্ষীআতাৰ কথা আজি আবুৰে কলে।

: অঁ বোপায়ে হবলা আগতে নাজান ? লোকে ভালে ভালেই পাৰ হ'ল বহু। আমিহে কৰবাত হয়তো লেলাই ধেন্দাই মৰিব

লাগিব। কি দিন আছিল, কি হ'ল! তইঁতৰ আতায়েৰে মৰা তোৰ মনত আছেনে?

: সপোন যেন।

: হবই। তই তেতিয়া নিচেই সৰু। সেইবিলাকহে পুৰুষ আছিল। লোকে কি ভাগ্যবান! ভাৰতখন শুনা যিদিনাই শেষ হ'ল সেইদিনাই নিজেও পাৰ হ'ল। নিজেই মুভুগিলে, লোককো মুভুগালে।

তাৰ পিচে ককাকলৈ নাইবা লক্ষীলৈ মনত নপৰিল। পৰিল লোহিত চকীদাৰলৈহে। তেলকলীয়া মসৃণ দেহটোত, পিঠিৰ ফালে তিৰোতাৰ দৰে গলধন ঢকা চুলিৰ কোছা। ডিঙিত ৰুদ্ৰাক্ষৰ মালা। চীনাহাঁহৰ দৰে যিপিনৰ খোজটো পেলায় সমগ্ৰ দেহৰ ভৰ সেই পিনেই পৰা হংস গমনৰ মানুহজনৰ লগে লগে যেন এটা যুগ শেষ হৈ গ'ল।

স্কুল থকা গাঁওখনৰ পিনে যোৱাৰ আগ্ৰহ তাৰ নোহোৱা হ'ল। সি আহতগুৰিতে বহি ললে। বহুত পুৰণি কথা তাৰ মনত পৰিল।

সেই মুহূৰ্ত্তত তাৰ অন্তৰাত্মাও জনা নাছিল যে, আগ্ৰহ নহলেও, ইচ্ছা নহলেও সেই গাঁওখনলৈ যোৱাটো তাৰ কাৰণে অবধাৰিত হৈ পৰিব। এদিন অপৰিহাৰ্য হৈ পৰিব। আৰু অনতিবিলম্বে।

সিহঁতে অবাক মূঢ় দৃষ্টিৰে তাৰ মুখৰ পিনে চাই থাকিল। সি হতাশ হ'ল। অন্তৰত বুজাব নোৱাৰা বেদনা অনুভৱ কৰিলে।

টি এইচ আই জি এইচ—থাই—থাই মানে কৰঙন। মুবুজিলে। উকঅ' গাধহঁত। সি কৈছিল অকণ উষ্মাৰে। কিন্তু শ্ৰেণীৰ আটায়ে তালৈ বিমূঢ় নিষ্পলক দৃষ্টিৰে চাই ৰ'ল। সি প্ৰতিজন ছাত্ৰৰ মুখলৈ চালে। কাৰো মুখত অকণো সলনিৰ আভাস নেদেখিলে। সি এক নিদাৰুণ পৰাভৱৰ ব্যৰ্থতা অনুভৱ কৰিলে। খন্তেকৰ কাৰণে সি নিজেই বিমূঢ় হৈ পৰিল। আৰু অলপ পাচত সি তাৰ কৰঙনত চপৰিয়াই "ফেৰা অ' গাধহঁত ফেৰা" বুলি কলে—

: থাই মানে ফেৰা, ফেৰাকে উৰুও বোলে কৰঙনো বোলে।

শ্ৰেণীটোত এটা মৃদু গুঞ্জন শুনা গ'ল। ল'ৰাবোৰৰ মুখলৈ সজীৱতা ঘূৰি আহিল। সামান্য চঞ্চলতাৰ আভাস বিৰিঙি উঠিল মুখভাৱত। সিহঁতৰ মুখৰ সজীৱতা দেখি সিও পুলক অনুভৱ কৰিলে। হাঁহিবৰ চেষ্টা কৰিলে। কিন্তু সেইদিন ধৰি স্কুললৈ যাবৰ কাৰণে তাৰ আগ্ৰহ নোহোৱা হৈ আহিল।

দৰাচলতে পিতাকেই কৰিছিল ব্যৱস্থাটো। মাইনৰ স্কুলৰ পিতাক হ'ল প্ৰেচিডেণ্ট। মৌজাদাৰ ঢুকোৱাৰ পাচত। কেইমাহমান আগৰ পৰা মাষ্টৰ নাছিল এজন। ক'ৰবাৰ ভাল জেগাত চাকৰি লৈ গুচি গ'ল মাষ্টৰজন। পিতাকে ভাবিলে সি আই. এ. দি এনেয়ে ঘৰতে বহি থকাতকৈ স্কুলত সেই কেইমাহ মাষ্টৰিকে কৰক। কাজেই ঘৰত আহি এসপ্তাহো শান্তিৰে কটাবলৈ নাপালে। মাষ্টৰ হৈ স্কুলত যোগ দিলেহি।

প্ৰথমদিনা আহি তাৰ অকণ লাজ লাজ লাগিছিল স্কুলত সোমায়েই। আগতে এবিধোৱা পৰিৱেশটো পাবৰ কাৰণে আশা কৰি আছি অলপ

নিৰাললা হৈছিল। স্কুলখনেই আগৰ ঠাইত নাছিল। চুকিয়ে একেবাৰে পিতাকৰ দোকানকো পাৰ হৈ আগতে য'ত গাঁৱৰ গোঁসাই থান আছিল তাৰ সন্মুখতে নিজাপিটৈক বহিছিলহি স্কুলখন। আগৰ মৌজাদাৰে মিটিং কৰি সজোৱা সেই কীৰ্ত্তন দীঘল ছাত্ৰ থকা ঘৰবোৰ তাত নাছিল। এতিয়া স্কুলৰ ওচৰতে সক সক খুপুৰি কিছুমান সাজি দিয়া হৈছে; তাতে দূৰৰ ছাত্ৰ থাকে। স্কুলৰ সন্মুখত আগৰদৰে আলিবাট আৰু বিয়াগোম আহত জোপা নাই। এতিয়া সৰু এখন ফিল্ড আছে। ঘৰটোও আহল বহল। আৰু কোঠা কোঠা কৰা। আগৰ দোকানবোৰ চাবেক জেগাতেই আছে।

ইমানখিনি সত্ত্বেও তাৰ মন কিন্তু উৎসাহিত নহ'ল। ক্লাচত বহি হঠাৎ চকখুৱাই দিয়া বতাহত চঞ্চল হৈ পৰা আহত গছৰ পাতৰ টিনৰ চালত শুনা মৃদু কোবৰ শব্দ অথবা বজত চাবে বিৰক্ত হৈ খেদি দিয়া যুদ্ধৰত শালিকাৰ মাত আৰু বিশেষকৈ চুপৰীয়া অকলশৰীয়া কপৌজনীৰ কণ মুগুনিলে তাৰ যেন একোতে আপোন আপোন যেন নালাগে সেই স্কুলটোক। সি প্ৰথমদিনা কোনো শ্ৰেণীতে নোসোমাল। হেডমাষ্টৰ আৰু আন মাষ্টৰ দুজন বহা কোঠাটোতে বহি বহি পুৰণি সিহঁতৰ স্কুলীয়া দিনবোৰৰ কথাকে ভাবিছিল।

নতুনকৈ সোমোৱা চুটি চাপৰ ঘুটমুটীয়া চকীদাৰজনক একোতে লোহিত চকীদাৰৰ খালী ঠাই পূৰণ কৰাৰ যোগ্যতা থকা যেন নালাগিল। লোহিত চকীদাৰ তাৰ মনত আছিল এটা যুগৰ প্ৰতিভূ। সি যেতিয়া স্কুললৈ যোৱাৰ বাটত তাৰ ওৱাৰ্ণিংবেলৰ কিণ্‌কিণনি শুনিছিল তাৰ মনলৈ আহিছিল মহাভাৰতৰ বীৰ অৰ্জুনৰ দেৱদত্ত শংখৰ বহুদূৰ ভেদি যোৱা যুদ্ধবিৰতিৰ আহ্বান। কিযে হৃদয় ভেদি যোৱা আকুল আহ্বান আছিল সেই কিণ্‌কিণ্‌ মাতত।

প্ৰথম দিনা শ্ৰেণীত সোমাই তাৰ আচহুৱা অনুভূতি এটা হৈছিল। সি কোনোদিন শিক্ষকৰ ভূমিকা লৈ কতো সোমোৱা নাছিল। তাৰ স্বাভাৱিক চেতনাক জোৰ কৰি লৈ গৈছিল শিক্ষক বহা চকী-টেবুলৰ

কাষলৈ। সি পঢ়াবলৈ লৰে ইংৰাজী। ৰাজেন শৰ্মা, জয়নুল আলি আৰু মণিৰাম দাসৰ কল্যাণত হৰমোহন দাসৰ ইংৰাজী গ্ৰামাৰখন পঢ়োৱাত সি আছুকাল পাবলগীয়া নহৈছিল। অৱশ্যে বেলেগ এটা কথাইহে সেইদিনা তাক বিবুধিত পেলালে।

সি পঢ়াই থাকোতে ল'ৰা এটা চুচুক-চামাককৈ উঠি আহিল আৰু লাহেকৈ টেবুলৰ কাষ চাপি তাৰ পৰা শিলগুটিটো বুটলি লৈ বাহিৰলৈ ওলাই গ'ল। টেবুলত শিলগুটিটোৰ অৱস্থিতি সি আহিয়েই মন কৰিছিল, কিন্তু ভাবিছিল বোধকৰোঁ 'প্ৰেচাৰ' হিচাপে কামত লগাবলৈ থৈ দিছে। কিন্তু ল'ৰাটোৱে তাক নোসোধা নেমেলাকৈ শিলটো লৈ কলৈ গ'ল। সি কথাটো চিন্তা কৰি বিমূঢ় হৈ পৰিছিল যদিও পঢ়োৱাৰ গতিটো স্বাভাৱিক ৰখাৰ যত্ন কৰিছিল। অৱশ্যে এটা মুহূৰ্ত্তত হঠাৎ তাৰ পঢ়োৱা বন্ধ হৈ গৈছিল। কিয়নো সি ইমান অবিশ্বাস্যৰ বাবে সাজু নাছিল। ল'ৰাজনে তাক নোসোধা নেমেলাকৈ বাহিৰৰ পৰা সোমাই আহিল। আৰু শিলটো যথাস্থানত থৈ তাৰ জেগালৈ যাব খোজোতেই সি পঢ়োৱা বন্ধ কৰি দি কড়া হবাৰ বাবে চেষ্টা কৰি সুধিলে—

: কলৈ গৈছিলা ?

: পেচাৱ কৰিবলৈ চাৰ্।

: নোসোধাকৈ গৈছিলা কিয় ?

: চাৰ শিলটো লৈ গৈছোঁ নহয় ?

ল'ৰাজনে তাৰ পুনৰ নিৰ্দ্দেশলৈ অপেক্ষা নকৰি নিজৰ ঠাইত বহিলগৈ। সি আকৌ পঢ়োৱা আৰম্ভ কৰিলে আৰু মনে মনে বিচাৰি নোপোৱা ৰহস্যটোৰ সন্ধেদ বিচাৰি ল'ৰাটোৰ চুচুক-চামাক অথচ ভয়হীন আচৰণটোৰ কথাই চিন্তা কৰিলে।

শেষত হেড্‌মাষ্টৰেই কলে কথাষাৰ। ইয়াৰ আগতে থকা মাষ্টৰজন দূৰৰ পৰা আহিছিল ; আহি ক্লাচত সোমায়েই বেচেৰা টোপনিত ঢলি পৰিছিল। কাজেই ল'ৰাবোৰে যাতে বাহিৰলৈ যোৱাৰ অনুমতি

বিচাৰি তেওঁক আমনি দিব নোৱাৰে আৰু যাতে তেওঁৰ টোপনিত ব্যাঘাত নজন্মে সেই উদ্দেশ্যে তেওঁ এটা অভিনৱ ব্যৱস্থাৰ প্ৰৱৰ্ত্তন কৰিছিল। ল'ৰাই বাহিৰলৈ যাবলৈ হ'লে এবাৰত এজনকৈহে যাব লাগিব আৰু যোৱাজনে টেবুলত থোৱা শিলগুটিটো লৈ গলেই হ'ব, মাষ্টৰক সুধি নগলেও হ'ব। যেন মাষ্টৰৰ হুকুমৰ নামান্তিত পাঞ্জা সেই শিলটোৱেই।

সি কথাষাৰ জনাৰ পাচত পুলক অনুভৱ কৰিছিল আৰু পিচদিনাই সেই ব্যৱস্থাটো বাতিল কৰিছিল।

তাৰে কিছুদিনৰ পাচত ঘটিছিল সেই ঘটনাটো। যিটো ঘটনাৰ কাৰণে তাৰ আৰু স্কুললৈ যোৱাৰ আগ্ৰহ একেবাৰে নোহোৱা হ'ল। তাৰ ভাব হ'ল, পঢ়ুৱালে কি হ'ব এনেধৰণৰ ল'ৰাচবক? সিহঁতৰ পুঞ্জীভূত অজ্ঞতাৰ ঘোৰ এন্ধাৰত এই গতানুগতিক স্কুলীয়া শিক্ষাত মূল্য একো নাই। সি হতাশ হৈ পৰিল।

সি 'ফেৰা' বুলি তাৰ কৰঙনত চপৰিয়াই দেখুৱাৰ লগে লগে যি এক তৃপ্তিৰ উচ্ছ্বাসত ল'ৰাবোৰৰ মুখ উজ্জ্বল হৈ উঠিছিল, গোমা গম্ভীৰ আকাশ এখন জৰি জৰি হঠাৎ যেন নীলা উন্মুক্ত হৈ পৰিল এনে এটা অনুভৱ হ'ল তাৰ মনত। কিন্তু ক্ৰমান্বয়ে তাৰ মনত এনেহে লাগিল যেন দুৰ্ভেদ্য এন্ধাৰ নিৰ্গমনৰ পথহীন এটা প্ৰকোষ্ঠৰ মাজত লাহে লাহে সোমাই পৰিছিল এই ল'ৰাবোৰ, সিহঁতৰ সমগ্ৰ ভৱিষ্যত, আশা আকাংক্ষা সকলো। সি সৰ্বশৰীৰত প্ৰচণ্ড গৰম এটা অনুভৱ কৰিলে। সি ক্লাচৰ পৰা ওলাই আহিছিল পিৰিয়ডটো শেষ হোৱাৰ আগতেই।

গোটেই বাটটোত তাৰ মন ভাৰ কৰি তুলিছিল পুৰণিৰ নানান স্মৃতিয়ে। সৰুতে সি পিতাকৰ লগত অহা সেই মিটিংবোৰৰ কথা। য'ত কোনো আড়ম্বৰ অনুষ্ঠান নোহোৱাকৈ মৌজাদাৰে নিজে প্ৰস্তাৱ কৰি সভাপতিৰ আসনত বহিছিল আৰু মিটিঙৰ বক্তৃতা কেৱল তাৰ পিতাকে দিছিল। য'ত মানুহ হৈছিল দহ নে বাৰজন; কিন্তু

মিটিঙৰ সিদ্ধান্ত মাত্র সাতদিনৰ পাচতে কাৰ্যকৰী হৈছিল আখৰে আখৰে। হেজাৰ হেজাৰ গঞাৰ শ্রমেৰে দীঘল দীঘল ছাত্রাবাস হৈছিল, মাষ্টৰৰ ঘৰ হৈছিল, স্কুলৰ খেলপথাৰ হৈছিল।
হাটভাঙা গাওঁবুঢ়া, নন্দ গাওঁবুঢ়া, ধনীমেম্বৰ, মহৰীবুৰা, ক'লা মণ্ডল— ইহঁত জানো আছেনে নাই ?

: জানো ধনীমেম্বৰ আছে নেকি ? বাকীবোৰ মৰিল। মহৰীবুৰা মৰাতো আজি নাই বুলিও ছয় বছৰ মানেই হ'ল।
দেবাই হুমুনিয়াহ কাঢ়ি কলে। দেবাই মৌজাদাৰৰ ঘৰত খাজানা দি উভতিছিল। বাটত তাক লগ পাইছিল। ক্লাচৰ সেই নিদাৰুণ অভিজ্ঞতাটো লাভ কৰাৰ পাচত তাৰ পুৰণি বহুত কথা জানিবৰ মন গৈছিল। দেবাৰ হুমুনিয়াহটো তাৰ কাণতো পৰিছিল। সি দূৰত তিতৰ এজনীয়ে চিঞৰা শুনিলে বাকৰিখনৰ পূৰৱ পিনে। দেবাও বোধকৰোঁ মন কৰিছিল চিঞৰটো। সি ক'লে—

: কেবল মানুহেই হানি হোৱা নাই আগৰ চব বস্তুৰেই হানি হ'ল। এই বাকৰিখনকে চা, এনেদিনত জংঘল আহি আলি আগচি ধৰেহি। অলপ ভিতৰৰ পিনে কাঠনি। আলিৰ ওপৰেদি বনৰীয়া মূৰ্গীৰ জাক দৌৰে, তিতৰৰ চিঞৰত একেবাৰে গোটেইখন ৰজনজনাই থাকে। তহঁতৰ পিতাৰে ইয়াতে কত পহু বাঘ চিকাৰ কৰিছিল। সৌ দ' পথাৰত ৰাজহাঁহৰ কোঢ়াল।

: দ পথাৰখন এতিয়া বহুত বাম হৈ গ'ল নহয় ?

: দ পথাৰ এতিয়া দ পথাৰতে থকা নাই। আৰু কেইবছৰমানৰ পাচত ফৰিঙতি হৈ যাব মাটিবোৰ। পাগলীজানখনকে দেখা নাই জানো ? পানী নাই আজিকালি। এনেয়ে জিৰ্ জিৰ্ কৈ বৈ থাকে। কেইবছৰমানৰ পাচত সেইখিনিও নোহোৱা হব। আগেয়ে এনেদিনত ডাঙৰ মাছে খুন্দিয়ায় বুলি মানুহে ভয়ে ভয়েহে তাত নামিছিল। মাজত তিনি চাৰি হাত পানী, মাছে কাছই খুন্দ খাই থাকে।

: কিয় এনে হ'ল বাৰু ?

: মানুহ বহি গ'ল নহয় পথাৰৰ কাষ বিলাকত। জেগাবোৰ বাম হৈ গ'ল! আৰু জংঘল একেবাৰে নোহোৱাই হ'ল। জংঘল হলেহে মাটিৰ জীপ থাকে।

সি অভিভূত হৈ পৰিছিল বিভিন্ন স্মৃতিৰ ধামখুমিয়াত! দেবাই হুমুনিয়াহ কাঢ়ি আকৌ ক'লে—

: মানুহো জাতৰ জাতৰ আহিল। সিদিনাতো বৰ ডাঙৰ ঘটনা এটাই ঘটিছিল। বাপা আতাৰ দিনত ভাবি নোপোৱা ঘটনা।

: কি ঘটনা?

: এহ্ কিনো ঘটনা হব। আকাশলৈ থু পেলালে নিজৰ মূৰতে পৰে।

দেবাই কৈ গৈছিল একালৰ পৰা সেই অভুতপূৰ্ব কাহিনীটো! যেতৰ্কুটৰ ঘাই আছিল খাম্পা। সি ক'ৰবাত খাই আহি দোকানৰ মাজেদি সচৰাচৰ সি কৰাৰ দৰেই অশ্লীল গীত গাই গাই আহি আছিল। এনেতে নেৱাজৰ গোলাত নতুনকৈ বহা মাৰোৱাৰী ঘৰৰ ল'ৰা এটাই তাক কিবা এষাৰ কলে। সি বোধকৰোঁ বুজি পোৱা নাছিল। ঢলং পলং কৰে গৈ গোলাৰ সন্মুখ পালে গীত গাই গাই। ল'ৰাই ভয় খাই দৌৰ মাৰিলে। এনেতে গোলাৰ ভিতৰৰ পৰা এজন ডেকা মানুহ ওলাই আহি খাম্পাক গতিয়াই চোতালতে পেলাই দিলে। আৰু তাক হাতত ধৰি চোচোৰাই আলিবাটত থলেহি। খাম্পাই মদৰ নিচাত কোনোমতে উঠি লৈ যেন কিবা ধেমালিহে কৰিছে এনেদৰে ডেকা মানুহটোৰ পিচে পিচে গৈ আকৌ গোলাৰ সন্মুখ পালে। এইবাৰ ডেকাজনৰ লগত আৰু এটা গোলাৰ কাম কৰা দেছোৱালী মানুহ লগ হ'ল। লক্ষণটো বেয়া দেখি ৰামচন্দ্ৰৰ গোলাত ম'হৰ গাড়ীৰ পৰা ধানৰ বস্তা নমাই থকা মঠৰৰ ককায়েকে কাম এৰি থৈ দৌৰি সেইখিনি পালেহি আৰু মাৰোৱাৰী বাবুক কৰযোৰ কৰি কলে খাম্পাৰ কথাত বেয়া নাপাবলৈ। সি বেচেৰা নিচা কৰি কৰি বুঢ়াই হ'ল। তাৰ এনেই স্বভাৱ। এনেতে মহেশ্বৰো সেইখিনি

পালেহি আৰু মঠৰৰ ককায়েকৰ পৰা পূৰ্বাপৰ ঘটনাটো শুনি উত্তেজিত হৈ গোলাৰ সম্মুখলৈ গৈ ডেকাজনক প্ৰত্যাহ্বান জনাই কলে যে, সি যদি খাম্পাৰ গাত হাত দিয়ে তেন্তে ডিঙিৰ ওপৰত তাৰ মূৰ নাথাকিব। ডেকা. মাৰোৱাৰীজনে বলবান দেছোৱালীজনৰ বলত বলী হৈ খাম্পাক ধৰি টানি লৈ আহিল বাটৰ পিনে। মহেশ্বৰো অসহ্য খঙত দিলে ডেকাক গতা মাৰি প্ৰচণ্ড জোৰত। ডেকা দহ হাতমান নিলগত কৰ্ফাল খাই পৰিল। মঠৰৰ ককায়েক আৰু দেছোৱালীজনে বিমূঢ় হৈ চাই থাকিল। চুৰেন, প্ৰসন্ন, ৰবি মহাজন, ৰামচন্দ্ৰইঁতৰ দোকানৰ মানুহবোৰ আহিও বাটতে বিমূঢ় হৈ থিয়দি ৰ'ল।

ঠিক সেই সময়তে কোনেও মন নকৰাকৈ খাম্পা গুলাই গৈছিল। তাৰ বোধকৰোঁ ইতিমধ্যে নিচা ফাটিছিল। আৰু একে সময়তে সোমাই আহিছিল দেবা। মাৰোৱাৰী ডেকাই মাটিৰ পৰা উঠি কিবা এষাৰ কওতেই মহেশ্বৰে আকৌ চোচা ললে। দেছোৱালী বোধকৰোঁ হঠাৎ সজাগ হ'ল। মহেশ্বৰক পিচপিনৰ পৰা জপতিয়াই ধৰিলে। দেবাৰ আগগুৰি চিন্তা কৰি চাবৰ ধৈৰ্য নহ'ল। কোন তলকত সাউৎ কৰে গৈ মাৰোৱাৰীৰ সম্মুখত আগচি ধৰিলে। মাৰোৱাৰী জনে কিবা ঘোচা ভোচা মাৰিবলৈ হাত দাঙিছিল হবলা, হাতখনকে কটমট কৰে ধৰি জানো ক'ত কি কৰিলে মাৰোৱাৰীজন যন্ত্ৰণাত বহি পৰিল। তাকে দেখি দেছোৱালীজনে মহেশ্বৰক এৰি দেবাক ধৰিব খুজিছিল কিন্তু দেবাই হাতেৰে ঝটুকা মাৰি দিয়াত সিও উফৰি গ'ল। দেবাই তেতিয়া মহেশ্বৰক লৈ গুলাই আহিল। ডেকাজনে কাপোৰ-চাপোৰ জোকাৰি ঘৰত সোমাল। মানুহবোৰে স্বস্তিৰ নিশ্বাস কাঢ়িলে। বাহিৰলৈ আহি দেবাই মহেশ্বৰক গালি পাৰিলে লোকৰ চোতালত গৈ মাৰামাৰি কৰাৰ কাৰণে। আৰু তেতিয়াহে মহেশ্বৰে দেবাক গুৰিৰ পৰা কাহিনীটো কলে।

দেবা, মহেশ্বৰ আৰু দোকানৰ দেখা মানুহবোৰেও ভাবিছিল আৰু ভাবি মনত শান্তি লভিছিল কথা সিমানতে শেষ বুলি। শেষত দেখা

গ'ল, আটাইতকৈ বিপজ্জনক অংশটোৰ সেয়া আচলতে আৰম্ভণিহে আছিল। ঘটনাযে ইতিমধ্যে তলে তলে ইমানদূৰ শিপাবগৈ কোনেও কল্পনাই কৰিব পৰা নাছিল। সিহঁতৰ গাঁৱৰ মান মৰ্যাদা ধূলিস্মাৎ কৰি দেবা, খাম্পা আৰু মহেশ্বৰক পুলিচে গ্ৰেপ্তাৰ কৰি লৈ আহিল। কোনোবা কোনোবা তাৰ পিতাকৰ ওচৰলৈ গৈছিল। পিতাকে কলে যে আইনৰ লগত আইনমতে কাম হব। মিছামিছি পুলিচক কৈ কি হব। পিতাক নাহিল।

দেবাহঁতক লৈ আহি দাৰোগা আৰু পুলিচ দুটাই চুবেনৰ দোকানত খন্তেক বহিল। কিয়নো গাড়ীলৈ তেতিয়াও যথেষ্ট দেৰি আছিল। এনেতে হঠাৎ তাতে মানুহৰ জুম দেখি তাৰ ককায়েকে, জানো ক'ৰ পৰা চাইকেল মাৰি বেগাই আহি আছিল, হঠাৎ ব্ৰেক কচি ৰৈ গ'ল। তাক দেখি দাৰোগাই নিজৰ বিষয়বাবৰ গাম্ভীৰ্য পৰিহাৰ কৰি সৌহাৰ্দ্য পূৰ্ণ হাঁহি এটা মাৰি আগবাঢ়ি গৈছিল। দেবাই ঘূৰি চাই মনতে অদ্ভুত বল পালে। কিন্তু খবৰ বিনিময়ৰ পাচত যেতিয়া ককায়েকে দেবাহঁতক দেখিও নেদেখা ভাও জুৰি দাৰোগাক লৈ চুবেনৰ দোকানৰ তাৰ নিৰ্দিষ্ট কোঠাটোত সোমাই পৰিল সিহঁত তিনিও হতাশ হৈ পৰিল।

লাজ-অপমান আৰু ভয়ত সিহঁত বোবা হৈ বহি আছিল বহুত পৰ। চাৰিওপিনে ৰংচোৱা মানুহবোৰো এটা এটাকৈ ওলাই গৈ নোহোৱা হৈছিল। আৰু তিনিও অকলশৰীয়া হৈ পৰিছিল। এনেতে দাৰোগা চলংপলং কৰে ওলাই আহিল আৰু কথা নাই বতৰা নাই, পুলিচ কেইটাক হাত কেৰেয়া খুলি দিবলৈ কলে। সিহঁত তিনিও বিস্ময়ত হতবাক হৈ গ'ল। আনকি দাৰোগাই ঘৰলৈ যাবলৈ কোৱা কথাষাৰো প্ৰথমতে সিহঁতে বুজা নাছিল।

দেবাৰ কথাবোৰ শুনি যাওতে তাৰ এটা গভীৰ এন্ধাৰ গহ্বৰৰ ভিতৰলৈ সোমাই গৈ থকা যেন অনুভৱ হৈছিল। দেবাৰ শেষৰ কথাষাৰ শুনি সি হঠাৎ সজাগ হ'ল আৰু সুধিলে—

: কাকাই কেনেকে কৰিলে ?

: জানো, কি কথা পাতিছিল, কেনেকে কি হ'ল আমি একো মাথামুণ্ডু গম নাপাওঁ। পাচত ককায়েৰে কোৱা শুনিছোঁ যে, সেই দাৰোগাটোৱেই হেনো দোভাগীক খেদা সেই মেলেকৃটাৰীজন। সি হেনো ইতিমধ্যে দাৰোগা হ'ল। দোভাগীক মহেশ্বৰে বিয়া কৰোৱা কথাটোও তাক কৈছে। আৰু খাম্পাই মদখোৱা দেখি তাক মাৰাতহে ঘটনাটো হ'ল বুলিও দাৰোগাক কৈছিল হেনো। তাৰ পাচত জানো কেনেকে কি হ'ল তোৰ ককায়েৰেও নকয়, আমিও নাজানো আজি পৰ্যন্ত।

শিমলুৰ শাৰীবোৰৰ ছাঁটো শীতল হৈ আহিছিল। শ্মশানখনৰ সিকাষে জানৰ পাৰত নতুনকৈ ভঙা মাটি ডৰা পানীত বুৰ গৈ আছিল। পানীৰ ওপৰত মৃদু হেঁচা দি শিহৰণ তুলি অহা বতাহ জাকত পুৰণি চিনাকি গোন্ধ পাই সি পুলক অনুভৱ কৰিছিল।

সি পাগলীজানৰ সিটোপাৰে খাম্পাইঁতৰ চুবুৰীটোৰ সম্মুখত থকা পথাৰখনত দোভাগীৰ ঘটনাটো ঘটা ঠাইখিনি উলিয়াবলৈ যত্ন কৰিলে। দাৰোগাজনৰ মহেশ্বৰৰ বিষয়ে জানিব পৰাৰ পাচত কেনে ভাব হ'ব পাৰে সি মনে মনে কল্পনা কৰিলে। সি হাবিয়াস কৰি ব্যৰ্থকাম হোৱা সম্পদটো মহেশ্বৰে নিবিচৰাকৈয়ে লাভ কৰা দেখি দাৰোগাজনৰ মনত শ্ৰদ্ধাৰ নে অৱজ্ঞাৰ ভাৱ উদ্ৰেক হৈছিল সি ভাবি ভাবিও ভাবি নেপালে। সি চিন্তাত ইমান নিমগ্ন হৈ পৰিছিল যে, দেবাৰ কথাষাৰ প্ৰথমতে সি শুনাই নাছিল। দেবাই পুনৰ ক'লে—

: পোষ্টমাষ্টৰক ভাল কথা শুনাই দিছিল মহেশ্বৰ আৰু ককায়েৰই।

দেবাইঁত খালাচ হৈ যোৱাৰ পাচ দিনা হেনো পোষ্টমাষ্টৰে কৈ ফুৰিছিল আক্ষেপ কৰি –

: লোকে ভলণ্টিয়াৰইঁতক পুলিচে ধৰিলৈ গৈছিল দেশৰ কাৰণে আৰু আমাৰ কেইটাক ধৰি নিলে আকৌ মাৰামাৰি কৰাৰ কাৰণে। মই যেতিয়া আন্দোলনত যোগ দি জেললৈ যাব লাগে বুলি কৈছিলোঁ।

তেতিয়া মোৰ কথা শুনিছিল নে কোনোবাই ! এতিয়া ভালেই হ'ল, চুৰ কৰক, মাৰামাৰি কৰক, আৰু জেলত যাওক। গাঁৱৰ বৰ সদনাম হৱ !

শুখুনা আৰু ককায়েক গৈছিল হৰিচৰণ মাষ্টৰক লগ ধৰিবলৈ তাৰ ঘৰত। বাটতে সিহঁতক দেখিয়ে মাষ্টৰে কথাষাৰ কলে। কবলৈহে পালে, শুখুনাই মুখ পাতি ধৰিলে—

ঃ পেহা, দেশৰ কাৰণে যোৱাটো ভাল, আৰু গাঁৱৰ বুঢ়ামানুহ এজনক অন্যায়ভাৱে মাৰধৰ কৰাত বাধা দিবলৈ যোৱাটো মহাপাপৰ কথা নহয় ?

ঃ খাম্পা এটা মস্ত মদাহী, মুখখনত ভাল ভদ্ৰ মাত এষাৰ নোলায় ; সি মাৰ নাখাই কোনে মাৰ খায় অ' ?

ঃ সেইবুলি বয়সস্থ মানুহ এজনক আমি থাকোতে কেলেই অনাহকত মাৰ খাবলৈ দিম লোকৰ হাতত !

শুখুনাৰ কৈফিয়ৎ প্ৰদৰ্শনৰ দৰে দুৰ্বল কথাষাৰ শুনি তাৰ ককায়েকে অধৈৰ্য হৈ ক'লে—

ঃ বাৰু পেহা, আমি বাৰু বেয়া কামেই কৰিলোঁ, কিন্তু তই কচোন, এদিন তই ৰাইজৰ ভাল হোৱা কিবা কাম এটা কৰিছনে ? আমাক এটা কামৰ কথা কচোন, বেছি নালাগে।

পোষ্টমাষ্টৰে নীৰৱ হৈ তাৰ পৰা অলপ বেগাই যোৱা বাটে গুচি গৈছিল। সেইদিন ধৰি মাষ্টৰে আৰু এই সম্বন্ধে কাৰো আগত একো কোৱা নাছিল। দেবাই উল্লাসেৰে তাক কাহিনীটো শুনাইছিল।

দেবাৰ কথাষাৰ শুনি মাষ্টৰে তাৰ পিতাকক আন্দোলনত যোগ নিদিয়াৰ বাবে তিৰস্কাৰ কৰাৰ কথা মনত পৰিছিল। এতিয়া অৱশ্যে মাষ্টৰৰ তিৰস্কাৰৰ তাৎপৰ্য সি ভালদৰে বুজিব পাৰিছে। দেবাৰ উল্লাসে তাৰ মনত কোনো বিশেষ ভাবাবেগৰ সৃষ্টি কৰিব নোৱাৰিলে। তাৰ আকৌ মনত পৰিছিল স্কুলৰ সেই ঘটনাটো। তাৰ কথাষাৰ বুজি নেপাই বোবা নিৰ্লিপ্ত চাৱনিৰে তাৰ মুখলৈ চাই থকা সৰু সৰু চকু

কেইযুৰি হাঁহিত মুদ খাই পৰিছিল যেতিয়া সি কৰঙনত চপৰিয়াই চপৰিয়াই কৈছিল 'থাই' মানে ফেৰা অ' গাধহঁত' বুলি। সিহঁতে হাঁহিছিল আৰু তাৰ বুকুত গুমৰি উঠিছিল অসহ্য বেদনা, দুৰ্দম কান্দোন।

দেবাই বৈৰাগী পাৰালৈ পোনাই গৈছিল। সি আহতজোপাৰ ছাঁত থিয় হৈ ললে। নতুনকৈ চহোৱা মাটিৰ ওপৰেদি পথাৰৰ দলনি এডবাত ঢউ তুলি খালৰ পানীৰ শীতল স্পৰ্শ লৈ ৰিব্ ৰিব্ কৰে বতাহ এজাক বলি আছিল।

আহতগুৰিৰ নীৰৱ নিতাল পৰিৱেশটো পাতত বতাহে কোবাই কৰা জিৰ্ জিৰ্ শব্দই আৰু খালত বোৱতী পানীৰ কল্ কল্ ধ্বনিয়ে আৰু বেছি বেথা লগা কৰি তুলিছিল। এসময়ত এনে আবেলি এই আহত গুৰিতে জুমে জুমে গাঁৱৰ ল'ৰাই খেল খেলিছিল। আৰু গাঁৱৰ দুই চাৰিজনে ক'ৰবাৰ পৰা আহি ভাগৰত জিৰাই দুখ সুখৰ কথা পাতিছিল।

এদিন ৰাতি ইয়াতে সি টেমাক লগ পাইছিল। টেমাৰ এষাৰ কথা শুনি সি সমগ্ৰ দেহত শিহৰণ অনুভৱ কৰিছিল। সিহঁতৰ লগৰ মাত্ৰ মাকৰি বাই হে আছে। তাইৰো বিয়া হেনো অলপতে। আৰু আচৰিত কথা। যি ভেলেকক লৈ গাঁৱত আটায়ে বুবু বাবা কৰিছিল মাকৰিৰ তাৰ লগত বিয়া নহয়। হব স্কুলৰ নতুন চকীদাৰটোৰ লগত। কিদৰে ক'ত কেতিয়া এই যোগসূত্ৰ স্থাপন হৈছিল গাঁৱৰ বহুতেই আগতে গম নেপায়।

ল'ৰাটোৰ নাম মকৰা। এটা ছিন্নমূল। নামটোও যে এনেদৰে মিলি পৰিব জৰংকাৰু জৰৎকাৰীৰ দৰে! মাকৰি বাইৰ যেনিবা মাকজনীয়েই আছে। মকৰাৰ সিও নাই। সিহঁতৰ গাঁৱৰে সি। মাক-বাপেক-ভায়েক-ভনীয়েক আটায়ে এদিন দুদিনৰ অগাপিছাকৈ বসন্তত ঢুকাল। তাৰো হৈছিল। সি কিন্তু অভাৱনীয়ভাৱে বাচিল। লোকৰ ঘৰত কতনা কাটি এদিন জীৱনটোক ভাল পাব পৰাকৈ ডাঙৰ হ'ল। অৱশ্যে

মুখত আজিও সেই দুৰ্ভাগ্যৰ সাঁচ লাগিয়ে থাকিল। তাৰ পিতাকেই এদিন তাক লোহিতৰ জেগাত সুমাই দিছিল।
মাকৰি আৰু ভেলেকক এদিন পাগলীজানৰ পাৰত দেখা সেই দৃশ্যটো তাৰ মনত পৰিল।

: কাকাই বোলে মাষ্টৰ হৈছ ?

শুথুনাৰ ভায়েকৰ মাতত সি ঘূৰি চালে। গঁজালি মেলা ধানৰ ভাৰ পাচি যোৰাৰ হেঁচাত তাৰ বাওঁপিনৰ কান্ধখন বেঁকা হৈ গৈছিল।

: অঁ, এনেয়ে থকাতকৈ।

: ভালে হৈছে দে।

: তই নো পিচে কলৈ যাৱ ?

: সৌৱা মন্ত্ৰীপেহাৰ দলনি ডৰাৰ সেই পিনে সেই সামৰ দি থোৱা ডৰা আমাৰে মাটি। অলপ আচাৰাকে দি থওঁ বোলো।

খালৰ পানীত ঢউ তুলি তুলি সি নামি গ'ল। পথাৰ ডৰালৈ পোনাই। সি ভাবিছিল শুথুনাৰ ভায়েকৰ কথাষাৰৰ উত্তৰত স্বাভাৱিক কিবা এষাৰ কব পৰা হলে ভাল আছিল। আনে হয়তো ক'লেহেঁতেন—

: আচাৰাৰ বাবে চোন সময় গলেই, নুমলীয়া হব। বা তেনে কিবা একাষাৰ। সি কিন্তু আচাৰা ধান কেতিয়া ছটিয়ায় তাৰ সময়কে নাজানে। ক্ষোভত সি মনে মনে ৰ'ল। একেথৰে লাহে লাহে পথাৰৰ বোকা খচকি বোকাকৰি থোৱা মাটিডৰাৰ পিনে গৈ থকা শুথুনাৰ ভায়কলৈ সি চাই থাকিল।

গধূলি গৰুবোৰ অনালৈকে সি তাতে বহি আছিল। আলিয়ে আলিয়ে গৰুবোৰ আহি খালৰ সিটো পাৰে নমাতহে তাৰ চেতনা হ'ল। মণ্ডলু বোলা অঁকৰাটো, মনাকুচিয়াৰ পুতেক কেৰেপাই এইবোৰ চব গৰখীয়া। পেহাকৰ পুতেক ভবেনো। ৰ'দে পোৰা মলিয়ন সিহঁতৰ দেহ, ক'লা ৰুক্ষ মুখ। গহীন হৈ কেৰেপাই তাক দেখি সুধিলে—

: তই কেতিয়া আহিলি ?

: কেতিয়াবাই আহিলোঁ।

: মই আকৌ বৈৰাগীপাৰালৈ উঠি গলোঁতোন ! কেনেকে জানিম তই অহাৰ কথা।

: তই উঠি গৈছ ? ঘৰটোচোন আছে ?

: পিতা মৰিল ; বাইৰ বিয়া হৈ গ'ল। মই কাৰ লগত থাকোঁ ? ভিনিহিহঁতৰ তালৈ গুচি গলোঁ। ঘৰটোনো মই অকলে কেনেকে লৈ যাওঁ ? আছে পৰি বাল ঘৰ !

: এতিয়া কি কৰিছ ?

: দেখিছইচোন।

তাৰ কথাত সি অনুভৱ কৰিলে এক চৰম হতাশা। আজি চাৰিটা বছৰৰ আগৰ সেই উদণ্ড, চঞ্চল কেৰেপাইজনৰ সতে এই মুহূৰ্ত্তত দেখা কেৰেপাইজনক মিলাই চাবলৈ সি মনে মনে চেষ্টা কৰিলে।

আটাইখিনি গৰু পানীত নমাৰ পাচত পৰিৱেশটো অলপ সময়ৰ কাৰণে চঞ্চল হৈ পৰিল। অবাটে যাব খোজা গৰুবোৰক সঘনে দিয়া গৰখীয়াৰ অশ্লীল ধমক চিঞৰ-বাখৰ, গৰুৰ গাত বাধা পাই উত্তাল হৈ পৰা সোঁতৰ শব্দ আৰু মাজে মাজে দামুৰি বিচাৰি ইপিনে সিপিনে চোৱা গাইৰ হেম্বেলনিয়ে ঠাইখিনিৰ খন্তেক আগৰ নিজমতা ছেদেলি ভেদেলি কৰি পেলাইছিল।

তাৰ কিন্তু মনটো একেবাৰে নিজম হৈ পৰিছিল। গাঁওখনৰ চাৰিওপিনে কিবা এক অসহায় নিজমতাই বিৰাজ কৰা যেন অনুভৱ হৈছিল তাৰ। যি নিজমতাৰ ভীৰত পৰি কেৰেপাই, শুথুনা, ভবেন, দেৱা, মহেশ্বৰ, আদিৰাম, খাটাৰাম, দোভাগী, টেমাইঁত একেবাৰে নীৰৱ নিৰুৎসাহ হৈ পৰিছে।

গৰুবোৰ পাৰ হৈ যোৱাৰ পাচতো সি তাতে বহি থাকিল। এসময়ত খালৰ সোঁত আৰু কাষৰ নিশ্চল পানীবোৰ থৰ হৈ পৰিল। এন্ধাৰত কোনোবা পিনৰ পৰা এজাক চেঁচা বতাহ আহিছিল। তাৰ সিৰা উপসিৰা বোৰত কিবা এটা জঠৰতা ক্ৰমে ক্ৰমে বিয়পি পৰা যেন অনুভৱ হ'ল। ক'ৰবাত কাৰোবাৰ কান্দোন শুনা যেন লাগিল।

মনটো তাৰ চাৰিওপিনৰ পৰা অৱৰুদ্ধ হৈ অহা যেন অনুভৱ কৰিলে। আকৌ কান্দোনৰ শব্দ এটা শুনা যেন লাগিল। সি এন্ধাৰতে মূৰত হাত বুলালে। আৰু লাহেকৈ থিয় হ'ল। খাম্পাইঁতৰ চুবুৰীৰ পৰা অহা খালৰ পাৰে পাৰে সেই বাটটোৰে কান্দোনৰ শব্দটো ক্ৰমে স্পষ্ট হৈ আহিল। সি এতিয়াহে গম পালে যে আচলতে ইমান এন্ধাৰ হোৱা নাছিল। সি খাম্পাইঁতৰ পদূলিত কেঁকুৰিটো ঘূৰাৰ লগে লগেই খোজতে মাকৰিক চিনি পাইছিল। তাই অকলে অকলে কান্দি আহিছিল। পিচে পিচে অলপ আঁতৰত কোনোবা এজনে শুনা নুশুনাকৈ কিবা কিবি কৈ আহিছিল। খোজত তাক তাৰ লাম্ফা যেন লাগিছিল। সিহঁতৰ ঘৰত এসময়ত বন্ধোৱা থকা লাম্ফা। সি উদগ্ৰীৱ হৈ বৈ আছিল মাকৰি ওচৰ চাপি অহাৰ বাবে। ইমান দুখতো তাইৰ খোজৰ লয়লাস ভংগীটো নষ্ট হোৱা নাছিল। লাম্ফাই অলপ দূৰ আহি তাক চিনি পাই কলে চিঞৰি—

: অ' খুৰা, অলপ আগবঢ়াই দিয়াহে তাইক।

লাম্ফাক কথাষাৰ কৈয়ে ঘূৰি যোৱা দেখি তাৰ দেহমন ৰোমাঞ্চিত হৈ উঠিল।

মাকৰি ভেতিয়া শান্ত হৈ পৰিছিল, আৰু তাৰ চিঞৰি চিঞৰি কান্দিবৰ মন গৈছিল।
তাই ওচৰ চাপি অহাৰ লগে লগে কান্দোন শেষ হৈ আহিছিল আৰু উচুপনিবোৰ অবাধ্য হৈ পৰিছিল। ঠিক তেনে সময়তে সি সুধিছিল কি হ'ল মাকৰি বাই বুলি। তাইৰ কান্দোন হঠাৎ উথলি আহিল আৰু তাৰ বুকুত মূৰটো গুজি সৰু ছোৱালীৰ দৰে কান্দি পেলালে। সি অৱশ্যে এনে এটা পৰিস্থিতিৰ কাৰণে একেবাৰেই সক্ষম নাছিল। তাৰ হাত দুখন নিৰীহ কৰি ৰখাৰ বাবে সি তলে তলে সচেষ্ট হৈ পৰিল।

ঃ কি হ'ল বাই ?

ঃ মামা মৰিল।

ঃ কি আদি মামা মৰিল ?

তাই তাৰ বুকুৰ পৰা মুখ তুলি ফেকুৰি ফেকুৰি মূৰ দুপিয়ালে। তাৰ অন্তৰ হঠাৎ হাহাকাৰ কৰি উঠিল। তাক নীৰৱ নিশ্চল হৈ পৰা দেখি মাকৰিয়ে তাৰ মুখলৈ চাই থাকিল। উচুপনিত আড়ষ্ট মাতেৰে তাই তাৰ একেবাৰে ওচৰ চাপি ক'লে—

ঃ মই এইমাত্র খাম্পাইঁতৰ তাত খবৰ পালোঁ।

তাইৰ মাতত সাৰ পোৱাৰ দৰে সি আগবাঢ়ি গৈ থাকিল। তাই শান্ত হৈছিল আৰু তাৰ চিঞৰি চিঞৰি কান্দিবৰ মন গৈছিল।
সি ঘৰত নোসোমাল। জয়াৰ দলংখনৰ পৰাই দোভাগীৰ হিয়াভগা বিননি শুনা গৈছিল স্পষ্টকৈ। দলংখন পাৰ হৈয়ে মাকৰিয়ে আকৌ গুমৰি গুমৰি কান্দি উঠিল। সি বাটৰ পৰাই শুখুনাইঁতৰ চোতালত মানুহবোৰৰ ব্যস্ততাৰ গম পালে। চোতাললৈ সি সোমাই গৈছিল; মাকৰিয়ে বাটচ'ৰা যেন ঘৰটোৰ আঁৰ বেৰখনত আওজি কান্দি থাকিল।

খাটাক দেখি মনে মনে সি আশ্বস্ত হ'ল। বহুত কিবা কিবি ৰগৰ কৰি খাটাই পাতলাবৰ চেষ্টা কৰিলেও তাৰ মুখত সি দেখিছিল গভীৰ ব্যথাৰ ছাপ। সাঙিখন একাষে সি কান্ধত লবলৈ ওলোৱাত তাৰ ডাঙৰ দদায়েকে গলগলীয়া মাতটোৰে কৈছিল কোনোবা অচিনাকিক কোৱাৰ দৰে, খাটাক লক্ষ্য কৰি—

: বুৰাবোৰে চোন নললেও হয়। ইমানবোৰ ডেকা মানুহ থাকোতে। ক'ৰবাত আকৌ কান্ধ চান্ধ সলাবলগীয়া হব পাৰে! বিনাৰামে কলে হয়ভৰ দি—

: ময়ে লওঁদে। কাকাই অলপতে বেমাৰৰ পৰা উঠিছহে।

খাটাই দুখৰ হাঁহি এটা মাৰি ক'লে—

: নালাগে দে ভয় কৰিব। সি মোৰ কান্ধত যাবই লাগিব। তাৰ ভাগ্য সদায় মোতকে' ভাল আছিল। নহলে তো হিচাপমতে মইহে তাৰ কান্ধত যাব লাগিছিল।

তাৰ মনটো হঠাৎ ভাৰাক্ৰান্ত হৈ পৰিল খাটাৰ প্ৰতি সমবেদনাত। খাটাৰ কাণসমনীয়া একমাত্ৰ পুত্ৰৰ মৃত্যুৰ কথা তাৰ মনত পৰিল। খাটাই সেইদিনাও চকুপানী টোকা বা ভাগি পৰা কোনেও দেখা নাছিল। আজি কিন্তু খাটাৰ কথাষাৰ শুনি তাৰহে চকুৰ পানীয়ে বাধা নমনা হৈ পৰিল। সি মানুহৰ মাজৰ পৰা ওলাই আহি পদূলিমুখ পালেহি। তাৰ চকুৰ আগত ভাহি উঠিছিল কোনোমতে টিকা ঢাকখোৱা মলিয়ন মাৰ্কিনৰ টুকুৰা একোডোখৰ পিন্ধি খাটা আদিয়ে গধূলি গাঁৱত সোমোৱা। খাটাই চিঞৰি চিঞৰি শুকনান্নীৰ পদ গাই গাই আহিছিল, হাতত তাৰ বনৰীয়া চৰাইৰে ভৰা বিয়াগোম খালৈ; আদিৰ হাতত জাল। বাটে বাটে ঠেং দাঙি মূতি মূতি নখেৰে মাটি আচুৰি আহি থকা খাটাৰ কুকুৰ কালু আৰু লালু।

বাটে বাটে কাক যে কি নকয় সিহঁতে। গাঁৱৰ কতজনৰ কি যে নাম থোৱানাই! দাচুৱে এটা সুৰো শুদ্ধকৈ গাব নোৱাৰে শুণে অস্তাৰ, তাৰ ডাঙৰ দদায়েকৰ নাম থলে মাথাং মানে অহোবলিয়া। লক্ষীৰ

চকুত ডাঙৰ এটা জকণ আছিল গুণে লটমা বুঢ়া, বয়ৰ পেটটো ডাঙৰ আছিল গুণে বয় মাদল।

তাহানি সিহঁতৰ উৎপাতত জিৎৰামে বেচেৰা জুৰ লোৱা সেই জৰিৰ তলত খন্তেক শান্তিৰে জিৰাব নোৱাৰে। গাঁৱৰ সমন্ধীয়া ন বোৱাৰীকইঁতে নিতউ সিহঁতৰ উৎপাতত অতীষ্ঠ হৈ মৰিবলৈ শাওপাত দিছিল। খাম্পা, আদি আৰু খাটাৰাম লগ হলে নদীত মাছ মাৰিবলৈয়ে যক নাইবা ক'ৰবাত বান্ধ বান্ধিবলৈ কিবা নহয় কিবা এটা অদ্ভুত কাণ্ড কৰিবই।

এবাৰ তেনেকে কাণফুটা বিলত এই আদি-খাটাৰ কাৰণে বিলটোৰ নামকে সলাই ৰাখিলে মানুহে। বিলত নামিলে মতামানুহে তেনেই তুহাতমান কিবা এডোখৰ পিন্ধি লৈ নামি যায়। পাৰত কাপোৰ-কানি থৈ। মাইকীমানুহ এফালে আৰু মতামানুহ এফালে। কাণফুটা বিল সেইবাৰ পুহতে মাৰিছিল। ওচৰাওচৰি কেবাখনো গাঁৱৰ মুনিহ তিৰোতাই বিভিন্ন মাছ ধৰা সঁজুলি লৈ নামি গৈছিল। সিহঁতৰ গাঁৱৰো আদি-খাটা এনেকে ভালেমান মানুহ গৈছিল। বিলত পানী মেটেকা ভৰি আছিল। মেটেকাবোৰ মাছমৰীয়াহঁতৰ দেহত লাগি লাগি ধৰিছিল। খাটা আৰু আদিয়ে একেলগে পল মাৰি ফুৰিছিল বেলেগ গাঁৱৰ কিছুমান মানুহৰ শাৰীত। তাৰে এজন আছিল অলপ জিৎৰামৰ দৰে মানুহ। ধীৰ স্থিৰ। বৰ বেছি মাতবোল নকৰা বিধৰ মানুহ। আদি আৰু খাটা তাৰ বৰ বন্ধু হৈ মূৰত বন্ধা হাচতিৰ পৰা ভাল মলা ধপাত দিয়া তামোলো খাবলৈ দিলে। কিছু সময়ৰ পাচতে মানুহজনৰ গাম্ভীৰ্য অলপ শিথিল হৈ পৰিল। এসময়ত অৱশ্যে খাটা আৰু আদিহঁতো নিজৰ বিষয়ত গভীৰভাৱে ব্যাপৃত হৈ পৰিল। কোনেও গমেই নাপালে ক'ত কি অনৰ্থ ঘটিল।

আবেলি মাছমাৰি মানুহবোৰ পাৰত উঠাৰ সময়তহে ঘটনাটো ধৰা পৰিল। মানুহ আটাইবোৰে পাৰত উঠিল মাত্ৰ সেই ধীৰ স্থিৰ মানুহজনে বিমূঢ়ৰ দৰে পানীৰ মাজতে ঘূৰি থাকিল। মানুহখনে

ভাবিলে নিশ্চয় কিবা অ'দিষ্টা তদিষ্টা লম্ভিলে। আটায়ে যুক্তিকৰি মানুহ দুজনমান নমাই দিলে। সিহঁতে বহুত ছন্দ প্ৰবন্ধ কৰিও তাক আনিব নোৱাৰিলে। পাৰ পাওঁ পাওঁ হওতেই কোনোবা তলকত উছাল মাৰি এৰাই গৈছিল।

শেষত ধেমালি চোৱা হুতাশ পলালত আদি আৰু খাটাই তাক আনিবলৈ গাত লগে। খাটাই বিললৈ নামি গৈ তাক ধৰিলে। আদিয়ে পাৰত নিজৰ গামোছাখনকে লৈ বৈ থাকিল। খাটাৰ দেহত আছিল প্ৰচণ্ড শক্তি। ছয় খোৰাৰ ডাঙৰিৰ ভাৰখন হেলাৰঙে নিয়া মানুহ। সি গৈ মানুহজনক লৈ আহিল পাৰৰ পিনে। তাক হেনো কৈ আহিছিল পানী একঁকাল থাকোতেই আদিয়ে তালৈ গামোছাখন দলিয়াই দিব। পানী আহি আহি কঁকালৰ তললৈ নামিল। এনেতে আদিয়ে ধৰ ধৰ কৰি হুলস্থুল লগাই গামোছাখন মাৰি পঠালে। কিন্তু গামোছাখন অলপ আগত মেটেকাৰ ওপৰত পৰিল। সেই ভুতে পোৱা মানুহজনে উল্লাসত পৰিৱেশ পাহৰি গামোছাখন বুটলি লবলৈ আগবাঢ়ি আহি একেবাৰে একাঠু পানী পালেহি। তাৰ ৰূপ দেখি পাৰৰ মাইকীমানুহবোৰে ফাহিছিটিকা দিলে। সি তৎক্ষণাৎ সজাগ হ'ল আৰু উকা কঁকালত আদিৰ গামোছাখন পিন্ধি লাজ লাজ কৰি উঠি আহিছিল।

বহুদিনৰ পাচত ইমুখ সিমুখ কৰি কাহিনীটো সহস্ৰমুখ হ'ল। মানুহেও যেতকুটৰ ঘাই যে আদি আৰু খাটা তাকো বুজিবলৈ বাকী নাথাকিল। পুহৰ জাৰত পানীৰ চেঁচা স্পৰ্শত কঁকালৰ পৰা তলডোখৰ অৰ্থাৎ পানীত বুৰগৈ থকাডোখৰ ঠেৰেঙা লাগি আছিল তাতে মেটেকাৰ শিপাবোৰে গাত সাৰটি থকাত আদিয়ে কেতিয়াযে তাৰ পিন্ধা ফটা কাপোৰখন পানীৰ তলতে খুলি দিলে সি ততেই নাপালে। ইমান উৎপতীয়া আছিল এই জয় বিজয় হাল। সি কাযেদি উলিয়াই নিয়া সাঙিখনলৈ চালে। পানীত ভাহি অহা কাঠৰ টুকুৰাৰ ৰঙ ধৰা আদিৰ ভৰি পতাচুখন তাৰ চকুত পৰিছিল। ওপৰত ঢাকিদিয়া বগা

কাপোৰখনৰ তলত দেহটো কিমান সংকুচিত হৈ পৰিছিল তাৰ চোৱাৰ হেপাহ হৈছিল।

মূৰত বগা কাপোৰৰ জোঙাকৈ পাগুৰিটো মাৰি হাতত চোঁৱৰ লৈ লৈ ভৰিপতাৰ কোবত মাটি লৰাই নাচি জপিয়াই সি বাইনৰ সূত্ৰধাৰী হোৱা তাহানিৰ দৃশ্যবোৰ তাৰ মনত পৰাত কান্দি পেলাবৰ মন গৈছিল।

দোভাগীয়ে মৰাশটো উলিয়াই পদূলি পোৱাত হুৰাওৰাৱে বিনাইছিল। খাটাই তাইলৈ এবাৰ চাই হুমুনিয়াহ কাঢ়ি কোনোবা এজনীক ক'লে—

: তাইক অকমান ধৰ অ' কোনোবাই। যোৱা বস্তু আৰু পাবি নে বাছা, ঢাকুৰি মৰিলেও।

খাটাৰ মাত শুনি তাৰ সৰ সৰ কৰে চকুপানী ওলাই আহিছিল। সি ঠিকেই কৈছিল। আদি সঁচাকে তাতকৈ ভাগ্যবান। আদিয়ে আজি নিজৰ পুতেকৰ কান্ধত নিজৰ বন্ধুৰ কান্ধত যাব পাৰিছে। কিন্তু খাটাৰ তো সিও নহব। যিওবা এটা পুতেক আছিল, সিও ডেকা হৈ উঠোতেই মৰি থাকিল। ইপিনে বন্ধু আদিও লোকে আগতেই সাৰি গ'ল।

শ্মশানত গাঁৱৰ মানুহ ভৰি পৰিছিল। সৰু দদায়েকে পেট্ৰমাক্স লাইট এটা জ্বলাই শিমলুৰ গুৰিত থৈ দিছিল। সি লাইটটোৰ দাঁতিতে থিয় হৈ চাই আছিল জ্বলি থকা চিতাটোৰ পিনে। অৰ্দ্ধদগ্ধ আদিৰ দেহটোৰ মূৰটো খাটাই দীঘল মাৰি এডালেৰে কোবাই ভাঙি দিছিল আৰু জ্বলি জ্বলি দেই নোযোৱা নাড়ী ভুৰুৰ লদাটো খুচি খুচি ডোখৰ ডোখৰ কৰি দি বাৰে বাৰে খাটাই কৈছিল—

: ৰহ ভাই, মইতো তোৰ জনমৰ শত্ৰু আছিলো। আজি সুবিধাটো পাইছোঁ, শত্ৰুক একেবাৰে নিৰ্মূল কৰি লওঁ।

চিতাৰ জুই লাহে লাহে নিস্তেজ হৈ পৰিছিল। দেবা মহেশ্বৰহঁত গহীন হৈ পৰিছিল। গুধুনাৰ মুখ আছিল ভাবলেশহীন। যেন হঠাৎ

আঘাত পাই বিমূঢ় হৈ পৰিছে। আটাইৰে মনত নিশ্চয় পৰিছিল তাহানিৰ সিহঁত হালৰ হাঁহিৰে ওপচা মুখৰ ছবি। খাটাই হুমুনিয়াহ এটা এৰি আঠুছুটা সাৱটি শ্মশানত বহি ললে আৰু একেবাৰে নির্লিপ্ত সুৰত ক'লে—

: যা ভাই, তই আগেয়ে জেগা চেগা ঠিক কৰি লৈ মোক খবৰ দি পঠাবি। মইও যাম যা, বেছি দিন নাথাকোঁ আৰু। কি গৰজ মোৰ ইমান কষ্ট কৰি এই ঘণ্টা জঞ্জাল মথাৰ মাজত থাকিবলৈ!

পাচদিনা গোটেই গাঁওখনত বিষণ্ণ নীৰৱতা নামি আহিছিল। আবেলি হাঠিমুন্নি বুৰীয়ে সিহঁতৰ চোতালত কৈছিলহি শুখুনাৰ মাকে আক্ষেপ কৰি চকুপানী টোকাৰ কথা। বেমাৰীয়ে হেনো মাকক মাতি নিছিল ওচৰলৈ মৰাৰ ঠিক আগে আগে। সি নিশ্চয় জানিছিল যে সি মৰিব। আগদিনা দিনৰ মাটিমাহৰ দালিখন বৰ ভাল হোৱা বুলি সি শলাগিলে আৰু খোৱাৰ মন আছিল, কিন্তু সময় ক'ত? মাকক ক'লে ল'ৰাকেই-টাক চাবলৈ যাতে সিহঁতে কাজিয়া-পেচাল নকৰে। পাৰিলে বেল আলিকাষৰ মাটিখিনি বেচি দিবলৈ কলে। এনেতে হঠাৎ দীঘল উশাহ লৈ ক'লে—

: বাহিৰত লৈ বল অ'। কাঠিত। পোহৰ ভাল লাগিব।

অন্তৰাত্মাই তাক কৈছিল বোধকৰোঁ শেষ তাৰ ওচৰ চাপি আহিছে বুলি। ঘৰটো কিয় চুৱা কৰিব লোকে? শুখুনাই মাকে ধৰাধৰি কৰি নি পিৰালিত শুৱাই থৈ পানী খোজা দেখি লৰালৰিকৈ তাই চৌকাত দেক্সিটো উঠাই দিলে। পানী লৈ আহি দেখে, যে মানুহ গলেই! মাকে হেনো খেদ কৰি কান্দিছিল—

: কিয় খাব লোকে মই মহাপাপীয়ে দিয়া পানী!

মৃতকৰ অন্তিম কাহিনীবোৰ শুনি শুনি এটা সময়ত আটায়ে নীৰৱ স্তব্ধ হৈ পৰিছিল। বোধকৰোঁ আইতাকহঁতৰ মনত পৰিছিল খাটা আৰু আদিৰ হাস্য-পৰিহাসৰ কাহিনীবোৰৰ কথা। মুখৰ হৈ পৰিছিল তাহাঁতৰ মনৰ প্রতিটো মণিকোঠা।

এক্সনী কুলি চৰায়ে উদ্বাউল হৈ চিঞৰি উঠিছিল সিহঁতৰ সেন্দুৰী আম জোপাৰ পাতৰ আঁৰত। বছৰৰ প্ৰথম কুলিৰ মাত। আইতাকে আনদিনা হলে কলেহেঁতেন—

: হেইয়া, নতুন বহাগ আহিলেই।

সেইদিনা কিন্তু নিজকে নিজে কোৱাৰ দৰে কৈছিল—

: তই মাতিলেনো কি হব অঁ? দিনবোৰ চোন লাহে লাহে ভাল হব ছাৰি বেয়াৰ ফালেহে গৈছে।

আইতাকৰ আক্ষেপৰ ব্যথা সি অনুভৱ কৰিছিল। মনে মনে তাৰ ভীষণ ভয় হ'ল আৰু এটা আগন্তুক বিপৰ্যয়ৰ কথা ভাবি। সেই বিপৰ্যয় আকস্মিক নহয়, অবধাৰিত এক ঘটনা। সঁচাকে সেই দিন-টোৰ কথা সি কল্পনাও কৰিব নোৱাৰে যিদিনাখন এই গাঁৱত খাটাও নাথাকিব। সেইদিনা সময় গতি সকলোবোৰ যেন স্তব্ধ হৈ পৰিব এই গাঁৱৰ ঘৰে ঘৰে, আলিবাট, গছ-বাঁহৰ ডালে পাতে, পথাৰৰ ঘাঁহ-বন সকলো দিশতে।

গোটেই ৰাতিটো অসহ্য মনোকষ্ট পাইছিল এই কথাবোৰ ভাবি ভাবি। এন্ধাৰত পৃথিবী-আকাশ-সময় সকলোবোৰ তাৰ চাৰিওকাষে সংকুচিত হৈ ঘেৰি অহা যেন অনুভৱ হ'ল। হঠাৎ আদিৰ মৃত্যু, খাটাৰ সেই অবধাৰিত আসন্ন ঘটনা আৰু দিনৰ পোহৰত সুদীৰ্ঘ যেন লগা তাৰ জীৱন—এইবোৰ একেবাৰে নিৰৰ্থক যেন লাগিল। সিও আৰু কিছু দিনৰ পাচত ডাঙৰ হব, বুঢ়া হব আৰু আদিৰ দৰে এদিন মৰি থাকিব। তাৰ পিচত? তাৰ পিচত কি হব? ৰাতিপুৱাৰ সোণালী পোহৰ, সেউজ পথাৰ, সুৰদি চৰাইৰ মাত এইবোৰ, এইবোৰৰ পৰা সি যে চিৰ-দিনৰ কাৰণে বঞ্চিত হৈ পৰিব!

সি ধহমহ কৰে উঠি বহিল। চকুহাল মোহাৰি এন্ধাৰ কোঠাটোৰ চাৰিওপিনে চকু ঘূৰালে। এন্ধাৰতে হিংস্ৰ জিঘাংসা লৈ কোনোবাই যেন ওচৰতে চেলু চাই চোপ লৈ আছে এনে এটা অনুভৱ হ'ল। হঠাৎ পিতাকৰ কাহৰ শব্দত তাৰ মনটো ডাঠ হৈ পৰিল। চালৰ কাষেদি

যিটো সুৰুঙাৰে নিতউ তাৰ কোঠাত পুৱাৰ পোহৰ সবকি আহে, তাৰে সি বাহিৰলৈ জুমি জুমি চালে। সৰু আকাশখন তৰাৰে ভৰি আছিল। আনদিনাৰ দৰেই আকাশখন তাৰ ৰহস্যময় যেন লাগিল। সি উৎকৰ্ণ হৈ বিছনাতে বহি থাকিল। আৰু খন্তেক পাচতে ইমান পৰে কাণত পৰি থকা শব্দবোৰৰ প্ৰতি সচেতন হ'ল। লাহে লাহে শব্দবোৰ অবিশ্লেষণীয় নৈশব্দত জীণ গ'ল।

ঝিলি নে উইচিৰিঙাৰ মাত! বাটৰ খালত অজস্ৰ ভেকুলীৰ বাৰে মিহলি কোলাহলেও তল পেলাব নোৱাৰা উইচিৰিঙাৰ ৰিণ্ ৰিণ্ মাত! নে ঝিলিৰ চিঞৰ? দূৰত ক'ৰবাত অকলশৰীয়া কুলী এজনীয়েও ৰাতিৰ এন্ধাৰত যেন ভয়ে ভয়ে আপোনজনক জগাবলৈ চেষ্টা কৰিছে। ইমান দুৰ্বল শুনা গৈছিল তাইৰ মাতবোৰ। শুখুনাইঁতৰ সেইপিনেই ক'ৰবাৰ পৰা ভাহি আহিছিল ফেঁচাৰ বাৰে মতৰা মাত; গোঁসাই ঘৰৰ চোতালত শিয়ালজাকৰ কৰ্কশ হোৱাবোৰ অলপ আগতে নিজম পৰিছিল। মাতবোৰ শুনি শুনি এসময়ত আকৌ তাৰ কাণত নপৰা হৈ গ'ল। কিবা এটা তমসাই তাৰ অতন্দ্ৰ চেতনাক পুনৰ আচ্ছন্ন কৰি পেলালে।

পুৱাৰ প্ৰতীক্ষাত সি অধীৰ হৈ বৈ থাকিল।

এসময়ত গুৱাহাটী একেবাৰে শান্ত হৈ পৰিছিল। গাঁৱৰ আবেলিৰ দৰে। সি তেতিয়া হোষ্টেলত আছিল। অৰুণ, শিৰিষ এইবোৰ আছিল তাৰ সহবাসী। বাহাদুৰ মুঞ্জা এইবোৰ আছিল সিহঁতৰ লাচনি-পাচনি কৰা মানুহ আৰু পুথিমাৰীহঁত আছিল ৰান্ধনি।

সি দহ নে পোন্ধৰ টকা বৃত্তি পায় আৰু পিতাকে বালিমহৰীৰ হাতত কেতিয়াবা দহ কেতিয়াবা বিছটকা পঠাই দিয়ে। মেচ দিউচ বাইছ/ পঁচিছঁ টকা মাহে। হোষ্টেলৰ প্ৰায় গাতে লগা কলেজ। নবীন আৰু জিলিকা ৰামৰ চাহদোকানো একেবাৰে ওচৰতে। জীৱনৰ প্ৰতিটো মুহূৰ্ত্ত পূৰ কৰি ৰাখিবৰ বাবে লগ সং, সহজ সাধ্য বিনোদন কেন্দ্ৰ একোৰে অভাব নাছিল। বাৰ চৈধ্যঅনাত ভাল চৌখীন চেণ্ডেল আৰু ডেৰ টকা দুটকাত সুন্দৰ ফিৰফিৰীয়া ধুতী। বেচ নিৰ্বিঘ্ন নিৰিবিলি এটা জীৱন।

১৯৪৭ চনৰ ১৫ই আগষ্টৰ দিনা গুৱাহাটীখন অলপ সময়ৰ বাবে উদ্বাউল হৈ উঠিছিল। সি তাৰ বিছনাত শুই শুই চাৰিওপিনে ফুটা ফটকাৰ শব্দ শুনিছিল। গধূলি দুই এটা চাকি জ্বলোৱা দেখিছিল দূৰৰ ঘৰবোৰত। সি কিন্তু অকণো উৎসাহিত বোধ কৰা নাছিল। হোষ্টেলতো মেচত ফীষ্ট হৈছিল, ম'মবাতি জ্বলাইছিল বাৰান্দাত, পিং-পং টেবুলখনত আৰু বিলাসী ল'ৰা দুই এজনে নিজৰ খৰচত ফট্কাও ফুটাইছিল। আৰু ইটো ব্লক সিটো ব্লকৰ মাজত প্ৰচ্ছন্ন অঁৰিয়া অঁৰিৰ ভাব এটাও সি লক্ষ্য কৰিছিল উছৱটো কোনে কিমান উছৱ যেন লগা কৰি তুলিব পাৰে তাকে লৈ।

সি কিন্তু একোতে অংশগ্ৰহণ কৰিব পৰা নাছিল। এই হুলস্থুলৰ মাজত নিজকে বিচ্ছিন্ন অনুভৱ কৰিছিল। মাজে মাজে তাৰ মনত পৰিছিল পোষ্টমাষ্টৰৰ কথা, পূৰ্ণ ভলন্টিয়াৰ, নবীন ভাগৱতীহঁতৰ

কথা। আৰু মনত পৰিছিল সিহঁতৰ গাঁওৰ পশ্চিমপিনৰ চুবুৰীটোৰ শশী বোলা ল'ৰাজনৰ কথা।

ষোল নে সোতৰ বছৰীয়া চফল ডেকা শশী। মাজে মাজে সিহঁতৰ লগতে সি স্কুললৈ গৈছিল। ঘৰত সি, ককায়েক আৰু বিধৱা মাক। ককায়েক পণ্ডিত হৈছিল আৰু এদিন বিয়া কৰাই বেলেগ হৈ গৈছিল। সিহঁতৰ ভাগত পৰিছিল চাৰি হালিচা মাটি। তাকে আধি চুকানি দি মাক পুতেকৰ সংসাৰ ভালেই চলিছিল। মাকে লোকৰ ঘৰত বোৱা বোৱা কৰিও অলপ ওপৰঞ্চি আৰ্জিব পাৰিছিল।

বিয়াল্লিছ চনৰ আন্দোলনত শশীও ভলন্টিয়াৰ হ'ল। বজাৰত বস্ত্ৰ বেচিবলৈ মানা কৰোতেই দহ অক্টোবৰৰ দিনা তাক পুলিচে ধৰিবলৈ গ'ল। সিহঁতৰ তাৰে আচান বোলা মানুহ এজনে পুলিচক সহায় কৰিছিল আৰু সেইদিনাই সিহঁতৰ তাত বহুত মানুহক পুলিচে ধৰি নিছিল।

সি এফালৰ পৰা মানুহবোৰ হিচাপ কৰি গৈছিল—পূৰ্ণ ভলন্টিয়াৰ, পুতেক বৃহস্পতি, নবীন ভাগৱতী, ভায়েক পদ্ম, শশী, হৰিচৰণ, শান্তি, শুকুৰাম, হৰিচন্দ্ৰ, পাহৰু, অনন্ত, বীৰেন, অৰবিন্দ, বৈষ্ণৱ, তিতাৰাম গাঁওবুঢ়া আৰু তেওঁৰ ঘৰত কামকৰা ল'ৰা থথা, পুষ্প ঠাকুৰীয়া এনেকে প্ৰায় এখন গাঁৱৰ মানুহ।

গিৰিধৰ, বিদ্যুত ভৰালী, কাঞ্চা বড়ো, অলিচৰণ গঞাৰী, অভি ডেকা, মহৎ এনেকে আৰু ভালেমানক পুলিচে বিচাৰিছিল কিন্তু নাপালে। মানুহবোৰ এজন এজনকৈ ভাবি যাওঁতে তাৰ মনত এটা কথাই বাৰে বাৰে সঁহাৰি দি উঠিছিল যে, এইবোৰৰ মাজত সিহঁতৰ গাঁৱৰ এজনো নাছিল। কথাষাৰ ভাবি মনটো তাৰ সংকুচিত হৈ পৰিল। সিহঁতৰ গাঁৱৰ আচৰণৰ সমৰ্থনত যুক্তি বিচাৰি ফুৰোতেই পুনৰ শশীৰ কথা মনলৈ আহিছিল।

জেলৰ পৰা ঘূৰি আহি মাকক সি পোৱা নাছিল। মাকে তাৰ আগতেই ইহ সংসাৰৰ পৰা বিদায় লৈছিল। মাকৰ ভাগ্যই বুলিব

লাগিব। নহলে শশীয়ে দেহত যি এক অচিন ৰোগ লৈ আহিছিল; যি ৰোগৰ তীব্ৰ যন্ত্ৰণাত সি নিতউ মৃত্যুৰ ক্ষণ গণিছিল, তিলে তিলে তাৰ দেহৰ, তাৰ ইন্দ্ৰিয়ৰ শক্তিক হেৰুৱাবলগীয়াত পৰিছিল—এনে মৰ্মন্তুদ দৃশ্য মাক হৈ কিদৰে সহ্য কৰিলেহেঁতেন।

তাৰ আজিও মনত আছে, শশীক ধৰি নিয়াৰ দিনা; যিদিনা পুলিচ অহা শুনি সি পলাই আহিছিল। কি তাৰ স্বাস্থ্য! কি হাঁহি! কি উত্তাল প্ৰাণময় এটা যৌৱন! আৰু যিদিনা সি ঘূৰি আহিছিল, ভগ্ন ৰুগ্ন এটা দেহ লৈ, নিৰাশ্ৰয় নিৰালম্ব এখন ঘৰলৈ, তাক আনকি নিজৰ ককায়েকেও আশ্ৰয় দিয়া নাছিল।

তাৰ পিতাকেই ক'লা মণ্ডলৰ পুতেকক কৈ তাৰ তুবৰি গজা ভেটিটোতে এটা জুপুৰী সাজি দিছিল। য'ত সি জীৱনৰ অন্তিম দিনকেইটা কটাইছিল। প্ৰতিমুহূৰ্ত্তে মৰণৰ ক্ষণ গণি।

পূৰ্ণ ভলন্টিয়াৰক হেনো সিহঁতৰ গাঁৱৰ নামঘৰত সুধিছিল দেবাইতে-

: তইনো কম খাটিলিনে স্বাধীনতাৰ হৈ। ৰাবাজীকাইৰ পাচত আমাৰ এই খণ্ডত তয়েতো খাটিলি। বাপ বেটা জেললৈ গলি, তহঁতৰ বোৱেও মেল মিটিং কৰি ঘুৰিলে। ঘৰ সংসাৰ একেবাৰে চব শেষ কৰি দিলি। নবীন বামুনহঁতৰতো মাক্ ( অশ্লীল ) দুয়ো ভায়েকেই জেলত সোমাই থাকিল গৈ; ঘৰ গুচি বাঁহতল হ'ল। শশীতো আহি মৰিলেই। ভেটিত তাৰ তুবৰি গজিল। তই আমাক বুজাই দেচোন দেশ স্বাধীন হোৱাত তহঁতৰ কি হ'ল।

পূৰ্ণৰ হেনো চকুৰেদি ধাৰসাৰ চকুপানী ওলাইছিল। তাক চকুপানী টোকা দেখি হঠাৎ নিস্তব্ধ হৈ পৰিছিল মানুহবোৰ। শেষত শৰতে হেনো ক্ষমাপ্ৰাৰ্থনাৰ সুৰত কৈছিল—

: তোৰ মনত দুঃখ দিবলৈ আমি সোধা নাছিলোঁ অ' ককাই। আমি সঁচাকে মূৰ্খ মানুহ। নাজানিহে সুধিছোঁ।

পূৰ্ণই ইমান বেদনাতো হাঁহিবৰ চেষ্টা কৰি হেনো কৈছিল যে সি এই উৎসৱ মুখৰতাৰ মাজত শশীৰ কথা একেবাৰে পাহৰি আছিল।

কথাবাৰ কোৱাৰ লগে লগেই শৰতে কাশীদাসী মহাভাৰতৰ পদ একাকি গাই কৈছিল—

: ভলন্টিয়াৰ কাই, কে কাৰে মাৰিতে পাৰে কেবা কাৰ অৰি
চবাৰে চংহাৰি আমি আমি চব কৰি।

চব তাৰ লীলা খেলা। বিধাতাৰ লেখন নাযায় খণ্ডন। তই মই নৰ মনিচে ভাবি ক'ত পাৰ পাম। আমি ভুখহে কৰিব পাৰোঁ, হোৱাক তো নোহোৱা কৰিব নোৱাৰোঁ! চচী বা মৰিল এনেকে, বাগদোবাৰ দাওখাৰ ককায়েক বা মৰিল তেনেকে। যাৰ য'ত যেনেকে যি হব লগা আছে, সেইটো হবই।

দাওখাৰ ককায়েকক যে, ধানৰ ভাৰ লৈ আহোতে বেল আলিত চিপাহীয়ে গুলীয়াই মাৰিছিল—ঘটনাটো মনত পৰাৰ লগে লগে পূৰ্ণৰ বোধকৰোঁ মনৰ গোপন প্ৰকোষ্ঠত ইমান পৰে টনটনাই থকা বান্ধ কিছুমান খোল খাই ঢিলা হৈ পৰা যেন অনুভৱ হ'ল। একেবাৰে সহজ হৈ হেনো কৈছিল—

: মোৰ আজি স্বাধীনতা পোৱা বুলি শুনি মনটো কেনে লাগিছে জান? বহু যোগাৰ যত্ন কৰি ঘৰৰ একমাত্ৰ জীয়ৰীজনীক বিয়া দি লেঠা মৰাৰ পাচত যেনে লাগে ঠিক তেনে লাগিছে বুজিছ? হঠাৎ যেন কৰিবলৈ কামেই নাইকিয়া হ'ল। অথচ জীজনীক উলিয়াই দি মনটোও কিবা উৰুঙা উৰুঙা লাগিছে।

ৰেৱতীয়ে ঘৰৰ পৰা আহি তাৰ আগত সমস্ত খুটিনাটি বৰ্ণনা কৰি কৈছিল। পূৰ্ণক হেনো মহেশ্বৰে সুধিছিল—

: এতিয়া কি হব পিচে?

পূৰ্ণই হেনো টপৰাই উত্তৰ দিছিল—

: আমাৰ কি? যিয়ে যেনেকে খায় তেনেকে খাক ঘণ্টা। জী বিয়া দিলোঁ, তাৰ পাচত কোনে কেনেকে খায়, তাত আমাৰ কি?

স্বাধীন হোৱাৰ বাতৰি পাবৰে পৰা পোষ্টমাষ্টৰে হেনো মাটিত ভৰি নিদিব যেন কৰি ঘূৰি ফুৰিছিল। নোযোৱা বাটত গৈছিল, নমতা

মানুহক মাতিছিল ; আনকি যাক সি আটাইতকৈ ঘৃণা কৰে, বাবাজী বুঢ়া অৰ্থাৎ তাৰ পিতাক, তাৰ পিতাককো হেনো মাতিছিল। গৈ হেনো কৈছিল, গোঁসাইঘৰত ৰাইজে চাকি বন্তি জ্বলাই নাম ধৰিব লাগে। আৰু গাঁৱৰ ঘৰে ঘৰে, আলিবাটত, পথাৰত কাতিবিহুৰ দৰে চাকি জ্বলাব লাগে।

মাষ্টৰক গাঁৱৰ শুখুনাহঁতৰ ঘৰত পাই হেনো সিহঁতৰ ডাঙৰ খুৰীয়েকে সুধিছিল—

: কিহৰ নাম ধৰে অ' মাষ্টৰ ? আমাৰ আয়তী সকলকো মাতিছে নেকি ?

: জানো ? মাতিব হবলা। আমাৰ দেশ স্বাধীন হ'ল নহয় ? তাৰে নাম।

: আমাৰ দেশ মানে ? তইঁতৰ গৰংপাৰা গাঁওখন নেকি ?

খুৰীয়েক আছিল মাষ্টৰতকৈ সমন্ধত ডাঙৰ ; তাতে তিৰোতা মানুহ। ইপিনে তাৰ ডাঙৰ দদায়েকৰ স্ত্ৰী। কোনোমতে খংটো দমাই কলে গহীনকৈ—

: স্বাধীন মানে কি বুজাই নাই।

: বুজিছো দে। স্বাধীন মানে নিজ স্বাধীন। নিজৰ খুচীত খাম, নিজৰ খুচীত যাম, নিজৰ খুচীত যি ইচ্ছা তাকে কৰিম।

কথাষাৰ কৈয়ে খুৰীয়েকে ইফালে সিফালে চালে। মাক আৰু শুখুনাহে ঘৰত আছিল। মাষ্টৰে চাহ এবাতি খাই খবৰটো দি যোৱাৰ মনেৰে সোমাইছিল। নিমখদিয়া ফিকাচাহ বাতি বৰ তৃপ্তিৰে খাইছিল মাষ্টৰে। খুৰীয়েকক একেবাৰে অৱজ্ঞা কৰি তলিৰ চাহ-পাতবোৰ মুখৰ পৰা থুৱাই ওচৰতে পেলাই দি শুখুনাক বিৰী এটা খুজিলে। খুৰীয়েকে আকৌ ইফালে সিফালে চালে। আদিবাম খুৰীয়েকৰ বৰজনাক আছিল। মৰা কিছুদিন হলেও অভ্যাসতে এইযেন কোনোবাপিনৰ পৰা আহি পৰে এনে এটা সংকোচ বোধ কৰিছিল খুৰীয়েকে—

: এতিয়াই মানুহটো যেন গল খেকাৰি মাৰি গুলাবহি এনে যেন লাগে অ' বাই।

শুখুনাৰ মাকে কোনো উত্তৰ নিদি সেমেকা হাঁহি এটা মাৰিছিল হেনো। ইপিনে খুৰীয়েকে পুনৰ মাষ্টৰক লৈ ব্যস্ত হৈ পৰিছিল।

: আমাৰ দেশ মানে ক'ত কলি মাষ্টৰ ?

: আমাৰ দেশ মানে আমাৰ গোটেইখন দেশতে। চাৰিওপিনে মাষ্টৰ হেনো একেবাৰে হতাশ হৈ পৰিছিল। আৰু যেতিয়া খুৰীয়েকে বৰ গোপনীয় কথা এটা সোধাৰ দৰে সুধিলে—

: আমাৰ মাইঁতৰ তাতো হ'লনে ?

পোষ্টমাষ্টৰে অধৈৰ্য হৈ শুখুনাক মাতদি বিৰীটো হুপি হুপি খুৰীয়েকৰ কথাৰ কোনো উত্তৰ নিদি ওলাই আহিছিল।

সিহঁতৰ খুৰীয়েকহঁতৰ বহুত কৌতুহল, বহুত প্ৰশ্নৰ সমাধান পোৱাৰ আগতেই সিহঁতৰ গাঁও আকৌ শান্ত স্বাভাৱিক হৈ পৰিছিল। সিও অংশ গ্ৰহণৰ উল্লাস অনুভৱ কৰাৰ আগতেই গুৱাহাটীখন পূৰ্বৰ দৰে উত্তেজনাহীন শান্ত হৈ পৰিছিল। সিহঁতৰ হোষ্টেলটোও ইমান স্বাভাৱিক হৈ পৰিছিল যে, হোষ্টেলৰ কাষত মিলিটাৰীৰ দিনৰ পৰিত্যক্ত খেৰী ঘৰটোত ফ্লাছৰ আড্ডাটো আকৌ আগৰ দৰে জমি উঠিছিল আৰু ফিল্ডৰ চুকৰ খেৰীঘৰটোত গধূলিৰ এন্ধাৰত বিনোদন কেন্দ্ৰত যোগ দিবলৈ যিবোৰ ছাত্ৰ-ছাত্ৰীয়ে আগেয়ে গৈছিল তাহাঁতে আকৌ নিৰংকুশ মনেৰে যাবলৈ আৰম্ভ কৰি দিছিল। সিহঁতেও হোষ্টেলত বহি বহি সঁচা কাল্পনিক প্ৰেম কলহৰ আলোচনাত ব্যাপৃত হৈ পৰিছিল অৱসৰ পালেই। আৰু গধূলি মনে মনে গৈ মহাদেব দাসৰ তাত গানৰ আসৰত যোগ দিছিল অকুণ্ঠ চিত্তে।

বেৱতীও মাজে মাজে আহিছিল তাৰ তালৈ। বৈকুণ্ঠ আৰু হৰিচৰণ আছিল ওচৰৰে আন এটা হোষ্টেলত। মাজে মাজে সিহঁতো আহিছিল। মহিমে ইতিমধ্যে বি. এ. পাচ কৰি প্ৰকিউৰমেণ্ট নে কিহবাত সোমাইছিল ইন্‌পেক্টৰ হৈ।

বৈকুণ্ঠও ভাবিছিল পুলিচত সোমোৱাৰ কথা। স্বাধীন দেশত সি আগৰ বৃটিছৰ গোলামী কৰা পুলিচবোৰক নতুন বাটৰ সন্ধান দিবৰ বাবে পুলিচত সোমাব খুজিছিল। এইবোৰ বক্তৃতাকে দি সি প্ৰায়ে তাক বোৰ কৰিছিল। কিন্তু শেষত সি দৰ্খাস্তকে নকৰিলে। সিহঁত আটায়ে আচৰিত হৈ তাক কৈছিল যে, তাৰ প্ৰয়োজনীয় বিদ্যা আছে, বুদ্ধিও আছে, পুলিচ হোৱাৰ চেহেৰা আৰু স্বাস্থ্যও আছে। সি কিয় দৰ্খাস্ত নিদিলে শেহত? সি তেতিয়া নিষিধ মাত এষাৰ মাতি কৈছিল—

: চালা এইবোৰ চব থাকিলেও নহয়। আচল বংশটোৱেই নাই। ভাল বংশৰ যে হব লাগিব। মই চালা ক'ৰ ঘোকোট গাঁৱৰ; পিতাই ককাইহঁতে এতিয়াও তপিনা চেলাই পথাৰত হাল বায়।

সি বৈকুণ্ঠৰ কথা শুনি পুতৌ অনুভৱ কৰিছিল, আৰু তাৰ মনত পৰিছিল সৰুতে সিহঁতৰ ঘৰত কাম কৰা দখৰ, মঠৰহঁতৰ কথা। বৈকুণ্ঠ কিন্তু হতাশ হোৱা নাছিল; হৰিচৰণেতো কৈছিলেই খেতি কৰি খালেই মানুহৰ বংশ বেয়াহৈ নাযায় নহয়। বৰঞ্চ মহাত্মাৰ মতে খেতিয়কসকল হে ডাঙৰ মানুহ।

এই বৈকুণ্ঠ হৰিচৰণৰ দৰে মানুহবোৰো সেইদিনা হতাশ হৈ পৰিছিল। নীৰৱ নিজীৱ হৈ পৰিছিল পদ্ম শিৰিষহঁতৰ দৰে ধেমেলীয়া ল'ৰাবোৰো। ফ্লাচত বহিলে গৌৱাৰ হৈ পৰা সুনন্দ অমৃতহঁতেও য'ৰে তাচ তাতে পেলাই থৈ দৌৰ দিলে বজাৰত ৰেডিঅ' শুনিবলৈ। গুৱাহাটীত অভাৱনীয় অস্বাভাৱিকা নামি আহিল হঠাৎ। বজাৰৰ ৰেডিঅ' বাজি থকা ঠাইবোৰত মৌন মানুহৰ জুম। সময়, গতি চব যেন হঠাৎ বৈ গ'ল।

হোষ্টেলত সেইদিনা কোনেও ভাত খোৱা নাছিল। ৰাতি ল'ৰাবোৰে প্ৰায় উজাগৰেই কটাই দিছিল। হৰিচৰণ আৰু গোপালহঁতে উচুপি উচুপি কটাই দিছিল গোটেই ৰাতিটো। মহাত্মাৰ মৃত্যুৰ দৰে ইমান শোকাবহ ঘটনা এটা সিহঁতে সহ্য কৰিব পৰা নাছিল। যিজনা মহাপুৰুষৰ আহ্বানত সিহঁতে সিহঁতৰ সোণাময় যৌৱনৰ ইমানবোৰ

দিন জেলত কটনা কাটি অতিবাহিত কৰিছিল, সেইজনাৰ এনে অভাৱনীয় দেহাৱসান সিহঁতৰ কাৰণে সঁচাকে অসহনীয় হৈ পৰিছিল। সি পিচে খুব যত্ন কৰিছিল মনে মনে গভীৰভাৱে সেই বেদনা অনুভৱ কৰিবলৈ। সি মনত পেলাইছিল জুবিলী বাগিছাত লক্ষ লক্ষ মানুহৰ মাজত পৰম আশ্বাসেৰে শান্তিৰ বাণী শুনোৱা শিশুৰ দৰে সৰল মুখখনৰ কথা। সি ভাবিবলৈ যত্ন কৰিছিল সভাথলীলৈ যোৱাৰ বাটত সহস্ৰ সহস্ৰ মানুহৰ ঠেলা হেচাৰ মাজেদি সোমাই সিও যে এদিন সেই মহাপুৰুষজনাৰ পদস্পৰ্শ কৰাৰ সৌভাগ্য লাভ কৰিছিল—সেই দৃশ্যটোৰ কথা।

ৰাতি ভোকতে তাৰ টোপনি অহা নাছিল। আৰু কথাবোৰ ভাবি ভাবি এটা সময়ত সিও চাৰিওপিনে বিৰাজমান স্তব্ধতাৰ অংশীদাৰহৈ পৰিছিল।

তাৰ পাচত গুৱাহাটী আকৌ শান্ত হৈছিল। ঘটনাটো আৰু আনুষংগিক অনুভূতিবোৰ বৰ পুৰণি পুৰণি প্ৰভাৱহীন যেন হৈ পৰিছিল।

দেওবাৰে ডুপৰীয়া মহাদেৱৰ তাত মহাত্মা গান্ধীৰ চিতাভস্ম উটাই দিয়াৰ দিনা শুক্লেশ্বৰ ঘাটত গোৱা 'হিংসায় উন্মত্ত পৃথ্বি' গানটো শুনি তাৰ মনটো ৰঞ্জিত হৈ আহিছিল। বৈকুণ্ঠ, হৰিচৰণ, শিৰিষহঁত তাৰ কোঠাতে আড্ডা মাৰি আছিল। তাত বৈকুণ্ঠৰ পুলিচৰ দৰ্খাস্ত নিদিয়াৰ পুতৌ লগা কাহিনীটো শুনাৰ পাচত হৰিচৰণে যেতিয়া মহাত্মাৰ কথা উলিয়ালে, মহাত্মাও মৃত্যুৰ দিনা সিহঁতৰ কোনে কি কৰিছিল, ক'ত কি দেখিছিল সেইবোৰকে আলোচনা কৰি মছগুল হৈ আছিল।

এনেতে এখন টেলিগ্ৰাম আহিছিল। তাৰ নামত। সি আচহুৱা অনুভূতি এটা অনুভৱ কৰিছিল। জীৱনত এয়ে প্ৰথম তাৰ নামত টেলিগ্ৰাম আহিছিল। উদগ্ৰ কৌতুহলেৰে সি খুলি চালে—

: ফাদাৰ চিৰিয়াচ, কাম শাৰ্প। চিংৰাম।

: তোমাৰ সক দদায়েৰে দিছেচোন। তুমি এতিয়াই যোৱাগৈ।
হৰিচৰণৰ কথাষাৰ তাৰ সহানুভূতি সূচক যেন নালাগিল। আড্ডাটো বেচ জমি উঠিছিল। পিতাকৰ চিৰিয়াচ হলে যে সি এই মুহূৰ্ত্তে যাব লাগিব তাৰ কি অৰ্থ আছে? সিতো আৰু ডাক্তৰ নহয়। পাচদিনা পুৱাৰ গাড়ীত গলেও হব। এতিয়া গলেও সি মাজনিশাহে পাবগৈ। শিৰিষ, অৰুণে কিন্তু তাৰ টিনৰ চুটকেচটোত পিন্ধা কাপোৰ-কানি টুথব্ৰাচ, টাৱেল আদি ভৰাবলৈ লাগি গ'ল। সি বৈকুণ্ঠৰ মুখলৈ চালে। সি গহীন হৈ ক'লে—

: তই এতিয়াই যোৱাটো ভাল হব। ঢুই বজাৰ গাড়ীত।
গাড়ীৰ সৰু ডবা এটাত অকলশৰে সি বহি ললে। আৰু উঠাই দিবলৈ অহা শিৰিষ বৈকুণ্ঠহঁতক প্লেটফৰ্মত গহীন হৈ ৰৈ থকা দেখি মনে মনে সি পুলক অনুভৱ কৰিছিল। মনত আগ্ৰহ, উৎকণ্ঠা এনেধৰণৰ একো অনুভূতিয়েই নাছিল। সি যেন টেলিগ্ৰামৰ খবৰ-টোৰ বাবে নহয়, শিৰিষহঁতক বাধিত কৰিবলৈকেহে ঘৰলৈ আহিছিল। সেই মুহূৰ্ত্তত সি কল্পনাও কৰিব পৰা নাছিল যে, সেই প্ৰত্যাৱৰ্ত্তন তাৰ বাবে আছিল এক চিৰকলীয়া প্ৰত্যাৱৰ্ত্তন। সেই যি উভতিল আৰু আহিব পৰা নাছিল। সেয়া সঁচাকে তাৰ জীৱনৰ এক অবিস্মৰণীয় অধ্যায়।

শাওনমহীয়া আকাশখনত যেন জুইহে জ্বলিছিল। ৰেলআলিৰ দুয়োকাষৰ গাঁওবোৰৰ গছ-গছনিবোৰ নিথৰ হৈ বৈ আছিল। মাজে মাজে পাৰ হোৱা গাঁৱৰ পথাৰবোৰত কতো এজনীও চৰাই পৰি থকা নাছিল। সিহঁতৰ চলন্ত ৰেলখনৰ বতাহত আলিৰ দাঁতিত ঠায়ে ঠায়ে ধূলি উৰিছিল।

সি খিৰিকী এখনক আশ্ৰয় কৰি বহি লৈছিল। আৰু চেষ্টা কৰিছিল বাহিৰৰ প্ৰচণ্ড উত্তাপ অনুমান কৰিবলৈ। আমিনগাঁৱৰ পৰা ডবাৰ ভিতৰত দহ বাৰজন মান মানুহ বহি আহিছিল। সিহঁতৰ আটায়ে খিৰিকীয়েদি উচ্ছাস বেগত সোমোৱা বতাহৰ শীতলতাৰ আমেজত চকুমুদি জুপুকা মাৰি বহি আছিল। সি এজন এজনকৈ মানুহবোৰৰ মুখলৈ চালে। তাৰ পিচপিনৰ বেঞ্চি এখনত এজন মানুহে ঘৰৰ বিছনাত শোৱাৰ দৰে শুই আহিছিল আৰু তাৰ ভৰি পথানৰ খালী জেগাকণত বহি আহিছিল এজন ডেকা মানুহ। তাৰ মুখত তাৰ দৃষ্টি বৈ গ'ল। স্বাস্থ্যবান উচ্ছল লাৱণ্যৰ এখন মুখ। পৰম নিৰ্ভাবনাৰে শুই অহা মানুহটোৰ ভৰি পথানত কুচি মুচি বহি থকা ডেকাজনক দেখি তাৰ মনত পৰিছিল সৰুকালিৰ সেই বৰ্ষণমুখৰ আবেলিটোলৈ। যিদিনা সি প্ৰথম দখৰৰ কষ্ট অনুভৱ কৰিবৰ বাবে মনটোৰে চেষ্টা কৰিছিল আৰু প্ৰথম যিদিনা তাৰ আগত উন্মোচিত হৈছিল এটা চিৰন্তন সত্যৰ স্বৰূপ। দৈহিক শক্তি যে ভীকতা অনপোদনৰ এক অৱশ্য কাৰণ নহয় সেই দিনাই প্ৰথম সি উপলব্ধি কৰাৰ সুযোগ পাইছিল।

ডেকাজনে সাৰ পাই অতি সন্তৰ্পণে চকুহাল মেলি বাহিৰৰ ৰ'দৰ পিনে চাই আছিল। তাৰ শান্ত সমাহিত দৃষ্টিত ৰ'দৰ উত্তপ্ত চমকনিয়ে বাহিৰৰ গাঁও, পথাৰ চব একাকাৰ কৰি পেলাইছিল। মাজে মাজে

উকি মাৰি ওলাই আহিছিল ডেকাজনৰ আপাততঃ নিৰ্লিপ্ততাৰ অন্তৰালত সকলো সময়তে বিৰাজ কৰা ভীৰুতাৰ ভাবটোৱে। সি তাক লক্ষ্য কৰাৰ উমান পাই ডেকাজনৰ দৃষ্টি হঠাৎ চঞ্চল হৈ পৰিছিল। যিটো দৃষ্টিৰ প্ৰভাবৰ পৰা সি নিজেও হাত সাৰিব পৰা নাছিল। তাৰো এটা দোষ আছে। প্ৰতিটো বস্তু চোৱাৰ কাৰণে আগ্ৰহ অথচ আনে তালৈ চালে অসুবিধা অনুভৱ কৰাৰ যি ভীৰুতা তাৰ বাবে সি কিমান দিন যে অপমানিত হ্বলগীয়াত পৰিছিল তাৰ মনত তেনে প্ৰতিটো ঘটনা আজিও সজীৱ হৈয়ে আছে।
ডেকাজনৰ ভীৰু চঞ্চল হৈ পৰা মুখখনলৈ চাই থাকোতে তাৰ মনলৈ আহিছিল কিছুদিনৰ আগতে ঘটা সৰু এটা ঘটনালৈ। তাৰে কেইমাহমানৰ আগতে সি এগৰাকী ভদ্ৰমহিলাৰ সতে ক্ষন্তেক ঘনিষ্ঠ হোৱাৰ সুযোগ পাইছিল এটা ৰসাল ঘটনাৰ জৰিয়তে। অৱশ্যে সেই ঘটনাৰ মূল কেন্দ্ৰ সি নাছিল। নাছিল মহিলা গৰাকীও। দুয়ো আছিল মূল ঘটনাটোৰ পাৰ্শ্ব চৰিত্ৰ মাত্ৰ।

মদন নামৰ সিহঁতৰ হোষ্টেলৰ ল'ৰা এটা কলেজৰ ছোৱালী এজনীৰ প্ৰেমত পৰিছিল। প্ৰেম কিমান দূৰ আগ বাঢ়িছিল সি নাজানে; মাত্ৰ এদিন মদনে ভাত চাত নাখাই বিছনাতে পৰি থকা দেখি আৰু বহুতৰে কাকুতি মিনতি উপেক্ষা কৰাত সি তাক ভাত নোখোৱাৰ কাৰণটো সুধিছিল। কি কাৰণত জানো, নে তাৰ স্বাভাৱিক কিছুমান দুৰ্বলতাৰ বাবেই সাহস কৰি, মদনে তাক তাৰ গোপন বেদনাৰ কথা খুলি কলে আৰু তাক নিলে বিপদৰ আশংকা নাই বুলি ভাবি, প্ৰেয়সীৰ মানভঞ্জন অভিযানত তাকো লগ ললে। সি গৰ্ব অনুভৱ কৰি যাবলৈ মান্তি হ'ল। মদনক খুৱাই বুৱাই আবেলি তিনিমান বজাত দুয়ো ওলাল। কেইদিনমান আগলৈ নেৰা-নেপেৰা বৰষুণত তিতি থকা আলতীয়া পাহাৰী মাটি খচকি খচকি পোনে পোনে এটা টিলাত উঠিলৈ পাহাৰৰ মাজৰ এটা অকলশৰীয়া ঘৰক লক্ষ্য কৰি দুয়ো গৈ থাকিল। মদন আছিল নিশকতীয়া,

পঢ়াই শুনাই ভাল ল'বা। সেইদিনা কিন্তু সিহে ভাগৰি পৰিছিল। মদনে পাহাৰী বাটটো হেলাৰঙে উঠিছিল। গৈ ঘৰৰ সম্মুখ পাওঁতেই কুকুৰ এটাই ৰৌ-ৰৌৱাই উঠিছিল। সি চকখাই স্তব্ধহৈ ৰৈ গৈছিল। এনেতে মানুহ এটাই আহি সিহঁতক কাক বিচাৰিছে বুলি সোধাৰ লগে লগেই সেই মহিলা গৰাকীয়ে উল গুঠি গুঠি ওলাই আহি দুৱাৰ মুখত থমকি ৰৈছিল।

ঃ কাক লাগে?

সি বিমূঢ় হৈ ৰ'ল। ইমান ধুনীয়া লাৱণ্যময়ী মহিলা এগৰাকীয়ে সেয়ে প্ৰথম তাক কথা সুধিছিল। সি নাজানেও তালৈ সি কাক বিচাৰি আহিছিল। মহিলাগৰাকী হাঁহি হাঁহি নিজেই বাৰান্দালৈ ওলাই আহিল। মদন ইমান পৰে ক'ত আছিল তাৰ তত্তেই নাছিল। সি খোনাই খোনাই কলে ছোৱালীজনীৰ কথা।

ছোৱালীজনীক বিচাৰি অহা বুলি কোৱাৰ লগে লগে তাৰ এটা পাহৰি যোৱা অনুভূতিয়ে মনক আচ্ছন্ন কৰি ধৰিছিল। সৰু চহৰীয়া স্কুলখনত পঢ়োতে ধনেশ্বৰ চাৰে বুৰঞ্জীৰ প্ৰশ্ন ক্লাচত এফালৰ পৰা সুধি আহিলে তাৰ যিটো অনুভূতি হৈছিল ঠিক তেনে এটা অনুভূতিয়ে মনটো তাৰ জঠৰ কৰি পেলাইছিল। যেন এইমাত্ৰ চাৰৰ আঙুলিয়ে তাকে টোৱাবহি আৰু শেষত বেঞ্চৰ ওপৰত থিয় কৰাই হাতৰ তলুৱা কটা যেন বেতৰ কোব দুটা এই পৰিবহি। তাৰ কাণত সোমোৱা নাছিল মহিলাগৰাকীয়ে আৰু কি সুধিছিল আৰু মদনে খোনাই খোনাই তাৰ উত্তৰত কি কৈছিল। খন্তেক পাচতে মহিলাই সাদৰেৰে দুয়োকে ভিতৰলৈ লৈ গৈছিল আৰু বহিলে সোমাই যোৱা চোফাত বহিবলৈ দিছিল।

মহিলাগৰাকী ভিতৰৰ কোঠাটোলৈ সোমাই যোৱাৰ অৱসৰতে সি বহা চোফাখনত উঠি লৈ আকৌ জোৰেৰে বহিদি তাৰ হেন্দোলনি অনুভৱ কৰিছিল নতুনকৈ আৰু পিটিকি পিটিকি চোফাখনৰ হাত-খুৰাবোৰ কিহেৰে সজোৱা অনুমান কৰিবলৈ চেষ্টা কৰিছিল। মদনৰ

মুখৰ পিনে এবাৰ চোৱাচুই হোৱাত সি তাৰ ভুলটো বুজিব পাৰিছিল আৰু নিথৰ নীৰৱ হৈ শান্ত এজনৰ দৰে বহি থাকিল।

অলপ পাচতে ছোৱালীজনীৰ হাতত ট্ৰেত দুটা গিলাচত চৰৱৎ লৈ মহিলা ওলাই আহিল আৰু মদন আৰু ছোৱালীজনীক সেই খোটালিতে এৰি তাক লৈ মহিলা বাৰান্দাত বহিলহি।

: ইয়াত বহিলে নইখন বেচ ভালদৰে দেখি।

বোধকৰোঁ কবলৈ কথা বিচাৰি নাপাই মহিলাই কৈছিল। অথচ নদীলৈ চোৱা নাছিল। সি মহিলাৰ পিনে চাই পৰিৱেশটোকে পাহৰি আছিল। কথাষাৰ শুনি সি অপ্ৰস্তুত হৈ ঘূৰি নইখনৰ পিনে চালে। গছৰ ডালবোৰৰ ফাকেদি নৈখন চকুত পৰাত হঠাৎ বহুত পুৰণি কথা তাৰ মনত পৰিছিল।

তাক নীৰৱ হৈ থকা দেখি বোধকৰোঁ মহিলাই পুনৰ সুধিলে—

: আপুনি কবিতা চবিতা লেখে নেকি ?

: নেলেখোঁ কিন্তু ভাল পাওঁ ; আপুনি ?

: হুহ্ মই কবিতা লেখিম ! কবিতা মূৰত মাৰিলেও নোলাৰ আমাৰ !

তাৰ মনৰ দুৱাৰবোৰ উন্মুক্ত হৈ পৰিছিল। লাহে লাহে সহজ হৈ গৈছিল মহিলাগৰাকীও। মনে মনে পুলকিত হৈ পৰিছিল তাৰ সমগ্ৰ সত্তা।

বহুদিনলৈ তাৰ মনত সজীৱ হৈ আছিল সেই আবেলিটোৰ কথা। দেহত অনুৰণিত হৈ আছিল মহিলাৰ সৰু সৰু কথা কেইষাৰ।

তাৰ কেইমাহ মানৰ পাচত সি এদিন বজাৰত লগ পাইছিল মহিলাক। লগত আৰু কোনোবা এগৰাকী আছিল। সি মহিলাৰ মুখলৈ চাইছিল উদগ্ৰ আশাৰে। মহিলাই তাৰ পিনেই চাই চাই পাৰ হৈ গ'ল কিন্তু সি নিশ্চয় চকুত নপৰিল। প্ৰত্যাশাৰ হাঁহিটো অসহ্য অৱমাননাৰ হেঁচাত লক্ষ্যহীন ভেঙু চালিত পৰিণত হৈছিল।

কাহিনীটো মনত পৰাৰ লগে লগে ডেকাজনৰ প্ৰতি সমবেদনাত তাৰ

মন সিক্ত হৈ পৰিল। সি হপ্ কৰে বহাৰ পৰা উঠিল আৰু শুই ৎকা গাঁৱৰ। মাৰোৱাৰী মহাজন যেন লগা মানুহজনক হাতত ধৰি জগাই দি বহিবলৈ কলে। ধহমহ কৰে টোপনিৰ জালত মাৰোৱাৰীজনে উঠি চাৰিওপিনে চালে আৰু গাড়ীখন চলি থকা দেখি তাক সম্পূৰ্ণ অৱজ্ঞা কৰি আকৌ শুবলৈ ধৰোতেই সি আকৌ বাধা দিলে।

ঃ মানুহক ভালদৰে বহিবলৈ দিয়কচোন। আপুনি অকলে শুই গলে কেনেকে' হব!

ঃ জাগা আছে নহয়? মেল্লা জাগা আছে বহি যাবৰ।

ডেকাজনে মাৰোৱাৰীজনৰ বিৰক্তি দেখি তাৰ পৰা উঠি গৈ আন এটা চুকত বহি লৈ দৃষ্টি ঘূৰাই ললে।

সি নিৰুপায় ক্ষোভত ঘূৰি আহি আকৌ নিজৰ জেগাত বহি ললেহি। মাৰোৱাৰীজনে মুখৰ ভিতৰতে ভোৰভোৰাই আকৌ আগৰ দৰেই শুই পৰিল। অত্যন্ত লাজত সি ডেকাজনৰ পিনে নাচালে।

ডবাটোৰ ভিতৰত মানুহবোৰৰ কাৰোবাৰ সতে চকুৱে চকুৱে পৰাৰ ভয়ত সি বাহিৰলৈ চাই গ'ল। সি ভাবিবলৈ চেষ্টা কৰিলে ডেকাজনে কিয় নিজৰ অধিকাৰ সাব্যস্ত কৰাৰ সুযোগ পাইও উঠি গৈ ইমান অসুবিধাকে' গৰমত এটা বতাহ নলগা চুকত বহি ললেগৈ? তাৰ হকে যিয়ে যুঁজ কৰিলে তাকহে অপদস্থ কৰি সি গুচি গ'ল।

তাৰ মনত পৰিল সৰুকালিতে সি দেখা সৰু সৰু বিছুমান ঘটনালৈ। দখৰক যে দদায়েকে মাৰিছিল। সি কোনোদিন মুখ তুলি তাৰ প্ৰতিবাদ কৰা নাছিল। বৰঞ্চ প্ৰাপ্যৰ দৰে সি সমস্ত লাঞ্ছনা নীৰৱে মূৰপাতি লৈছিল। হয়তো ডেকাজনৰ আচৰণতো সেই একে ভীৰুতাই প্ৰকাশ পাইছে। আৰু সেই একে ভীৰুতাৰ বাবেই নিজৰ অধিকাৰ সাব্যস্ত নকৰি আঁতৰি গৈছে।

তাৰ নিজৰ লাঞ্ছনাৰ হেতুও হয়তো আন এক ভীৰুতা। ভীৰুতা ঠিক হয়তো নহয়। এক মানসিক দুৰ্বলতা। যাৰ কাৰণে সি তাৰ সমুখত পৰা প্ৰতিটো ঘটনাৰ লগতে নিজকে নিবিড়ভাৱে জড়িত কৰাৰ প্ৰবল

ইচ্ছা এটা অনুভৱ কৰে। আনৰ অলপ সঁহাৰিতে নিজৰ সমস্ত ঢালি দিয়াৰ যিটো দুৰ্বলতা তাৰ বাবে সি ইতিমধ্যে একাধিকবাৰ তিক্ত অভিজ্ঞতা লাভ কৰিছে। সি কিন্তু মনে মনে এইবাৰ প্ৰতিজ্ঞা কৰিলে যে এই দুৰ্বলতা সি পৰিহাৰ কৰিবই কৰিব।

হঠাৎ প্ৰচণ্ড শব্দ কৰি এখন নইৰ দলঙত গাড়ীখন উঠিল। শীতল বতাহ এজাকে তাৰ দেহত শিহৰণ তুলি দি পাৰ হৈ গ'ল। তাৰ মনটোৱে মুহূৰ্ত্তৰ আগৰ সমস্ত লাঞ্ছনা একাষৰীয়াকৈ থৈ বহুদূৰ পিছুৱাই গ'ল।

নদীৰ বুকত গলি পৰা ৰ'দৰ ৰশ্মিয়ে তাৰ চকু চাং মাৰি ধৰিছিল। সি চকুদুটা মুদাৰ লগে লগে তাৰ মনলৈ আহিছিল পিতাকৰ লগত প্ৰথম সেই সৰু চহৰখনলৈ যাওতে ৰেলত দলঙৰ শব্দত চকুখাই পিতাকৰ ওচৰ চপাৰ কথা। সেয়ে প্ৰথম সি নদী দেখিছিল। অৱশ্যে তাৰ আগতেই সি ব্ৰহ্মপুত্ৰ দেখিছিল। কিন্তু ব্ৰহ্মপুত্ৰৰ ভয় সঞ্চাৰী ৰূপ দেখি তাৰ নদী নদী যেন নালাগে। সৰুতে পিতাকে মাৰি অনা প্ৰকাণ্ড শৰপহুবোৰক যিদৰে তাৰ পহু পহু যেন নালাগিছিল। ভয়ত আৰু ঘৃণাত যিদৰে সি ওচৰ চাপিব পৰা নাছিল সেইদৰে ব্ৰহ্মপুত্ৰকো তাৰ বিশাল ভয়াবহতাৰ বাবেই তাৰ মনত নই যেন নালাগে।

চকুদুটা মেলোতেই তাৰ চকুৰ আগত পৰিছিল কোনোবা গাঁৱৰ শাৰী শাৰী কেবাজোপাও ঔগছ। পিতাকে কোৱা বহুদিনৰ পুৰণি কাহিনী এটা মনত পৰিল; অত্যাচাৰী পৰাক্ৰমী মানুহৰ কাহিনী; যাৰ নিৰ্মমতম খেয়ালকো প্ৰজাই নীৰৱে নিঃসহায়ভাৱে মানি লবলগীয়াত পৰিছিল।

সি ঘূৰি সন্তৰ্পণে ডেকাজন বহি অহা চুকটোৰ পিনে চালে। ইতিমধ্যেই পাৰ হৈ অহা ষ্টেচনটোত বোধকৰোঁ সি নামি গৈছিল। মনটো হঠাৎ সকাহ পোৱা যেন অনুভৱ কৰিলে। সি এইবাৰ সাহসেৰে ডবাটোৰ মানুহবোৰৰ পিনে মন কৰিলে। মাৰোৱাৰী যেন

লগা মানুহজনে সৰু টোপোলাটো কাষলতিত চেপি লৈ দুৱাৰ মুখত থিয় দি বাহিৰলৈ চাই গৈছিল। দুজন গান্ধীটুপী আৰু খদ্দৰ পিন্ধা মানুহে গান্ধীৰ তিৰোধানৰ কাহিনীকে আলোচনা কৰি গৈছিল। সি আগ্ৰহেৰে শুনিছিল সিহঁতৰ আলোচনা ; কিয়নো আলোচনাত বৰ্ণিত হোৱা প্ৰতিটো ঘটনাৰ সতে তাৰ চাক্ষুষ পৰিচয় আছিল। এনেতে এজনে ক'লে—

: মহাত্মাই তো ভাৰতৰ ৰজাই হব পাৰিলেহেঁতেন।

: পাৰিলেহেঁতেন মানে ? তেওঁতো ভাৰতৰ মুকুটবিহীন ৰজা।

: নহয় অ' একদম আচল ৰজাই হব পাৰিলেহেঁতেন।

ইজনে বিৰক্তিৰে ক'লে, এনেদৰে কলে যেন আনজনে মহাত্মা গান্ধীৰ প্ৰতি কিবা অসন্মানজনক উক্তিহে কৰিলে!

: হেঃ, থঃ তাই একোকে নাজান। তেওঁ হ'ল মহা শাস্ত্ৰজ্ঞ পুৰুষ। তেওঁ কিয় ৰজা হবলৈ যাব। তই লক্ষ্মণৰ কথাটো নাজান নেকি ? ৰাম-ৰাৱণৰ যুদ্ধত, ৰামৰ বনবাসত লক্ষ্মণে যি ত্যাগ স্বীকাৰ কৰিলে, লক্ষ্মণে অযোধ্যাৰ ৰজা হব নোৱাৰিলেহেঁতেন জানো ? কিন্তু হ'ল জানো ? মহাত্মাও ৰণ চণ জিকাই দি আশ্ৰমত গৈ সোমাই থাকিল লক্ষ্মণৰ দৰে।

সি শালীনতা পাহৰি গৈ মানুহজনৰ মূৰৰ পৰা ভৰিলৈকে নিৰিখি নিৰিখি চালে। মানুহজনে হঠাৎ সজাগ হৈ মাত লগালে—

: ক'ত ঘৰ হে তোমাৰ ?

সি প্ৰথমতে বুজাই নাছিল। আকৌ সুধিলে—

: তোমাকে সুধিছোঁ। ঘৰ ক'ত ?

সি সম্ভ্ৰমেৰে কলে। মানুহজনৰ প্ৰতিটো প্ৰশ্নৰ উত্তৰ। তাৰ নাম, ধাম, ক'ত পঢ়ে ইত্যাদি। পিতাকৰ নামটো শুনাৰ লগে লগে মানুহজনে একেবাৰে ঘনিষ্ঠ হৈ ক'লে—

: তোমালোক জন্মাই নাছিলা নেকি ? একত্ৰিছ চনত যেতিয়া আমি তোমালোকৰ তালৈ যাওঁ। সাতচল্লিছ চনৰ ইলেকচনতো

গৈছিলোঁ। সিদ্ধি উকীলৰ লগতো এবাৰ গৈছিলোঁ। পিতাৰে ভালে আছে? বহুদিন দেখা নাই। মোক বৰ মৰম কৰিছিল। ভালে আছেনে বাপা?

ঃ নাজানো।

সি সঁচাকৈ জনা নাছিল। কিন্তু কথাষাৰ শুনাৰ লগে লগে পৰম অবিশ্বাসেৰে মানুহজনে তালৈ চাইছিল।

ঃ নাজানা মানে? চিঠি পত্ৰ একো পোৱাই নাই নেকি ঘৰৰ পৰা।

ঃ পাইছোঁ। চিঠি নহয়, এখন টেলিগ্ৰাম পাইছোঁ আজি। পায়েই ঘৰলৈ আহিছোঁ।

ঃ কি টেলিগ্ৰাম? অসুখ নেকি?

ঃ পিতাৰ চিৰিয়াচ হেনো।

ঃ কি বেমাৰ?

ঃ নাজানো।

মানুহজনে নিজৰ বয়সৰ লগত কিবা এটা হিচাব কৰি ক'লে—

ঃ তোমাৰ পিতাৰেৰ বয়সতো একষট্টি বাষট্টি মানহে হৈছে। আমাতকৈ ছয় সাত বছৰৰ ডাঙৰ। যোৱা, দুখ নকৰিবা, ভগবানে যি কৰে ভালৰ কাৰণেহে কৰে। মনৰ বল নেৰিবা। তোমাক একোৱে টলাব নোৱাৰে।

মানুহবোৰে তালৈকে করুণ দৃষ্টি দি চাইছিল। তাৰ বৰ অসুবিধা লাগিছিল। বাহিৰৰ পিনে মুখখন উলিয়াই মানুহজনৰ এই শান্তনা-বাণীৰ সতে টেলিগ্ৰামত থকা কথা কেইটাৰ তাৎপৰ্য বুজিবলৈ চেষ্টা কৰিছিল।

সিহঁতৰ ঘৰৰ ষ্টেচনটো পোৱাৰ দহ মাইল আগৰ জংচনটোত্ গাড়ীৰ পৰা নামি বজাৰৰ পিনে সিহঁতৰ ফালৰ মানুহ বিচাৰি ওলাই গৈছিল। তেতিয়া বেলি মাৰ গৈছিল। ৰাতি এঘাৰমান বজাতহে সিহঁতৰ তালৈ যোৱা গাড়ী এৰিব। সি আগৰ দৰে হোৱা হলে সেই দহ

মাইল বাট খোজ কাঢ়িয়েই গ'লহেঁতেন। কিন্তু সেইদিনা কি কাৰণত গাড়ীখনলৈ বাট চোৱাটো তাৰ বাবে অৱধাৰিত যেন লাগিল। তিনি ঘণ্টাৰ ভিতৰতে খোজ কাঢ়ি সেই দহমাইল বাট যে সি যাব পাৰিলেহেঁতেন তাৰ মনত তেনে এটা সম্ভাৱনাৰ উদয়ে নহ'ল।

বজাৰত সি পাইছিল সেই পোষ্টকাৰ্ড খুজি পোষ্টমাষ্টৰৰ ধমক খোৱা মানুহজনক। সি আজিকালি কিহবাৰ বেপাৰ কৰে। বেপাৰীজনে তাক দেখিয়ে বিষণ্ণ গহীন হৈ পৰিল।

ঃ গুৱাহাটীৰ পৰা এই আহিল নে?

ঃ অঁ।

ঃ খবৰটো কেতিয়া পালে?

ঃ আজি।

ঃ য'ক ঘৰক। দুখ কৰিবৰ একো নাই য'ক। কৰি বা কি লাভ হব। যি হবৰ সি হবই।

কথাবোৰ সেই মানুহজনৰ দৰেই তাৰ মনত হেয়াঁলি হেয়াঁলি যেন লাগিল খন্তেকৰ কাৰণে। লাহে লাহে কথাটো স্পষ্ট হৈ আছিল। আৰু অন্তৰৰ কোনোবাখিনিত হঠাৎ কিবা এটা খালী হৈ যোৱা যোৱা যেন অনুভৱ কৰিলে। ষ্টেচনলৈ ঘূৰি আহি প্লেটফৰ্মৰ বেঞ্চ এখনত বহি সি সময়খিনি পাৰ হৈ যোৱাৰ কাৰণে অধীৰ আগ্ৰহেৰে বৈ থাকিল। তাৰ কোনোবা চিনাকি ওলাই পৰিব পাৰে বুলি ভয় লাগি গ'ল। মনৰ গভীৰতম থলীত—অথিৰ আশা এটাই মাজে মাজে থৰক বৰকৈ ওপঙি আহি তাৰ চেতনাক দোলা দিবৰ চেষ্টা কৰিছিল। কোনোবা চিনাকিয়ে আহি স্পষ্ট খবৰ দি সেই আশাকো মষিমূৰ কৰাৰ ভয়তে সি তলমূৰ কৰি পাৰ হৈ যোৱা মুহূৰ্ত্তবোৰৰ শ্লথতা অসহ্য কষ্টেৰে অনুভৱ কৰি আছিল।

ৰাতি গাড়ীত বহি কোঠাৰ ম্লান পোহৰত অস্পষ্ট মুখবোৰৰ মাজত সি বাৰে বাৰে দেখিছিল যুদ্ধৰ দিনত এদিন গাড়ীত দেখা পিতাকৰ

মিনতি-কাতৰ মুখখনৰ ছবি। সেই বিৰক্ত ডেকাজনৰ ঘোচাটো আহি যে পিতাকৰ মুখৰ ওচৰত বৈ গৈছিল আৰু পিতাকে যে তালৈ দেখুৱাই কাকুতি মিনতি কৰি অন্ততঃ এটা ষ্টেচন সেই ডবাটোত যাবলৈ অনুমতি বিচাৰিছিল। দৃশ্যটো বাৰে বাৰে মনত পৰি এসময়ত তাৰ মূৰটো ঘামি গৈছিল এক অপৰিসীম ক্ষোভত।

এই ক্ষোভৰ জ্বালাতে সি কবই পৰা নাছিল কেতিয়া সি ষ্টেচনত গাড়ীৰ পৰা নামি সেই গভীৰ ৰাতি অকলে অকলে শিমলুগুৰিৰ শ্মশানখন পাৰ হৈ আহিছিল। পাগলীজানৰ দলংখন ভাগি চিগি হেৰামগৰিয়া হৈ আছিল। তাত সি সতর্ক হৈ পৰিল। আৰু তেতিয়াহে তাৰ ঘৰ পোৱাৰ বাবে এক দুৰ্বাৰ আগ্ৰহ হৈছিল।

পাগলীজানৰ পানী শান্ত নিশব্দ হৈ আছিল। গোঁসাইঘৰটো বহুদিন পৰিত্যক্ত এটা ভুতে বাহ লোৱা ঘৰৰ দৰে গহন হৈ পৰিছিল। আহতগুৰিৰ খালটো আৰু আহতজোপা দেখি বুৰঞ্জীয়ে গৰকা এখন নগৰৰ সিংহদ্বাৰৰ ওচৰ চপা যেন তাৰ মনটো স্মৃতিকাতৰ হৈ পৰিছিল।

সি এন্ধাৰতে স্পষ্ট অনুভৱ কৰিছিল মন্ত্ৰী পেহাকহঁতৰ ঘৰবোৰ তাত নাছিল। উকা ভেটিটোহে তাত পৰি আছিল; কেৰেপাইহঁতৰ ঘৰবোৰো তাত নাছিল আৰু সোনমহৰীয়া পেহাকহঁতৰ তাতো উকা ভেটিটোৱে খাওঁ খাওঁ মুখ মেলি পৰি আছিল। সিহঁতৰ পদূলিমুখৰ বেলজোপা এন্ধাৰত ভয় লগা হৈ থিয় দি আছিল। তাৰ সঁহাৰি দিবলৈ বুকুখন ভয়ত কঁপি উঠিল। সম্মুখত সিহঁতৰ খেৰী ঘৰকেইটাও নিৰ্জীৱ দৈত্যপুৰীৰ দৰে নিজম হৈ পৰিছিল। সি বিমূঢ়ৰ দৰে কাৰোবাৰ সঁহাৰি পোৱাৰ আশাত পদূলিমুখতে স্তব্ধ হৈ বৈ গ'ল।

পিতাকৰ মৃত্যুৰ দৰে নিদাৰুণ সত্যটোকে সি অবিচলিত মনেৰে গ্ৰহণ কৰিছিল। তাৰ সচাঁকে কান্দিবৰ বা দুখ কৰিবৰ জোখাৰে কোনো গভীৰ অনুভৱ মনলৈ অহা নাছিল। মৃত্যুৰ সময়ত পিতাকৰ কাষত থকা নথকাৰ মাজত কিবা পাৰ্থক্য আছিল বুলিও সি নাভাবিলে। শৰাধৰ দিনা সি মূৰো মুখুৰালে, পিণ্ডও নিদিলে। গাঁৱৰ চৰতহঁতে ক্ষীণ প্ৰতিবাদ কৰিছিল যদিও ভাল বেয়া বিচাৰৰ ভাৰ শিক্ষিত ল'ৰা হিচাপে তাৰ ওপৰতে অৰ্পণ কৰিলে। সি বিচাৰ কৰিয়ে সেইবোৰ কৰ্ত্তব্য কৰা নাছিল। সি অৱশ্যে আটাইকে আশ্বাস দিছিল যে, এদিন যেতিয়া সি সমৰ্থবান হব সেইদিনা নিজেই ইয়াৰ ক্ষতিপূৰণ সুদেমূলে আদায় কৰি দিব।

পিতাকৰ অবৰ্ত্তমানত ঘৰখনত যি এক বেপৰোৱা মুক্তিৰ আস্বাদ সি লাভ কৰিছিল তাৰ নিচাতে ৰাইজক আশ্বাস দিছিল যদিও সি অন্তৰেৰে উপলব্ধি কৰিছিল তাৰ অন্তঃসাৰশূন্যতা। মাষ্টৰে প্ৰকাশ্যে আনন্দ কৰিছিল পিতাকৰ মৃত্যুত। তাৰ মনোভাৱ সি লুকাই ৰখাৰ যত্নও কৰা নাছিল। বহুদিন বিচ্ছিন্নতাৰ বাবেই বোধকৰোঁ সিও মাষ্টৰৰ দৰে আনন্দ প্ৰকাশ নকৰিলেও নিৰানন্দও হোৱা নাছিল। সি দুঃখীত হৈছিল, পিতাকৰ মৃত্যুৰ বাবে নহয়, বহুত বিভিন্ন কাৰণতহে। সি চাৰিওপিনে অনুভৱ কৰিছিল এক বিশাল শূন্যতা। এক গভীৰ আৰণ্যক নিৰ্জনতা। অলপ আগতে ককায়েকৰ লগত তাৰ এক পৰ্ব গৰমাগৰমি হৈ গ'ল। সি কলেজলৈ ঘূৰি যোৱাৰ বিষয়ে। মাকে কৈছিল যে, সি অন্ততঃ পৰীক্ষাটো দি আহক। আৰু মাত্ৰ চাৰি পাঁচমাহৰ কথা। তাৰো মন আছিল। মন মানে কেৱল পঢ়াৰ নহয়। ঘৰখনৰ পৰা, গাঁওখনৰ পৰা অন্ততঃ কিবা এটা অজুহাত লৈ আঁতৰি থকাৰ।

গাঁওখন তাৰ সঁচাকে শ্মশান শ্মশান যেন লাগিছিল। ঘৰবোৰ উঠি যোৱা উকা ভেটিবোৰ চাই চাই তাৰ মন শৈশৱৰ স্মৃতিৰে কাতৰ হৈ পৰিছিল। কোন মুহূৰ্ত্তত সি গাঁওখন এৰি যাব পাৰে তাৰে বাবে সি দিনে নিশাই উৎকণ্ঠিত হৈ পৰিছিল। ককায়েকে যেতিয়া খৰচ দিবৰ বাবে অসমৰ্থতা প্ৰকাশ কৰিলে তেতিয়া সি উত্তেজিত হৈ ক'লে—

: মই তেন্তে নপঢ়ি কি গৰু চৰামহি নেকি?

: মই তোৰ খৰচ যোগাবলৈ তেন্তে প্ৰসন্ন মহাজনৰ তাত বন্ধা থাকিলেহে হব। ঘৰত এটা পইচা নহলে মই কি কৰিম তয়ে কচোন!

: মই সেইবোৰ একো নাজানো। মই অহা সোমবাৰে যামেই। কেনেকে খৰচ যোগাৰ কৰ সেইটো তইঁতৰ কথা।

তাৰ সহানুভূতিহীন কথাবাৰ শুনি ককায়েক জাঙুৰ খাই উঠিল। জগতৰ অশ্লীল গালিবোৰ জাউৰিয়ে জাউৰিয়ে উজাৰি দি কলে যে যদি সোমবাৰে সি যাবলৈ ওলায় তেন্তে তাক কাটি ডোখৰ ডোখৰ কৰি সোনাদোঙত পেলাই দি ৰঙিয়া থানাত হাজিৰ হবগৈ। সি যদি হিতৰামৰ বেটা হয় সি এইকাম কৰিহে ছাৰিব।

গোলমাল শুনি শুখুনা মহেশ্বৰহঁত সোমাইছিলহি। মহেশ্বৰে ককায়েকক বুজনি দিবলৈ যাওঁতে উত্তেজিত হৈ ককায়েকে কৈছিল—

: ৰহ্ ঔ তইঁতে চবেই (অশ্লীল) মোক বুজনি দিবলৈ আহ। (অশ্লীল) মই হে বুজিছোঁ। লোকৰ বুঢ়া মৰে পুতেকহঁতৰ কাৰণে সম্পত্তি এৰি থৈ যায়। আমাৰ বুঢ়া মৰিল (অশ্লীল) পুতেকহঁতক ধাৰত ডিঙিলৈকে পোত খুৱাই থৈ গ'ল।

: মাটিখিনিতো থৈ গৈছে।

: সেইবোৰ মাটি নেকি? এখন নদী নাই, এটা নালা নাই, যিওবা পাগলীজানখন আছিল তাতো (অশ্লীল) পানীয়ে নহা হ'ল। এইখন গাঁও হৈ আছে নেকি? পথাৰ পথাৰে আছে নেকি? চৰ খাৰ উঠি গ'ল। ভালতেইনো তইঁতে উঠি গলি নে?

: আমাৰ ইয়াতো মাটি সিমান নাছিল নহয়। মাটিবোৰ পিচে থাৰ উঠি গ'ল বোলা কথাষাৰ কিন্তু স'চা দেই।

: তাকেতো মই তাক কৈছোঁ, বোলো মই প্ৰসন্ন মহাজনৰ তাতে বন্ধা থাকোঁগে।

শুখুনা একেবাৰে জাঙুৰ খাই উঠিল—

: ধেত্ কাকাই তেনে কথা মনতো নানিবি। ছিঃ ছিঃ শুনাই নিষিধ কথা এইবোৰ!

: কিনো শুনাই নিষিধ কথাঅ' ?

সিহঁতে মনেই কৰা নাছিল হাঠিমুন্নি বুঢ়ী যে পাচফালে থিয় হৈ ইমান পৰে সিহঁতৰ কথা-বতৰাবোৰকে অনাই আছিল। মহেশ্বৰে কওঁ নকওঁকৈ কথাষাৰ কবলৈহে পালে যেন জ্বলা জুইত ঘিউহে ঢালিলে।

: যা, বন্ধাকে থাকগৈ, জগত কাননগোৰ নাম বৈ বৈ যাব। পিথিমিত থিয়তি ৰব। বাবাজীৰ নাম থাকিব। চালা কুকুৰহঁত, তহঁতৰ আৰু কথা নাই নহয়!

বুঢ়ীয়ে খঙৰ ভমকত চিঞৰি চিঞৰি সিহঁতৰ আইতাকক মাতি তামোল এখন খুজিলে আৰু সিহঁত কেইটাক অৱজ্ঞা কৰি ভিতৰলৈ সোমাই গ'ল।

তাৰ মনৰ চোতালত কিন্তু ভীৰ কৰি ওলাই আহিল বহুদিন পাহৰি থকা অতীতৰ কিছুমান ছবিৰ মিছিল। সি কেতিয়া অকলশৰীয়াহৈ পৰিছিল তাৰ চেতনাই নাছিল। সি মাথোন অনুভৱ কৰিছিল এক গভীৰ আৰণ্যক নিৰ্জনতা। য'ৰ মাজেদি আহি আছিল সিহঁতৰ উপৰি পুৰুষ সাগৰৰ পিছে পিছে এটা মানুহৰ দ'ল। বাটত শগুণৰ জাক দেখি সিহঁতৰ হাতৰ পেশীবোৰ টান হৈ উঠিছিল আৰু চকুৰ দৃষ্টি হৈ পৰিছিল তীক্ষ্ণ, সতৰ্ক। শগুণ মানে মৰাশৰ অস্তিত্ব। আৰু গভীৰ অৰণ্যত মৰাশ মানেই হিংস্ৰ শ্বাপদৰ নিকট অৱস্থিতি।

শিমলুৰ শাৰীটো পাৰ হৈ অকমান জুৰিখনৰ পাৰত বালিত জোনাই

শামুকবোৰ কোনোবাই এইমাত্ৰ ছতিয়াই থৈ যোৱাৰ দৰে পৰি আছিল। বালিত যেনি তেনি পৰি আছিল প্ৰকাণ্ড বাঘৰ খোজ। সিইঁতে সাৱধান হৈ পৰীক্ষা কৰি চাইছিল কোনফালে বাঘটো গৈছিল আৰু তেনেদৰে ইফালে সিফালে চাওতেই হঠাৎ পানীত নামি জুৰলৈ থকা ম'হ যেন শৰপহুটোৱে সন্তৰ্পণে জুৰিৰ পাৰৰ জাহনিত লুকাই পৰিছিল।

তাৰ পাচত অদূৰৰ বিলত শুনিছিল ৰাজহাঁহ আৰু ইতৰ চৰাইৰ বিমিশ্ৰ কোলাহল। গছত উঠি যিমান পাৰে দূৰলৈ চাই সাগৰে নিশ্চয় ভাবিছিল—বনত পহু, জুৰিত মাছ, বিলত বিধে বিধে বনৰীয়া হাঁহ আৰু পাৰত কহুৱা-তৰা-বৰতা-উলুৱনিৰ বিস্তীৰ্ণ প্ৰান্তৰ। তাতোকৈ সুখৰ কথা, ওচৰত সৰ্বনশীয়া নদী নাছিল।

জগতে নিশ্চয় ভাবিছিল বেলেগ কথা। তাৰ মনৰ মাজত ভীৰ কৰি আহিল বহুদিন শুনি শুনি নিজে দেখাৰ দৰে লগা সেই দৃশ্যটো। এজাক ব্যস্ত মানুহৰ মাজত জগতে মূঢ়া এটা লৈ কামবোৰ তদাৰক কৰি আছিল। ঘনাই তহচীলদাৰৰ সাৰা নিধিৰাম আহি সোলা দাঁতৰ মাজেদি হাঁহি হাঁহি জগতক কথা এবাৰ কোৱাৰ লগে লগে জগতৰ কাণমূৰ ৰঙা পৰি গৈছিল।

ভোলাৰ ঘৰখনৰ মান-মৰ্যাদা, অসূৰ্যম্পশ্যা বোৱাৰীজনীৰ সম্ভ্ৰম অথবা সতীত্ব এনেবোৰ কথা জগতৰ মানত মূল্যহীনেই নহয়, আছিল চৰম অৱহেলাৰ যোগ্য? জগতৰ একমাত্ৰ চিন্তা আছিল ঘনাই তহচীল-দাৰক সন্তুষ্ট কৰা। কৰি সোনকালে মণ্ডলৰ পৰা কাননগো হোৱা। তাৰ পাচত বেন্টিংক চাহাবক সন্তুষ্ট কৰাতো একো কথাই নহয়। কাননগো হলে মৌজা লোৱাটো কথাৰ কথাই নহয়।

তাৰ পাচত? তাৰ পাচত চাহাবক ধৰি মেলি এখন কানিৰ মহল। হাতৰ পাচ। তেতিয়া চাৰি পাঁচ পুৰুষলৈ চিন্তা নাই।

চিন্তা পিচে হ'ল। এক পুৰুষতে হ'ল। কিয়নো তাৰ পিতাকেও ভাবিছিল; ভাবিছিল নহয়, স্বপ্ন দেখিছিল বিখ্যাত হোৱা আৰু

কৰাৰ। বহুদিন মেলে সবাহে দিয়া বক্তৃতাত সঙ্কতে সি শুনি আহিছে পিতাকৰ মুখত সিহঁতৰ গাঁৱৰ ৰামচা নামটোৰ তাৎপৰ্যৰ কথা। পিতাকৰ মতে সিহঁতৰ গাঁওখন আছিল দণ্ডকাৰণ্যৰ অংশ বিশেষ। ইয়াতে সীতাই স্বৰ্ণমৃগ দেখি ৰামৰ মনযোগ আকৰ্ষণ কৰি হেনো কৈছিল—'ৰাম চা' বুলি। আৰু তেতিয়াৰ পৰাই এই ঠাইৰ নাম হ'ল ৰামচা।

মাজে মাজে খুব ৰহস্যময় কৰি কৈছিল যে পৃথিবীত হেনো এগৰাকী শ্ৰেষ্ঠ দ্ৰষ্টাৰ আৱিৰ্ভাব হব মানব সমাজত নতুন জ্ঞানৰ পোহৰ বিলাবলৈ। সেই পুৰুষজনাৰ আৱিৰ্ভাব হব ভাৰতবৰ্ষৰ দক্ষিণ-পূব কোণত। পিতাকে কওঁতে কওঁতে কেতিয়াবা কেতিয়াবা তাৰ এনে বোধ হৈছিল যেন পিতাকে সেই দ্ৰষ্টাজন বুলি নিজকে কব খোজে।

জগতৰ সমস্ত কল্পনা ধূলিস্যাৎ কৰি পিতাক এদিন সন্ন্যাসী হৈ ঘৰৰ পৰা ওলাই গৈছিল। তাৰ পাচত স্বদেশীত যোগ দি পুলিচৰ ভয়ত পলাই ফুৰিছিল। আৰু যেতিয়া সৰ্ব্বস্বান্ত হৈ পৰিল তেতিয়া সকলো বাদ দি ধনী হৈ, আঢ্যৱন্ত হৈ বিখ্যাত হোৱাৰ স্বপ্ন দেখিছিল।

: তইনো কলেজলৈ যোৱানাই কেলেই ?

পোষ্টমাষ্টৰৰ কথাত সি একৰকম চক খাই সাৰপোৱাৰ দৰে গা চা জোকাৰি উঠিল।

: খৰচ নাই নহয় পেহা।

: সেইবুলি তই চাৰি পাঁচটা মাহৰ কাৰণে বি. এ. পৰীক্ষাটো নিদিয়াকৈ থাকিবিনে ?

'সেইবুলি'টোৰ কোনো উত্তৰ তাৰ ওচৰত নাছিল। মাষ্টৰেও বোধ-কৰোঁ তলে তলে অনুভৱ কৰিছিল সেয়া আগ্ৰহৰ অৰ্থহীন আতিশয্য প্ৰদৰ্শন মাত্ৰ। গতিকে অলপ বৈ আকৌ ক'লে—

: গুৱাহাটীতে ক'ৰবাত এটা কেৰাণী বা মাষ্টৰ যোগাৰ কৰি নলয় কেলেই ?

ইমান হতাশাতো তাৰ হাঁহি উঠি গৈছিল—

ঃ আপোন মানুহ নাথাকিলে চব মিছা পেহা।

ঃ এতিয়া তেনে হাত সাৱটি বহি থাকিলেই হবনে? পিতাৰে যি কৰিলে কৰিলে, তই অকমান যত্ন কৰচোন, বংশৰ নাম কিজানি ৰাখিবই পাৰ।

পিতাৰে কি কৰিব লাগিছিল আৰু কি কৰিলে সি নিজেই নাজানে। তথাপি সি নীৰৱে গৰিহনাখিনি হজম কৰিলে। আৰু বংশৰ নাম। ফুঃ। জগত মৌজাদাৰৰ আকৌ বংশৰ নাম লাগে। আকৌ লানি নিছিগা স্মৃতিৰ সোঁতত সি নিমগ্ন হ'ল।

পিলখানাৰ জাহনিখিনি নাছিল। বগৰীজোপাৰ তলডোখৰ ইফালে সিফালে দেখা হৈ আছিল। মঠৰহঁতৰ বাৰীৰ কৰচজোপাৰ ডাল-কেইটা হালি আছিল কিন্তু আগৰ দৰে তাত বগলী নাছিল। পিল-খানাৰ ডাউক হালেও বোধকৰোঁ নতুন সংস্থান বিচাৰি আৰু ক'ৰবাৰ জাহনিলৈ গুচি গৈছিল। জিৎৰামহঁতৰ বাঁহত বগলীৰ দলদোপ মাতো শুনা নগৈছিল।

তাৰ মনত পৰিছিল লোহিত চকীদাৰৰ সেই পদটো। শইচও টুটিব, মইচও টুটিব—সেই যে আদিযামল নে ক'ৰ কথাই কথাই গাই দি চকীদাৰে অৰ্থ ভাঙি দিয়া পদটো। গাঁওখন সঁচাকে লাহে লাহে শ্মশানত পৰিণত হৈ আহিছে।

আবেলিৰ ছাঁয়াবোৰ দীঘল দীঘল হৈ আহিছিল। তাৰ কিন্তু ঘৰলৈ ঘূৰি যাবৰ মন নগ'ল। সি ভাবিলে দোকানৰ পিনে গলেই হয়তো তাৰ ভাল লাগিব। সি লাহে লাহে ওলাই আহিল। মনাকুচিয়াহঁতৰ উকা ভেটিটোত ডুবৰিৰ মাজত শব্দ কিছুমানে ফুচ-ফচাই মেলপাতি লুকাই থকা যেন লাগিল। তাৰ সমস্ত দেহ শিহৰি উঠিল।

এসময়ত মানুহবোৰে জুৰ লোৱা ঠাইডোখৰত ভৰি দিয়েই সি থমকি ৰ'ল। জৰিগছৰ সৰাপাত, কেচুমতা আৰু ইপিনে সিপিনে ঘৰচীয়া মুৰ্গীৰ নখৰ আচোৰ লাগি ধূলি উঠা মাটিৰ বুকুত ভাহি উঠিল বহুত

বছৰৰ আগৰ হাঁহিমুখৰ কেবাখনো মুখ—আদিৰাম, খাটা, দাচু, থাম্পাইঁতৰ। হাঁহি হাঁহি শ্ৰান্ত বিষণ্ণ হৈ পৰা মুখ।

মন্ত্ৰী পেহাকৰ বাৰীৰ চুকত এই জুৰ লোৱা ঠাইখিনিৰ দাঁতিতে গোঁসাই ঘৰৰ মুকলিডৰাৰ পশ্চিমেদি বোৱা পানীৰ সোঁতটো বন্ধ হৈ গৈছিল। সিহঁতে সৰুতে গা ধোৱা পানীডৰা একেবাৰে নিশ্চল হৈ গেলা জৰিগছৰ পাতবোৰ ওপঙাই ৰৈ আছিল। গাঁৱৰ আলিবাটটো তাৰ নিচেই সৰু সৰু যেন লাগিল। ছুয়োফালৰ পৰা ডুবৰিবোৰে ঢাকি আহিছিল বাটটো, কিন্তু দাঁতিৰ ওখ ওখ বাট আগচি ধৰা বিৰিণাবোৰ, মকৰাৰ জালবোৰ তাত নাছিল।

আহতগুৰি পোৱাৰ লগে লগে এজাক মাইকী মানুহ সি পাগলীজানৰ দলঙেদি পাৰ হৈ অহা দেখিলে। তাৰ অদ্ভুত এটা কৌতুহল হ'ল সিহঁতক জানিবৰ বাবে। এনেতে শুখুনা আহিছিল ক'ৰবাৰ পৰা।

: দোকানত যাব নেকি ?

: অঁ ভাবিছোঁ।

: তোৰ মনত আছেনে সৰুতে আমি যে ইয়াৰ পৰা গাড়ী চাই-ছিলোঁ।

: আছেতোন। পিচে কৰচ গছজোপা কি হ'ল ?

: মৰি গ'ল। থাম্পাইঁতৰে কোনোবাই খৰি খালে।

: এৰাতো। মই তাকে ভাবি আছোঁ।

: তোৰ মনত আছে এই ইষ্টেচনটোকে আমাৰ কিমানদূৰ যেন লাগিছিল ? তই যে কৈছিলি কথাই কথাই শিঙিমাৰীৰ মান আৰু দূৰেই নাই বুলি ?

সি লাজ লাজ কৰি কলে যে তাৰ চব মনত আছে। তাৰ মনত আছে সেইদিনা শুখুনাই কিযে অপমানজনক কথা এষাৰ তাক কৈছিল ভেঙুচালি কৰি।

বছৰবোৰ সৰকি সৰকি তাৰ মনৰ চকু বহুত পিছুৱাই গৈছিল। ওখ ওখ তৰা ইকৰাণিৰে ভৰা পথাৰৰ ওপৰেদি সিহঁতৰ ব্যাহত দৃষ্টিয়ে

কোনোমতে পৰশিছিল অনতিদূৰৰ বেলআলিৰ চলন্ত ৰেলৰ ওপৰ অংশত মাত্ৰ। তাতে তাৰ কিযে উন্মাদনা! কিযে চাঞ্চল্য সি অনুভৱ কৰিছিল! শুখুনা যোৱাৰ পাচতো সি তন্ময় হৈ সেইবোৰকে ভাবি আছিল। তাৰ দৃষ্টিত উদ্ভাসিত হৈ উঠিছিল অৰণ্য পৰিশুদ্ধ এখন আকাশ আৰু উৰি যোৱা চঞ্চল শৰালি কিছুমান। কাণত অনুৰণিত হৈছিল সিহঁতৰ খিল্ খিল্ মাত, অবিৰত সুৰদি কাকলি।

: সেই অহাই তই যোৱাই নাইনে?

সি দোভগীৰ প্ৰশ্নযাৰ ইমান পৰে শুনাই নাছিল আৰু তাৰ লক্ষণ দেখি বোধকৰোঁ তাহাঁতে হাঁহিছিল। দোভাগী, মাকৰি, যবলাৰ মানুহজনী, শুখুনাহঁতৰ তুলসী, তাৰ বায়েক আটাইখনেই আছিল। কঁকালত জকাই, জকাইৰ ভিতৰত খালৈ আৰু নালত তিতা মেখেলাৰে কেউ-জনীকে দূৰৰ পৰা যুদ্ধফেৰং সৈনিকৰ দৰে দেখা গৈছিল।

দোভাগীৰ প্ৰশ্নযাৰ শুনি থতমত খালে। আচলতে সি দোভাগীক আশাই কৰা নাছিল। কিয়নো দোভাগীহঁত গাওঁ এৰি উঠি গৈছিল কেইবামাহৰো আগতে। মহেশ্বৰৰ লগতে ঘৰখন শুদা কৰি দোভাগীও যে আহিব সি ভাবিবই পৰা নাছিল।

: অ', বায়ে কেতিয়া আহিলি?

: তহঁতৰ জেঠাৰ সকামত অহাই।

সি এইবাৰহে দোভাগীৰ পিনে ভালদৰে চালে। মুখভাব কঠোৰ হৈ পৰিছে; হাত ভৰিত লাৱণ্যৰ ঠাইত সি দেখিছিল ৰুক্ষ ৰুক্ষ ভাব। সি আঠ দহটা বছৰৰ তৰপে তৰপে আঁতৰাই দোভাগীক চাবৰ যত্ন কৰিছিল। খৰালি ছুপৰীয়া পাগলীজানৰ জিৰি জিৰি সোঁতত বহি আপোনমনে গা ধুই থকা দোভাগীজনীৰ সতে এইজনী দোভাগীৰ ক'ত ক'ত মিল দেখে সি ভাবিবলৈ চেষ্টা কৰিলে। দোভাগীৰ আঁৰত বৈ থকা মাকৰিজনীও তাৰ দৃষ্টিপথত পৰিল। মাকৰিজনী আচৰিতভাৱে বিয়াৰ আগৰ দৰেই আছে। আদিৰ মৃত্যুৰ দিনা সেই সৰু কাহিনীটো নিশ্চয় মাকৰিৰো মনত পৰিছে। তাই চুচুক চামাক কৰি দোভাগীৰ

আঁৰলৈ পাৰহৈ যোৱাৰ চেষ্টা কৰিছিল। সি কিন্তু আড়ষ্টতা ভাঙি দিয়াৰ উদ্দেশ্যেই ক'লে—

: ক'তনো গৈছিলি মাকৰি বাইহঁতে ?

: সেই শিমলুতলৰ তাতে মাছ মাৰিছিলোঁ। সোনাদোঙত গা ধুই আহি আছোঁ কেউজনীয়ে।

: সোনাদোঙত গা ধুলি যে ?

: নহলেনো ধুৰি ক'ত ? বোৱঁতী পানী নোহোৱাই হ'ল নহয়। মানুহজনী সঁচাকে একেই আছে। খোঁজত একে লয়লাস, মুখ চকুৰ একে লাৱণ্য। এই আহতগুৰিতে সেইদিনা সি অনুভৱ কৰিছিল তাইৰ স্পৰ্শৰ মাদকতা। তাৰ দেহমন হঠাৎ ৰোমাঞ্চিত হৈ পৰিল। খন্তেক পাচতে অৱশ্যে তাৰ মনলৈ আহিল দোভাগীয়ে পিতাকৰ মৃত্যুৰ দিনা বাগৰি বাগৰি কন্দা সেই হৃদয় বিদাৰক দৃশ্যটো। তাৰ নিজৰ অনুভূতিকো মনত পেলাবৰ বাবে সি ভাবিলে। আৰু ভাবোতে ভাবোতে সি ইমান তন্ময় হৈ গ'ল যে আহতগুৰিত আহতজোপাৰ দৰেই সি বৈ গ'ল। স্থবিৰ জঠৰ হৈ। হঠাৎ কাৰোবাৰ সুহুৰি শুনি সি সজাগ হ'ল।

খাটাৰাম ইমান মনে মনে আহিছিল যে সি দেখাই নাছিল। আহি অকণো নৰল। ক্লান্তিৰ সুহুৰি এটা মাৰি খালটোৰ বন্ধ পানীতে বুৰ মাৰি সি যিদৰে আহিছিল সেইদৰেই বৈৰাগীপাৰাৰ বাটেদি গুচি গ'ল। তাৰ চেতনাৰ নৰম তন্ত্ৰী এডালত কোনোবাই এইমাত্ৰ কোবাই যোৱা যেন লাগিল। এসময়ত যিজন খাটাই গাঁৱত কোনপিনেদি ওলাল বা সোমাল গাঁৱৰ প্ৰতিজন মানুহেই গম পাইছিল। এদিন যিজন খাটাৰ যোৱা অহা বাট হাঁহি আৰু আনন্দৰ কলৰৱত মুখৰিত হৈ আছিল সেই খাটাক ইমান নীৰৱ নিৰীহ হৈ পৰা দেখি হঠাৎ তাৰ চকুহাল সেমেকি উঠিছিল।

পুনৰ তাৰ মনৰ চোতাল ভীৰ কৰি ধৰিছিল স্মৃতিৰ সুদীৰ্ঘ মিছিল এটাই। আদি খাটাই আজলমঠালি কৰি জিতৰামক কিবাকিবি

কোৱাত যেন জিতৰামে জাঙুৰ খাই গুচি গৈছিল আৰু খাটা-আদি-ইঁতক হাঁহি হাঁহি লালু কালুক লৈ জাল খালৈ আদি হাতত লৈ পাগলীজানৰ পাৰৰ বৰতানিলৈ যোৱা সি যেন দেখি আছিল। অলপ পাচতে তাৰ কাণত পৰশিছিল খাটাৰামৰ দীঘল ৰাগ দি গোৱা শিশুলীলাৰ পদটো—চক্ৰবাত অসুৰে কৃষ্ণক নিলা হৰি। লগে লগে আদিৰ ভেকাহি মাৰি দিয়া ধমক—ৰহৌ বাঘে খোৱা, ধানৰ কাষত বটা চৰাইৰ জাকটো দেখা নাই নেকি? উৰি গলে মাক (অশ্লীল) বৈ থাকিব লাগিব আৰু বা কেতিয়া ঘূৰি আহে বুলি। খাটাই গীতৰ সুৰতে আদিৰামৰ ডিঙিত চেপি ধৰিবলৈ বুলি কাষ চাপি গ'ল— আকাশত মাৰিলা মাক (অশ্লীল) গলত চেপি ধৰি বুলি। তাৰ চকুৰ আগতে ঘটি থকা যেন লাগিল ঘটনাবোৰ।

পাচত হুঁয়ো নিমাত। একেবাৰে বহু পৰ নিমাত নিস্তব্ধ। হাবিৰ আঁৰত কুচি মুচি চেগ চোৱা চোৰৰ দৰে বহি আছে। তাৰ পাচত এজাক বটা চৰাই খাটাৰামে লোৱা বৰ খালৈটোলৈ সোমাই অহা দেখিলে সি। পাচত আকৌ হাঁহি উচ্ছল মুখৰতা। মনৰ চোতাল তাৰ কোলাহলেৰে ভৰি পৰিল। এনেতে গীত এটা তাৰ কাণত পৰিল—নল নামে নৰপতি বীৰসেন সুত।

ইন্দ্ৰৰ সদৃশ ৰাজা মহাগুণ যুত॥

শব্দটো ইমান জীৱন্ত হৈ অনুৰণিত হ'ল যে সি ঘূৰি চালে। খখন্দা পাঠকে গৰু এটা খেদি লৈ আহিছিল। দোকানৰ পিনৰ পৰা হুজন মানুহে গৰম তৰ্কাতৰ্কি কৰি অহা দেখি খখন্দা পাঠকৰ গীতৰ সুৰ বন্ধ হ'ল। সি সেইপিনে চাই দেখিলে মহেশ্বৰ আৰু পোষ্টমাষ্টৰে কিবা তৰ্কাতৰ্কি কৰি আহিছে। তাক দেখিও সিহঁতে কথাৰ সুৰ নসলালে। খখন্দাই মাষ্টৰক লক্ষ্য কৰি ক'লে—

: কি নো হ'ল অ' মহা?

মাষ্টৰে খখন্দাৰ প্ৰশ্নযাৰ আওকাণ কৰি কিবা এষাৰ কব খোজোতেই মহেশ্বৰে ডাঙৰ ডাঙৰকৈ প্ৰতিবাদ কৰি ক'লে—

: অই ভিনি, তই কলে বেয়া পাবি এতিয়া, তোক সমাজত মুখ উলিয়াব পৰানো কোনে কৰিছিল অ'? বাবাজী বুৰাই নহয়নে? আজি বাবাজী বাগৰ দিয়া দেখি ক'তা পাগলীজান, সোনাদোঙৰ দলঙ দুখন দেখোন মুখ মেলি পৰি আছে। বেছি নকওঁ, সেই জিতৰামহঁতৰ বাৰী পিচৰ দলঙখনে দেখোন ভাঙি পৰি আছে? কোনেও আগবাঢ়ি ওলাই অহা নাই কেলেই ভাল কৰিবলৈ? বাবাজী বুৰা সকলোৰে মাক (অশ্লীল) চকুৰ কুটা দাঁতৰ শূল আছিল। এতিয়া নকৰ কিয় কোন বৰ মতা আছ!

মাষ্টৰে নীৰৱে মহেশ্বৰৰ কথা শেষ হবলৈ বাট চালে। আৰু শেষত ক'লে—

: তহঁতে নকৰ কিয় দলঙ কেইখন ভাল!

: মই? মই আকৌ কিয় কৰিম? মই গাঁৱকে এৰি গলোঁ। এইখন এতিয়া মোৰ গাঁৱেই নহয়। ভিনিয়েচোন বৰ বৰ কথা কৰ। তই মুলিয়ার কিয় মানুহবোৰ!

পোষ্টমাষ্টৰৰ দৰে সিও বিশ্বাস নকৰে যে পিতাকৰ মৃত্যুৰ পাচত গাঁওখনৰ একেবাৰে ধৰণী নোহোৱা হৈ পৰিল। কিন্তু মহেশ্বৰ খখন্দাইঁতে বিশ্বাস কৰে। সিহঁতৰ মতে দলংবোৰ যে ভাঙি চিঙি গৈছে, আলিবাটবোৰ যে জহি খহি গৈছে, পাগলীজানত যে সোঁত নোহোৱা হৈ পৰিছে চব পিতাকৰ মৃত্যুৰ প্ৰতিক্ৰিয়া। পোষ্টমাষ্টৰে পিচে ঠিকেই কৈছে—

: হেৰৌ থ থ, মহাত্মা গান্ধী নোহোৱাকে কিবা দেশ চলানাই নে? বাবাজী নহলেই যে ৰামচা গাঁও নচলিব!

দেশৰ কথা সি নাজানে। অকাট্য যুক্তি সত্বেও সি অৱশ্যে অনুভৱ নকৰি নোৱাৰে গাঁওখনৰ অৱক্ষয়ৰ অস্পৃশ্য প্ৰমাণবোৰ। চকুৰ আগতে ক্ৰমে ক্ৰমে নাশ হৈ যোৱা গাঁওখনৰ সহৃদয়তা, নিৰাপত্তা আৰু অনুপম সৌন্দৰ্য। সি তিলে তিলে অনুভৱ কৰে তাৰ বেদনা।

ঠিক সেই সময়তহে মনত পৰিল তাৰ পিতাকৰ কথা। ক্ৰমে ঘন হৈ

অহা এন্ধাৰত শ্মশানৰ চতিয়না গছজোপা অস্পষ্ট হৈ পৰিছিল। পিতাক মৰাৰ দিনা হাটবাৰ আছিল। পিতাক দোকানত ব্যস্ত হৈ আছিল পুৱাৰে পৰা। আৰু দুপৰৰ আগে আগে দোকানৰ গাদীতে হঠাৎ যি ঢলি পৰিল আৰু নুঠিল। তাৰে পৰা ঢোল তালেৰে বিৰাট শোভাযাত্ৰা কৰি হেনো পিতাকৰ মৃতদেহ ঘৰলৈ নি পুনৰ ঘুৰাই অনা হৈছিল এই চতিয়না জোপাৰ তললৈকে।

কথাখিনি চিন্তা কৰোতে তাৰ হঠাৎ মনত পৰি গৈছিল পিতাকৰ সেই ৰেলগাড়ীৰ ডবাৰ ভিতৰত দেখা নিঃসহায় মিনতিকাতৰ মুখখন। চকুপানী বাধা নামানি তাৰ দুচকু ফালি নামি আহিছিল। এই প্ৰথম সি পিতাকৰ কাৰণে কৰুণা অনুভৱ কৰিছিল। শোক নহয়, বুজাব নোৱাৰা এক কৰুণাসিক্ত অনুভূতি।

পশ্চিম আকাশত জোনটো স্পষ্ট হৈ পৰিছিল। আহতজোপাৰ ছাঁটো গাঢ় ক'লা হৈ পৰিছিল। তাৰ মনত পৰিছিল সৰুতে পিতাকৰ কোলাত উঠি মুখস্থ ৰখা এফাকি কবিতা—

পশ্চিমৰ আকাশেদি জোনবাই মাৰ
যোৱা দেখি ভাবিছিলোঁ থকা হলে তাত
দেখিলোঁহেঁতেন জোন কিহেৰেনো গঢ়া
কিমান ধুনীয়া আৰু কিমান বিৰাট।

মনৰ পৰ্দাবোৰ আঁতৰি আঁতৰি বহু দূৰ অতীতৰ প্ৰায় বিস্মৃত এটা বিন্দুত মনৰ দৃষ্টি তাৰ নিবদ্ধ হৈছিল। জোন, পাতল তৰাৰ এখন নিজস্ব আকাশ, আহতগছৰ গাঢ় ছাঁৰ দৰে চিৰন্তন ৰূপ কেতবোৰৰ মাজত তাৰ সৰু সৰু দুখবোৰ, মনৰ খন্তেকীয়া হাঁহি-আনন্দবোৰ নিশ্চিহ্ন হৈ পৰিল। সি অবাক হৈ গোঁসাইঘৰৰ কাষৰ ৰূপালী হৈ পৰা বিৰিণা ডৰালৈ চাই থাকিল। কিবা এটা অবিশ্লেষণীয় অনুভূতিত সি মনে মনে বাঙ্ময় হৈ পৰিছিল।

পৰি যোৱা জোনটোৰ বুকুত সি পিতাকৰ বাধাভৰা মুখখনৰ ছবি এটা আঁকি উলিয়াবলৈ চেষ্টা কৰিলে মনৰ তুলিকাৰে। বাৰে বাৰে চেষ্টা

কৰি সি বিফল হৈ পৰিল আৰু এটা সময়ত তাৰ মন একেবাৰে নিঃসাৰ নিস্পন্দ হৈ পৰিল। চুপিসাৰে তাৰ মনত উকি মাৰিছিল নিচেই সৰুকালৰ সামান্য দুই এটা ঘটনাই। জোনাকে চৌৱাই দিয়া চোতালত জুৰ লোৱা বহুত চিনাকি মুখ। য'ত সিও আছিল পিতাকৰ কাষত বহি। কবিতাটো মাতি মাতি সঁচাকে সি অনুভৱ কৰিছিল এক দুৰ্বাৰ আগ্ৰহ। জোনটোক কাষৰ পৰা চোৱাৰ।

আইতাকে কৈছিল জোনৰ বেলেগ সাধু—

হোটো নোৱা জন
তাতে আছে বটা বন
ঢোলৰে গুমগুমনি মাদলৰ চেও।
আলিমূৰত বহি আছে পকীমূৰী দেও ॥

শুনি শুনি তাৰ অনুভৱ হৈছিল ন জোনটোৰ কাষলৈ যোৱাৰ বাটত থকা অগণন বিপদ বিঘিনিৰ কথা। বটা বনৰ অৰণ্য, পিশাচৰ তাণ্ডৱ আৰু আলিৰ কেকুঁৰীত হঠাৎ দেখি চক খোৱাকৈ বহি থকা কুমন্ত্ৰী প্ৰেতিনী—এনে কিমান বিপদ যে পাৰ হৈ যাব লাগিব জোনটোক কাষৰ পৰা চাবলৈ, কিমান ধুঁনীয়া আৰু কিমান বিৰাট উপলব্ধি কৰিবলৈ।

শৈশৱৰ এই সৰু সৰু গুৰুত্বহীন উপলব্ধিবোৰো যে ভৱিষ্যতৰ চৰম সত্যৰ বাৰ্ত্তাবহ হব পাৰে সি সেইদিনালৈকে জীৱনত কোনোদিন কল্পনাও কৰা নাছিল। সেইদিনা প্ৰথম সি উপলব্ধি কৰিছিল, সত্যৰ উপলব্ধিৰ বাটত এইদৰেই যে অজস্ৰ বিপত্তিয়ে আত্মগোপন কৰি থাকে। সি সেই ৰাতিপুৱাৰ অবিস্মৰণীয় মুহূৰ্ত্তটোলৈকে ভাবিবই পৰা নাছিল যে এদিন তাৰ এই গাঁও আৰু গুৱাহাটীৰ জীৱনৰ মাজত আহি পৰিব দুস্তৰ অনতিক্ৰম্য এক অন্তৰায়। সি ভবাই নাছিল এদিন যে তাৰ সামৰ্থ্য আৰু আকাংক্ষাৰ মাজত এনেদৰে থিয় হব এক দুৰ্লংঘ্য বাধাৰ প্ৰাচীৰ।

তাৰ মনত পৰিছিল সৰুতে আইতাকে তাক সোধা—

: অই, তইনো ডাঙৰ হলে বাৰু কি হবি ?

: বিয়া কৰাম, পিতাক হম।

: বিয়া কৰাই পিতাক হবলৈ তইচোন নপঢ়িলেও হয়। পঢ়িছ যেতিয়া তই হাকিম হব লাগিব। হাকিম হবি ?

: ধেত্ হাকিম নহওঁ মই। বেয়া।

হাকিম বেয়া বুলি সি ভবা নাছিল। সি ভয় কৰিছিল, হাকিম চাকিম কিবা হলে যে, গাঁওখন এৰি যাব লাগিব। আইতাক, জুৰলোৱা ঠাইখিনিত আদি-খাটাইঁতৰ হাঁহি-ধেমালি, আহতগুৰিৰ বোৱতী পানীৰ খালৰ সিপাৰে জাকে জাকে কোঢ়াল লগাই উৰি যোৱা শৰালিৰ খিল্ খিল্ মাত, পিলখানাৰ ডাউকৰ বিননি, গুখুনা-কেৰেপাই-মণ্ডলুহঁতৰ সংগ এই সকলোবোৰ যে হেৰুৱাব লাগিব। সেইবাবে সি স্থিৰ কৰিছিল, লাগে হাকিমেই নহয়, তথাপি কেতিয়াও এই সুন্দৰ গাঁওখন সি এৰি যাব নোৱাৰে।

সি এসময়ত জুৰ লোৱা ঠাইখিনিৰ গাঢ় ক'লা ছাঁ ডোখৰলৈ চালে। মন্ত্ৰীপেহাকহঁতৰ এৰাবাৰীৰ বাঁহ আৰু গছ-গছনিৰ ছাঁবোৰ দীঘল হৈ গোঁসাইঘৰৰ কাষৰ জোনাকত ৰূপালী হৈ পৰা বিৰিণাৰ মুকলিখিনি এন্ধাৰ কৰি পেলাইছিল। চাই চাই গাঁওখন তাৰ হঠাৎ দুৰ্ভেদ্য অৰণ্য এখনৰ দৰে লাগি গ'ল। বাঁহৰ মাজেদি দেখা জোনটোৰ ভগা-ছিগা টুকুৰাবোৰে অৰণ্যখনৰ বুকুলৈ নমাই আনিছিল এক নিদাৰুণ ভয়াবহতা।

তাৰ চিঞৰি দিবৰ মন গ'ল। সময় দূৰত্ব ভেদ কৰি যোৱা এটা গগণ ফলা চিঞৰ। যি চিঞৰত তাৰ উৰ্দ্ধতন পুৰুষ সাগৰে সাৰ পাই উঠিব আৰু তাৰ সম্মুখত থকা অৰণ্যৰ ভয়াবহতাৰ পৰা নিস্কৃতি দিবলৈ কাষ চাপি আহিব। তেতিয়া সি সাগৰক অভিযুক্ত কৰিব পাৰিব নদীহীন প্ৰান্তৰত এনে এখন গাঁও প্ৰতিষ্ঠা কৰাৰ ভুলৰ বাবে; কৈফিয়ৎ বিচাৰিব পাৰিব এনে এক পাহাৰ নথকা প্ৰান্তৰত গাঁও পাতি পণ্ডশ্ৰম কৰাৰ।

সিতো কোনোদিন এনে এখন গাঁও বিচৰা নাছিল, য'ৰ পথাৰ এদিন হৈ পৰিব ব্যাধিগ্ৰস্ত বন্ধ্যাৰ দৰে নিৰৰ্থক দুশ্চিন্তাৰ হেতু ; য'ৰ জীৱন হৈ পৰিব অচল মামৰে ধৰা নেৱাজ কেঞাৰ পাটবন্ধা কলটোৰ দৰে। য'ত খাটাৰ হাঁহি বন্ধ হব, আদিয়ে য'ত জীয়াই থকাৰ বাবে কাতৰ প্ৰাৰ্থনা কৰিও বিফল হব আৰু য'ত বোৱতী জুৰি হৈ পৰিব নিশ্চল নিষ্প্ৰাণ ; তেনে গাঁও সিতো কোনোদিন কামনা কৰা নাছিল।

হঠাৎ দীঘল হুমুনিয়াহ এটা ওলাই অহাৰ লগে লগে সি সচেতন হৈ উঠিছিল। তেতিয়া জোন মাৰ গৈছিল। চাৰিওপিনে এন্ধাৰত সি অনুভৱ কৰিছিল এক বন্ধ প্ৰকোষ্ঠৰ উশাহ নিশাহ নোপোৱা ভাব। সি ঘপ্ কৰে বহাৰ পৰা উঠিল। গাঁওখনৰ পিনে চাই তাৰ কান্দি দিবৰ মন গ'ল ; বুকুৰ কোনোবাখিনিত মোচৰ খাই উঠিল।

এইখন গাঁৱতে এদিন তাৰ সকলো আছিল। আশ্ৰয় আছিল, চেনেহ আছিল আৰু আছিল আমনি নোপোৱাকৈ আবদাৰ সহ্য কৰিব পৰা অন্তৰ। তাতে তাৰ পিতাক আছিল ; জীৱদ্দশাত যাৰ অস্তিত্ব সি কেতিয়াবা কাচিৎহে অনুভৱ কৰিছিল, কিন্তু মৃত্যুৰ পাচত এই মুহূৰ্ত্তত সি অনুভৱ কৰিছিল এক বিশাল শূন্যতা। ইয়াতে তাৰ মাকো আছে, আইতাক আছে, ককায়েক আছে। যিসকল এসময়ত আছিল তাৰ পৰম আশ্ৰয়। সি পাহৰিব নোৱাৰে, ভয়ত সকতে কিদৰে কুচি মুচি সি আইতাকৰ বুকুত সোমাই আশ্ৰয় লৈছিল। কৰবাত কোনোবাই কিবা কলে কিদৰে ককায়েকৰ সাহসত প্ৰত্যাখ্যান জনাইছিল আৰু জ্বৰ উঠিলে, কৰবাত আঘাত পালে কিদৰে সকতে মাকৰ স্পৰ্শত নিৰাময়ৰ আশা দেখিছিল। ঠিক সেই মুহূৰ্ত্তত সিহঁত আটায়ে যে কিমান নিঃসহায় নিসম্বল হৈ পৰিছিল তাৰ মানত, কথাটো ভাবি সি চকু পানী ৰাখিব পৰা নাছিল।

এইখনে সেই গাঁও, বেলআলিত মিলিটাৰী অহা দেখি ভয়ত য'লৈ সিহঁত দৌৰি আহিছিল, শশীহঁতক ধৰিবলৈ পুলিচ অহা শুনি য'ৰ আশ্ৰয় লৈ সি নিৰাপদ বোধ কৰিছিল।

গাঁওখন তাৰ হঠাৎ ঘনিষ্ঠ বন্ধু এজনৰ মৃতদেহৰ দৰে লাগি গ'ল। যুগপৎ কাৰুণ্য আৰু ভীতিৰ এক মিশ্রিত অনুভৱে তাক বিমূঢ় জঠৰ কৰি পেলালে। খন্তেকৰ বাবে সি থমকি ৰ'ল। তাৰ পাচত হঠাৎ এটা নতুন সিদ্ধান্ত ললে। তাৰ জীৱনৰ প্রথম গুৰুত্বপূর্ণ সিদ্ধান্ত। গাঁৱলৈ সি ঘূৰি নগ'ল। এন্ধাৰৰ মাজতে বাটে বাটে সি ওলাই আহিল। কোনো নির্দিষ্ট লক্ষ্য লৈ নহয়। একেবাৰে লক্ষ্যহীনভাৱে। বাটে বাটে গৈ সি হয়তো এদিন অবাটেই যাবলগীয়া হব পাৰে। তথাপি সি খেদ নকৰে। গাঁৱলৈ আৰু সি ঘূৰি নাহে। তাৰ জন্ম গাঁৱৰ ইমান করুণ অৱক্ষয় চাই থাকিবলৈ সি আৰু কেতিয়াও ঘুৰি নাহে।

প্ৰতিজ্ঞাত অবিচল ৰব পৰা হলে সি সেইটো নহলেইহেঁতেন। গুৱা-হাটীৰ হোষ্টেলত নিষ্ক্ৰিয় নিশ্চেষ্ট হৈ কিছুদিন কটোৱাৰ পাচত সি ঘুৰি আহিছিল গাঁৱলৈ বুলি। কোনো উপায় নেদেখি ক্লান্তি আৰু হতাশাত ম্ৰিয়মাণ হৈ সি উভতি অহাকে ঠিক কৰিছিল।

আৰু হয়তো বিশেষ এটা লক্ষ্যও আছিল। মনৰ নিভৃত কোণত সঞ্চিত এটা আশা। চাৰিওপিনে উপায়হীন হৈ পৰাৰ শেহত অন্ততঃ এটা নিশ্চিত নিৰ্ভৰ। সেই স্কুলখন। য'ত সি নিচেই সৰুতে পঢ়িছিল আৰু য'ত কেইটামান বছৰৰ আগতে চমু তিনিটা মাহৰ বাবে সি শিক্ষকতা কৰিছিল। সি অৱশ্যে মনে মনে সন্দিগ্ধও হৈ পৰিছিল, পিতাকৰ অবৰ্ত্তমানত যদিহে স্কুল কৰ্ত্তৃপক্ষই তাৰ ওজৰ মানি নলয়! যদিহে সি প্ৰত্যাখ্যিত হয়। তথাপি আজন্ম পৰিচয়ৰ একান্ত নিৰ্ভৰ আশা কৰি গাঁৱৰ পিনে উভতি আহিছিল। কোনো এক ৰুগ্ন যুবকে যন্ত্ৰণাত কাতৰ হৈ মাকৰ সান্নিধ্য বিচৰাৰ দৰে সি বিচাৰি আহিছিল গাঁৱৰ সান্নিধ্য।

ৰেলখন গমগমাই আগবাঢ়ি গৈ আছিল। ডবাৰ ভিতৰত পুৰুষে মহিলাই কেবাগৰাকীও যাত্ৰী আছিল। সি সন্তৰ্পণে আটাইৰে মুখবোৰ এখন এখনকৈ লক্ষ্য কৰি গৈছিল। জানোচা চকুত পৰেই কাৰোবাৰ এযোৰ সহানুভূতিশীল চকুৰ দৃষ্টি, এখন মৰম কাতৰ মুখ! উপন্যাসৰ কাহিনীৰ দৰে কোনোবা এগৰাকী সহৃদয়া মহিলা এই মুহূৰ্ত্তে উঠি আহি জানোচা সোধেই তাক—ক'ৰ পৰা আহিছা তুমি? তোমাৰ কণ্ঠত মই শুনিছো মোৰ আত্মাৰ অনুৰণন।

চাই চাই অচিনাকি নিৰ্লিপ্ত মুখবোৰ দেখি সি হতাশ হৈ পৰিল। সৰুতে লোকৰ সংসৰ্গত সি প্ৰায়ে অনুভৱ কৰা বিচ্ছিন্নতাবোধে তাৰ মনক আচ্ছন্ন কৰি পেলালে। ক্ৰমে সি ডবাৰ ভিতৰত তাৰ নিজৰ

অস্তিত্বকে পাহৰি গ'ল। মনৰ অজস্ৰ কৌতূহলবোৰে একোটা মূৰ্ত্তিমান প্ৰশ্ন হৈ ইমান পৰে তাৰ সত্তাৰ চাৰিওকাষে ভীৰ কৰি ধৰিছিল। সেই কৌতূহলবোৰ এতিয়া আৰু প্ৰশ্ন হৈ নাথাকিল; নিজৰ নিজৰ অস্তিত্ব জাহিৰ কৰি বহি ললেহি। কোনো ন্যায় অথবা যুক্তিৰ প্ৰতি ভ্ৰুক্ষেপ নকৰি একেবাৰে নিজৰ খেয়াল খুচিত সিহঁতৰ অস্তিত্ব প্ৰতিপন্ন কৰিলেহি।

তাৰ চকুত ভাহি উঠিল কলেৰাবিধ্বস্ত এখন পৰিত্যক্ত গাঁৱৰ ছবি। য'ৰ জনহীন ঘৰবোৰ ভাগি-ছিগি উবঁলি পৰি আছে। য'ৰ বাটত তুবৰি গজিছে। য'ৰ পদূলি শুকান পাত আৰু কেচুমতাৰে বিবৰ্ণ বিশ্ৰস্ত হৈ পৰিছে। এনে নিদাৰুণ অস্তিত্ব লৈ সিহঁতৰ গাঁওখনে লাহে লাহে পৰিচয়ৰ সূত্ৰবোৰ উন্মোচিত কৰি যেতিয়া তাক সম্পূৰ্ণভাৱে ধৰা দিলে সি ভয়তে দৃষ্টি আঁতৰাই লৈ গৈছিল আৰু খিৰিকীৰে বাহিৰলৈ দলিয়াই দিছিল।

ঠিক সেই মুহূৰ্ত্ততে তাৰ পিচফালে কোনোবা এজনে মতা শুনিলে। মতাহঁাহৰ দৰে ভগা ভগা মাতেৰে। উভতি চাই সি আচৰিত হ'ল। মানুহজনে তাকেই মাতিছে। গাত মিলিটাৰী পোছাক, ভৰিত ক'লা বুটজোতা।

: বাপু, তই ৰামচাৰ নহয়নে ?

সি বিস্ময়ত অবাক হ'ল। সি আকৌ সুধিলে—

: বাবাজীকাৰ পুতেক ?

: হয়। আপুনি ?

: মই মুকুণ্ডপুৰৰ, শাস্তি চিপাহী। তইঁত নিচেই সৰু সৰুতে মিলিটাৰীত গৈছিলোঁ।

সি হাতেৰে বেঞ্চৰ ওপৰত তাৰ সৰুকালৰ অৱয়বটোৰ জোখ দেখুৱাই খেক্ খেক্ কৰে হাঁহি হাঁহি সুধিলে—

: তই কৰবাত পঢ়িছ ?

: অ' কলেজত পঢ়িছোঁ।

: কিমান ?

: এইবাৰ বি. এ. দিম।

: দে বোপাই, পাচ তাচ কৰি কিবা এটা কৰ। আমাৰ জাগাৰ নাম ৰাখ। মইতো পেঞ্চনেই পালোঁ।

শান্তিৰ কথাবোৰ শুনি শুনি মানুহটোক সি ভৰিৰ পৰা মূৰলৈকে নিৰিখি নিৰিখি চাইছিল। তাৰ মনত পৰিছিল আদিৰাম, খাটা, মাষ্টৰ পেহাকহঁতে পতা যুদ্ধৰ কথা। হলি হাৱলদাৰ, শান্তি চিপাহী এইবোৰ নাম সি তেতিয়াই শুনা।

: তহঁতৰ বাবাজীকা আছেনে নাই ঘৰত ? সিতো মাজে মাজে আকৌ বৈৰাগী হৈ যায় ?

: মৰিল নহয় !

শান্তিয়ে চকখাই উঠাৰ দৰে ক'লে –

: মৰিল ? কেতিয়া ?

: হ'ল কেইমাহমান !

: কি হৈছিল বাৰু ?

: একো হোৱা নাছিল তেনেকে। দোকানত কিবা হিচাব কৰি আছিল। তাতে ঢলি পৰিল আৰু মৰিল।

: হবই। লোকে পূণ্যবান মানুহ। মৰণ সুখৰ হবই। এতিয়া পিচে দোকানখন ?

: নাই।

ডবাৰ আন মানুহবোৰে সিহঁতৰ কথা-বতৰাবোৰ মন কৰা যেন দেখি সি অলপ সংকোচ বোধ কৰিছিল শান্তিৰ প্ৰশ্নৰ উত্তৰবোৰ দি যাবলৈ।

: তই পিচে বাহিৰ ওলাই যা, যদি জীৱনত কিবা কৰিব খুজিছ, ৰামচা গাঁৱত থাকি একো নহব। মইতো বহুত দেশ বিদেশ দেখিলোঁ। যুদ্ধখনেই কত মানুহৰ কপাল ঘূৰাই দিলে। কিন্তু চব নিজৰ গাঁৱৰ পৰা ওলাই যোৱা মানুহ। বাহিৰ হলে সাহস বাঢ়ে। ওলাই গলেই তই বুজিব পাৰিবি।

সি বুধিয়ক উকীলৰ জেবাত ফাকি ধৰা পৰা এজন সাক্ষীৰ দৰে হতবাক হৈ শান্তিৰ মুখৰ পিনে চাই থাকিল। শান্তিয়ে কৈ গৈছিল কিদৰে তাৰ পিতাকে বাহিৰ ওলাইছিল গুণেই তাক অন্তত: ভালদৰে শিক্ষা দিয়াৰ কথাটো ভাবিছিল। তাৰে ফলত আজি সি কলেজ গছকিব পাৰিছে। সি কাণেৰে শুনি গৈছিল অথচ মন তাৰ হৈ পৰিছিল অথিৰ অবিৰ। ভীষণ অন্তৰ্দ্বন্দ্বত তাৰ সত্তা ক্ষত-বিক্ষত হৈ পৰিছিল আৰু চকুৰ আগত থিয় হৈ উঠিছিল এখন ধূসৰ পাহাৰ।

মনৰ এই আচ্ছন্ন আচ্ছন্ন ভাব তাৰ কটাই নাছিল। সিহঁতৰ ওচৰৰ জংচনটোত গাড়ী সলাবৰ কাৰণে নমাৰ পাচতো শান্তিৰ কথাবোৰে তাক আমনি দি আছিল। সি প্লেটফৰ্মৰ বেঞ্চিখনত বহি ললে সিহঁতৰ পিনলৈ যোৱা গাড়ীৰ অপেক্ষাত। চেষ্টা কৰিলে সিহঁতৰ গাঁৱৰ কথা ভাবি অন্যমনস্ক ভাবটো আঁতৰাই পেলোৱাৰ।

পোষ্টমাষ্টৰে তাক তেনেকে লগ পাব বুলি হয়তো ভবাই নাছিল। মাছ বনোৱা দেখি বগলী এজনীয়ে মনে মনে দীঘল খোজ পেলাই ওচৰ চাপি অহাৰ দৰে মাষ্টৰেও সন্তৰ্পণে একেবাৰে তাৰ পিচপিনে থিয় হ'লহি।

: তই ইয়াত কি কৰিছ ?

সি ঘূৰি চাই মাষ্টৰ পেহাকক দেখি আচৰিত সিমান হোৱা নাছিল, যিমান হৈ পৰিছিল চিন্তিত। সি সৰুৰে পৰা মাষ্টৰ পেহাকৰ দিগ্বিজয়ৰ কাহিনী শুনিছিল যদিও কোনোদিন সিহঁতৰ অঞ্চলটো এৰি বাহিৰলৈ যোৱা দেখা নাছিল। দেখি চিন্তিত হ'ল। নিশ্চয় কিবা অঘটন ঘটিছে কৰবাত। মনত তাৰ উগুল থুগুল লাগিল।

তাৰ মনৰ সকলো শংকা মষিমূৰ কৰি মাষ্টৰেই পুনৰ ক'লে—

: তোক ইয়াতে পাম বুলি মই জানোৱেই। এদিন নহয় এদিন পামেই। তইহঁতৰ যিখন হে গাঁও, ইয়াতকে দূৰলৈ আৰু ক'ত যাব পাৰিবি তইঁতে। এতিয়া বাৰু যাব কলৈ ?

: ঘৰলৈ।

: ঘৰলৈ ?  ঘৰত গৈ কিটো কৰিবি ?  পৰীক্ষাৰ কি কৰিলি ?

: কি কৰিলি !  একো যা-যোগাৰেই কৰিব নোৱাৰিলোঁ !

: আৰু তই এতিয়া ঘৰলৈ যাব ? যা।  তই পিতাৰতকৈ বেলেগ হবি বুলি আশা ৰাখিছিলোঁ, অন্ততঃ জগত মৌজাদাৰৰ বংশৰ নাম ৰাখিব পাৰিবি বুলি ভাবিছিলোঁ।  কিন্তু কি হব, বাবাজীৰহে পুতেক তই। বাহিৰত কতো একো কৰিব নোৱাৰি গাঁৱৰ বোকাত জোকবোৰে জাৰকালি লেটা কুন্দিয়াই থকাৰদৰে বাপেৰেও গাঁৱতে মুখ লুকাই আছিলতোন !  তই আৰু ক'ত ভাল হবি।

মাষ্টৰৰ এনে বিৰক্তি প্ৰকাশত তলে তলে সি উত্তেজিত হৈ পৰিছিল। মাষ্টৰে লোকৰ দুঃখ বুজিব নোখোজা স্বভাৱটো এতিয়াও এৰা নাই। গাঁৱত শুখুনাইঁতৰ লগত কতবাৰ এই চৰিত্ৰৰ গুণে অপমানিত হৈও মানুহজনৰ চৰিত্ৰটো সংশোধিত হোৱা নাই।  মাষ্টৰে বুজিবই খোজা নাই সি যে কি নিৰুপায় অৱস্থাত পৰি গাঁৱলৈ ঘূৰি আহিছে।  তাৰ পিচে কিবা এষাৰ কৈ প্ৰতিবাদ কৰাৰো প্ৰবৃত্তি নাছিল।  অপৰিসীম ক্লান্তি বোধ কৰিছিল দেহমনত।  সি মনে মনে থাকিল।

মাষ্টৰে কিন্তু নেৰিলে।  খুব চিন্তা কৰি কোৱাৰ দৰে ক'লে—

: তই গাঁৱলৈ যাব নালাগে।  মোৰ কথা শুন।  সেইখন গাঁৱত থাকি কোনেও কোনোদিন ডাঙৰ মানুহ হব নোৱাৰে।

মাষ্টৰৰ কথাবোৰ শুনি ইমান ক্লান্তিতো তাৰ হাঁহি উঠি গ'ল।

: মই কিবা ডাঙৰ মানুহ হম নেকি ?

: হেৰৌ, ডাঙৰ মানুহ কিবা স্বৰ্গৰ পৰা নামি আহে নেকি ? শুন ! সেইখন গাঁৱত থাকিলে তোৰ একো এটা নহব !  গাঁওখনকে নাচাৱ কেলেই ? লোকে এতিয়া গাঁও পাতে আলিবাটৰ দাঁতিত আৰু আগৰ মানুহে গাঁও পাতিছিল নদীৰ পাৰত।  চলা-ফিৰা আদান-প্ৰদান হৈ থাকিলেহে মানুহৰ মন বহল হয়।  তহঁতৰ বুৰাইঁতে আকৌ ৰামচা গাঁওখন পাতিলে নি খটখটীয়া নদী চদী নোহোৱা বাকৰি এখনত। সেই গাঁও উচন নগৈ কোন গাঁও যাব বাৰু ?

কথাযাৰ শুনাৰ লগে লগে তাৰ মন পুনৰ এক বিমৰ্ষ বিমৰ্ষ ভাৱে আচ্ছন্ন কৰি পেলালে। সি নীৰৱে থকা দেখি মাষ্টৰে তাক তাৰ লগে লগে আহিবলৈ কলে। মনৰ ভাবটো জোকাৰি পেলাব যেন কৰি সি ঘপ্ কৰে বহাৰ পৰা উঠিল আৰু পেহাকৰ কাষলৈ গৈ জব্দ কৰিবৰ মনেৰে সুধিলে—

: আমাৰ গাঁওখনচোন পহিলাতে নদীৰ পাৰতে আছিল হেনো। তাত নদীয়ে ভঙাত হে ইয়ালৈ উঠি আহিছিল!

মাষ্টৰে বিকৃত হাঁহি এটা মাৰি ৰহস্য কৰি ক'লে—

: তই আদিবামৰ দৰে লেলেতিয়াই লেলেতিয়াই মৰিব খোজ নে আতায়েৰৰ দৰে সুখৰ মৰণ মৰিব খোজ?

এই হেঁয়ালিপূৰ্ণ কথাষাৰৰ অৰ্থ সি হৃদয়ংগম কৰা নাছিল। কিন্তু অন্তৰেৰে সি অনুভৱ কৰিছিল মাষ্টৰৰ কথাৰ মাজত পিতাৰ অন্তৰংগতা। সি পিচে পিচে গৈ গৈ মাষ্টৰৰ আপাদমস্তক নিৰীক্ষণ কৰিছিল আৰু এসময়ত মন তাৰ উপচি পৰিছিল বহুদিন অনুভৱ নকৰা এক গভীৰ আস্থাৰে।

চাহ দোকানৰ বেঞ্চিৰ এচুকত বহি লৈ মাষ্টৰে দুয়োৰে কাৰণে চাহৰ অৰ্ডাৰ দি তাক এইবাৰ আশ্বাসৰ সুৰত ক'লে—

: তই এই টকা পঞ্চাছটা ৰাখ। হো ল। তই ঘৰলৈ উভতিব নালাগে। আবুৰেৰে, মায়েৰে দুখ কৰে মাজে মাজে। ককায়েৰেও তোক লৈ চিন্তা কৰে। পিচে সেইবোৰৰ মূল্য নাই। তোৰ সেই নিৰৰ্থক কথাবোৰ চিন্তা কৰিবৰ সময় নাই।

সি গ্ৰহণ কৰা নকৰালৈ পৰোৱা নকৰি মাষ্টৰে পৰামৰ্শ দি গ'ল। তাক বুজাই কলে যে, ঘনাই তহচীলদাৰহঁতৰ পুৰণা গাঁৱত থকা মৌজাদাৰ-জন আৰু ওচৰে-পাজৰে থকা চহকী মানুহ কেইঘৰ সিহঁতৰ পিতাকৰ ঘনিষ্ঠ চিনাকি আছিল। সি সিহঁতৰ তালৈ যাব লাগিব আৰু তাৰ সমস্যাটোৰ কথা কৈ পইচা খুজিব লাগিব।

: ভিক্ষা?

তাৰ উচপ খোৱা প্ৰশ্ন শুনি মাষ্টৰে একেবাৰে নিৰ্লিপ্ত সুৰত ক'লে—

: ভিক্ষা বোল, সাহায্য বোল, যিয়েই নোবোল। মই যি কলোঁ। তাকে কৰ। আগৰ ঋষি মুনিৰ দিনত ৰজাৰ পুতেকেও ভিক্ষা কৰিহে বিদ্যা অৰ্জন কৰিছিল। টকা কেইটামান হাতত থাকিলে তোৰ ইপিনে সিপিনে যোৱাত সুবিধা হব।

টকা কেইটা তাৰ হাতত গুজি দিয়েই মাষ্টৰ উঠিল। আৰু উভতি যোৱা গাড়ীৰ বাবে দেৰি হব বুলি কোবাকুবিকৈ ষ্টেচনলৈ সোমাই আহিল। সি হতবাক হৈ একেথৰে বহুপৰ হাতৰ টকা কেইটাকে চাই থাকিল।

ক্ৰমে তাৰ মনৰ দুৰ্বলতা আঁতৰি গ'ল। অনুভৱ কৰিলে এক অদ্ভুত নিৰাপত্তাবোধ। মাষ্টৰৰ প্ৰতি অপৰিসীম কৃতজ্ঞতাত তাৰ মন উপচি পৰিল।

লগে লগে তাৰ মনটো চঞ্চল হৈ উঠিল গাঁওখনৰ বিষয়ে অজস্ৰ কৌতূহলেৰে। মনত ক্ষোভ হ'ল, সি অন্ততঃ পেহাকক সুধি জানিব পাৰিলেহেঁতেন, গাঁওখন বা সম্প্ৰতি কেনে আছে!

আৰু বা এতিয়ামানে কোন কোন কলৈ উঠি গ'ল? আহতগুৰিৰ খালটো, পাগলীজানত চাগে' আগৰ দৰে আৰু পানী নবয়? হয়তো একেবাৰে শুকাই শুকান বালি ওলাই গ'ল। জোনাই শামুকবোৰ চাগে' দৰৱত লাগে বুলিলেও নোপোৱা হ'ল। আলিবাটটো চাগে' জহি খহি গৈছে, অৱহেলা অযত্নত দলং কেইখন চাগে' দুস্তৰ হৈ পৰিছে। কিমান যে জানিবৰ মন গৈছিল তাৰ!

খাটাৰ কথা, গুথুনাইঁতৰ কথা, মাকৰি বাইৰ কথা। শৰৎ, দেবা, খখন্দা পাঠকহঁতৰ কথা। গাঁৱৰ প্ৰতিজন মানুহ, প্ৰতিটো ঘৰৰ কথা। সি অৱশ্যে জানিছিল যে, মাষ্টৰক এনেবোৰ কথা সোধা আৰু দাচু অস্তাৰক গান গাবলৈ কোৱা একেই কথা। খাটাৰ কথা সুধিলে মাষ্টৰে হয়তো ভেকাহি মাৰি কলেহেঁতেন—

: সেইচব মানুহৰ ভাল বেয়া নো কি? গৰু পহুৰ দৰে শাকে-

পাতে এসোপা খাব, বছৰে বছৰে ল'ৰা-ছোৱালী তুলিব আৰু এদিন বেমাৰ হৈ বা গছৰ পৰা পৰি লেলেতিয়াই লেলেতিয়াই মৰি যাব।

কিন্তু তাৰ যে কিমান জানিবৰ মন যায়, খাটাই আদি মৰাৰ পাচত কোনোবা দিনা, অন্ততঃ এদিন আগৰ দৰে ধেমালি কৰিছিল নে নাই! দাচু অস্তাৰে এতিয়াও যবলাইঁতৰ চুবুৰীত বেজালি কৰি সাজপানী খাই অকলে অকলে মিচিক মিচিক কৈ হাঁহি আছেনে বাৰু? খাম্পাই বা আজিকালি বিহুত দোকানে দোকানে নাচে নে নেনাচে?

সি হঠাৎ উদ্বাউল হৈ ষ্টেচনৰ প্লেটফৰ্মলৈ সোমাই আহিল। পেহাকৰ ৰেলখনে উঁকি মাৰি ঠিক সেই মুহূৰ্ত্ততে এটা কেকুঁৰীত ক্ৰমে অদৃশ্য হৈ পৰিছিল। গাড়ীখন নেদেখা হোৱাৰ লগে লগে সি যেন ছিন্নমূল হৈ পৰিল। সি থিয় দি থকা মাটিখিনি অটল তলিত খহি পৰা যেন অনুভৱ হ'ল তাৰ। প্লেটফৰ্মত চঞ্চল হৈ অপেক্ষা কৰা মানুহবোৰৰ মুখলৈ চালে। এখনো চিনাকি মুখ নেদেখি সি হতাশ হৈ পৰিল আৰু অস্থিৰ খোজেৰে বাহিৰলৈ ওলাই আহিল। সময়, প্ৰয়োজন এইবোৰ হঠাৎ তাৰ বাবে অৰ্থহীন হৈ পৰিল।

মাষ্টৰ পেহাকৰ নিৰ্দেশিত পথেৰেই সি আগবাঢ়িল। যন্ত্ৰচালিতৰ দৰে কিছুদূৰ যোৱাৰ পাচত সি অনুভৱ কৰিলে বিশ্লেষণাতীত এক আশ্বাস। সম্মুখৰ পথটোৱে যেন অতীতৰ বিভিন্ন দিনৰ বিভিন্ন স্মৃতিৰ পাপৰি তাৰ যোৱাৰ দুয়োকাষে ছটিয়াই গ'ল। সি আশ্বস্ত হ'ল, খন্তেক পাচতে তাৰ মনৰ সমস্ত কুণ্ঠা, পথৰ সমস্ত অন্তৰায় আঁতৰ হব আৰু সি আস্বাদ লভিব এক নতুন উন্মুক্তিৰ।

—X—